# ইনীদ

মূল ঃ ভাৰ্জিল

অনুবাদ

অমূল্য কুমাৰ চক্ৰবৰ্তী




অসম প্ৰকাশন পৰিষদ

# ভূমিকা

সাহিত্য-কৰ্মৰ কোনো নিৰ্দিষ্ট গণ্ডী নাই: ই দেশ-কাল পাত্ৰৰ পৰিধি অতিক্ৰম কৰি এক নিৰবধি মহাযাত্ৰাত আগুৱান হৈ গৈ থাকে। ৰামায়ণ, মহাভাৰত, ইলিয়াদ, ওডিছীৰ দৰে ইনীদ মহাকাব্যও বিশ্ব-সাহিত্যৰ অন্যতম শ্ৰেষ্ঠ সম্পদ।

অসম প্ৰকাশন পৰিষদে বিশ্ব-সাহিত্যৰ অনেক মূল্যবান গ্ৰন্থৰ অসমীয়া অনুবাদ ইতিমধ্যে প্ৰকাশ কৰিছে। পৰিষদে আগবঢ়োৱা ৰামায়ণ, মহাভাৰত, ইলিযাদ আৰু ওডিছী— এই চাৰিখন মহাকাব্যৰ অসমীয়া ভাঙনি ইতিপূৰ্বে পাঠক-সমাজে আগ্ৰহেৰে গ্ৰহণ কৰিছে। তেনে এক প্ৰেৰণাৰ দ্বাৰা উদ্বুদ্ধ হৈ সম্প্ৰতি 'ইনীদ' মহাকাব্যখনি আগবঢ়োৱা হ'ল।

শ্ৰীঅমূল্য কুমাৰ চক্ৰৱৰ্তী এগৰাকী কাব্যৰসিক আৰু বিশিষ্ট অনুবাদক। ইলিয়াদ আৰু ওডিছী মহাকাব্য অনুবাদৰ পিছত ইনীদকো অসমীয়ালৈ ভাষান্তৰিত কৰি অসমীয়া পাঠকক বিশ্ব-সাহিত্যৰ শ্ৰেষ্ঠ কৃতি এটাৰ সৈতে পৰিচয় কৰাই দিয়াৰ বাবে আমি শ্ৰীচক্ৰৱৰ্তীৰ শলাগ লৈছো।

গ্ৰন্থখনি পাঠক-সমাজৰ মনঃপূত হ'ব বুলি আমি একান্ত বিশ্বাস ৰাখিলো।

গুৱাহাটী
অক্টোবৰ, ১৯৮৬

কুমুদ গোস্বামী

# পাতনি

পৃথিৱীৰ শ্ৰেষ্ঠ মহাকাব্যবিলাকৰ ভিতৰত ভাৰ্জিলৰ 'ইনীদে' এখনি বিশেষ আসন অধিকাৰ কৰি আছে। লাটিন ভাষাত ৰচিত এই মহান কাব্যখনৰ ৰচয়িতাজনৰ সম্পূৰ্ণ নামটো হ'ল পাব্লিয়াছ ভাৰ্জিলিয়াচ মাৰো, সংক্ষেপে ভাৰ্জিল। এওঁৰ জন্ম খৃষ্টপূৰ্ব ৭০ চন আৰু মৃত্যু খৃষ্টপূৰ্ব ১৯ চন।

'ইনীদ' ৰচনা কৰাৰ আগতে ভাৰ্জিলে দুখন কাব্যগ্ৰন্থ লিখিছিল। এখন 'জৰ্জিক্‌ছ' আৰু আনখন 'ইক্লগ্‌ছ'। প্ৰকৃতিৰ বিনন্দীয়া সৌন্দৰ্যৰ লগত কাব্য দুখন ওতপ্ৰোতভাৱে জড়িত আৰু নগৰীয়া সভ্যতাই তাত বিশেষ ঠাই পোৱা নাই। কিন্তু এই কাব্য দুখন ৰচনা কৰাৰ পিছতে কবিজন প্ৰসিদ্ধ হৈ পৰে আৰু ৰোমৰ সম্ৰাট আগষ্টাছ চিজাৰৰ লগত তেওঁৰ ঘনিষ্ঠ সম্পৰ্ক স্থাপিত হয়। ভাৰ্জিলৰ মৃত্যুপৰ্যন্ত এই বন্ধুত্বৰ বন্ধন অটুট হৈ থাকে।

সম্ৰাট আগষ্টাছৰ দিনতেই ৰোম সাম্ৰাজ্য উন্নতিৰ শীৰ্ষবিন্দুত উপনীত হয়। ৰোমৰ পৃথিৱীজোৰা ক্ষমতা, খ্যাতি, সৈন্যবল, জাকজমকতা, আৰ্থিক পয়োভৰ, এই সকলোবিলাকে কবিৰ চিত্ত প্ৰভাৱিত কৰিছিল আৰু ৰোমৰ এই অসীম গৌৰৱৰ কাব্যৰূপ দিবলৈকে তেওঁ 'ইনীদ'ৰ ৰচনা আৰম্ভ কৰে। অৱশ্যে তেওঁ অনুপ্ৰেৰণা লাভ কৰিছিল পূৰ্বসূৰী হোমাৰৰ পৰা। হোমাৰৰ 'ইলিয়াদ'ৰ পৰিণতিৰূপে ৰচিত 'ওডিছী'ৰ দৰেই 'ইনীদ'তো আছে এক দুঃসাহসী ভ্ৰমণৰ কাহিনী। এই কাহিনীৰ নায়ক ইনিয়াছ।

ট্ৰয় নগৰীৰ পতনৰ পিছত ইনিয়াছে পিতাক এঙ্কাইচিছ পুত্ৰ ইউলাছ আৰু ট্ৰয়ৰ অধিবাসীসকলৰ একাংশক লৈ সমুদ্ৰযাত্ৰা আৰম্ভ কৰে আৰু বহুতো বিপদ বিঘিনিৰ পিছত টাইবাৰ নদীয়েদি উজাই লাটিন প্ৰৱেশ কৰে। ৰজা লাটিনাছৰ লগত মিত্ৰতা স্থাপন কৰিছিল যদিও এই সংখ্যা বেছিদিন স্থায়ী নহয়। সেনাপতি টাৰ্ণাছৰ প্ৰৰোচনাত দুৰ্বলমনা ৰজাই

ইনিয়াছৰ বিৰুদ্ধে অস্ত্ৰধাৰণ কৰে। দ্বাদশ পৰ্বত টাৰ্ণাছ ইনিয়াছৰ হাতত নিহত হোৱাৰ লগে লগে 'ইনীদ' মহাকাব্যৰ সামৰণি পৰে।

অনেক পণ্ডিতে মত প্ৰকাশ কৰে যে 'ইনীদ' মহাকাব্যখন ভাৰ্জিলে সম্পূৰ্ণ কৰিব নোৱাৰিলে। মৃত্যুৰ সময়ত ভাৰ্জিলে এই মহাকাব্যখন অগ্নিত বিসৰ্জন দিবলৈ বন্ধুসকলক অনুৰোধ কৰিছিল। কিন্তু সম্ৰাটৰ হস্তক্ষেপত গ্ৰন্থখনি সযতনে সংৰক্ষিত হয়। কিতাপখন অসম্পূৰ্ণ বুলি ভবাৰ ইয়ো এটা সম্ভাব্য কাৰণ হ'ব পাৰে। আৰু এটা যুক্তি হ'ল, 'ইলিয়াদ' আৰু 'ওডিছী'ত থকাৰ দৰে 'ইনীদ'ত চৌবিবশটা অধ্যায় নাই। আছে মাত্ৰ অৰ্দ্ধেক অৰ্থাৎ বাৰটা।

'ইনীদ' হয়টো অসম্পূৰ্ণ হ'ব পাৰে, কিন্তু যি উদ্দেশ্যে ভাৰ্জিলে গ্ৰন্থখন ৰচনা কৰিছিল সেই উদ্দেশ্য এই বাৰটা অধ্যায়তে পৰিপূৰ্ণ হৈছে। ৰোমৰ জন্ম, প্ৰাচীনত্ব আৰু ঐশ্বৰিক শক্তিৰ হস্তক্ষেপ আদি ঘটনাৰ পৰা খেদি মহান যোদ্ধা ইনিয়াছৰ দ্বাৰাই ভৱিষ্যত সাম্ৰাজ্যৰ আধাৰশিলা প্ৰতিষ্ঠিত হোৱা কিংবদন্তিমূলক কাহিনীৰ কাব্যিক প্ৰতিফলনেই আছিল 'ইনীদ'ৰ উদ্দেশ্য আৰু সেই উদ্দেশ্যৰ সফলতা এই মহাকাব্যৰ প্ৰতিটো পাততে ফুটি উঠিছে।

'ইনীদ' এখনি জটিল গ্ৰন্থ। হোমাৰৰ মহাকাব্যৰ সৰল বৰ্ণনা ৰোম সাম্ৰাজ্যৰ ঐশ্বৰ্য-বিভূতিৰ মাজত, ৰাজনীতি, কূটনীতি, অৰ্থনীতি আৰু সামৰিক শক্তিৰ মাজত প্ৰায় হেৰাই যোৱাটো আচৰিত কথা নহয়। এহেজাৰ বছৰৰ ব্যৱধানত মানুহৰ বিদ্যা, বুদ্ধি, দৰ্শন, বিজ্ঞান আদিও উন্নততৰ মানবিশিষ্ট হৈছিল আৰু ভাৰ্জিল আছিল উচ্চ শিক্ষিত। গতিকে ভাৰ্জিলৰ ৰচনাত কিছু জটিলতা থকা অস্বাভাৱিক নহয়। কিন্তু এই কথা সত্য যে প্ৰকৃতিৰ লগত ভাৰ্জিলৰ পৰিচয় আছিল নিবিড় আৰু প্ৰকৃতিৰ পৰাই তেওঁ বেছিভাগ উপমা সংগ্ৰহ কৰিছে। তাৰে কিছুমান হোমাৰৰ লগত হুবহু মিলি যায়। সম্ৰাট জুলিয়ানৰ দিনত ৰোমত গ্ৰীক সভ্যতাৰ প্ৰভাৱ পুনৰ ঠন ধৰি উঠিছিল। তেতিয়া গ্ৰীক সাহিত্য আৰু সংস্কৃতিয়ে ৰোমানসকলক অনুপ্ৰাণিত কৰিবলৈ ধৰিছিল। আনকি গ্ৰীকসকলৰ পৌৰাণিক দেৱ-দেৱতাসমূহে খৃষ্টধৰ্মী ৰোমানসকলৰ মন-মন্দিৰত প্ৰৱেশ

কৰিবলৈ উপক্ৰম কৰিছিল। এই সময়তে ভাৰ্জিলৰ প্ৰতিভা ম্লান হৈ পৰিছিল। গ্ৰীক পণ্ডিতসকলে প্ৰকাশ্যে কোৱাকুই কৰিছিল যে ভাৰ্জিলৰ ইনীদ হোমাৰৰ শব্দান্তৰ মাত্ৰ (Paraphrase of Homer)। কিন্তু এই তাচ্ছিল্য বেছিদিন নিটিকিল। ইনীদৰ পুনৰ মূল্যায়ন হ'ল। শ্ৰেষ্ঠ কবিৰূপে ভাৰ্জিলক স্বীকৃতি দিয়া হ'ল। ইলিয়াদ আৰু ওডিছীৰ দৰে ইনীদেও দুহেজাৰ বছৰ পৃথিৱীৰ বিখ্যাত গ্ৰন্থবিলাকৰ ভিতৰত বিশিষ্ট আসন এখন অধিকাৰ কৰি আছে।

ইনীদৰ প্ৰথম কেইটামান অধ্যায় ওডিছীৰ লগত আৰু বাকীকেইটা ইলিয়াদৰ লগত তুলনা কৰিব পাৰি। ইনিয়াছৰ সমুদ্ৰযাত্ৰাৰ লগত ওডিছ্যুছৰ বিপদ-সঙ্কুল ভ্ৰমণৰ সাদৃশ্য আছে। টাৰ্ণাছৰ মৃত্যুলৈকে হোৱা ভীষণ যুদ্ধত ইনিয়াছ একিলিছৰ লগত তুলনীয়। ট্ৰয়ৰ পতন সম্পৰ্কে হোমাৰৰ মহাকাব্যত বিশেষ উল্লেখ নাই। কিন্তু ভাৰ্জিলে ইনীদত ট্ৰয়ৰ পতন অতি সূক্ষ্মভাৱে বৰ্ণনা কৰিছে।

হোমাৰৰ নৰক-বৰ্ণনাই ভাৰ্জিলকো প্ৰভাৱিত কৰিছে। ইনিয়াছৰ পাতাল-প্ৰবেশ, নৰক–দৰ্শন, পিতাকৰ লগত সাক্ষাৎ; এইবিলাকৰ কাৱিক ৰূপে মনত আলোড়নৰ সৃষ্টি কৰে। এই অধ্যায়তে উমুকিওৱা সৃষ্টি–ৰহস্য, মন-আত্মা আদিৰ উল্লেখে প্ৰমাণ কৰে যে ভাৰ্জিল ভাৰতীয় দৰ্শনৰ লগতো পৰিচিত আছিল।

পৰৱৰ্তী যুগত ইটালীৰ মহাকবি ডাণ্টেই তেওঁৰ 'ডিভাইন কমেডি'ৰ আৰম্ভণিতে তেওঁৰ নৰক-যাত্ৰাৰ কালত ভাৰ্জিলক পথ-নিৰ্দেশক ৰূপে গ্ৰহণ কৰিছে। ইয়াৰ পৰাই প্ৰতিপন্ন হয় যে ভাৰ্জিলৰ গভীৰ জ্ঞান, কবিত্বশক্তি আৰু ব্যক্তিত্বই যুগ যুগ ধৰি লেখক, দাৰ্শনিক আৰু কবিসকলক প্ৰভাৱিত কৰি আহিছে।

এই বিংশ শতিকাতো ভাৰ্জিলক মানুহে পাহৰি যোৱা নাই। ইনীদত ব্যৱহৃত বহুতো লাটিন বাক্যাংশ আজিও আমি ব্যৱহাৰ কৰো। উদাহৰণ স্বৰূপে Ad hoc, Inparentily, magnum opus, sine que non, ipsofacto আদি বাক্যাংশ আমি প্ৰতিদিনে ব্যৱহাৰ কৰো আৰু এই-বিলাকৰ মূল হৈছে ইনীদ।

ইনীদৰ মহত্ত্ব আৰু সাৰ্বজনীনতা আদিলৈ লক্ষ্য কৰিয়েই এই মহাকাব্য-খনৰ অসমীয়া অনুবাদৰ এটা প্ৰয়োজন আছে বুলি অন্তৰেৰে অনুভৱ কৰিছিলো। গতিকে অনুবাদৰ কাম হাতত লোৱা হয় আৰু ‘প্ৰকাশ’ত ছোৱা ছোৱাকৈ গ্ৰন্থখন ইতিমধ্যে ওলাই গৈছে। জেকচন নাইটে কৰা গদ্য অনুবাদৰ লগতে ড্ৰাইডেনৰ অনুবাদখনো সংগ্ৰহ কৰি দুয়োখনৰ ওপৰতে ভিত্তি কৰি অসমীয়া অনুবাদ প্ৰস্তুত কৰা হৈছে। পূৰ্বতে কোৱা হৈছে যে ইনীদ এখন জটিল গ্ৰন্থ। অনুবাদৰ কাৰণে সেই জটিলতা ভয়াবহ। অনুবাদত মূলৰ সৌন্দৰ্য আৰু ভাবৰ গাম্ভীৰ্য আদি ফুটাই তুলিবলৈ বহুতো তৎসম শব্দ ব্যৱহাৰ কৰা হৈছে। সেই অপৰাধ মাৰ্জনীয় বুলিয়েই ভাবি লৈছো। তথাপি অনুবাদখন কেনে হৈছে সেই কথা বিচাৰ কৰিব শ্ৰদ্ধেয় পঢ়ুৱৈ সমাজে। ভুল-ভ্ৰান্তিৰ কাৰণে ক্ষমা-ভিক্ষা কৰিছো।

সহধৰ্মিণী শ্ৰীমতী ঊৰ্মিলা চক্ৰৱৰ্তীয়ে কিতাপখনৰ প্ৰতিলিপি প্ৰস্তুত কৰাৰ পৰা আৰম্ভ কৰি সকলো যাৱতীয় কাম কৰি দিছে। তাৰ কাৰণে মই তেওঁৰ ওচৰত ধৰুৱা। জ্যেষ্ঠপুত্ৰ শ্ৰীমান চিন্ময়ে পৰিশিষ্টখিনি যুগুতাই দিয়াত তেওঁৰ শলাগ লৈছো। পৰমেশ্বৰে তেওঁৰ মঙ্গল কৰক।

বন্ধুবৰ শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়া এই অনুবাদখনৰ আদিৰ পৰা অন্তলৈকে আছে। তেখেতৰ ওচৰত মই চিৰকৃতজ্ঞ।

কিতাপখনৰ ভুল-ভ্ৰান্তিবিলাক আঙুলিয়াই দিলে অনুবাদক কৃতাৰ্থ হ’ব।

অমূল্য কুমাৰ চক্ৰৱৰ্তী

# সূচী পত্ৰ

# এক

## কাৰ্থেজত ট্ৰজানসকল

এই কাহিনী যুদ্ধৰ আৰু এজন মানুহৰ। নিয়তিৰ নিৰ্বন্ধত নিৰ্বাসিত হৈ থাকিব লগা এই মানুহজনেই ট্ৰয় ভূমিৰ পৰা পোন প্ৰথমে পাৰি দি ইটালী দেশৰ লাভিনীয়া উপকূলত উপস্থিত হৈছিলহি। জলপথ আৰু স্থলপথ উভয়তেই তেওঁ অপাৰ দুখ দুৰ্গতি ভোগ কৰিব লগা হৈছিল আৰু এয়ে আছিল দেৱতাসকলৰ অভিলাষ, কাৰণ নিৰ্দয়া জুনোৱে তেওঁৰ ক্ৰোধ পাহৰি যোৱা নাছিল। তদুপৰি যুদ্ধ-বিগ্ৰহতো তেওঁ অপৰিসীম কষ্ট সহ্য কৰিব লগা হৈছিল। কিন্তু অৱশেষত তেওঁ লাটিন ভূমিত এখন নগৰ পাতি বংশাদিক্ৰমে পূজিত গৃহদেৱতাসকলক প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হৈছিল। আৰু সেয়ে আছিল লাটিন জাতিৰ, আৰু আলবাৰ অধিপতিসকলৰ উৎপত্তি; ৰোমৰ গৌৰৱমণ্ডিত প্ৰাচীৰসমূহৰ আৰম্ভণি।

এই কাহিনীৰ উৎপত্তি কেনেকৈ হ'ল বাৰু? অমৰাৱতীৰ অধীশ্বৰী-গৰাকীয়ে স্বীয় মৰ্যাদা ক্ষুণ্ণ হোৱা বুলি বিবেচনা কৰি দুৰ্দমনীয় বিদ্বেষত, বিশ্বস্ত বুলি খ্যাতি লাভ কৰা এই মানৱজনক কেনেকৈ দুৰ্যোগৰ মাজলৈ ঠেলি দিছিল এই সকলোবিলাক ঘটনা বৰ্ণনা কৰিবলৈ মই যেন অনুপ্ৰাণিত হওঁ তাৰ বাবে প্ৰাৰ্থনা কৰিছোঁ। স্বৰ্গৰ দেৱতাসকলো যে এনেকুৱা বিদ্বেষৰ বশৱৰ্তী হ'ব পাৰে, এনে কথা বিশ্বাস কৰাও কঠিন।

এসময়ত কাৰ্থেজ নামৰ এখন নগৰ আছিল। টায়াৰৰ পৰা প্ৰব্ৰজন কৰা লোকেৰে অধ্যুষিত এই নগৰখন আছিল ইটালী দেশৰ টাইবাৰ নদীৰ মোহনাৰ বিপৰীতে, কিন্তু বহুতো দূৰত। কাৰ্থেজৰ ঐশ্বৰ্য আছিল আৰু আছিল ক্ষমতা। যুদ্ধ-বিগ্ৰহত আছিল নৈপুণ্য আৰু নিৰ্মমতা। কথিত আছে যে জুনোৱে ভূমণ্ডলৰ নগৰবিলাকৰ ভিতৰত কাৰ্থেজকেই আটাইতকৈ বেছি ভাল পাইছিল আৰু চামোছ নামৰ নগৰখনকো দ্বিতীয় স্থানহে

দিছিল। তেওঁ নিজৰ ৰথ আৰু অস্ত্ৰ-শস্ত্ৰ তাতেই ৰাখিছিল আৰু সমগ্ৰ পৃথিৱী শাসন কৰিবৰ কাৰণে এই নগৰখনকেই ৰাজধানী কৰিবলৈও অন্তৰৰ পৰা ইচ্ছা কৰিছিল। এই বিষয়ে তেওঁৰ যত্নৰ ত্ৰুটি নাছিল আৰু তেওঁ আশা কৰিছিল যে ভাগ্যদেৱীয়েও তেওঁৰ অভিলাষ পূৰ্ণ কৰিব। অৱশ্যে তেওঁ এই কথাও নজনাকৈ নাছিল যে কোনোবা এদিন ট্ৰজান বংশসম্ভূত বুলি খ্যাত এদল লোকে টায়াৰীয়সকলৰ এই সুৰক্ষিত দুৰ্গ অধিকাৰ কৰি ল'ব, কাৰণ এই লোকসকলৰ পৰাই উৎপত্তি হ'ব এটা দুৰ্মদ আৰু দুৰ্দ্ধৰ্ষ জাতিৰ আৰু এই জাতি হ'ব এখন বিশাল সাম্ৰাজ্যৰ অধীশ্বৰ। তেওঁলোকৰ আক্ৰমণত আফ্ৰিকাৰ পতন হ'ব। মানুহৰ ভাগ্য নিয়ন্ত্ৰণ কৰা নিয়তিসকলৰ এই পৰিকল্পনাৰ কথা জুনোৰ অবিদিত নাছিল আৰু সেয়েই আছিল তেওঁৰ ভয়ৰ কাৰণ। ট্ৰয়ৰ যুদ্ধত প্ৰিয় আৰ্গছসকলৰ আগত থাকি ৰণত অংশ গ্ৰহণ কৰাৰ কথা তেওঁ পাহৰা নাছিল। বিবাদৰ উৎপত্তি আৰু তাৰ ফলস্বৰূপে সঞ্চাৰিত হোৱা তেওঁৰ প্ৰচণ্ড ক্ৰোধৰ কথা তেওঁৰ মনত পৰিছিল। তেওঁৰ সৌন্দৰ্যৰ প্ৰতি অশোভনীয়ভাৱে কটাক্ষপাত কৰা পেৰিছৰ সিদ্ধান্তই তেওঁৰ মনত মচিব নোৱাৰা সাঁচ বহুৱাইছিল। ইয়াৰ বাহিৰেও তেওঁ সমগ্ৰ ট্ৰজান জাতিটোকে হিংসা কৰিছিল। অপহৃত গেনিমিডে সৰগত সম্মানজনক পদ লাভ কৰা ঘটনাও তেওঁৰ স্মৃতি-পটত জিলিকি উঠিছিল।

এইবিলাকেই আছিল জুনোৰ ক্ৰোধৰ কাৰণ। আৰু ইয়াৰ বাবেই নৃশংস একিলিছকে মুখ্য কৰি গ্ৰীক বীৰসকলে বধ কৰিব নোৱাৰা অৱশিষ্ট ট্ৰজানসকল ধুমুহাৰ কোবত অকূল সমুদ্ৰত উটি-বুৰি ফুৰিব লগা হৈছিল। আৰু তেতিয়াও তেওঁ তেওঁলোকক লাটিয়ামৰ ওচৰ চাপিবলৈ দিয়া নাছিল। বছৰৰ পিছত বছৰ নিয়তিৰ পুতলা হৈ তেওঁলোক সসাগৰা ভূমণ্ডলত ভ্ৰমি ফুৰিব লগা হৈছিল। এইদৰে বহু বেদনাৰ মাজেদিয়েই হৈছিল ৰোমৰ জন্ম।

ট্ৰজানসকলে চিচিলিৰ পৰাই সমুদ্ৰত ডিঙা মেলি দিছিল। উপকূল ৰেখা অদৃশ্য হৈছিল মাত্ৰ, ব্ৰঞ্জৰ পাতেৰে আৱৰা বঠাৰ আঘাতত লুণীয়া পানী ফেনেৰে উপচি পৰিছিল আৰু তেওঁলোকে আনন্দ মনেৰে পাল তৰি দিছিল। এনেতে চিৰদিন অন্তৰত পোষণ কৰি থোৱা গভীৰ বিদ্বেষত জুনোৱে স্বগতোক্তি কৰিলে:

"মই কি পৰাজয়ৰ গ্লানিত এই সংগ্ৰাম ত্যাগ কৰিম? ট্ৰয়ৰ

ৰাজকুমাৰক ইটালী দেশত উপনীত হোৱাৰ পৰা বাধা দিবলৈকো মোৰ শক্তি নাইকিয়া হ'লনেকি? বাস্তৱিকতে ই অদৃষ্টৰ বিড়ম্বনা। কিন্তু মিনাৰ্ভাই যেতিয়া আৰ্ভাইভ বিলাকৰ নৌ-বাহিনী ভস্মীভূত কৰিছিল আৰু একমাত্ৰ অইলিয়াছ পুত্ৰ উন্মত্ত আজাক্সৰ পাপৰ কাৰণেই তেওঁলোক সকলোটিকে পানীত ডুবি মৰিবলৈ এৰি দিছিল, তেতিয়াতো ভাগ্যদেৱীসকলে কিঞ্চিৎ প্ৰতিবন্ধকৰো সৃষ্টি কৰা নাছিল। জুপিটাৰৰ জ্বলন্ত অশনি হাতত লৈ মিনাৰ্ভাই মেঘমণ্ডলৰ পৰা নিক্ষেপ কৰিছিল, তেওঁ জাহাজবিলাক ছিন্ন-ভিন্ন কৰিছিল আৰু সমুদ্ৰ বক্ষ বতাহেৰে বিক্ষুব্ধ কৰি তুলিছিল। বজ্ৰই বক্ষ বিদীৰ্ণ কৰাৰ পাছত, শেষ নিশ্বাস পেলোৱা অৱস্থাতে, তেওঁ আজাক্সক প্ৰচণ্ড বা-মাৰলিৰ পাকত পেলাই এটা জোঙা শিলত শালি পেলাইছিল। মই দেৱতাসকলৰ ৰাণী, মই জ'ভৰ ভগিনী আৰু পত্নী, পদ মৰ্যাদাত মই শ্ৰেষ্ঠা, কিন্তু তথাপি মই মাত্ৰ সামান্য এটা মানবগোষ্ঠীৰ লগত আজি ইমান বছৰ যুঁজ কৰিব লগা হৈছে! কোনোবাই বাৰু জুনোক আৰু পূজা-পাতল কৰিবনে, তেওঁৰ বেদীত কোনোবাই বাৰু বলি-বিধান উৎসৰ্গা কৰিবনে?" নিজে নিজে এইদৰে চিন্তা-ভাৱনা কৰি তেওঁৰ মস্তিষ্ক উত্তপ্ত হৈ পৰিছিল। তেওঁ পোনে পোনে ধুমুহা আৰু ডাৱৰৰ দেশ ইয়লীয়ালৈ যাত্ৰা কৰিলে। উন্মত্ত বায়ুৱে মুক্তি লাভ কৰিবলৈ তাতে প্ৰবল বেগেৰে বলি থাকে। এটা গুহাৰ বিস্তীৰ্ণ অভ্যন্তৰত ঊনপঞ্চাশ পৱনে ভীতিৰ সঞ্চাৰ কৰি গৰ্জন কৰি থাকে। কিন্তু ৰজা ইয়লাছে সিহঁতক দমাই আৱদ্ধ কৰি ৰাখে। বন্ধ দুৱাৰৰ মাজত সিহঁতে ভীষণভাৱে স্খলন কৰে। সিহঁতৰ সৰৱ অসন্তুষ্টি পৰ্বতৰ বুকুত ধ্বনিত প্ৰতিধ্বনিত হয়। কিন্তু ইয়লাছে নিৰাপদ-ভাৱে সিংহাসনত বহি হাতত ৰাজদণ্ড লৈ সিহঁতৰ গৰ্ব খৰ্ব কৰে আৰু প্ৰচণ্ডতা নিয়ন্ত্ৰিত কৰি ৰাখে। সেয়ে নোহোৱা হ'লে সিহঁতে জল, স্থল আৰু নভোমণ্ডলৰ গভীৰতাত বিভীষিকাৰ সৃষ্টি কৰিলেহেঁতেন। স্বকীয় দূৰদৰ্শিতাৰে ইয়াকে উপলব্ধি কৰি সৰ্বশক্তিমান পৰম পিতাই পৱনসকলক সেই গুহাটোত বন্দী কৰি ৰাখি তাৰ উপৰিভাগ এখন পাহাৰেৰে হেঁচা মাৰি থৈছিল আৰু এজন শাসকক নিযুক্তি দিছিল। বিশেষ অধিকাৰৰ বলত এই শাসকজনে সিহঁতক কেনেকৈ আৱদ্ধ কৰি ৰাখিব পাৰি আৰু আদেশ পালে সিহঁতক কেনেকৈ মুকলি কৰি দিব পাৰি সেই বিষয়ে ভালকৈ

জানিছিল। বতাহৰ এই দেৱতাজনক জুনোৱে এতিয়া সবিনয়ে আবেদন কৰি ক'লে:

"ৰজা ইয়লাছ, সকলো দেৱতাৰ জনক আৰু সমগ্ৰ মানৱ জাতিৰ অধীশ্বৰগৰাকীয়ে তোমাক যি ক্ষমতা দিছে তাৰ বলত তুমি সমুদ্ৰৰ তৰঙ্গমালা প্ৰশান্ত কৰিব পাৰা আৰু প্ৰয়োজন হ'লে বতাহৰ সহায়েৰে বিক্ষুব্ধও কৰিব পাৰা। মই ঘৃণা কৰা কিছুমান মানুহ এতিয়া এট্ৰুস্কান সাগৰৰ মাজেদি গৈ আছে। সিহঁতে ট্ৰয় নগৰখনকে লগত লৈ আহিছে। তদুপৰি সিহঁতৰ লগত আছে পৰাজিত ট্ৰয়ৰ গৃহদেৱতাসমূহ। এইবিলাক লৈ সিহঁত ইটালী পাবগৈ। তোমাৰ পৱনসকলক ভয়াবহভাৱে ক্ৰুদ্ধ কৰি তোলা। সিহঁতক জাহাজবিলাকৰ সৈতে জলমগ্ন কৰা। সিহঁতক বিচ্ছিন্ন কৰি দিয়া; গভীৰ সমুদ্ৰৰ বুকুত সিহঁতক এটা এটাকৈ নিক্ষেপ কৰি দিয়া। মোৰ হাতত চৈধ্যজনী আটক ধুনীয়া জলকুঁৱৰী আছে। সিহঁতৰ ভিতৰত শ্ৰেষ্ঠা সুন্দৰী হৈছে ডিয়পীয়া। মোক কৰা উপকাৰৰ বিনিময়ত তেওঁক তোমাৰ লগত বিয়া দিম। তেওঁ চিৰকাল তোমাৰ লগত থাকিব আৰু তুমি সুযোগ্য সন্তানৰ পিতৃ হ'ব পাৰিবা।"

ইয়াৰ উত্তৰত ইয়লাছে এইদৰে ক'লে, "দেৱী, আপোনাৰ কি ইচ্ছা হয় স্থিৰ কৰক। আপোনাৰ কাম সেয়ে। আৰু মোৰ একমাত্ৰ কৰ্তব্য হৈছে আপোনাৰ আজ্ঞা শীঘ্ৰে পালন কৰা। মোৰ এই ক্ষুদ্ৰ ৰাজ্যখনত যিকণ ক্ষমতা আছে সেয়া আপোনাৰেই অৱদান। কাৰণ আপোনাৰ যহতে মই জুপিটাৰৰ অনুগ্ৰহ লাভ কৰিছিলোঁ। দেৱতাসকলৰ ভোজত মই যি আসন পাওঁ তাৰ কাৰণেও মই আপোনাৰ ওচৰত ঋণী। ডাৱৰ আৰু ধুমুহা বতাহৰ ওপৰত মোৰ যিকণ ক্ষমতা আছে সেয়াও আপোনাৰ কাৰণেহে সম্ভৱপৰ হৈছে।"

এই বুলি কৈ তেওঁ পৰ্বতৰ আবৰণখনৰ ক্ষীণ অংশত ত্ৰিশূল নিক্ষেপ কৰিলে। সেই ঠাইত এটা বাট ওলাল আৰু তাৰ মাজেদি তীব্ৰ বেগেৰে দুৰ্বাৰ গতিত বায়ু প্ৰবাহ ঘটিল আৰু সমগ্ৰ পৃথিৱী আলোড়িত কৰি প্ৰবল ঝটিকা সমুদ্ৰাভিমুখে ধাবিত হ'ল। পূব আৰু দক্ষিণ-পশ্চিমৰ পৰা জাকে জাকে ধুমুহা আৰু বা-মাৰলি আহি সমুদ্ৰ উত্তাল কৰি তুলিলে। উপকূল পৰ্যন্ত বিশাল তৰঙ্গৰাশি বিয়পি পৰিল। তেতিয়া মানুহবিলাকে

চিঞৰি'ছিল আৰু জাহাজৰ ৰচি, পালতৰা খুটি আদিৰ পৰা ভয়াবহ শব্দ নিসৃত হৈছিল। পলকতে ডাৱৰে দশোদিশ আবৰি ধৰাত ট্ৰজানসকলৰ চকুৰ আগতে আকাশ আৰু দিনৰ পোহৰ লুপ্ত হ'ল, সাগৰখনলৈ ৰাতিৰ দৰে অন্ধকাৰ নামি আহিল। বজ্ৰৰ গৰ্জনত মহাশূন্য মুখৰিত হ'ল আৰু তৰিৎ শিখাৰ অবিৰাম প্ৰবাহত উপৰি ভাগ তীব্ৰভাৱে উজ্বল হৈ উঠিল। ট্ৰজানবিলাকৰ চকুৰ আগত প্ৰকট হৈ উঠিছিল মৰণৰ আসন্নতা। মুহূৰ্ততে ইনিয়াছৰ অঙ্গ-প্ৰত্যঙ্গ আতঙ্কৰ হিম চেঁচা পৰশত অৱশ হৈ পৰিল; তেওঁ আৰ্তনাদ কৰি উঠিল। ওপৰলৈ হাতযোৰ কৰি তেওঁ উচ্চস্বৰে কবলৈ ধৰিলে, "তোমালোকৰ যিসকলে পিতৃ-মাতৃৰ চকুৰ আগতে ট্ৰয়ৰ উচ্চ প্ৰাচীৰৰ তলত মৃত্যু-বৰণ কৰিলা, সেই সকল কিমান সৌভাগ্যবান, নিশ্চয় অতি সৌভাগ্যবান! হায়, ডায়মিডিছ, অসম সাহসী গ্ৰীক বীৰ, ইলিয়ামৰ ৰণক্ষেত্ৰত তোমাৰ হাতত মোৰ মৃত্যু হোৱা হ'লে মোৰ আত্মাই মুক্তি লাভ কৰিলেহেঁতেন। তাতেই পৰি আছে মহান ছাৰ্পিডন; একিলিছৰ বৰ্শাত বিদীৰ্ণ হোৱা নৰহন্তা হেক্টৰ। আৰু তাতেই বৈ আছে সেই ছিমইচ্ নদী যাৰ জলধাৰাত নিমজ্জিত হৈ আছে অগণন অস্ত্ৰ-শস্ত্ৰ আৰু নিহত সাহসী সেনাসকল!"

ইনিয়াছে এইদৰে অনৰ্গল বিলাপ কৰি থাকোতেই উত্তৰ ফালৰ পৰা হো-হোৱাই অহা এজাক প্ৰচণ্ড বতাহে জাহাজৰ পালত প্ৰবলভাৱে আঘাত কৰিলে। প্ৰকাণ্ড ঢৌ উঠি আকাশ চুলেগৈ। বঠাবিলাক ভাগি গ'ল আৰু জাহাজ দিগ্‌ভ্ৰষ্ট হৈ সাগৰৰ পানীত ডুবো ডুবো হ'ল। পৰ্বত প্ৰমাণ ঢৌ এটা তীব্ৰ গতিত আগ বাঢ়ি আহিল। নাবিকবিলাকৰ কিছুমান তৰঙ্গ শীৰ্ষত ভাহি থাকিল আৰু কিছুমান ডুবি একেবাৰে সাগৰৰ বালিৰে ভৰা তলি পালেগৈ। ইতিমধ্যে আন তিনিখন জাহাজ দক্ষিণ বতাহৰ আক্ৰমণত টাকুৰিৰ দৰে ঘূৰি ঘূৰি ইটালীৰ পৰা ভালেমান আঁতৰত সাগৰত অৰ্দ্ধমগ্ন হৈ থকা 'বেদী' বুলি অভিহিত এলানি শিলত খুন্দা খালেগৈ। পূব বতাহৰ আঘাতত আৰু তিনিখন জাহাজ ভৰাং পানীৰ পলসুৱা বালিত লাগি ধৰিল। সেই জাহাজকেইখন বালিৰ পাহাৰে পুতি পেলোৱাত সঙ্গীসকল বিমৰ্ষ হৈ পৰিল। কাৰণ তাৰে এখন জাহাজত

আছিল বিশ্বস্ত সামন্ত অৰন্টিছৰ অধীনত থকা লিচিয়ানবিলাক। ইনিয়াছে চাই থাকোঁতেই এটা প্ৰকাণ্ড ঢৌৱে উন্নত চূড়াৰে জাহাজখনৰ পিছফালে ভয়াবহভাৱে খুন্দা মাৰিলে। গুৰিয়ালজন নৌকাৰ পৰা ছিটিকি গৈ তললৈ মুখ কৰি পানীত পৰিল। নাওখনে থকা ঠাইতে তিনিবাৰ পাক ঘূৰণি খালে আৰু অৱশেষত পকনীয়াত পৰি পানীত ডুব গ'ল। কেইজনমান নাবিক আৱৰ্জনাৰে ভৰা পানীত অ'ত এজন ত'ত এজন কৈ সাঁতুৰি থকা দেখা গৈছিল। ভগা-ছিগা বস্তুৰ টুকুৰা, ব্যক্তিগত সা-সঁজুলি আৰু ট্ৰয়ৰ পৰা উদ্ধাৰ কৰি অনা মূল্যবান সামগ্ৰী কিছুমানো পানীত ওপঙি উঠিছিল। এতিয়া ধুমুহাৰ কোব পৰিছিল দুখন সুদৃঢ় জাহাজৰ ওপৰত। তাৰে এখন আছিল ইলিয়নিয়াছৰ আৰু আনখন সাহসী একেটিছৰ। তদুপৰি আবাছ আৰু এলিটিছ উঠি থকা দুখন জাহাজো আক্ৰান্ত হৈছিল। প্ৰতিখন জাহাজৰে তক্তাবোৰ ঢিলা হৈ গ'ল আৰু ফাটবোৰ বহল হৈ মেল খাই যোৱাত মাৰাত্মকভাৱে হো-হোৱাই পানী ভিতৰলৈ সোমাবলৈ ধৰিলে।

কিন্তু ইতিমধ্যে মহাসমুদ্ৰৰ এই গৰ্জন আৰু প্ৰচণ্ড আলোড়ন, অতল গভীৰতাৰ প্ৰশান্তি ভঙ্গ কৰা তলে যোৱা সোঁত আদি লক্ষণ ধুমুহা বতাহৰ লীলা-খেলা বুলি নেপচুনে জানিব পাৰিলে। অতিশয় কুপিত হৈ তেওঁ ঢৌবিলাকৰ মাজৰ পৰা মূৰ দাঙি ভালেখিনি ওপৰৰ পৰা চাৰিওফালে চকু ফুৰালে। ইনিয়াছৰ বিপৰ্যস্ত তৰীসমূহ আৰু নিৰ্মম আঘাতত অসহায় হৈ পৰা ট্ৰজানবিলাক তেওঁৰ দৃষ্টিগোচৰ হ'ল। মেঘৰ ভৰত নামি অহা আকাশখনো তেওঁ নেদেখাকৈ নেথাকিল। তেওঁৰ ভগিনী আক্ৰোশী জুনোৰে এই কাণ্ড বুলি বুজিবলৈ তেওঁৰ বাকী নাথাকিল। পূব আৰু পশ্চিম পৱনক মাতি আনি তেওঁ স্পষ্টভাৱে ক'লে:

"তহঁতৰ সাহসতো কম নহয়? নিজকে বৰ উচ্চ কুলত জন্ম হোৱা বুলি ভাবিছনেকি? মোৰ ৰাজকীয় সম্মতি লাভ নকৰাকৈয়ে বায়ু-মণ্ডল, ভূমণ্ডল আৰু পৰ্বতসঙ্কুল সমুদ্ৰত এই সৰ্বনাশীয়া অৱস্থাৰ সৃষ্টি কৰিছ? মই তহঁতক ······ নহয় নহয়। প্ৰথমতে মই সাগৰখন শান্ত কৰাই ভাল হ'ব। তাৰ পিছত তহঁতে দোষৰ সমুচিত দণ্ড পাবি। লৰালৰিকৈ ইয়াৰ পৰা আঁতৰি যাহঁক। তহঁতৰ ৰজাক মোৰ হৈ কবি—

মোৰ এই ভয়ঙ্কৰ ত্ৰিশূলৰ বলত লাভ কৰা সমুদ্ৰৰ আধিপত্য মোৰ হাততহে ন্যস্ত আছে, তেওঁৰ নহয়। তেওঁৰ স্থান হৈছে পাহাৰৰ সেই বিশাল গহ্বৰ আৰু সেয়াই তেওঁৰ পছোৱা বতাহবোৰ আবাস ভূমি। সেয়াই ইয়লাছৰ ৰাজসভা। তাতেই তেওঁ লম্ফ-জম্ফ কৰি থাকিব পাৰে, যদিহে বতাহ ঠিকমতে অৱৰুদ্ধ কৰি ৰাখিবলৈ সমৰ্থ হয়।"

এইদৰে কৈ কথা কোৱাতকৈয়ো বেছি ক্ষিপ্ৰতাৰে তেওঁ বিক্ষুব্ধ সাগৰখন শান্ত কৰিলে। ডাৱৰবিলাক আঁতৰাই দিয়াত বেলিও ওলাল। তেওঁ তাকে কৰি থাকোতেই ট্ৰাইটন আৰু ছাইমথীয়ে জাহাজবিলাক ধৰি থকা শিলৰ মাজৰ পৰা ঠেলি-হেচি মুকলি কৰিলে। ত্ৰিশূলডালেৰে নেপচুনেও তেওঁলোকক সহায় কৰিলে। তৰঙ্গ চূড়া লঘুভাৱে ৰথখনেৰে অতিক্ৰম কৰি সাগৰখন সুস্থিৰ কৰাৰ পিছত বিশাল বালিচৰ কিছুমানো পুনৰ ওলাই পৰিল। ডাঙৰ সভা এখনত হঠাতে হোৱা উচ্ছৃঙ্খল ঘটনা এটাৰ লগত ইয়াৰ মিল আছিল। সভাত তল খাপৰ মানুহ কিছুমানে নিজকে পাহৰি গৈ উন্মত্তভাৱে জ্বলা জোৰ, শিল, পাথৰ আদি দলিয়াবলৈ ধৰে, কাৰণ প্ৰচণ্ড ক্ৰোধৰ সময়ত অস্ত্ৰৰ অভাৱ নহয়। কিন্তু অলপ পিছতে তেওঁলোকৰ দৃষ্টি আৱদ্ধ হয় এনে এজন লোকৰ ওপৰত যিজনৰ চৰিত্ৰ আৰু ব্যক্তিত্বৰ প্ৰতি তেওঁলোকৰ শ্ৰদ্ধা আছে। তেওঁ সেই লোকসকলক সম্বোধন কৰি কথা ক'ব, তেওঁলোকে নীৰৱ হৈ আগ্ৰহেৰে শুনিব। তেওঁলোকৰ ক্ৰোধ প্ৰশমিত হ'ব, শাৰীৰিক শক্তি সুপথে পৰিচালিত হ'ব। সেইদৰেই এতিয়া সমুদ্ৰৰ গৰ্জন স্তব্ধ হৈ পৰিল। সমুদ্ৰাধিপতি নেপচুনে মাত্ৰ চকু ফুৰাবহে লগা হ'ল। তাৰ পিছত নিৰ্মল আকাশৰ তলে তলে তেওঁৰ তৎপৰ তুৰঙ্গই ৰথখন উৰাই লৈ গ'ল।

অতিশয় ক্লান্তিত ইনিয়াছ আৰু তেওঁৰ লগৰীয়াসকলে নিচেই ওচৰতে থকা দেশলৈ যাবৰ কাৰণে যত্ন কৰিলে। তেওঁলোকে আফ্ৰিকাৰ উপকূল অভিমুখে জাহাজ চলাই দিলে। তাতে আছে এটা পোতাশ্ৰয়।

এটা প্ৰণালীৰ শেষ প্ৰান্তত অৱস্থিত এই স্থান এটা দ্বীপৰ দ্বাৰা সুৰক্ষিত। ফলত প্ৰণালীৰ সেই অংশত পানী প্ৰায় নিস্তৰঙ্গ হৈ থাকে। সাগৰৰ পৰা অহা ঢৌবোৰ দ্বীপটোত ঠেকা খাই দুফালেদি দুবলৈ গুচি যায়। উপকূলৰ দুয়োফালে আছে ভয়াবহ সুউচ্চ শৈল শিখৰ। এই দুই

শৃংগৰ ছাঁয়াত অৱস্থিত বিস্তীৰ্ণ বাৰিধাৰা শান্ত আৰু নিৰাপদ। বতাহত হালি জালি থকা পাতেৰে গছ-গছনিয়ে পাৰত যেন এখন আঁৰ-কাপোৰহে তৰি দিছে। এইখন পাৰ হৈ গ'লেই ওলাই পৰে পৰিবৰ্তনশীল, বনবেষ্টিত পাহাৰী উপত্যকা, অন্ধকাৰ আৰু ৰহস্যময়। পাহাৰৰ ঠিক নামনিত এটা গুহা আছে। গুহাৰ ভিতৰত আছে কিছুমান শিলাস্তম্ভ আৰু নিৰ্মল পানীৰ নিজৰা আৰু আছে শিলত কটা কিছুমান আসন—কাৰণ জলকুঁৱৰী-সকলে ইয়াতে বাস কৰে। ইয়াত ৰচিবে নৱন্ধাকৈ নাইবা লঙ্গৰ নেপে-লোৱাকৈয়ে জীৰ্ণ-শীৰ্ণ জাহাজ এখনো নিৰাপদে ৰাখিব পাৰি।

সমগ্ৰ নৌ-বাহিনীটোৰ মাত্ৰ সাতখন জাহাজ লৈ ইনিয়াছ এই প্ৰণালী-টোত উপনীত হ'ল। মাটিত নামিবলৈ ব্যাকুল হৈ পৰা ট্ৰজানসকল জাহাজৰ পৰা অৱৰোহণ কৰি তপত বালিৰ পৰশ পাই আনন্দত উত্ৰাৱল হ'ল। লুণীয়া পানীয়ে চামনি মৰা দেহাৰে তেওঁলোক সাগৰৰ পাৰত ঢলি পৰিল। পোন প্ৰথমে একেটিছে টিঙিৰিটোৰ সহায়ত শুকান পাতেৰে একুৰা জুই জ্বলালে আৰু তাৰ ওপৰত খৰি জাপি দিলে। দপ্ দপ্ কৰি জুই জ্বলি উঠিল। অতিশয় অৱসন্ন হোৱা সত্ত্বেও বাকীবিলাকে সাগৰৰ পানীত তিতি প্ৰায় অখাদ্য হৈ পৰা কিছু শস্যকণা যোগাৰ কৰি ৰন্ধা-বঢ়া কৰিবৰ কাৰণে বাচন-বৰ্তন উলিয়াই আনিলে। শস্যকণা শিলত পিহি কটি তৈয়াৰ কৰিবলৈ তেওঁলোক সক্ষম হৈ পৰিল।

তেওঁলোকে এইবিলাক কাম-কাজ কৰি থকাৰ সময়ত ইনিয়াছে এটা পাহাৰত আৰোহণ কৰিলে। তাৰ ওপৰৰ পৰা বহু দূৰ ব্যাপী সাগৰখন অব্যাহতভাৱে দৃশ্যমান হয়। ধুমুহাত ক্ষতিগ্ৰস্ত হোৱা সত্ত্বেও অন্ততঃ ওপঙি থকা দুই-এখন ট্ৰজান জাহাজ দেখা পাব বুলি তেওঁ আশা কৰিছিল। কুল মৰ্যাদাসূচক চিহ্ন অঙ্কিত, উচ্চ পশ্চাদভাগবিশিষ্ট কোনো এখন জাহাজ হয়তো এন্থিয়াছ, কেপিছ নতুবা কেলকাছ আদি কোনো এজনৰো হ'ব পাৰে। পিছে তেওঁৰ চকুত পৰিল সাগৰৰ পাৰত অনাই বনাই ফুৰা তিনিটা শৰ পছু। সিহঁতৰ পিছফালে দীঘলীয়াকৈ শাৰী পাতি এজাক পছু চৰি আছিল। তেওঁ তৎক্ষণাৎ ৰৈ গ'ল আৰু অতি তৎপৰতাৰে ধনু-শৰ হাতত ল'লে। বায়ু বেগে উৰি যাব পৰা কাঁড়বিলাক আনিছিল তেওঁৰ বিশ্বস্ত অনুচৰ একেটিছে। তেওঁৰ শৰত পছুৰ জাকটোৰ আগত

থকা শিঙাল মতাকেইটা মাটিত বাগৰি পৰিল। সিহঁতৰ শিংবিলাক আছিল তিনি ফেৰেঙনীয়া গছৰ ডালৰ দৰে। তাৰ পিছত তেওঁ জাকটোলৈ লক্ষ্য কৰি শৰ-সন্ধান কৰিলে আৰু ফলত পহুবিলাকে হিল-দল ভাঙি সেউজীয়া হাবিখনলৈ ঢপলিয়াই গ'ল। তেওঁৰ অৱশিষ্ট সাতখন জাহাজৰ কাৰণে সাতোটা প্ৰকাণ্ড পহু বিজয় গৰ্বেৰে ভূপতিত কৰাৰ পিছতহে ইনিয়াছে ধনু-কাঁড় সামৰিলে। এতিয়া তেওঁ জাহাজ থকা ঘাটটোৰ কাষলৈ উভতি গ'ল আৰু সঙ্গীবৃন্দৰ মাজত মৰা পহুকেইটা ভাগ কৰি দিলে। তাৰ লগতে আৰু দিলে জাহাজত থকা সুৰাভাণ্ড। চিচিলিৰ পৰা যাত্ৰা কৰাৰ সময়ত দয়ালু এচেষ্টিছে বীৰোচিত উদাৰতাৰে এইবিলাক তেওঁলোকক উপহাৰ দিছিল। তাৰ পিছত তেওঁ শোকাকুল লোকসকলক সান্ত্বনা দি ক'লে:

"বন্ধুসকল, বহুদিন ধৰি বিপদ-বিঘিনি আমাৰ লগৰীয়া হৈ পৰিছে। ইয়াতকৈয়ো অধিক দুখ তোমালোকে সহ্য কৰিব লাগিব। আগৰ দৰেই এতিয়াও অদৃষ্টই তোমালোকৰ যন্ত্ৰণাৰ অৱসান ঘটাব। তোমালোক সেই-বিলাক পাহাৰৰ মাজেদিয়েই পাৰ হৈ আহিছা য'ত ছীলাৰ সামুদ্ৰিক বলিয়া কুকুৰবিলাকে ভুকি থাকে। শিলৰ মাজত বাস কৰা দৈত্য চাইক্ল'প-বিলাকৰো সন্মুখীন হৈছা তোমালোক। তোমালোকে মনোবল পুনৰ উজ্জীৱিত কৰিব লাগিব, দুখ-কষ্ট আৰু ভয় আঁতৰাব লাগিব। হয়তো কোনোবা এদিন তোমালোকে আজিৰ এই দুৰ্দিনৰ কথা সুঁৱৰি আনন্দ লাভ কৰিবা। আমাৰ এই দুঃসাহসী ভ্ৰমণত আমি অপাৰ বিঘিনি অতিক্ৰম কৰি আহিছো। প্ৰতিবাৰেই বিপদজনক পথ বিচাৰি লৈছোঁ। কিন্তু এই পথেই লাটিয়ামৰ পথ, আৰু তাতেই আমাৰ ভাগ্যত আছে বিশ্ৰামৰ আলয়। ট্ৰয়ৰ ৰাজ-কুলৰ আছে তাতে বাস কৰাৰ অধিকাৰ। সেইকাৰণে কঠোৰ সঙ্কল্প গ্ৰহণ কৰা। এটা সুন্দৰ ভৱিষ্যতৰ কাৰণে জীয়াই থাকিবলৈ সক্ষম হোৱা।"

তেওঁ এইবিলাক শব্দকে উচ্চাৰণ কৰিছিল যদিও প্ৰকৃততে তেওঁৰ সাহস আৰু মনোবল টুটি আহিছিল। কাৰণ তেওঁ সহ্য কৰিব লগা দুখ-দুৰ্গতি আছিল অবৰ্ণনীয়। তথাপি তেওঁ মানসিক যন্ত্ৰণা অন্তৰৰ গভীৰত গোপনে ৰাখি বাহ্যিকভাৱে আত্মবিশ্বাস আৰু প্ৰফুল্লতা প্ৰকাশ কৰিছিল। ট্ৰজানবিলাকে এতিয়া খাবৰ কাৰণে পহুকেইটা কুটি-বাছি ল'বলৈ আয়োজন কৰিলে। কিছুমানে ছাল চেলালে। তেতিয়া মঙহ ওলাই পৰিল। আন কিছুমানে মঙহবোৰ টুকুৰা-টুকুৰ

কৰি শলাত সুমুৱালে। আকৌ বাকীবিলাকে বালিৰ মাজতে জুই ধৰি কেৰাহীত পছু মাংস সিজালে। খোৱা-বোৱা কৰি তেওঁলোক সুস্থ হ'ল। ঘঁাহনিত শুই শুই তেওঁলোকে কোমল মাংসৰ লগত সুস্বাদু মদিৰা পান কৰি ভোক-পিয়াহ পলুৱালে। খোৱা-বোৱা শেষ হ'লত তেওঁলোকে মৃত সঙ্গীসকলক সুঁৱৰি শোক কৰিলে। জীয়াই থকাৰ আশা আৰু মৰণৰ আশঙ্কাৰ দোমোজাত পৰি তেওঁলোকৰ মানসিক সংঘাত মানবীয় উপলব্ধিৰ অতীত হৈছিল। সত্যসন্ধ ইনিয়াছে তেওঁলোকতকৈয়ো বেছি আতুৰ হৈ বলোদীপ্ত অৰন্টিছ আৰু এমিকাছ, লায়কাছ, জায়াছ আৰু ক্লৱেস্থাছ আদি সাহসী বন্ধুবৰ্গৰ চৰম দুৰ্ভাগ্যৰ কথা চিন্তা কৰি হুমুনিয়াহ পেলাইছিল।

তেওঁলোকৰ খোৱা-বোৱা শেষ হোৱাৰ সময়তে অমৰাৱতীৰ উচ্চতাৰ পৰা জুপিটাৰে তলফালে চাই পঠিয়ালে। তেওঁৰ দৃষ্টিগোচৰ হ'ল শুকুলা পালতৰা জাহাজেৰে শোভিত সমুদ্ৰ, সমতল ভূমি, উপকূল ৰেখা আৰু বিস্তীৰ্ণ ভূমণ্ডলৰ নৰ-নাৰীসকল। নভোমণ্ডলৰ উচ্চতম অংশত থিয় হৈ তেওঁ কাৰ্থেজৰ ফালে স্থিৰভাৱে চালে। তাৰ পিছত হঠাতে, তেওঁ এই গুৰুত্বপূৰ্ণ বিষয়সমূহ চিন্তা কৰি থাকোতে ভেনাছে তেওঁক সম্বোধন কৰিলে। গভীৰ বেদনাত তেওঁৰ চকুহাল চলচলীয়া হৈছিল। তেওঁ ক'লে, "চিৰন্তন ক্ষমতাৰে যিজনে স্বৰ্গ-মৰ্ত্যৰ অধিবাসীসকলৰ জীৱন নিয়ন্ত্ৰণ কৰে, যাৰ, বজ্ৰই আমাক ত্ৰস্তমান কৰি তোলে, হে পিতা, আপুনি কওকচোন, মোৰ অতি মৰমৰ ল'ৰা ইনিয়াছ আৰু অন্যান্য ট্ৰজানবিলাকে আপোনাক কি ইমান ডাঙৰ জগৰ লগালে? মৃত্যুৰ লগত তেওঁলোক মুখামুখি হৈছে, আৰু এতিয়া ইটালীলৈ অহাৰ কাৰণেই তেওঁলোকৰ বাবে জগতখনেই বন্ধ হৈ গ'ল। অথচ আপুনি প্ৰতিশ্ৰুতি দিছিল যে সময়ৰ সোঁতত, এদিন মানব জাতিৰ অগ্ৰগণ্য ৰোমানসকলে তেওঁলোকৰ বংশতে জন্ম গ্ৰহণ কৰিব। তেওঁলোকৰ ধমনীত প্ৰবাহিত হ'ব টিউচাৰৰ বলিষ্ঠ তেজ। তেওঁলোকে আইন প্ৰণয়ন কৰি সসাগৰা পৃথিৱী শাসন কৰিব। হে পিতৃদেৱ, এতিয়া কি কাৰণে আপুনি মত বদলাইছে? ট্ৰয় নগৰী পতন হোৱাৰ সেই ভয়ানক দুৰ্যোগৰ সময়ত আপোনাৰ এই প্ৰতিশ্ৰুতিয়েই মোৰ দুখ পাতল কৰিছিল। ট্ৰয়ৰ করুণ পৰিণতিৰ পৰাই নতুন ভাগ্যোদয় হ'ব বুলি মই পতিয়ন গৈছিলোঁ। কিন্তু বিপদৰ পিছত বিপদে জুমুৰি দি ধৰা ট্ৰজানসকলক এতিয়াও দুৰ্ভাগ্যই লগ এৰা নাই। হে ৰাজচক্ৰবৰ্তী, এই অগ্নি-পৰীক্ষাৰ

পিছত আপুনি তেওঁলোকক কি দিব? গ্ৰীকবিলাকে অৱৰোধ কৰি থকা অৱস্থাতে এণ্টিনৰে সুকৌশলে পলায়ন কৰি নিৰাপদে আড্ৰিয়াটিকৰ সিপাৰে লিবাৰ্ণিয়ানসকলে শাসন কৰা ৰাজ্যত উপনীত হ'ব পাৰিছিল। তেওঁলোক টিমাৱাছ নদীৰ উৎস পৰ্যন্ত আগ বাঢ়িব পাৰিছিল। এই নদীৰ অখন মুখেদি সাগৰৰ পানী নিম্নস্থ গহ্বৰত সৰৱে নিপতিত হয়। ফলত সমুদ্ৰৰ গৰ্জন গছ-বনে ছাটি থোৱা সমতল অঞ্চলটো মুখৰিত হয়। আৰু ইয়াতে এণ্টিনৰে ট্ৰজানসকলৰ কাৰণে এখন ৰাজ্য প্ৰতিষ্ঠা কৰিছিল। নগৰখনৰ নাম থৈছিল পাডুৱা। নগৰখনৰ অধিবাসীসকলক তেওঁ ট্ৰজান নামেৰে অভিহিত কৰি ট্ৰজান অস্ত্ৰ-শস্ত্ৰ প্ৰাচীৰত আঁৰি থৈছিল। বহু দুৰ্যোগৰ পৰা অব্যাহতি পাই এতিয়া তেওঁ তাতে সুখ-শান্তিৰে বাস কৰিছে। অথচ আমি আপোনাৰ নিজৰ সন্তান হৈয়ো, স্বৰ্গৰ দুৱাৰ পৰ্যন্ত উঠি আহিবলৈ আপোনাৰ অনুমতি পায়ো, মাত্ৰ এজনৰ ৰোষৰ কাৰণেই আজি বিষমভাৱে প্ৰতাৰিত হৈছোঁ। আমাৰ তৰীসমূহ বিধ্বস্ত আৰু ইটালীৰ পৰা বহু আঁতৰত। আপোনাৰ প্ৰতি থকা আমাৰ শ্ৰদ্ধা-ভক্তিৰ এয়ে নেকি পুৰস্কাৰ; আমাৰ প্ৰাপ্য ৰাজপদত আপুনি আমাক এইদৰেই নেকি অধিষ্ঠিত কৰিছে?"

দেৱতা আৰু মানুহৰ স্ৰষ্টাই তেওঁৰ ফালে চাই মিচিকিয়াই হাঁহিলে। যেতিয়া তেওঁ ধুমুহা বতাহ প্ৰশমিত কৰে আৰু আকাশ কৰে মেঘমুক্ত তেতিয়া তেওঁৰ মুখত এই হাঁহিটি বিৰাজ কৰে। তেওঁ জীয়েকক লাহেকৈ চুমা খাই মাত লগালে, "ছাইথেৰীয়াৰ দেৱী, ভয় নকৰিবা, তোমাৰ জাতিটোৰ ভাগ্য এতিয়াও তোমাৰ হাতত আছে, আৰু থাকিব। ইয়াৰ অন্যথা নহয়। তুমি দেখিবলৈ পাবা তোমাৰ নিজৰ এখন নগৰ আৰু লাভিনীয়াৰ প্ৰাচীৰ। কাৰণ মই প্ৰতিজ্ঞাবদ্ধ। তোমাৰ মহান সাহসী পুত্ৰ ইনিয়াছক তুমি নক্ষত্ৰৰ দৰে উচ্চ স্থানত প্ৰতিষ্ঠিত কৰিব পাৰিবা। মোৰ ইচ্ছাৰ পৰিবৰ্তন নহয়। কিন্তু এতিয়া যিহেতুকে তুমি তেওঁলোকৰ কাৰণে উৎকণ্ঠিত হৈ পৰিছা, সেইকাৰণে মই সুদূৰ ভৱিষ্যতৰ গৰ্ভত নিহিত হৈ থকা কিছুমান কথা তোমাৰ আগত বিবৃত কৰিম আৰু ভাগ্যলিপি লুটিয়াই কিছুমান গুপ্ত কথাও উন্মোচন কৰিম। জানি থোৱা যে ইনিয়াছে ইটালীত ভয়ঙ্কৰ যুদ্ধ কৰি গৰ্বিত জাতিবিলাকক সমূলঞ্চে বিনাশ কৰিব। স্বপক্ষীয় যোদ্ধাসকলৰ কাৰণে নতুন জীৱন ধাৰা উদ্ভাৱন কৰি তেওঁলোকৰ নিৰাপত্তাৰ

কাৰণে দুৰ্গ নিৰ্মাণ কৰিব। তিনিটা গ্ৰীষ্ম লাটিয়ামত ৰাজত্ব কৰি ৰুটুলিয়ান-বিলাকক পৰাজিত কৰালৈকে তিনিটা গ্ৰীষ্ম যুদ্ধশিবিৰত অতিবাহিত কৰাৰ পিছত তেওঁৰ মৃত্যু হ'ব। কিন্তু তেওঁৰ শিশু সন্তান এস্কেনিয়াছ, যাৰ আৰু এটা নাম ইয়ুলাছ, আৰু ট্ৰজান ৰাজ্য পতনৰ আগলৈকে যাৰ নাম আছিল ইলাছ, তেওঁ প্ৰতিমাহেই কলা কলাকৈ ৰাজশক্তি বৃদ্ধি কৰি সুদীৰ্ঘ ত্ৰিশ বছৰ কাল সম্পূৰ্ণ কৰিব। সক্ষম আৰু শক্তিশালী বীৰ হিচাপে তেওঁ আলবালঙ্গা নগৰ সুদৃঢ়ভাৱে নিৰ্মাণ কৰি লাভিনীয়াৰ পৰা তালৈ ৰাজধানী তুলি নিব। তাত হেক্‌টৰৰ আত্মীয়সকলৰ এটা বংশৰ হাতত ৰাজশক্তি ন্যস্ত হৈ থাকিব। তিনি শতাব্দী ধৰি ইয়াত ৰজাসকলে ৰাজত্ব কৰিব আৰু অৱশেষত এদিন ইলিয়া নামৰ পূজাৰিণী এগৰাকীৰ গৰ্ভত, মঙ্গিৰ ঔৰষত দুটি যমজ সন্তানৰ জন্ম হ'ব। কুকুৰ-নেচীয়া বাঘৰ দ্বাৰা প্ৰতিপালিত ৰঙা-মুগা বৰণৰ জকমকীয়া বাঘছাল পিন্ধা ৰমুলাছ এই বংশৰ উত্তৰাধিকাৰী হ'ব। ৰণ-দেৱতাৰ নামত তেওঁ দুৰ্গ নিৰ্মাণ কৰিব আৰু তেওঁৰ নামৰ পৰাই প্ৰজাবিলাক "ৰোমান" বুলি অভিহিত হ'ব। এই ৰোমানসকলৰ কাৰণে ৰাজ্য আৰু ৰাজত্ব কালৰ কোনো সীমাৰেখা মই নিৰূপণ কৰা নাই। তেওঁলোক অখণ্ড ভূমণ্ডলৰ অধিপতি হ'ব। আনকি স্বৰ্গ আৰু সসাগৰা পৃথিৱীত সন্ত্ৰাসৰ সূচনা কৰা ক্ৰোধোন্মতা জুনোৱেও তেওঁৰ পৰিকল্পনা সংশোধন কৰিব। আমি দুয়ো লগ লাগি দীৰ্ঘ বস্ত্ৰ পৰিহিত এই জাতিটোক লালন পালন কৰিম। কালক্ৰমত তেওঁলোক ৰোমান জাতি বুলি বিখ্যাত হ'ব আৰু হ'ব সমগ্ৰ পৃথিৱীৰ অধিপতি। এয়ে মোৰ অধ্যাদেশ। পাঁচ বছৰীয়া ব্যৱধানেৰে সময় গৈ থাকিব আৰু অৱশেষত এটা যুগ আহিব যেতিয়া আছাৰেকাছৰ বংশই থায়া আৰু সুবিখ্যাত মিছিনীসকলক বিপুল পৰাক্ৰমেৰে পৰাভূত কৰিব, তদুপৰি আৰ্গছ জয় কৰি সেই ৰাজ্যও অধিকাৰ কৰিব। আৰু তাৰ পিছত এই মহা পৰাক্ৰমী ট্ৰয় বংশত জন্ম লাভ কৰিব এজন চিজাৰে। তেওঁৰ ৰাজ্যৰ সীমা হ'ব আসমুদ্ৰ বিস্তৃত আৰু তেওঁৰ যশস্যা তাৰকাখচিত নভোমণ্ডল পৰ্যন্ত বিয়পি পৰিব। মহান পূৰ্বপুৰুষ ইয়ুলাছৰ নামেৰে জুলিয়াছ বুলি তেওঁ জনাজাত হ'ব। প্ৰতীচ্যৰ অফুৰন্ত সম্পদ হৰণ কৰা এই জুলিয়াছক সৰগলৈ আমন্ত্ৰণ জনাওঁতে এদিন তোমালোকৰ অন্তৰ প্ৰশান্তিৰে পৰিপূৰ্ণ হ'ব। তেওঁৰ প্ৰতি উদ্দিষ্ট হোৱা প্ৰাৰ্থনা শ্ৰৱণ কৰিবলৈ তেওঁকো আৱাহন কৰা হ'ব।

কেইটামান ৰক্তাক্ত শতাব্দী পাৰ হোৱাৰ পিছত তেওঁলোকে অস্ত্ৰ-শস্ত্ৰ সম্বৰণ কৰিব আৰু তেওঁলোকৰ হৃদয় দয়া-মমতাৰে পূৰ্ণ হ'ব। ৰূপালী চুলিৰ ফাই ভেনিতি, দেৱী ভেষ্টা আৰু দেৱোপম ৰমুলাছে ভায়েক ৰেমাছৰ সৈতে নতুন ৰীতি-নীতি প্ৰবৰ্তন কৰিব। ৰণৰ লৌহদ্বাৰ বন্ধ হ'ব আৰু তাৰ ভিতৰত নিৰাপদে আবদ্ধ বৈ থাকিব ধৰ্মহীন, দাৰুণ ৰক্ত-লিপ্সা, লগত থাকিব ৰাশিকৃত নিষ্ঠুৰ মাৰণাস্ত্ৰ। ৰক্তাক্ত মুখেৰে তেওঁ হুঙ্কাৰ কৰি থাকিব; কিন্তু ব্ৰঞ্জৰ শত শত শিকলিৰ বান্ধত তেওঁ পিঠিখনো লৰচৰ কৰিব নোৱাৰিব।"

এইদৰে ভৱিষ্যত বাণী কৰি তেওঁ মায়াপুত্ৰ মাৰ্কুৰীক স্বৰ্গৰ পৰা পঠিয়াই দিলে। কাৰণ ট্ৰজানসকলক স্বাগত জনাবলৈ আফ্ৰিকাৰ কাৰ্থেজ নগৰৰ সুৰক্ষিত প্ৰাচীৰৰ তোৰণ মুক্ত হৈ থাকিব লাগিব। নৱ নিৰ্দ্ধাৰিত পৰিকল্পনাৰ বিষয়ে একোকে নজনা ডিডোৱে ৰাজ্যখনত তেওঁলোকৰ উপস্থিতি নিষিদ্ধ কৰিব নোৱাৰিব। সেইদেখি ডেউকাৰে বতাহ ঠেলি মাৰ্কুৰী মহাকাশৰ মাজেদি উৰি গৈ খন্তেকতে আফ্ৰিকাৰ উপকূল পালেগৈ। তেওঁ সকলো নিৰ্দেশ পালন কৰিলে আৰু তেওঁৰ ঐশ্বৰিক ইচ্ছাত কাৰ্থেজৰ অধিবাসীসকলে বৈৰীভাৱ পৰিহাৰ কৰিলে। বিশেষকৈ তেওঁ কুঁৱৰীক ট্ৰজান-সকলৰ প্ৰতি সদয় আৰু অনুকূল কৰি তুলিলে।

ইতিমধ্যে সত্যসন্ধ ইনিয়াছে এটা নিশা ভাবি-চিন্তি কটাই দোকমোকালিৰ স্বাস্থ্যকৰ পৰিবেশত ওলাই গৈ সেই অচিন দেশখনৰ বিষয়ে অনুসন্ধান কৰিবলৈ স্থিৰ কৰিলে। ধুমুহাৰ কবলত পৰি তেওঁ কোন উপকূলত উপনীত হ'ল, সেই ঠাইত মানুহ বা হিংস্ৰ জীৱ-জন্তুৰ বসতি আছে নে নাই এই-বিলাকো লক্ষ্য কৰা তেওঁৰ উদ্দেশ্য আছিল, কাৰণ ঠাইখনত তেওঁ কোনো খেতি পথাৰ দেখা নাছিল। তাৰ পিছতহে তেওঁ বন্ধুসকলক সকলো কথা বিৱৰি ক'ব পাৰিব। বনৰাজিৰ ৰহস্যময় ছাঁয়াৰ মাজেদি তেওঁ অদৃশ্যভাৱে জাহাজৰ পৰা প্ৰস্থান কৰিলে। ওখ ওখ পাহাৰে বেৰি থোৱা অৰণ্যময় অঞ্চল অতিক্ৰম কৰি যাওঁতে লগত আছিল একমাত্ৰ একেটিছ আৰু চুডাল লৌহ ফলকযুক্ত চিকাৰত ব্যৱহাৰ কৰা বৰ্শা তেওঁৰ হাতত জোঁকাৰ খাই আছিল। অৰণ্যৰ মাজত তেওঁ মাকক লগ পালে। তেওঁ কুমাৰীসুলভ ৰূপ ধাৰণ কৰি অনুৰূপ বস্ত্ৰ পৰিধান কৰিছিল। স্পাৰ্টাৰ কোনো যুৱতী নাইবা

খে্ৰীয় হাৰপেলাইছীৰ দৰে অৱলীলাক্ৰমে অশ্বাৰোহণত কুশলী আৰু অনায়াসে হিব্ৰাছৰ নিচিনা খৰস্ৰোতা নদী অতিক্ৰম কৰিব পৰা এগৰাকী তৰুণীৰ নিচিনাকৈ তেওঁ অস্ত্ৰ ধাৰণ কৰিছিল। ব্যাধৰ দৰে তেওঁৰ কান্ধত ওলমি আছিল এখন ধনু। তেওঁৰ কেশৰাশি বতাহত হালি-জালি আছিল। তেওঁ পৰিধান কৰা বসনৰ বৈ পৰা আঁচল কোঁচ খুৰাই বান্ধি থোৱা আছিল আৰু তেওঁৰ জানুদেশ আছিল উন্মুক্ত। তেৱেঁই প্ৰথম মাত লগালে, "ডেকা ল'ৰাহঁত, বন বোন্দাৰ পখৰা ছাল এখন পিন্ধা আৰু কান্ধত ছোখৰ এটা লোৱা মোৰ ভনী এজনীক ইয়াত ঘূৰি-পকি ফুৰা আৰু ফেনৰ দৰে ফুটুকা দাগ থকা বৰা গাহৰি খেদি চিঞৰি যোৱা তোমালোকে দেখা পাইছিলানেকি? যদিহে দেখিছা, ক'ত দেখিছিলা কোৱা।"

ভেনাছে এইদৰেই কৈছিল আৰু তেওঁৰ পুতেকে উত্তৰ দিলে, "নাই, তোমাৰ ভনীয়েৰাক মই দেখা নাই। তেওঁৰ মাতো মোৰ কাণত পৰা নাই। শ্ৰদ্ধেয়া নাৰী—নহয়, তোমাক কি বুলি মই সম্বোধিম? মানুহৰ লগত তোমাৰ তনুশ্ৰীৰ তুলনা নহয়। তোমাৰ কণ্ঠস্বৰে অমৰত্ব ঘোষণা কৰিছে। দেৱী, তুমি নিশ্চয় এগৰাকী দেৱী হ'ব লাগিব, নহ'লে তুমি কোনো অপে-স্বৰীৰ আত্মীয়ানেকি? তোমাক মই মিনতি কৰিছোঁ, যেয়েই নোহোৱা তুমি আমাক অকণমান অনুগ্ৰহ কৰা, যাতে আমাৰ যন্ত্ৰণাৰ কিছু লাঘৱ হয়। কৃপা কৰি কোৱা কোন দেশৰ আকাশৰ তলত আৰু পৃথিৱীৰ কোন উপকূলত আমি উৎক্ষিপ্ত হৈছোঁহি? প্ৰচণ্ড ঘূৰ্ণী আৰু প্ৰবল তৰঙ্গৰ আঘাতে আমাক ইয়ালৈ ঠেলি লৈ আহিছে। এতিয়া ইয়াত আমি দিগ্বিদিক জ্ঞান হেৰুৱাই ভ্ৰমি ফুৰিছোঁ। আমি ক'ত আছোঁ আৰু ইয়াৰ অধিবাসীনো কোন আমি নাজানো। কোৱা, দেৱী, কোৱা। তোমাৰ বেদীত অগণন পশু বলি দিবলৈ আমি স্বীকৃত।"

ভেনাছে উত্তৰ দিলে, "তেনে সম্মান দাবী কৰা মোৰ প্ৰকৃতি নহয়। কাৰ্থেজৰ এজনী গাভৰুৱে কান্ধত টোণ লৈ, ওখকৈ ফিটা লগোৱা, চিকাৰীয়ে ব্যৱহাৰ কৰা ৰঙা ৰঙা জোতা পিন্ধি ফুৰাটো একো অস্বাভাৱিক কথা নহয়। যিখন দেশ তোমাৰ দৃষ্টি-গোচৰ হৈছে, সেই দেশৰ শাসন-কৰ্তা হ'ল টায়াৰৰ পৰা অহা ফিনিচীয় লোক। এজিনৰৰ বংশই এই দেশত ৰাজত্ব কৰিছে। এই দেশ আফ্ৰিকাৰ মাজত আৰু আফ্ৰিকানসকল

যুদ্ধত অপৰাজেয়। ভায়েকৰ ভয়ত টায়াৰৰ পৰা ইয়ালৈ পলাই অহা কুঁৱৰী ডিডোৰ পৰিচালনা আৰু পৰামৰ্শ মতে এই দেশৰ শাসন চলোৱা হয়। অন্যায় আৰু অত্যাচাৰৰ এই কাহিনী সুদীৰ্ঘ আৰু জটিল। তথাপি মই তোমাক চমুকৈ কওঁ শুনা:

"ছাইকিয়াছৰ লগত ডিডোৰ পৰিণয় হৈছিল। ফিনিচীয়ানসকলৰ ভিতৰত তেওঁ আছিল শ্ৰেষ্ঠ জমিদাৰ। কপালত দুখ আছিল কাৰণেই হয়তো ডিডোৱে তেওঁক অতিশয় ভাল পাইছিল। পিতাকে তেওঁৰ লগত বিবাহ বন্ধনত আবদ্ধ কৰাৰ সময়ত ডিডো কুমাৰী আছিল আৰু প্ৰথমবাৰৰ বাবে তেওঁৰ লগতে দৈহিক মিলন ঘটিছিল। কিন্তু তেওঁৰ পিগ্‌মেলিয়ন নামেৰে এজন ভ্ৰাতৃ আছিল আৰু সেই সময়ত তেৱেঁই টায়াৰৰ সিংহাসন অধিকাৰ কৰিছিল। জঘন্য আৰু পৈশাচিক প্ৰবৃত্তিত তেওঁক চেৰ পেলাব পৰা আৰু কোনো নাছিল। উভয়ৰে মাজত এখন মাৰাত্মক কন্দল লাগিল। ধন-সোণৰ লোভত পিগ্‌মেলিয়ন ইমান অন্ধ হৈ পৰিল যে এবাৰ যজ্ঞৰ সময়ত তেওঁ মনে মনে খাপ পিটি থাকি অতৰ্কিতে ছাইকিয়াছক আক্ৰমণ কৰিলে আৰু অতি অন্যায়ভাৱে চোৰৰ দৰে তেওঁৰ বুকুত ছুৰি বহুৱাই দিলে। পিগ্‌মেলিয়নে নিজৰ কু-কৰ্ম বহুদিন গোপন কৰি ৰাখিছিল, ভনীয়েকৰ প্ৰবল প্ৰেমৰ কথা পাহৰি গৈ তেওঁ নিৰ্মম প্ৰতাৰণা আৰু ভুৱা আশাৰে ডিডোৰ তীব্ৰ মানসিক উদ্বেগৰ ক্ষণিক অৱসান ঘটাইছিল। কিন্তু ছাইকিয়াছৰ মৃতদেহৰ তেতিয়াও সৎকাৰ হোৱা নাছিল আৰু তেওঁৰ প্ৰেতাত্মাই টোপনিত লালকাল হৈ থকা ডিডোক নিস্তেজ ছায়া-মূৰ্তিৰ দৰে দেখা দি যজ্ঞানুষ্ঠানৰ সময়ত হোৱা পাশৱিক হত্যাকাণ্ডৰ কথা প্ৰকাশ কৰি দিছিল। ছায়া-মূৰ্তিয়ে বুকুৰ ছুৰিকাঘাত প্ৰদৰ্শন কৰি ৰাজকাৰেঙৰ ভিতৰত লুকাই থকা সকলো পাপৰ কাহিনী ব্যক্ত কৰিলে। নিজৰ দেশ এৰি শীঘ্ৰে পলাই যাবলৈকো তেওঁক ক'লে। তদুপৰি তেওঁৰ যাত্ৰা সুগম কৰিবৰ কাৰণে মাটিৰ তলত পুতি থোৱা বৃজন পৰিমাণৰ ধন-সোণৰ সন্ধেদো তেওঁক দিলে।

এই সপোন দেখি ভয়ানকভাৱে মানসিক আঘাত পাই ডিডোৱে পলাই যাবলৈ আয়োজন কৰিলে। দুষ্ট ৰজাজনক ভয় কৰা আৰু অতিশয় ঘৃণা কৰা লোকসকলকো তেওঁৰ লগত ল'বলৈ স্থিৰ কৰিলে। এদিন

অতি লৰালৰিকৈ তেওঁলোক মিলিত হ'ল আৰু যাত্ৰাৰ কাৰণে সুসজ্জিত হৈ থকা জাহাজ কেইখনমানত ধন-সোণ বোজাই দিলে। কৃপণ পিগ্‌মেলিয়নৰ সাঁচি থোৱা সম্পত্তি জাহাজকেইখনৰ লগতে হেৰাল। এই বিপদজনক অভিযানৰ নেত্ৰী আছিল এগৰাকী নাৰী। তেওঁলোক আহি এই ঠাইখনেই পালেহি। নতুন নগৰ এখনৰ আকাশলঙ্ঘা প্ৰাচীৰ সৌকালে চালেই তোমালোকৰ চকুত পৰিব। এই নগৰীৰ নামেই কাৰ্থেজ আৰু দুৰ্গ নিৰ্মাণৰ কাম এতিয়াও চলি আছে। বৃষ চৰ্মৰ দ্বাৰা জোখ-মাখ কৰি এই ঠাইত মাটি কিনিছিল কাৰণে এই নগৰক "চৰ্মনগৰী"ও বোলা হয়। কিন্তু তোমালোকনো কোন, মোক কোৱাচোন? ক'ৰ পৰা তোমালোক আহিছা আৰু কোনফালেনো যাবা?"

তেওঁৰ প্ৰশ্নৰ উত্তৰত হিয়া উজাৰি গভীৰ হুমুনিয়াহ পেলাই ইনিয়াছে ক'লে, "সৰগৰ দেৱী, মই যদি আৰম্ভণিৰেপৰা আমাৰ বিপদ-বিঘিনিৰ কাহিনী ক'বলৈ লওঁ, আৰু যদি শুনিবলৈ তোমাৰ সময়ো থাকে, তেন্তে সন্ধিয়াৰ তৰাই আকাশী দুৱাৰ আৱৰি ধৰিব আৰু গোটেই দিনটো পাৰ হৈ যাব। তথাপি তেতিয়াও আমাৰ সম্পূৰ্ণ ইতিহাস শেষ ন'হব। প্ৰাচীন ট্ৰয় নগৰৰ পৰা (যদিহে সেই নাম ঘটনাক্ৰমে তোমাৰ কাণত পৰিছে) আমি অনেক অচিন সাগৰ পাৰ হৈ আহি আছিলোঁ। আৰু তেনেকুৱাতে এজাক ধুমুহা বতাহে আমাক আফ্ৰিকাৰ উপকূললৈ উটাই লৈ আহিল। মোৰ নাম ইনিয়াছ, মানুহে মোক সত্যপৰায়ণ বুলিও কয়। শত্ৰুৰ পৰা উদ্ধাৰ কৰিব পৰা গৃহদেৱতাসকলকো মই জাহাজত লৈ আহিছোঁ। মোৰ খ্যাতি দেৱলোক পৰ্যন্ত বিয়পি পৰিছে। মই আহিছোঁ ইটালী দেশৰ সন্ধানত, যি দেশত পৰম শক্তিবান জ'ভৰ পৰাই আমাৰ বংশৰ উদ্ভৱ হৈছিল। নিজৰ ভাগ্যৰ বলত আৰু মোৰ স্বৰ্গীয় জননীৰ আনুকূল্যত মই একুৰি জাহাজ লৈ ফ্ৰিজিয়ান সাগৰ পৰ্যন্ত আহিব পাৰিলোঁ। কিন্তু পছোৱা বতাহ আৰু ঢৌৰ কবলৰ পৰা মাত্ৰ সাতখন জাহাজহে উদ্ধাৰ কৰিব পাৰিছোঁ। আৰু এতিয়া মই অখ্যাতভাৱে, অভাৱগ্ৰস্ত হৈ আফ্ৰিকাৰ অৰণ্যত ভ্ৰমি ফুৰিছোঁ। এবাৰ এচিয়াৰ পৰা বিতাৰিত হোৱাৰ পিছত এতিয়া য়ুৰোপ এৰি আহিব লগা হৈছে।"

কিন্তু তেওঁৰ পৰা বেছি অভিযোগ শুনিবৰ কাৰণে ভেনাছৰ সময়

নাছিল। পুতেকৰ বিননি বন্ধ কৰি তেওঁ ক'লে, "তুমি যেয়েই নোহোৱা, অমৰাৱতীৰ অধিবাসীসকল তোমাৰ প্ৰতি বিৰূপ নহয়। অন্ততঃ সেয়ে মোৰ বিশ্বাস। তুমি এতিয়াও উশাহ-নিশাহ লৈ জীয়াই আছা আৰু টায়াৰীয়সকলৰ দেশত উপস্থিত হৈছাহি। কুইৰীৰ কাৰেঙৰ বাট-চ'ৰা নোপোৱা পৰ্যন্ত তুমি এই বাটেদি গৈ থাকা। মই তোমাক ক'ব পাৰোঁ যে বতাহৰ গতি পৰিবৰ্তন হৈছে। জাহাজৰ সৈতে তোমাৰ সঙ্গীসকল নিৰাপদে উভতি আহিছে। যদিহে এই কথা সত্য নহয় তেন্তে মোক আই-বোপায়ে শিকোৱা মঙ্গল চোৱা বিদ্যা অথলে গ'ল। তেওঁলোকে মিছাকৈয়ে মানুহৰ আগত ইমান যত্নাই ফুৰিলে। সৌ ৰাজহাঁহ বাৰটালৈ চোৱা। সিহঁতে উলাহত উৰি আহিছে। জুপিটাৰৰ ঈগল চৰাইটোৱে এইমাত্ৰ ওপৰৰ পৰা সিহঁতৰ ফালে চোঁচা মাৰি আহিছিল। আৰু আকাশত অথালি-পথালিকৈ বহু দূৰ খেদি নিলে। তত্ৰাচ তুমি চোৱাচোন, সিহঁতৰ কেইটামান উৰি আহি মাটিত পৰিছেহি, আনকেইটাই ওপৰৰ পৰা সিহঁতলৈ চাই থাকি এতিয়া নামি আহিছে। যেনেকৈ এই ৰাজহাঁহকেইটা ডেউকা কোবাই নিৰাপদে নিজৰ বাহলৈ উভতি আহিছে আৰু আনকেইটাই আকাশৰ উচ্চতাত চীৎকাৰ কৰি মুক্তভাৱে ঘূৰি ঘূৰি উৰি আছে, সেইদৰে তোমাৰো কেইখনমান জাহাজ বন্দৰত নিৰাপদে আছে আৰু আন কেইখন পোতাশ্ৰয়ৰ ওচৰ চাপিছে। সেইকাৰণে এই বাটটোৱেদি আগ বাঢ়ি গৈ থাকা।"

এয়ে আছিল ভেনাছৰ উক্তি। উভতি যোৱাৰ সময়ত তেওঁৰ সৌন্দৰ্য জিলিকি উঠিছিল। তেওঁৰ কণ্ঠ-দেশত গোলাপী আভা বিৰিঙিছিল আৰু তেওঁৰ কেশদামৰ পৰা দিব্যগন্ধ নিসৃত হৈছিল। তেওঁৰ বসনে পদযুগল আবৰি ধৰিলে। তেওঁৰ খোজ-কাটলৰ পৰাই তেওঁ যে এগৰাকী দেৱী সেই কথা প্ৰমাণিত হ'ল। ইনিয়াছে এতিয়া মাকক চিনি পালে। তেওঁ অদৃশ্য হোৱাৰ সময়ত দ্ৰুতভাৱে তেওঁক উদ্দেশ্য কৰি ক'লে, "হায়, তুমি ইমান নিৰ্মম? ছদ্মবেশেৰে এই অভিনয় কৰি কিয় তুমি নিজৰ সন্তানক বাৰে বাৰে ছলনা কৰিছা? কিয় বাৰু মই তোমাক প্ৰকাশ্যভাৱে লগ নাপাওঁ আৰু আশাশুধীয়াকৈ কথা-বাৰ্তা পাতিব নোৱাৰোঁ?"

মাকক এইদৰে ভৎ'সনা কৰি তেওঁ প্ৰাচীৰবেষ্টিত নগৰখনৰ ফালে যাবলৈ ধৰিলে। ভেনাছে দৈবিক শক্তিৰে ট্ৰজান দুজনক ডাঠ কুঁৱলিৰে আবৰি থলে, যাতে তেওঁলোকক কোনেও দেখা নাপায়। আৰু তেওঁলোকৰ যাত্ৰাও ব্যাহত নহয়, তাৰ বাবে ঘন মেঘৰ এখন আঁৰ-কাপোৰৰ সৃষ্টি কৰিলে। আকাশৰ ওপৰেদি ভেনাছে পাফছলৈ উৰা মাৰিলে। আনন্দ মনেৰে তেওঁ নিজৰ ঘৰলৈ উভতি আহিল। তাতে আছে তেওঁৰ মন্দিৰ। এই মন্দিৰৰ এশখন উমলগা বেদীত অনবৰতে ধূপ-ধুনা জ্বলি থাকে, সদ্যোপচিত কুসুমৰ মালাৰাশিয়ে অবিৰাম সুৰভি বিলায়।

ইতিমধ্যে ট্ৰজানদ্বয়ে সেই বাটটোৰেদি ক্ষিপ্ৰ গতিৰে যাবলৈ ধৰিলে। তেওঁলোকে এতিয়া এটা প্ৰকাণ্ড পাহাৰৰ ওপৰলৈ উঠি গৈছিল। এই পাহাৰৰ নামনিত থকা- নগৰখনৰ দুৰ্গ আৰু প্ৰাচীৰ আদি ওপৰৰ পৰা ভালকৈ দেখা গৈছিল। এসময়ত য'ত আছিল মাত্ৰ কিছুমান জৰাজীৰ্ণ কুটীৰ, সেই ঠাইত এতিয়া সুৰম্য অট্টালিকাৰে সৈতে এখন নগৰ গঢ়ি উঠা দেখা পাই ইনিয়াছ বিস্মিত হৈছিল। টায়াৰীয় লোকসকল ব্যস্তভাৱে ইফালে-সিফালে ঘূৰি ফুৰিছিল। কিছুমানে প্ৰাচীৰ নিৰ্মাণৰ বাবে এঢলীয়া বাটেদি কেঁকো-জেকোঁকৈ শিল কঢ়িয়াইছিল ; আন কিছুমানে ঘৰ সাজিবৰ কাৰণে একোডোখৰ ঠাই নিৰ্বাচন কৰি চাৰি সীমা চিহ্নিত কৰিছিল। তেওঁলোকৰ বছা বছা আইন, ৰাজ কৰ্মচাৰী আৰু মন্ত্ৰণাদাতাসকলে সততে শ্ৰদ্ধা আকৰ্ষণ কৰিব পাৰিছিল। এঠাইত তেওঁলোকে পোতাশ্ৰয় এটা নিৰ্মাণ কৰিবৰ কাৰণে খনন-কাৰ্য চলাইছিল, আকৌ আন এঠাইত এটা নাট্য-শালাৰ ভেটি বান্ধিছিল। ভৱিষ্যতে সাজি উলিয়াব লগা ৰঙ্গমঞ্চৰ দুয়ো কাষ শুৱনি কৰিবৰ বাবে কিছুমান সুদীৰ্ঘ স্তম্ভ তেওঁলোকে শিল কাটি নিৰ্মাণ কৰিছিল। মৌৰ সন্ধানত মৌ-মাখিয়ে ফুলেৰে ৰমকজমক হৈ থকা গ্ৰামাঞ্চলত অবিৰাম পৰিশ্ৰম কৰি উৰি ফুৰাৰ দৰেই তেওঁলোকেও একাণপতীয়াকৈ কামত লাগি আছিল। গ্ৰীষ্মৰ আৰম্ভণীৰ প্ৰশান্ত পৰিবেশত যেতিয়া সূৰুযে হিৰণ কিৰণ ঢালে, তেতিয়া মৌ-মাখিবোৰে সিহঁতৰ কৰ্মক্ষম পোৱালিবিলাকক লগত লৈ, বতাহত উৰি উৰি ওলমি থকা মৌচাকবিলাক মৌৰে পৰিপূৰ্ণ কৰে। নতুবা মৌ সংগ্ৰহ কৰি উভতি অহাবিলাকৰ পৰা মৌৰ ভাগ লৈ সিহঁতৰ ভাৰ পাতল কৰে। আৰু কেতিয়াবা কাম নকৰা

মতা মৌ-মাখিবিলাকক বাহৰ পৰা খেদিবলৈ দল বান্ধে। চাৰিওফালে মাত্ৰ এটা আলোড়ন, এটা উত্তেজনা— সেইটো হৈছে কৰ্ম ব্যস্ততা ; আৰু সুগন্ধি পাতৰ সুবাসৰ লগতে মৌৰ মাদকতা সনা সুৰভি আমোলমোলায়।

ইনিয়াছে অট্টালিকাবোৰলৈ চালে। তেওঁ আবেগেৰে ক'লে, "কি সৌভাগ্যবান জাতি! তোমালোকৰ নগৰ-প্ৰাচীৰ এতিয়াও নিৰ্মিয়মান।" অলৌকিকভাৱে কুঁৱলিৰ দ্বাৰা আবৃত হৈ তেওঁ অদৃশ্যভাৱে জন-অৰণ্যৰ মাজেদি আগ বাঢ়ি গৈ কাৰ্থেজীয়সকলৰ লগত মিলি পৰিল।

নগৰৰ মাজ ভাগত সুশীতল ছাঁয়াবিশিষ্ট এলানি গছ আছিল। ধুমুহা বতাহে দুৰ্বহ কৰি তোলা নৌ-যাত্ৰাৰ ভাগৰ নৌ পলাওঁতেই ফিনিচীয়সকলে, জুনোৱে দিব্যজ্ঞানেৰে কৰা ভৱিষ্যৎ বাণী অনুসৰি ইয়াতে এটি প্ৰতীক মাটি খান্দি উলিয়াইছিল। এই প্ৰতীকটি আছিল এটা তেজস্বী ঘোঁৰাৰ মূৰ। ই এইটোকে সূচনা কৰিছিল যে জাতিটোৱে বহু শতাব্দী জুৰি যুদ্ধ-বিগ্ৰহত সুখ্যাতি লাভ কৰিব আৰু তেওঁলোকৰ খাদ্যদ্ৰব্যৰ কোনো দিনে নাটনি নহয়। এই ঠাইতেই ফিনিচীয় কুঁৱৰী ডিডোৱে জুনোৰ প্ৰতি আগ কৰি এটি বিৰাট আৰু প্ৰশস্ত মন্দিৰ নিৰ্মাণ কৰাই আছিল। মন্দিৰৰ ভিতৰত উৎসৰ্গিত হৈছিল উৎকৃষ্ট উপচাৰ আৰু দেৱীৰ জাগ্ৰত প্ৰভাৱ তাত উপলব্ধি কৰা হৈছিল। চিৰিৰ ওপৰেদি উঠি গৈ ব্ৰঞ্জৰ দুৱাৰ-দলি পোৱা হৈছিল। চ'তিবিলাকো আছিল ব্ৰঞ্জেৰে মেৰিওৱা। ব্ৰঞ্জেৰে নিৰ্মিত দুৱাৰৰ ভৰত কব্জাবিলাকে কেৰ কেৰাইছিল। এই গছ-গছনিবিলাকৰ মাজত ইনিয়াছে এটা অদ্ভুত অভিজ্ঞতা লাভ কৰিলে। প্ৰথমবাৰৰ কাৰণে তেওঁৰ ভয়ৰ ভাৱ আঁতৰিল আৰু নিদাৰুণ বিপত্তিৰ মাজতো প্ৰথমবাৰৰ বাবে তেওঁৰ মনত জীয়াই থকাৰ আশা আৰু আত্মবিশ্বাসে ভুমুকি মাৰিলে। ৰাণীৰ কাৰণে প্ৰতীক্ষা কৰি থকা সময়ছোৱাত তেওঁ বিশাল মন্দিৰৰ অভ্যন্তৰত থকা, চাবলগীয়া সকলো বস্তুৰেই পৰিদৰ্শন কৰিলে। নগৰখনৰ সমৃদ্ধি, শিল্পীসকলৰ প্ৰতিযোগিতামূলক কাৰ্যকুশলতা আৰু তেওঁলোকৰ কামৰ উচ্চ মানদণ্ড দেখি তেওঁ মুগ্ধ হ'ল। ত্ৰুটিহীনভাৱে ট্ৰয়যুদ্ধ আৰু ইলিয়ামৰ আশে পাশে হোৱা ৰণৰ দৃশ্য তাত অঙ্কিত কৰা হৈছিল। কাৰণ তেওঁলোকৰ সুখ্যাতি ইতিমধ্যে সমগ্ৰ পৃথিৱীত বিয়পি পৰিছিল। তাত আছিল আগামেম্‌নন, মেনিলাছ আৰু প্ৰায়াম। আৰু

আছিল একিলিছ—তেওঁলোক তিনিওৰে দৰেই নিৰ্মম আৰু নৃশংস। সজল নয়নেৰে নিস্পন্দভাৱে থিয় হৈ ইনিয়াছে ক'লে, "হায় একেটিছ, পৃথিৱীত বাৰু এনে এখন দেশ আছেনে য'ত মানুহে আমাৰ দুখৰ কাহিনী শুনা নাই? চোৱা, সোৱা প্ৰায়াম। গুণীৰ গুণৰ মোল বুজা লোক ইয়াতো আছে। পাৰ্থিৱ বেদনাৰ প্ৰতি আছে অনুকম্পা আল্লায়ু মানৱৰ বাবে আছে সহানুভূতি। সকলো ভয়-সঙ্কোচ আঁতৰ কৰা। তোমালোকৰ কাহিনী ইয়াত অজ্ঞাত নহয় আৰু সেয়ে তোমালোকক ৰক্ষা কৰিব।" এয়ে আছিল তেওঁৰ উক্তি। এই ছবিখন চায়েই তেওঁৰ ভাৱনা পুষ্ট হ'ল। তেওঁ গভীৰভাৱে হুমুনিয়াহ পেলালে আৰু বিগলিত অশ্ৰুৰে তেওঁৰ মুখখনি অভিষিক্ত কৰিলে। কাৰণ তেওঁৰ মানসপটত জিলিকি উঠিছিল ট্ৰয়ৰ প্ৰাচীৰৰ চাৰিওফালে যুদ্ধ কৰি থকা উভয় পক্ষৰ সেনানীসকল, এফালেদি ট্ৰয়ৰ বীৰসকলৰ আক্ৰমণত ৰণভঙ্গ দিয়া গ্ৰীক সৈন্য আৰু আনফালে শিৰস্ত্ৰাণ পৰিহিত একিলিছে ৰথত উঠি ট্ৰজান যুঁজাৰুসকলক খেদি নিয়াৰ দৃশ্যও তেওঁৰ চকুৰ আগত ভাহি উঠিছিল। অশ্ৰুসিক্ত নয়নেৰে তেওঁ দেখা পাইছিল ৰিচাছৰ শিবিৰৰ শাৰী শাৰী শুকুলা তম্বু। ডায়মিডিছে তেওঁলোকক গুপ্ত অস্ত্ৰাতে জঘন্যভাৱে হত্যা কৰিছিল আৰু সেই নৃশংস হত্যাকাণ্ড সংঘটিত কৰি ৰক্তাক্ত হাতেৰে বায়ুবেগী অশ্বসমূহক গ্ৰীক শিবিৰলৈ খেদাই নিয়া অৱস্থাত ডায়মিডিছকো তেওঁ দেখা পাইছিল। সেই ঘোঁৰাবিলাক ট্ৰয়দেশত উপস্থিত হৈছিলহি মাথোন। সিহঁতে সেই দেশৰ ঘাঁহ এডালো অথবা জেন্থাছ নদীৰ এশোহা পানীও মুখত দিব পৰা নাছিল। আন এঠাইত দেখিছিল একিলিছ আৰু তৰুণ ট্ৰইলাছৰ যুদ্ধ। ট্ৰয়লাছ একিলিছৰ সমসৰী নাছিল আৰু প্ৰাণ-টাকি পলাই গৈছিল। তেওঁ অস্ত্ৰ-সস্ত্ৰ হেৰুৱালে, ঘোঁৰাশালো ভাগি গ'ল। শূন্য ৰথখনৰ পিছফালে তেওঁ তললৈ পিঠি দি পৰি চুচৰি গৈছিল, কাৰণ তেওঁ তেতিয়াও বল্গাডাল খামোচ মাৰি ধৰি আছিল। তেওঁৰ ডিঙি আৰু মূৰৰ চুলি ৰথখনে আকৰ্ষণ কৰিছিল আৰু পশ্চাৎমুখী বৰ্শাগ্ৰই ধূলিৰ ওপৰত ৰেখা টানিছিল। ইতিমধ্যে ট্ৰয়ৰ মুক্তকেশী পুৰনাৰীসকলৰ এটি শোকাকুল সমদল প্ৰাৰ্থনাৰ কাৰণে বাহিৰ হৈছিল। তেওঁলোকে হিয়া ভুকুৱাই, এথেনীৰ মন্দিৰত এসাজ কাপোৰ উছৰ্গা কৰিবলৈ ওলাই আহিছিল। কিন্তু দেৱী নিৰপেক্ষ নাছিল, তেওঁ

প্ৰাৰ্থনাকাৰিণীসকলৰ প্ৰতি দৃষ্টিপাত নকৰি তলমূৰা হৈ আছিল। একিলিছক আকৌ এবাৰ দেখা গৈছিল। এইবাৰ তেওঁ হেক্টৰৰ মৃতদেহ ৰথৰ পিছত বান্ধি তিনিবাৰ ট্ৰয়ৰ প্ৰাচীৰৰ চৌপাশে চোঁচোৰাই নিয়াৰ পিছত, সুবৰ্ণৰ বিনিময়ত হস্তান্তৰ কৰিবলৈ যো-জা কৰিছিল। শেষবাৰৰ কাৰণে তেওঁৰ বন্ধুৰ বৰ্ম-কবচবিহীন মৃতদেহ আৰু হাতযোৰ কৰি কাকুতি-মিনতি কৰা নিৰস্ত্ৰ প্ৰায়ামক দেখা পাই তীব্ৰ ব্যথাত হুমুনিয়াহ পেলালে। গ্ৰীক সামন্তবিলাকৰ লগত ৰণত প্ৰবৃত্ত হৈ থকা অৱস্থাত তেওঁ নিজকো দেখা পাইছিল। দিব্য অস্ত্ৰেৰে সুসজ্জিত কৃষ্ণকায় মেমননৰ অধীনত প্ৰাচ্যৰ পৰা যুদ্ধত যোগ দিবলৈ অহা সৈন্যসকলো তেওঁৰ দৃষ্টি-গোচৰ হ'ল। ৰণোন্মত্তা পেন্থিচিলীয়াও তাতে আছিল, কাঁচি জোন যেন ঢাল লোৱা আমাজনসকলৰ তেওঁ নেত্ৰী আছিল। হাজাৰ হাজাৰ সেনাৰ মাজতো তেওঁ স্বকীয় দীপ্তিৰে জিলিকি আছিল। তেওঁৰ বক্ষ আছিল উন্মুক্ত আৰু কঁকালত মৰা আছিল সোণৰ টঙালি। তেওঁ আছিল পুৰুষৰ লগত নিৰ্ভয়ে যুদ্ধ কৰিবলৈ সাহস কৰা তেজস্বিনী তৰুণী।

বিস্ময়ত অভিভূত হৈ ঐকান্তিক মনোযোগেৰে দাৰ্দানীয় ইনিয়াছে তন্ময়ভাৱে ট্ৰয়ৰ দৃশ্যবিলাক চাই থাকোতেই সৌন্দৰ্যৰ ৰাণী ডিডো সখী-সকলোৰে পৰিবৃত্তা হৈ ৰাজকীয়ভাৱে মন্দিৰৰ ভিতৰলৈ সোমাই আহিল। ইউৰটাছৰ পাৰত বা ছিন্থাছৰ ক্ৰমাবন ভূমিত নাচনীবিলাকক নচুৱাই থকা অৱস্থাত, পৰ্বতৰ হেজাৰ হেজাৰ অপেশ্বৰীৰ দ্বাৰা পৰিবৃত হৈ থকা সময়ত ডায়েনাক যি মূৰ্তিত দেখা যায়, তেওঁকো ঠিক তেনেকুৱাই দেখাইছিল। কান্ধত চোখৰ এপা ওলোমাই লৈ আহি থাকোঁতে তেওঁক অন্যান্য দেৱীতকৈ অধিক দীৰ্ঘাঙ্গিনী যেন লাগে আৰু তেনে পৰিবেশত তেওঁৰ দৰ্শন পাই লেটোনাৰ হিয়া আনন্দই নধৰা হয়। তেওঁৰ নিচিনাই আছিল ডিডো, আৰু তেওঁৰ দৰেই কুঁৱৰীয়ে উলাহেৰে খোজ দিছিল। তেওঁক বেষ্টিত কৰি আছিল এদল সহচৰীয়ে আৰু অদূৰ ভৱিষ্যতত ৰাজ্য নিৰ্মাণ সম্পূৰ্ণ কৰি তুলিবলৈ তেওঁ আগ্ৰহিনী আৰু তৎপৰা হৈছিল। মন্দিৰৰ ভিতৰত থকা গম্বুজ বিশিষ্ট দেৱীৰ পূজা-কক্ষৰ দুৱাৰথন সমুখত ৰাখি তেওঁ এখনি সিংহাসনত উপবেশন কৰিলে। তেওঁৰ চৌপাশে আছিল সশস্ত্ৰ সৈনিক। ইতিমধ্যেই তেওঁ প্ৰজাসকলৰ আগত নতুন শাসন-বিধিৰ কথা ঘোষণা

কৰিছিল। সুষম বিচাৰ-বুদ্ধিৰে নতুবা ভাগ্য-পৰীক্ষাৰ দ্বাৰা তেওঁ প্ৰজাসকলে সোধাবলগীয়া ৰাজহ আদিৰ পৰিমাণ নিৰূপণ কৰিছিল। এনেতে অকস্মাতে ইনিয়াছে দেখিবলৈ পালে যে অন্ধকাৰ ধুমুহা বতাহত সমুদ্ৰৰ মাজত ছেদেলি ভেদেলি হৈ দিহিঙে দিপাঙে যোৱা ট্ৰজানসকল এণ্টিয়াছ, ছাৰজেষ্টাছ, সাহসী ক্লএন্থাছৰ সৈতে তালৈকে সোমাই আহিছে আৰু তেওঁলোকৰ পিছে পিছে আহিছে হেজাৰ জনতা। এই দৃশ্য দেখি ইনিয়াছ আৰু একেটিছ স্তব্ধ হৈ ৰ'ল। তেওঁলোক আনন্দত উৎফুল্ল হৈছিল, অথচ উৎকণ্ঠাও কম নাছিল। বন্ধুসকলক আলিঙ্গন কৰিবলৈ তেওঁলোক ব্যাকুল হৈ পৰিছিল, কিন্তু ঘট-নাটোৰ আকস্মিকতাত তেওঁলোক বিভ্ৰান্ত হৈছিল। গতিকে তেওঁলোক যেনে আছিল তেনেকৈয়ে থাকিল। কোমল কুঁৱলিৰ আৱৰণৰ মাজৰ পৰা তেওঁলোকে সকলো লক্ষ্য কৰি আছিল, তেওঁলোকৰ সঙ্গীসকলে কোন ঠাইত জাহাজ থৈ কেনে পৰিস্থিতিৰ মাজেদি আহি কিয়নো কাৰ্থেজত উপস্থিত হ'লহি এইবিলাক কথা লাহে লাহে জানিব পাৰিব বুলি তেওঁলোকে আশা কৰিছিল। প্ৰত্যেকখন জাহাজৰ পৰা একোজনকৈ প্ৰতিনিধি কোলাহলৰ মাজেদি মন্দিৰলৈ সোমাই আহিছিল আৰু ৰাজ অনুগ্ৰহ লাভ কৰিবৰ কাৰণে কাকুতি-মিনতি কৰিবলৈ বাট চাই আছিল।

এতিয়া ট্ৰজানসকল প্ৰবেশ কৰিলে। প্ৰত্যক্ষভাৱে ৰাণীৰ আগত কথা ক'বলৈ তেওঁলোকক অনুমতি দিয়া হ'ল। শান্ত আৰু সংযতভাৱে দলটোৰ ভিতৰত বয়োজ্যেষ্ঠ ইলিয়নিয়াছেই প্ৰথমে আৰম্ভ কৰি ক'লে, "মহাৰাণী, জুপিটাৰে আপোনাক নতুন নগৰী এখন নিৰ্মাণ কৰিবলৈ অধিকাৰ প্ৰদান কৰিছে। ন্যায় বিচাৰেৰে যথেচ্ছাচাৰী উপজাতিবিলাকক শাসন কৰাৰ দায়িত্বও আপোনাক অৰ্পণ কৰিছে। আমি ট্ৰয় দেশৰ দুৰ্ভগীয়া লোক। ধুমুহা বতাহত আমি সাগৰে সাগৰে উটি-বুৰি ফুৰিছোঁ। আপোনাক কাকুতি কৰি কৈছোঁ, আমাৰ তৰীসমূহ ভয়াবহ অগ্নিশিখাৰ পৰা ৰক্ষা কৰক, আৰু এই ধৰ্মভীৰু জাতিটোৰ প্ৰতি কৃপা প্ৰদৰ্শন কৰক। আমাৰ কথা অলপ আন্তৰিকতাৰে বিবেচনা কৰক। অস্ত্ৰৰ বলত এই ৰাজ্য ধ্বংস কৰি গবাদি পশু হৰণ কৰি উপকূললৈ লৈ যাবলৈ আমি অহা নাই। পৰাভূত জাতি হিচাপে আমাৰ উদ্ধতভাৱে আক্ৰমণ কৰাৰ শক্তিও নাই। নহয়, আমাৰ তেনে কোনো উদ্দেশ্য নাই। কিন্তু গ্ৰীকবিলাকে হেস্পেৰীয়া বুলি

অভিহিত কৰা এখন দেশ আছে। পশ্চিমফালে অৱস্থিত এই প্ৰাচীন দেশখন অস্ত্ৰবলত বলীয়ান আৰু উৰ্বৰ ভূমিৰে সমৃদ্ধ। অধিবাসীসকলক ইনট্ৰিয়ান বোলা হৈছিল যদিও, তেওঁলোকৰ বংশধৰসকলে এজন নেতাৰ নাম অনুসৰি দেশখনক আজিকালি ইটালী বুলি কয়। ইটালী অভিমুখেই আমি যাত্ৰা কৰিছিলোঁ। কিন্তু হঠাতে ধুমুহাসূচক নক্ষত্ৰ কালপুৰুষৰ উদয় হোৱাত সমুদ্ৰই অশান্ত ৰূপ ধাৰণ কৰিলে। তৰাং পানীৰ তলত থকা অদৃশ্য বালিচৰত আমাৰ জাহাজ লাগি ধৰিছিল। উদ্ধত বায়ুৰ প্ৰবল বেগত আমি বিপদসঙ্কুল প্ৰস্তৰৰ কাষত উতলি থকা কোবাল ঢৌৰ কাষ চাপিছিলোঁ। এইদৰে উটি-ভাহি আহি আমি কেইজনমান আপোনাৰ উপকূলত উঠিছোঁহি। এতিয়া আমাক কওকচোন, ইয়াৰ অধিবাসীসকলনো কোন? এনেকুৱা বৰ্বৰ প্ৰথানো কোন দেশত আছে? কিয়নো ইয়ালৈ আহি আমি যি অভ্যৰ্থনা লাভ কৰিছোঁ, সেয়া শুকান বালিৰ পৰাও আশা কৰিব পাৰি। আপোনাৰ প্ৰজাসকলে আমাৰ প্ৰতি বিৰূপাচৰণ কৰি আমাক সাগৰৰ পাৰত ভৰি দিবলৈকে ঠাই দিব নোখোজে। এই অনিত্য সংসাৰৰ মানুহ আৰু অস্ত্ৰ-শস্ত্ৰৰ প্ৰতি যদি আপোনালোকৰ এধানমানো শ্ৰদ্ধা নাই, তেন্তে আপোনালোকে অন্ততঃ মনত ৰাখিব যে ন্যায়-অন্যায়ৰ পাৰ্থক্য বুজি পোৱা দেৱতাসকল এতিয়াও আছে। ইনিয়াছ আমাৰ ৰজা আছিল। ন্যায়-পৰায়ণতা, নিৰপেক্ষতা, শৌৰ্য-বীৰ্য আৰু সামৰিক বিচক্ষণতাত তেওঁক চেৰ পেলাব পৰা লোক ওলোৱা নাই। যদিহে অদৃষ্টৰ বলত তেওঁ এতিয়াও জীয়াই আছে আৰু যদিহে তেওঁক নিয়তিৰ নিৰ্মম অন্ধকাৰে এতিয়াও আৱৰিব পৰা নাই, আৰু যদিহে তেওঁ এতিয়াও মুক্ত আকাশৰ বায়ু সেৱন কৰি সুস্থ আৰু সবল হৈ আছে, তেনেহ'লে ভয়ৰ কোনো কাৰণ নাই। মৰম-প্ৰীতিৰ বিনিময়ত যদি আপুনি তেওঁৰ সমকক্ষ হ'ব খোজে, তেনেহ'লে আপুনি অনুশোচনা কৰিব লগা নহ'ব। চিচিলিতো আমাৰ কেইখনমান নগৰ আছে। তাত যুদ্ধ কৰিব পৰা সমৰ্থবান লোক আছে। ট্ৰয়ৰ ৰক্ত ধাৰণ কৰা বিখ্যাত এচেষ্টিছো তাত আছে। আৰু এতিয়া আমি উপকূলত, আমাৰ ধুমুহাত ক্ষতিগ্ৰস্ত হোৱা জাহাজবিলাক বান্ধিবলৈ আপোনাৰ অনুমতি বিচাৰিছোঁ। আপোনাৰ অৰণ্যত থকা গছ কাটি তাৰ কাঠেৰে বঠা সাজিবলৈয়ো আমাক অনুমতি লাগে। তেতিয়াহ'লে আমি ইটালী আৰু লাটিয়ামলৈ

যাত্রা কৰিব পাৰিম। আমি যদি আমাৰ ৰজা আৰু সঙ্গীবৃন্দৰ লগত পুনৰ মিলিত হৈ ইটালী অভিমুখে নাও মেলি দিব পাৰো তেন্তে আমাৰ আৰু কোনো অভিযোগ নাথাকে। কিন্তু যদিহে আমি এই অভিলাষৰ পৰা বঞ্চিত হওঁ, আৰু ট্ৰজানবিলাকৰ মহিয়সী আৰু সহৃদয়া কুঁৱৰী হৈয়ো আপুনি যদি আফ্ৰিকাৰ অটব্য অৰণ্যতে সোমাই থাকে আৰু যদি আমি ইয়ুলাছৰ মাজত জাতিৰ ভৱিষ্যৎ দেখা নাপাওঁ, তেন্তে আমি চিচিলিৰ নিকটবৰ্তী সঙ্কীৰ্ণ সমুদ্ৰলৈকে পাৰি দিব পাৰো। তাৰ পৰাই আমি ইয়ালৈ আহিছিলোঁ। আৰু তাতেই আমাৰ কাৰণে স্থান আছে। তাত এচেষ্টিছেই আমাৰ ৰজা হ'ব।" এয়ে আছিল ইলিয়নিয়াছৰ উক্তি আৰু অন্যান্য ট্ৰজানসকলে তেওঁক সৰবে সমৰ্থন জনালে।

অৱনত নয়নেৰে ডিডোৱে উত্তৰ দিলে, "ট্ৰজানসকল, ভয়-ভাবনা এৰি অলপ সুস্থিৰ হওক। জীয়াই থকাটো আমাৰ কাৰণে সহজ নহয়, তাতে এইখন নতুন ৰাজ্য। সেইকাৰণেই মই এনে কঠোৰভাৱে সতৰ্কতা অৱলম্বন কৰিছোঁ। মোৰ ৰক্ষকবিলাকে ৰাজ্যৰ সীমান্তত ব্যাপকভাৱে পহৰা দিয়ে। কিন্তু ইনিয়াছ, তেওঁৰ আত্মীয়-কুটুম্ব, ট্ৰয় নগৰ আৰু তাৰ অধিবাসীসকলৰ পৰাক্ৰম আৰু সেই যুদ্ধখনে সৃষ্টি কৰা প্ৰলয় দাবানল, —এইবিলাক কাহিনীনো কোনে নুশুনাকৈ আছে? আমাৰ টায়াৰীয় নগৰবিলাকৰ পৰা বহুতো দূৰত উদয় হোৱা সূৰ্য দেৱতাৰ কিৰণমালাৰ প্ৰখৰতা ইয়াত কমি যোৱা নাই, সেইদৰে আমাৰ বুদ্ধি-বৃত্তিও সিমান নিষ্প্ৰভ নহয়। চেটাৰ্ণে ৰাজত্ব কৰা প্ৰসিদ্ধ হেস্পেৰীয়াই হওক বা তোমালোকৰ ভৱিষ্যত শাসনকৰ্তা এচেষ্টিছৰ ইৰিক্স ৰাজ্যই হওক, তোমালোকে য'লৈকে যাব খোজা, মই তোমালোকৰ যাত্ৰাপথ যাতে সুগম হয়, তাৰ কাৰণে সকলো প্ৰকাৰে সাহায্য কৰিম। নতুবা তোমালোকে ইয়াতে মোৰ সমকক্ষৰূপে থাকিবলৈ ইচ্ছা কৰানে? মই সজাই থকা নগৰখন নিজৰ বুলি ভাবি লৈ জাহাজবিলাক পাৰত তুলি থব পাৰা। ট্ৰজান আৰু টায়াৰীয়সকলৰ মাজত ব্যৱধানৰ সৃষ্টি কৰাৰ প্ৰয়োজন নাই। কিন্তু ধুমুহা বতাহৰ কোবত তোমালোক যেনেকৈ ইয়াত উপস্থিত হৈছাহি সেইদৰে তোমালোকৰ ৰজা ইনিয়াছো অহা হ'লে মই ভাল পালোঁহেঁতেন। তেওঁ যদি আফ্ৰিকাৰ উপকূলস্থ কোনো অজান নগৰ বা অৰণ্যত সোমাই আছেহি তেন্তে তেওঁক

বিচাৰি আনিবলৈ মই এদল বিশ্বস্ত অনুচৰ বহু দূৰলৈকে পঠাই দিবলৈ সাজু আছোঁ।

কুঁৱৰীৰ কথা শুনি সাহসী একেটিছ আৰু তেওঁৰ ৰজা ইনিয়াছো উচপ্ খাই উঠিল। কুঁৱলিৰ আৱৰণৰ পৰা ওলাই যাবলৈ তেওঁলোকে বহুত আগৰে পৰাই ব্যগ্ৰ হৈ উঠিছিল। প্ৰথমে একেটিছে ইনিয়াছক সম্বোধন কৰি ক'লে, "দেৱী পুত্ৰ, আপুনি এতিয়া কি কয়? আপুনি দেখিছে যে আমি সঙ্গীসকলক জাহাজেৰে সৈতে ঘূৰাই পাইছোঁ। মাত্ৰ এজন বন্ধু ইয়াত নাই। আমি তেওঁক সাগৰৰ ঢৌৰ মাজত জাহ যোৱা দেখিছিলোঁ। আপোনাৰ মাতৃৰ ভৱিষ্যৎ বাণী ফলিয়াইছে, কাৰণ বাকী সকলোবিলাক আহিছে।" তেওঁৰ কথা শেষ নৌহওঁতেই তেওঁলোকক আবৰি থোৱা কুঁৱলিৰ আঁৰ-কাপোৰখন আঁতৰি গৈ মুকলি বতাহৰ লগত মিলি পৰিল। ইনিয়াছে তেওঁৰ গতি মন্থৰ কৰিলে। উজ্জ্বল পোহৰত তেওঁ জিলিকি উঠিল। তেওঁৰ মুখমণ্ডল আৰু স্কন্ধদেশ স্বৰ্গীয় সৌন্দৰ্যত উদ্ভাসিত হ'ল। তেওঁৰ জননীয়ে তেওঁৰ কেশৰাশি বিনন্দীয়া কৰিলে, যৌৱনৰ অপ্ৰমেয় দীপ্তিৰে তেওঁ দীপ্যমান হ'ল। তেওঁৰ নয়ন যুগল দিব্য দ্যুতিৰে জ্বলি উঠিল। সুকুমাৰ কাৰুকাৰ্যত হাতী দাঁত যেনেকৈ জিলিকি উঠে, হালধীয়া সোণত ৰূপ বা মূল্যবান পাথৰ খটুৱালে যেনেকৈ জ্বলমলনি উঠে, সেইদৰেই দিব্য জ্যোতিয়ে ইনিয়াছক জ্যোতিৰ্ময় ৰূপ দিছিল। সকলোকে বিস্মিত কৰি তেওঁ ৰাণীক সম্বোধন কৰিলে, "আপোনালোকে মোৰ বিচাৰ কৰিছে, চাওক, মই ইয়াতে আছোঁ, আপোনাৰ চকুৰ আগতে। ময়েই ট্ৰয়দেশৰ ইনিয়াছ, আফ্ৰিকাৰ সমুদ্ৰৰ ভয়াবহতাৰ পৰা মই পৰিত্ৰাণ পাইছোঁ। কুঁৱৰী, ট্ৰয়ৰ অবৰ্ণনীয় দুৰ্দশাৰ কাৰণে আপুনি চিন্তাত ব্যথিত হৈছে। এতিয়া আপুনিয়েই আমাক আপোন বুলি ভাবি নগৰত আশ্ৰয় দিব লাগিব। গ্ৰীকবিলাকৰ আক্ৰমণৰ পৰা আমি এমুঠি মাত্ৰ মানুহ সাৰি আহিছোঁ। জলে-স্থলে দুৰ্ভাগ্যত পৰি আমাৰ শৰীৰৰ সমস্ত শক্তি লুপ্ত হৈছে। সহায়ৰ কাৰণে আমি আকুল হৈ পৰিছো। ডিডো, আপোনাৰ ধলাগ ল'বলৈ আমাৰ সাধ্য নাই। ডাৰ্ডান বংশৰ কোনোবা যদি এতিয়াও এই বিপুলা পৃথিৱীৰ কোনো অংশত বিক্ষিপ্ত হৈ জীয়াই আছে, তেওঁলোকেও আপোনাৰ গুণ গাই শেষ কৰিব নোৱাৰে। সেই ক্ষমতা আমাৰ নাই।

কিন্তু যদিহে দৈব-শক্তিয়ে মানুহে কৰা ভাল কামৰ স্বীকৃতি দিয়ে, ন্যায় ধৰ্মৰ অস্তিত্ব যদি এতিয়াও ক'ৰবাত আছে, আৰু পাপ-পুণ্যৰ বিচাৰ কৰিব পৰা ঐশ্বৰিক ধীশক্তিৰ যদি অভাৱ হোৱা নাই, তেন্তে সেই শক্তিয়েই আপোনাক পুৰস্কৃত কৰিব। কেনে এখন আনন্দময় জগতত আপোনাৰ জন্ম! আপোনাৰ নিচিনা সন্তানৰ জন্ম দিব পৰা মহান জনক আৰু মহীয়সী জননী ক'ত আছিল? যিমান দিন নদ-নদীবিলাক সমুদ্ৰাভিমুখে প্ৰবাহিত হৈ থাকিব, যিমান দিন পৰ্বতৰ স্কন্ধদেশ ভাসমান ছাঁয়াই আবৃত কৰি ৰাখিব আৰু যিমান দিন নভোমণ্ডল নক্ষত্ৰখচিত হৈ বিৰাজ কৰিব, সিমান দিন আপোনাৰ প্ৰাপ্য সন্মান, প্ৰশংসা আৰু সুনাম অমৰ হৈ থাকিব, আৰু মই ৰ'লৈকে যাওঁ তাতো আপোনাৰ যশস্যা বিয়পি পৰিব।" এই বুলি কৈ তেওঁ প্ৰিয় বন্ধু ইলিয়নিয়াছৰ প্ৰতি সোঁহাত আৰু ছেৰেষ্টাছ, সাহসী জায়াছ আৰু বাহুবলী ক্লয়েন্থাছৰ প্ৰতি বাওঁহাত আগ বঢ়াই দিলে।

ইনিয়াছৰ প্ৰথম দৰ্শনত ফিনিচীয় কুঁৱৰী ডিডো বিস্মিত হৈছিল, বিশেষকৈ তেওঁৰ সীমাহীন দুৰ্দশাৰ কথা ভাবি ভয় আৰু শ্ৰদ্ধাত অভিভূত হৈছিল। তাৰ পিছত তেওঁ উত্তৰ দিলে, "দেৱী-পুত্ৰ, বিভীষিকাময় বিপৰ্যয়ৰ মাজেদি পাৰ হৈ আহোঁতে নিয়তিয়ে তোমাৰ লগ এৰা নাই। এতিয়া কিয় তুমি এই অগম্য উপকূলত ভৰি দিবলৈ বাধ্য হ'লা? তুমিয়েই সঁচাকৈয়ে সেই ইনিয়াছ নে যাক দেৱী ভেনাছে, ট্ৰয়বংশী এঙ্কাইচিচৰ ঔৰষত, ফ্ৰিজীয়া দেশৰ ছিমইছ নদীৰ পাৰত জন্ম দিছিল? মোৰ এতিয়া টিউচাৰৰ কথা মনত পৰিছে। স্বদেশৰ পৰা নিৰ্বাসিত হৈ তেওঁ ছিডনলৈ আহিছিল। মোৰ পিতা বেলাছৰ সহায়ত তেওঁ এখন নতুন ৰাজ্য প্ৰতিষ্ঠা কৰিবলৈ আগ্ৰহ প্ৰকাশ কৰিছিল। সেই সময়ত মোৰ পিতাই সমৃদ্ধ চাইপ্ৰাছ দ্বীপ জয় কৰি লুণ্ঠন-কাৰ্য চলাইছিল। তেতিয়াৰ পৰাই মই ট্ৰয় নগৰৰ প্ৰলয় কাহিনী আৰু গ্ৰীক বীৰসকলৰ সৈতে তোমাৰ নাম জানো। তোমালোকৰ শত্ৰু হ'লেও টিউছাৰে ট্ৰজানসকলক উচ্চ প্ৰশংসা কৰিছিল আৰু নিজকে প্ৰাচীন টিউক্ৰিয়ান বংশৰ বংশধৰ বুলি কৈছিল। তেন্তে সাহসী বন্ধুসকল, আহাঁক, মোৰ ঘৰলৈ ব'লা। তোমালোকৰ দৰে দুৰ্ভাগ্যই মোকো পীড়িছে আৰু দুখ-দুৰ্গতিৰ মাজলৈ ঠেলি দিছে। আৰু অৱশেষত মই এই দেশত আশ্ৰয় লৈছোঁহি। দুৰ-দৃষ্টৰ লগত মই পৰিচিত আৰু সেইকাৰণেই মই

দুৰ্দশাগ্ৰস্ত লোকক সহায় কৰিবলৈ শিকিছোঁ।" এই বুলি কৈ তেওঁ ইনিয়াছক নিজৰ কাৰেঙলৈ লৈ গ'ল। যাৱৰ সময়ত তেওঁ দেৱতাসকলৰ প্ৰতি কৃতজ্ঞতা জনাই ষোড়শোপচাৰে পূজা দিবলৈকো আদেশ দিলে। তদুপৰি তেওঁ সাগৰৰ পাৰত থকা ইনিয়াছৰ সঙ্গীসকললৈ একুৰি ষাড় গৰু, এশ খিয় নোম থকা গাহৰিৰ পিঠি, এশ নিপোটল ভেৰা ছাগলী আৰু প্ৰচুৰ সুৰাৰ প্ৰীতি-উপহাৰ প্ৰেৰণ কৰিলে। ৰাজপ্ৰাসাদৰ ভিতৰতো মহা পয়োজনৰে প্ৰস্তুতি চলিছিল। কাৰেঙৰ মাজ ভাগত অৱস্থিত বিশাল কক্ষত এটা বিৰাট ভোজৰ আয়োজন কৰা হৈছিল। চমৎকাৰ ৰঙা কাপোৰেৰে কক্ষটো সুন্দৰকৈ সজোৱা হৈছিল। মেজৰ ওপৰত আছিল প্ৰচুৰ পৰিমাণে ৰূপৰ কাঁহী-বাটি আৰু আছিল সোণৰ থাল। তাত অঙ্কিত কৰা আছিল আৰম্ভণিৰে পৰা বংশানুক্ৰমে পূৰ্বপুৰুষসকলৰ সুদীৰ্ঘ ইতিহাসৰ চিত্ৰৰূপ।

কিন্তু পুত্ৰস্নেহত ইনিয়াছৰ মন অস্থিৰ হৈ পৰিছিল। তেওঁ ততালিকে এস্কেনিয়াছক খবৰ দি জাহাজৰ পৰা লৈ আহিবলৈ একেটিছক পঠাই দিলে। এস্কেনিয়াছৰ কাৰণে তেওঁৰ চিন্তা-ভাবনাৰ অন্ত নাছিল। ট্ৰয়ৰ পতনৰ সময়ত উদ্ধাৰ কৰা কিছুমান বস্তু উপহাৰ হিচাপে লৈ আহিবলৈকো একেটিছক আদেশ দিয়া হৈছিল। তাৰে ভিতৰত আছিল সোণৰ গুণাৰে কাৰচুপি কৰা থমথমীয়া বসন। আৰু হালধীয়া ফুলৰ পাৰিৰে এখনি উত্তৰীয়। এই কাপোৰ সাজে এসময়ত হেলেনক শুৱনি কৰিছিল। মাক লিডাৰপৰা লাভ কৰা এই সুন্দৰ উপহাৰটি তেওঁ সেই আপদীয়া বিয়াখনৰ বাবে মিছিনীৰ পৰা ট্ৰয়লৈ পলাই যাওঁতে লগত লৈ গৈছিল। প্ৰায়ামৰ বৰ জীয়েক ইলিয়নিয়ে এসময়ত ব্যৱহাৰ কৰা এডাল ৰাজদণ্ড, মুনা গুটিৰ দৰে মণিৰ এধাৰ গলপতা আৰু হীৰা-মুকুতা খটোৱা সোণৰ দুভঁজীয়া মুকুট এটাও ইনিয়াছে আনিবলৈ কৈছিল।

একেটিছে আজ্ঞা পাই তুৰন্তে জাহাজৰ ফালে যাত্ৰা কৰিলে। কিন্তু ইতিমধ্যে ভেনাছে নতুন নতুন কূট-কৌশল উদ্ভাৱনা কৰি আছিল। চালে চকুৰোৱা এস্কেনিয়াছৰ ৰূপত কিউপিডকে পঠাবলৈ তেওঁ স্থিৰ কৰিলে। তেৱেঁই ডিডোক উপহাৰসমূহ দিব আৰু তাকে কৰোঁতেই তেওঁৰ অন্তৰত প্ৰেমানল জ্বলাই দিব, যাতে সেই অনলৰ শিখা তেওঁৰ শৰীৰৰ প্ৰতিডাল হাঁড় পৰ্যন্ত বিয়পি পৰে। কাৰণ ফিনিচীয়ানবিলাকে প্ৰতাৰণা কৰাৰ আশঙ্কা

থকা ঘৰখনত ইনিয়াছৰ অৱস্থা অনিশ্চিত আছিল। জুনোৰ নির্মম সঙ্কল্পৰ কথা ভাবিও তেওঁ মানসিক যন্ত্ৰণাত ছটফটাইছিল। এতিয়া সাঁজ লগাৰ সময় আহি পৰাত তেওঁৰ উৎকণ্ঠা আৰু বাঢ়িল। সেইকাৰণে তেওঁ পাখি লগা পুতেকক মাতি আনি ক'লে, "পুতাই, তয়েই মোৰ আশা-ভাৰসাৰ স্থল, মোৰ শক্তি-সামৰ্থৰ মূলতেও তয়েই। তই জুপিটাৰৰ বজ্ৰকো পৰোৱাই নকৰ। মই তোক মিনতি কৰি কৈছোঁ শুন। তোৰ ভায়েৰ ইনিয়াছ সাগৰত উটি-বুৰি কেনেকৈ ঘূৰি ফুৰিছে তই নজনা নহয়। নিৰ্দয়া জুনোৰ নিৰ্মম ৰোষত পৰি সি সাগৰৰ পাৰে পাৰে ভ্ৰমি ফুৰিছে। মোৰ সেই শোকৰ ভাগ ল'বলৈ তোৰ বাহিৰে কোন আছে? ফিনিচীয় কুঁৱৰী ডিডোৱে তাক ফুচুলাই তেওঁৰ লগত ৰাখি থ'ব খুজিছে। এতিয়া জুনোৰ অনুমতিত অনুষ্ঠিত আমোদ-প্ৰমোদৰ ফলাফল কি হয়গৈ তাকে চিন্তা কৰিহে মোৰ ভয় লাগিছে। এই সঙ্কটপূৰ্ণ সময়ছোৱাত তেওঁ যে হাত সাবটি বহি নেথাকে সেইটো নিশ্চিত। জুনোৰ উদ্দেশ্য যাতে সফল নহয় তাৰ বাবে ময়ো এটা বুদ্ধি পাঙিছোঁ। ইনিয়াছৰ প্ৰতি অতি গভীৰভাৱে প্ৰেমসক্তা হৈ কুঁৱৰী যাতে তেওঁৰ বশীভূতা হৈ পৰে আৰু কোনো দৈৱিক শক্তিয়ে যাতে তেওঁক নিবৃত্ত কৰিব নোৱাৰে তাৰবাবে মই ডিডোক কামনাৰ বহ্নি-শিখাৰে আবৰি ৰাখিব খুজিছোঁ। এয়ে হৈছে মোৰ পৰিকল্পনা আৰু তই যাতে ইয়াক ৰূপায়িত কৰিব পাৰ তাৰ বাবে মোৰ কথালৈ মনদে। পিতাক ইনিয়াছে কোমল বয়সীয়া পুতেকক আনিবলৈ মানুহ পঠাইছে। ময়ো তেওঁক অতিশয় স্নেহ কৰোঁ। আৰু এতিয়া তেওঁ ট্ৰয়ৰ পৰা উদ্ধাৰ কৰা সামগ্ৰীসমূহ উপঢৌকন হিচাপে লৈ ফিনিচীয় নগৰীলৈ যাবলৈ যো-জা কৰিছে। মোৰ মায়াত তেওঁ টোপনিত লালকাল হ'ব। তেতিয়া মই তেওঁক ছাইমেৰা বা ইডালিয়ামৰ উচ্চতাত অৱস্থিত মোৰ পৱিত্ৰ উপৱনত লুকুৱাই থ'ম। নহ'লে হয়তো তেওঁ এই ছলনাৰ কথা জানিব পাৰিব আৰু অভিনয় চলি থকা সময়তে যথাস্থানত উপস্থিত হ'বগৈ। অন্ততঃ এৰাতিৰ কাৰণে তই তেওঁৰ ৰূপ ধৰিব লাগিব। দেখাই-শুনাই তহঁতৰ মিল আছে কাৰণ তয়োতো তেওঁৰ নিচিনা ল'ৰাই। ৰাজকীয় আতিথ্যৰ আমোদ-প্ৰমোদ চলি থাকোতে যেতিয়া সুৰা পাত্ৰ উপচি পৰিব, কুঁৱৰী ডিডোৱে যেতিয়া অতি মৰমত তোক সাবটি ধৰি চুমা খাব, তই তেওঁৰ অজানিতে তেওঁৰ

শৰীৰত কামানলৰ অদৃশ্য বিষৰ শিখা সংক্ৰমিত কৰিবি।" কিউপিডে মৰমৰ মাকৰ আদেশ মানি ল'লে। তেওঁ ডেউকা দুখন কান্ধৰ পৰা খুলি থৈ, বেছ স্ফূৰ্তিৰে ইয়ুলাছৰ ভঙ্গীত খোজ চলালে। ইতিমধ্যে ভেনাছে ইয়ুলাছক প্ৰশান্ত আৰু গভীৰ নিদ্ৰাত নিমগ্ন কৰি দিব্য শক্তিৰে তেওঁক ইডালিয়ামৰ বনবেষ্টিত শিখৰলৈ উৰুৱাই লৈ গ'ল। তৰু-শীতৰ ছাঁয়াত আৰু সুগন্ধি কুসুমৰ সুবাসত তেওঁ শুই থাকিল।

কিউপিডে একান্ত বাধ্যভাৱে ৰাজকীয় উপহাৰসমূহ লৈ কাৰ্থেজ কুঁৱৰীৰ প্ৰাসাদলৈ যাত্ৰা কৰিলে। একেটিছে বাট দেখুৱাই নিয়াত তেওঁ ভাল পাইছিল। তেওঁ উপস্থিত হোৱাৰ সময়ত ৰাণীয়ে কোঠাটোৰ মাজত থকা সোণৰ আসনত বহি জিৰণি লৈছিল। ৰাজ-মৰ্যাদাসূচক এখন আঁৰ-কাপোৰে তেওঁক আবৰি আছিল। আৰু ইয়াতে ট্ৰয়ৰ সামন্ত ইনিয়াছ আৰু অন্যান্য বীৰসকল সমবেত হৈ ৰঙা কাপোৰ পাৰি থোৱা আসনত বহিছিল। পৰিচাৰকবৰ্গই তেওঁলোকক হাত ধোৱা পানী যতনাই দি খাদ্য বস্তু পৰিবেশন কৰিছিল। লগতে হাত মচিবলৈ মিহি সূতাৰ গামোচা দিছিল। প্ৰাসাদৰ আন এটা অংশত পঞ্চাশজনী লিগিৰীয়ে নিজ নিজ ঠাইত থাকি খোৱা বস্তু ৰখা আহল-বহল কোঠাবোৰত যাতে কোনো উপকৰণৰ অভাৱ নহয় তাৰ ওপৰত চকু ৰাখিছিল। তদুপৰি সিহঁতে জুহালৰ জুই দপ-দপীয়াকৈ জ্বলাই থৈছিল। প্ৰায় সমান বয়সৰ এশ লিগিৰী আৰু এশ লগুৱাই মেজত খাদ্যদ্ৰব্য সজাই থৈছিল আৰু পানীয়ৰ যোগান ধৰিছিল। নিমন্ত্ৰিত কাৰ্থেজৰ নাগৰিকসকলে উৎসৱ উপলক্ষে ৰমক-জমককৈ সজোৱা দুৱাৰেদি সোমাই ভোজ-সভাৰ ফুলাম আসনত উপবেশন কৰিছিল। ইনিয়াছে প্ৰদান কৰা উপহাৰবিলাক দেখি তেওঁলোক আচৰিত হৈছিল। ইয়ুলাছৰ ৰূপ ধৰি আবিৰ্ভাৱ হোৱা ছদ্মবেশী দেৱতাজনৰ আবেগ মধুৰ বচন-ভঙ্গীত তেওঁলোক বিস্মিত হৈছিল। ৰাজদণ্ডডাল আৰু ফুলাম হালধীয়া শেলৰ উত্তৰীয়খনি তেওঁলোকে প্ৰশংসাৰ চকুৰে চাইছিল। কিন্তু সকলোতকৈ বেছি বিচলিত হৈছিল কুঁৱৰী ডিডো। অভাগিনী ডিডো! তেওঁ জনা নাছিল যে বিধিৰ বিধান মতে মৃত্যুৱে তেওঁক চুলিত ধৰি টানিছিল আৰু তেওঁৰ উদ্দাম বাসনা অতৃপ্ত হৈয়েই আছিল। তেওঁ যিমানেই চাইছিল, সিমানেই কামনাত দগ্ধ হৈছিল। ইনিয়াছৰ কিশোৰ পুত্ৰ আৰু মনোমোহা

উপহাৰসমূহ, উভয়েই তেওঁক উতলা কৰিছিল। কিউপিডে ইনিয়াছৰ ডিডিত সাবটি ধৰি পিতাকৰ (?) প্ৰতি অন্তৰৰ মৰম উজাৰি দিছিল। তাৰ পিছত তেওঁ কুঁৱৰীৰ কাষলৈ আহিল। ডিডোৰ দৃষ্টি আৰু মন তেওঁৰ ওপৰত সম্পূৰ্ণ নিবিষ্ট হৈছিল। তেওঁ কোঁৱৰক মৰম কৰিছিল, মাজে মাজে সাবট মাৰি ধৰিছিল। বেচেৰী ডিডো, এগৰাকী পৰাক্ৰমী দেৱতাই যে তেওঁক লণ্ডিব পাৰে, সেই কথা তেওঁৰ সপোনৰো অগোচৰ আছিল। মাকৰ অভিপ্ৰায় মতে এতিয়া কিউপিডে ডিডোৰ অন্তৰৰ পৰা ছাইকিয়াছৰ স্মৃতি একেবাৰে মচি পেলালে। ইমান দিন সম্পূৰ্ণ নিষ্ক্ৰিয়ভাৱে থকা তেওঁৰ হিয়া আৰু মন পুনৰায় প্ৰেমৰ উন্মাদনাত বিহ্বল হৈ পৰিল।

অলপ সময়ৰ কাৰণে ভোজ-মেলৰ বিৰতি ঘটিল। এই অৱসৰতে মেজবিলাক চাফ-চিকুণ কৰি তাৰ ওপৰত সুৰাৰ বৃহৎ ভৃঙ্গাৰ স্থাপন কৰা হ'ল। পাত্ৰবিলাক মদিৰাৰে পৰিপূৰ্ণ হৈ আছিল। কাৰেঙৰ ভিতৰতে সকলোৰে সৰৱে কথা পাতিবলৈ ধৰিলে আৰু সুবিশাল কক্ষটোৰ প্ৰতি অংশ মুখৰিত হ'ল। সোণ-খটোৱা চিলিঙৰ পৰা বহুতো বন্তি ওলমি আছিল। তাৰ উজ্জ্বল আলোকত আন্ধাৰ আঁতৰিল। কুঁৱৰীয়ে হীৰা-মুকুতা খটোৱা সোণৰ সুৰাপাত্ৰ এটি হাতত লৈ প্ৰথমবেলাছ আৰু তেওঁৰ উত্তৰাধিকাৰীসকলে পূৰ্বে কৰাৰ দৰে অমিশ্ৰিত মদিৰাৰে পূৰ্ণ কৰিলে। সভাকক্ষ নিস্তব্ধ হ'ল আৰু তেওঁ ক'বলৈ ধৰিলে :

"জুপিটাৰ, আতিথেয়তাৰ নীতি-নিয়ম তুমিয়েই প্ৰবৰ্তন কৰিছা। ফিনিচীয় আৰু ট্ৰয়ৰ নিৰ্বাসিত লোকসকলৰ কাৰণে এই দিনটো যেন তুমি মঙ্গলময় কৰা। আমাৰ বংশধৰসকলেও যেন এই দিনটো স্মৰণ কৰে। আনন্দ-উৎসৱৰ দেৱতা বেকাছ আৰু সহৃদয়া জুনোৰ শুভাশীষ যেন আমি শিৰত ল'ব পাৰো। ফিনিচীয়সকল, তোমালোকে শুভেচ্ছা প্ৰদৰ্শন কৰাইক, আমাৰ এই সম্মিলন আনন্দেৰে উপচি পৰক।" এই বুলি কৈ তেওঁ মেজৰ ওপৰতে সুৰাৰ তৰ্পণ কৰিলে। এইদৰে নিবেদন কৰাৰ পিছত তেৱেঁই প্ৰথমে মদিৰা মুখত দি, পাত্ৰটো প্ৰতিদ্বন্দ্বিতাৰ ভঙ্গীত বিটিয়াছৰ হাতত তুলি দিলে। তেৱোঁ সঙ্কোচ নকৰি সোণৰ পাত্ৰটোৰ ফেন উঠি থকা চোকা মদখিনি শোহা মাৰি শেষ কৰি থ'লে। অন্যান্য ফিনিচীয় ৰাজপুৰুষসকলেও তাৰ পিছত মদ্যপান কৰিলে। দীৰ্ঘকেশী আয়পাছে সোণৰ

বাঁহীটি হাতত তুলি ল'লে। সুবিখ্যাত সঙ্গীত বিশাৰদ আটলাছ তেওঁৰ গুৰু আছিল। নিজ নিজ কক্ষত ভ্ৰমণ কৰি থকা জোন-বেলি, জীৱ-জন্তু, ৰবষুণ, জুই আদিৰ উৎপত্তি, ৰবষুণৰ আগলি বতৰা দিয়া স্বাতী, ৰোহিণী আদি নক্ষত্ৰ, যুগল সপ্তৰ্ষি মণ্ডল আদিৰ বিষয়ে তেওঁ গীত গাইছিল। শীতকালৰ দিনবিলাকত সূৰ্য কিয় শীঘ্ৰে সাগৰত ডুব যায় আৰু ৰাতি কিয় দীঘল হয় তাৰ কাহিনীও তেওঁ কীৰ্তন কৰিলে। ফিনিচীয়বিলাকে হৰ্ষধ্বনি কৰিলে আৰু ট্ৰজানসকলেও তাতে উজান দিলে। অভিশপ্তা ডিডোৱে নানা বিষয়ে কথা পাতি গোটেই ৰাতিটো কটাই দিলে। তেওঁৰ অন্তৰত প্ৰেম উথলি উঠিছিল। প্ৰায়াম আৰু হেক্টৰৰ বিষয়ে তেওঁ প্ৰশ্নৰ ওপৰত প্ৰশ্ন সুধিছিল। তদুপৰি, উষাপুত্ৰই কি অস্ত্ৰ লৈ ট্ৰয়লৈ আহিছিল, ডায়মিডিছৰ ঘোঁৰাহাল কেনে আছিল, একিলিছৰ আকৃতি কিমান বিশাল আছিল ইত্যাদি বিষয়ে তেওঁৰ কৌতুহলৰ শেষ নাছিল। তাৰ পিছত তেওঁ তপৰাই ক'লে, "নহয়, মোৰ সন্মানিত অতিথি, আৰম্ভণিৰ পৰা শেষলৈকে সম্পূৰ্ণ কাহিনীটো বৰ্ণনা কৰা, গ্ৰীকবিলাকে কৰা কৌশলৰ পৰিণতি হিচাপে ট্ৰয়ৰ বিপৰ্যয়ৰ কথা, জলে-স্থলে তোমাৰ সুদীৰ্ঘ সাত বছৰীয়া পৃথিৱী পৰ্যটন, এইবিলাক কথা বিবৃত কৰা।"

## দুই

## ইলিয়াছৰ কাহিনী ঃ ট্ৰয়ৰ পতন

সভাকক্ষ নিস্তব্ধ হ'ল। সকলোটিয়ে গভীৰ মনোযোগেৰে তেওঁৰফালে দৃষ্টিপাত কৰিলে। মঞ্চৰ ওপৰৰ পৰা ট্ৰয়ৰ ৰাজকুমাৰ ইনিয়াছে ক'বলৈ ধৰিলে ঃ

"কুঁৱৰী, গ্ৰীকবিলাকে কেনেকৈ বিশাল ট্ৰয় নগৰ আৰু ট্ৰয় সাম্ৰাজ্যৰ ধ্বংস সাধন কৰিলে সেই শোকাবহ কাহিনী বৰ্ণনা কৰিবলৈ যাওঁতে ভয়ত মোৰ বুকু কঁপি উঠিছে। এই বেদনাদায়ক ঘটনা মোৰ চকুৰ আগতে ঘটিছিল আৰু মই নিজে তাত ঘনিষ্ঠভাৱে জড়িত আছিলোঁ। এই কাহিনী বিবৃত কৰাৰ পিছত কোনেও চকুপানী সামৰিব নোৱাৰিব, লাগিলে তেওঁ মাৰ্মিডন বা ডলপিয়ানেই হওক, নতুবা নিদাৰুণ ইউলিচিছৰ কাহিনীত থকা কোনোবা সৈনিকেই হওক। তদুপৰি এতিয়া শেষ ৰাতিৰ সেমেকা বতাহ বলিছে। তৰাবিলাক মাৰ গৈছে আৰু এতিয়া যে বিশ্ৰামৰ সময় তাকে আমাক সোঁৱৰাই দিছে। তথাপি যদি আমাৰ আপদীয়া কাহিনী শুনিবলৈ আৰু ট্ৰয়ৰ শোকাবহ পৰিণতিৰ বিষয়ে অৱগত হ'বলৈ আপুনি ব্যগ্ৰ হৈ পৰিছে, তেতিয়া হ'লে মোৰ কাৰণে অতি যন্ত্ৰণাদায়ক হ'লেও মই সকলো কথা বিবৰি ক'ম।

বহু বছৰ ব্যাপি চলি থকা যুদ্ধত গ্ৰীক সেনাপতিসকল হতাশ আৰু জৰ্জৰিত হৈ পৰিছিল। অৱশেষত তেওঁলোকে প্ৰকাণ্ড এটা কাঠৰ ঘোঁৰা নিৰ্মাণ কৰিলে। সবল কাঠৰ তক্তাত লোহাৰ জাল মেৰিয়াই ঘোঁৰাটো সজা হৈছিল। স্বয়ং মিনাৰ্ভাই শিল্পীসকলক অনুপ্ৰাণীত কৰিছিল। নিজৰ দেশলৈ যাতে নিৰাপদে উভতি যাব পাৰে তাৰ কাৰণেই ঘোঁৰাটো উছৰ্গা কৰা হ'ব বুলি তেওঁলোকে মিছাকৈয়ে ৰটনা কৰিছিল। তাৰ পিছত তেওঁলোকে ভাগ্য-পৰীক্ষা কৰি, সকলোৰে অজ্ঞাতে ঘোঁৰাটোৰ অন্ধকাৰ গৰ্ভত বাছকবনীয়া সশস্ত্ৰ সৈনিকৰ দল এটা লুকুৱাই ৰাখিলে।

টেনিডছ নামৰ দ্বীপ এটা ট্ৰয় দেশৰ পৰা দেখা যায়। প্ৰায়ামৰ সাম্ৰাজ্যৰ যেতিয়া জয় জয় মহ মহ অৱস্থা, তেতিয়া এই দ্বীপটোও শক্তি সম্বলিত পিছ পৰা নাছিল। ইয়াৰ সুখ্যাতি আৰু বদনাম বিয়পি পৰিছিল। কিন্তু এতিয়া আৰু ইয়াৰ একো নাই। আছে মাথোন উপসাগৰখনৰ বক্ৰ উপকূল ৰেখা। তাত জাহাজৰ লঙৰ পেলোৱাও নিৰাপদ নহয়। গ্ৰীকবিলাক সাগৰেদি টেনিডছ পৰ্যন্ত গৈ তাৰ নিৰ্জন বেলাভূমিত আত্মগোপন কৰি থাকিল। তেওঁলোক অনুকূল বতাহত মিচিনীয়েদি ঘৰলৈ উভতি গ'ল বুলি আমি ভাবিছিলোঁ। সেইকাৰণে ট্ৰয়ৰ অধিবাসীসকলে যেইবা-বছৰো দুখ-কষ্ট ভোগ কৰাৰ পিছত এতিয়া স্বস্তিৰ উশাহ ল'লে। আমি নগৰৰ দুৱাৰবিলাক খুলি দিলো আৰু এসময়ত গ্ৰীক সৈন্যৰ ছাউনী থকা সাগৰৰ পাৰ এতিয়া জনশূন্য হোৱা দেখি বৰ ৰং পাইছিলোঁ। ডলপিয়ানবিলাকৰ শিবিৰ নৃশংস একিলিছৰ স্কন্ধাবাৰ, নৌ-বাহিনীৰ বন্দৰ আৰু ৰণাঙ্গন, এই সকলোবিলাকৰ পৰাই শত্ৰু আঁতৰি যোৱাত আমি সুখী হৈছিলো। আমি বহুতেই ভীতি আৰু বিস্ময়ত অভিভূত হৈ বিৰাগোম ঘোঁৰাটো লক্ষ্য কৰিছিলোঁ। চিৰকুমাৰী মিনাৰ্ভৰ প্ৰতি নিবেদিত এই উপহাৰটোৱেই আছিল আমাৰ বিনাশৰ কাৰণ। হয়তো ট্ৰয়ৰ ভাগ্য-ৰবি অস্ত গৈছিল, নতুবা হয়তো ৰাজদ্ৰোহ আচৰণ কৰি থাইমটিছেই প্ৰথমে প্ৰস্তাৱ দিছিল যে আমি এই ঘোঁৰাটো প্ৰাচীৰৰ ভিতৰলৈ টানি নি দুৰ্গৰ সমুখতে ৰাখি থোৱা উচিত। কিন্তু কেপিছকে ধৰি অন্যান্য লোক-সকলে কথাটো গভীৰভাৱে বিচাৰ কৰিছিল, কাৰণ তেওঁলোকে এয়া গ্ৰীক-বিলাকৰ কিবা কু-অভিসন্ধি হ'ব পাৰে বুলি সন্দেহ কৰিছিল। তেওঁলোকে পৰামৰ্শ দিছিল যে ঘোঁৰাটো যেনেকৈয়ে হওক ধ্বংস কৰিব লাগে। সাগৰত পেলাই দিব পাৰি, জুই লগাই পুৰি পেলাব পাৰি, নতুবা কিবা যদি ভিতৰত লুকাই থোৱা আছে, ফালি-ছিৰি বাহিৰ কৰিব পাৰি। বাকী-বিলাক মানুহে এই দুটা প্ৰস্তাৱৰ যি কোনো এটা সমৰ্থন কৰিছিল।

কিন্তু এনেতে নগৰৰ পৰা বহুতো মানুহ লগত লৈ লাওকুন মাপৰ নেজ ছিঙা বেগেৰে আগ বাঢ়ি আহিল। দূৰৰ পৰাই তেওঁ চিঞৰি চিঞৰি কৈছিল, "দুৰ্ভগীয়া বন্ধুহঁত, তোমালোকৰ নিশ্চয় মগজৰ দোষ হৈছে।

—৫

শত্ৰুবিলাক সঁচাকৈয়ে গুচি গ'ল বুলি ভাবিছানেকি? তোমালোকে বিশ্বাস কৰিব পাৰা নেকি যে গ্ৰীকবিলাকে কোনো কপট উদ্দেশ্য নথকাকৈ ইয়াত উপহাৰ এটা এৰি থৈ যাব? তোমালোকৰ ইউলিচিছক চিনিবলৈ এতিয়াও বাকী আছেনেকি? হয়তো এই কাঠৰ ঘোঁৰাটোৰ ভিতৰত কিছুমান মানুহ বন্ধ কৰি লুকাই থোৱা আছে, নহ'লে এই ঘোঁৰাটো এনে এটা বস্তু যিটোৱে আমাৰ প্ৰাচীৰ পাৰ হৈ আমাৰ ঘৰৰ ভিতৰ সোমাবগৈ, নতুবা ওপৰৰ পৰাই ট্ৰয় নগৰক বিপদত পেলাব। আমাক বিবুদ্ধি কৰিবলৈ ইয়াত কিবাকিবি লুকাই থাকিবও পাৰে। ট্ৰয়বাসীসকল, এই ঘোঁৰাটোৰ কোনো বিশ্বাস নাই। পৰিণাম যিয়েই নহওক, মই গ্ৰীকবিলাকক ভয় কৰোঁ, সিহঁতে উপহাৰ দিয়াটো আৰু বেছি ভয়ৰ কাৰণ।" এই বুলি কৈ তেওঁ মজবুত কাঠেৰে সজা ঘোঁৰাটোৰ পেটলৈ বৰ্শা মাৰি পঠিয়ালে। বৰ্শাপাত তাতে লাগি ধৰি জোঁকাৰ খাই থাকিল। এই সংঘৰ্ষত তাৰ ফোপোলা ভিতৰখনত গুমগুমনি উঠিল। যদি অদৃষ্ট আমাৰ প্ৰতি প্ৰতিকূল নহ'লহেঁতেন, যদিহে আমাৰ বিচাৰ-বুদ্ধি লোপ নেপালেহেঁতেন, তেনেহ'লে লাওকুনে কাঠ আৰু লোহা ভেদ কৰি গ্ৰীকবিলাকক খলিৰ পৰা উলিয়াই পেলালে হয়। ট্ৰয় নগৰ এতিয়াও বৰ্তি থাকিলহেঁতেন, হায়, প্ৰায়ামৰ গৌৰৱমণ্ডিত দুৰ্গ, তোমাৰ পতন নঘটিল হয়।

কিন্তু এনেতে এটা অচিনাকি ডেকাৰ হঠাতে আৱিৰ্ভাৱ হ'ল। তাৰ হাত দুখন পিছফালেদি ৰচিৰে বান্ধি থোৱা আছিল। ট্ৰয়ৰ ভেৰাৰখীয়া কিছুমানে তাক অকস্মাতে লগ পাই, বন্দী কৰি শীঘ্ৰে প্ৰায়ামৰ ওচৰলৈ চিঞৰ-বাখৰ কৰি লৈ আহিছিল। প্ৰকৃততে সি নিজে নিজেই ধৰা দিছিল, তাৰ উদ্দেশ্য আছিল ট্ৰয় নগৰখন গ্ৰীকবিলাকৰ কবলিত কৰা। মৰো-জীওঁ-সো-আধিকৈ সি অবিচলিত চিত্তেৰে, নিৰ্ভীকভাৱে আমাক প্ৰতাৰণা কৰিবলৈ আগ বাঢ়ি আহিছিল। তাক চাবৰ কাৰণে উত্ৰাৱল হৈ ট্ৰয়ৰ যুৱকসকলে হুৰমুৰ কৰি আগ বাঢ়ি আহিল আৰু তাক বেৰি ধাৰ ঠাট্টা-বিদ্ৰূপেৰে ধকা-সৰকা কৰিলে। গ্ৰীকবিলাকৰ দ্বাৰা আমি কেনেকৈ প্ৰতাৰিত হ'লো এতিয়া আপোনালোকে শুনিবলৈ পাব। এই কূট-কৌশলৰ পৰাই সিহঁত কেনেকুৱা মানুহ আপোনালোকে বুজিব পাৰিব।

বন্দীটো অসহায়ভাৱে মাজত দৰক লাগি ৰ'ল। সকলোৱে তাক

দেখা পাইছিল। তাৰ ভয়াতুৰ চকুহালৰ দৃষ্টি চাৰিওফালে থকা ট্ৰজানবিলাকৰ ওপৰত নিবদ্ধ হৈছিল। তাৰ পিছত সি ক'বলৈ ধৰিলে, "হায়, জল বা থল য'তেই হওক মোৰ কাৰণে ক'ৰবাত বাৰু অকণমান আশ্ৰয় জুটিবনে? নাই, এই চৰম দুৰ্দশাত মোৰ আৰু অন্য গতি নাই। গ্ৰীকবিলাকৰ মাজতো মোৰ ঠাই নায়েই এতিয়া দেখিছো, ট্ৰজানবিলাকো মোৰ প্ৰতি সমানে ৰুষ্ট। তেওঁৰ বদলি তেজ ল'ব নোৱাৰিলে তেওঁলোক তুষ্ট নহয়।" তাৰ এই হিয়া ভগা বিননি শুনি আমি শান্ত হ'লো, জিলো কমি গ'ল। সি ক'ব মানুহ, কিয় আহিছে আৰু কিয় আমাৰ হাতত ধৰা দিছেহি এইবিলাক প্ৰশ্ন আমি তাক ওপৰা ওপৰিকৈ সুধিবলৈ ধৰিলো। অৱশেষত তাৰ ভয় ভাগিল আৰু সি উত্তৰ দিলে, "মোৰ যি গতিয়েই নহওক, মই মহাৰাজৰ আগত সকলো কথা বিবৰি ক'ম, সঁচা কথাই কম। জয় জয়তে মই স্বীকাৰ কৰিছো যে মই গ্ৰীক জাতিৰ মানুহ, মোৰ নাম ছিনন। ভাগ্যৰ বিড়ম্বনাত মই শোকৰ উপৰি শোক পাইছো, কিন্তু সেই বুলি মই অবিশ্বাসী আৰু মিছলীয়া হ'ব নোৱাৰোঁ। পালামিডিছ নামৰ ৰজা এজনৰ নাম আপোনালোকৰ কাণত পৰিব পাৰে। যুদ্ধ-বিগ্ৰহত তেওঁৰ খ্যাতি আছে। কিন্তু তেওঁ এই ৰণৰ বিৰোধিতা কৰাৰ কাৰণে গ্ৰীকবিলাকে তেওঁক ৰাজদ্ৰোহত অভিযুক্ত কৰি অতি ঘৃণনীয়ভাবে বধ কৰিলে। অৱশ্যে এতিয়া তেওঁৰ মৃত্যুৰ পিছত তেওঁলোকে বেজাৰ কৰিছে। মোৰ বয়স তেতিয়া বৰ বেছি হোৱা নাছিল, কিন্তু সেই সময়তে পিতাই মোক পালামিডিছৰ গা-ৰখীয়া হিচাপে পঠাই দিলে, কাৰণ তেওঁ আমাৰ লগা-ভগা আছিল। যিমান দিন পালামিডিছৰ ৰাজপদ বিপন্ন হোৱা নাছিল, আৰু পৰামৰ্শদাতা ৰজা-মহাৰজাসকলৰ ওপৰত তেওঁৰ প্ৰভাৱ আছিল, সিমান দিন ময়ো অলপমান সন্মান পাইছিলো, কিন্তু ইউলিচিছৰ কূট বুদ্ধিৰ কাৰণে পালামিডিছে এই জগতৰ পৰা বিদায় ল'লে আৰু তেতিয়াৰ পৰাই মোৰো দুখৰ দিন আৰম্ভ হ'ল মোৰ নিৰ্দোষী বন্ধুৰ দুৰ্দশাত মই অকলশৰে, অজ্ঞাতে, শোক আৰু ক্লান্তিত জীয়াই থাকিব লগা হ'ল। মই কিজানি উন্মাদেই হৈছো, কাৰণ মোৰ মনৰ দুখ মনতে মাৰ নিয়াব নোৱাৰিলো। যুদ্ধত জয়লাভ কৰি ইয়াৰ পৰা স্বদেশ আৰ্গছলৈ এবাৰ উভতি যাব পাৰিলেই, সিহঁতৰ ওপৰত নিষ্ঠুৰ প্ৰতিশোধ ল'বলৈ মই প্ৰতিজ্ঞা কৰিলোঁ। ক'ব নলগা কথা কৈ

মই শত্রু বঢ়াই লওঁ। নিজৰ মৰণ প্ৰায় নিজেই মাতি আনিলোঁ, কাৰণ তেতিয়াৰ পৰাই ইউলিচিছে মোক সদায় নতুন নতুন জগৰ ধৰি ভয় খুৱাইছিল, আমাৰ সেনা-বাহিনীৰ মাজত অৰ্থব্যঞ্জনক ইঙ্গিত বিয়পাই দিছিল, আৰু মোক হত্যা কৰিবলৈ নৃশংসভাৱে কৌশল কৰিছিল। তেওঁ কেলকাছকো এই পৰিকল্পিত দুৰভিসন্ধিৰ সহযোগী নকৰালৈকে ক্ষান্ত হোৱা নাছিল। কিন্তু এতিয়া এইবিলাক কথা দোহাৰিবৰ প্ৰয়োজনেই বা কি আছে? আপোনালোকৰতো শুনিবলৈ আগ্ৰহেই নাই, মইহে এনেয়ে বলকি আছোঁ। আপোনালোকৰ মানত গ্ৰীক মাত্ৰেই একে জাতৰ। স্বাভাৱিক ধাৰণা, আৰু ময়ো গ্ৰীক জাতিৰেই মানুহ। সেই দেখি আপোনালোকে মোৰ ওপৰত পোটক তোলাৰ সময় পাৰেই হৈছে। কিন্তু ইঠাকাৰ সেই মানুহটোৱে যে কিমান ভাল পাব! আট্ৰিয়াছৰ পুতেক দুজনেও তাৰ বাবে কি নিদিব?"

পিছে ইয়াৰ ফলত আমাৰ কৌতূহল বাঢ়িলহে। তাৰ পৰা গোটেই ঘটনাটোৰ সম্ভেদ পাবলৈ আমি অধীৰ হৈ পৰিলো। গ্ৰীকবিলাকৰ অভিসন্ধি-মূলক কু-কৰ্ম যে কিমানখিনি আগ বাঢ়িব পাৰে সেই বিষয়ে আমাৰ কোনো ধাৰণা নাছিল। সি আছিল এটা নিখুঁত ভাৱৰীয়া। অলপ খুদুৰনিৰে সি পুনৰায় কৈ গ'ল:

"ইমান দীঘলীয়া যুদ্ধ এখনত ভাগৰি পৰি গ্ৰীকবিলাকে কেইবাবাৰো ট্ৰয়ৰ পৰা উভতি যাবলৈ ইচ্ছা কৰিছিল। এতিয়া মোৰ ভাব হয় সিহঁতে তাকে কৰাই ভাল আছিল। কিন্তু তাকে কৰিবলৈ যাওঁতে বিক্ষুব্ধ সাগৰে সিহঁতক বাধা দিছিল আৰু প্ৰতিকূল বতাহ'ত সিহঁত আতঙ্কিত হৈছিল। সৰল কাঠেৰে তৈয়াৰ কৰা এই ঘোঁৰাটোৰ অঙ্গ-প্ৰত্যঙ্গ গঢ়ি শেষ হোৱাৰ পিছতেই আগতকৈয়ো অধিক তীব্ৰতাৰে হুৰহুৰাই বৰষুণ আৰু ধুমুহা আহিল। অতিশয় উদ্বিগ্ন হৈ আমি ইউৰিপাইলাছক ভৱিষ্যৎ সম্পৰ্কে অৱগত হ'বলৈ এপলোৰ মন্দিৰলৈ পঠালো। ভয়াবহ দৈৱ-বাণী এটা লৈ তেওঁ তাৰ পৰা উভতি আহিল। বতৰাটো আছিল এনেকুৱা, "গ্ৰীকসকল, ট্ৰয়লৈ প্ৰথমে পাৰি দিয়াৰ সময়ত তোমালোকে এজনী গাভৰু বলি দিছিলা বাবে ধুমুহা বতাহ নহয়। এতিয়া নিৰাপদে উভতি যাবৰ কাৰণেও তোমালোকে পুনৰ ৰক্তপাত কৰিব লাগিব। এজন গ্ৰীক সৈন্যক বলি দিলেহে তোমালোকৰ মনোবাঞ্ছা পূৰ্ণ হ'ব।" এই কথা কাণত পৰাৰ লগে লগে সেনাসকল

ভয়ত শিয়ঁৰি উঠিল। বাছনিত কাৰ নাম উঠে আৰু বলি দিয়া হ'ব পাৰে, সেই বিষয়ে কোনো নিশ্চয়তা নাছিল। এনেকুৱাতে ইঠাকাৰ সেই মানুহজনে মঙ্গলতী কেলকাছক আমাৰ আগলৈ বলেৰে লৈ আহিল। কেউফালে হুলস্থুল লাগিল আৰু তেওঁ কেলকাচক দেৱতাজনৰ প্ৰত্যাদেশৰ অৰ্থ ভাঙি-পাতি ক'বলৈ বাধ্য কৰিলো। ইতিমধ্যে বহুতেই কোৱা-কুই কৰিছিল যে এই পূৰ্ব-পৰিকল্পিত কু-অভিসন্ধিৰ বলি ময়েই হ'ম, কিন্তু তেওঁলোকে মুখেৰে মাত এষাৰো নামাতি ফলাফলৰ বাবে অপেক্ষা কৰি থাকিল। দহ দিন ধৰি কেলকাছে মৌনব্ৰত ধৰিলে। কাক বলি দিয়া হ'ব সেই বিষয়ে তেওঁৰ মুখৰ পৰা এটা কথাও বাহিৰ নহ'ল। কিন্তু ইউলিচিছে নেৰানেপেৰাভাৱে সুধি থকাৰ ফল ধৰিলে। অৱশেষত মঙ্গলতীজনে মৌনব্ৰত ভঙ্গ কৰিলে আৰু বেদীত বলি দিয়াৰ কাৰণে মোকেই বাছি উলিয়ালে। সকলোৱে সম্মতি জনালে। প্ৰত্যেকেই ভাবি আছিল হয়তো তেওঁৰ তেনে দশা হ'ব পাৰে। আৰু এতিয়া আন এটা দুৰ্ভগীয়া বাছনিত উঠাত সিহঁতে সকাহ পালে। সেই ভীষণ দিনটো ওচৰ চাপি আহিল। মোক বলি দিবৰ কাৰণে সকলো যা-যোগাৰ কৰা হ'ল। তাৰ ভিতৰত আছিল কেইদালমান লোণ আৰু মূৰত বন্ধা এডাল ফিটা। শুনক, এতিয়া মই স্বীকাৰ কৰিছোঁ, মই কোনোমতে বান্ধৰ পৰা মুকলি হৈ মৰণৰ চকুত ধূলি দিবলৈ সক্ষম হ'লো, গোটেই ৰাতিটো মই বিল এখনৰ বোকাত, নল-খাগৰিৰ মাজত সোমাই থাকিলোঁ। অতি দুৰাশা হ'লেও মোৰ ধাৰণা আছিল যে সিহঁতে সোনকালে নাও মেলি দিব। মই যে কেতিয়াবা নিজৰ দেশলৈ গৈ মোৰ ঘৰ, পৰিয়াল, ল'ৰা-ছোৱালী বা চেনেহৰ পিতাক দেখিবলৈ পাম সেই আশা আৰু নাই। মই পলোৱাৰ কাৰণে মোৰ অসহায় পৰিয়ালটো মাৰি-কাটিয়েই সিহঁতে প্ৰতিশোধ ল'ব। মোৰ অপৰাধৰ কাৰণে তেওঁলোকে শাস্তি ভোগ কৰিব। হে মহাৰাজ, স্বৰ্গৰ দেৱতাসকলৰ নামত আৰু যাৰ পৰা কোনো সত্যকেই গোপন কৰিব নোৱাৰি সেই সমস্ত শক্তিৰ নামত আৰু যদিহে জগতত এতিয়াও সততা আৰু আনুগত্য বিৰাজ কৰিছে, তাৰ নামত মই আপোনাক মিনতি কৰিছোঁ মোৰ এই দুৰ্বিষহ আৰু ভয়াবহ পৰিণতিৰ কথা বিবেচনা কৰি মোৰ প্ৰতি কৃপা প্ৰদৰ্শন কৰক। মোৰ সাত শত্ৰুও যেন এনে দুৰৱস্থাত নপৰে।"

এইদৰে চকুপানী টোকাৰ কাৰণেই তাৰ জীৱন ৰক্ষা পৰিল। আমিও তাৰ কাৰণে ব্যথিত হ'লোঁ। প্ৰায়ামেই আগ বাঢ়ি আহি তাৰ হাতত কটকটীয়াকৈ বান্ধি থোৱা ৰছিডাল খুলি দিবলৈ আদেশ দিলে। তেওঁ কোমল মাতেৰে তাক ক'লে, "হেৰ, তই যিয়েই নহঁহ, ইয়াত অন্ততঃ গ্ৰীচ দেশৰ মানুহ কোনো নাই। সিহঁতৰ কথা পাহৰি যা আৰু আমাৰ নিজৰে এটা হৈ ল। এতিয়া মোৰ প্ৰশ্নৰ সঠিক উত্তৰ দিবি। এই প্ৰকাণ্ড ঘোঁৰাটো সজাৰ উদ্দেশ্য কি? কাৰ পৰামৰ্শ মতে আৰু কিহৰ নিমিত্তে ইয়াক গঢ়া হৈছিল? পূজাৰ সামগ্ৰী হিচাপেই হওক নতুবা যুদ্ধৰ যন্ত্ৰ হিচাপেই হওক, ইয়াৰ ব্যৱহাৰ কেনে ধৰণৰ?"

এয়েই আছিল প্ৰায়ামৰ প্ৰশ্ন। প্ৰতাৰণা আৰু কূট-কৌশলত বিচক্ষণ-ছিনেন সদ্যমুক্ত হাত দুখনৰ তলুৱা আকাশৰ ফালে মেলি দি ক'বলৈ ধৰিলে, "হে অনন্ত জ্যোতিৰ অধিকাৰী নক্ষত্ৰমণ্ডলী, তোমালোকক মই সাক্ষী মানিছোঁ। তোমালোকৰ মহিমা অম্লান। উৎসৰ্গিত বলিৰূপে মোৰ মূৰত মাৰি থোৱা এই পৱিত্ৰ বেষ্টনী, এই বেদী আৰু এই বীভৎস ছুৰিকা, সকলোটি মোৰ সাক্ষী হোৱা। মোৰ ওপৰত আৰোপ কৰা বাধ্য-বাধকতা-বিলাক ভঙ্গ কৰিলে মোৰ পাপ নহয়। কাৰণ গ্ৰীকবিলাকৰ ক্ষেত্ৰতহে সেই নিয়ম প্ৰযোজ্য। সিহঁতৰ প্ৰতি সঞ্চিত হৈ থকা মোৰ ঘৃণা প্ৰদৰ্শন কৰা আৰু সিহঁতে কি গোপন কৰি ৰাখিছে সেইবিলাক প্ৰকাশ কৰাও মোৰ কাৰণে পাপ নহয়। কাৰণ মোৰ নিজৰ দেশৰ ৰীতি-নীতি মতে সেইটো অপৰাধ নহয়। মই যদি প্ৰকৃত সত্যটো আপোনাৰ আগত ব্যক্ত কৰি আপোনাৰ ঋণ পৰিশোধ কৰিবলৈ উদ্যত হওঁ, তেন্তে আপোনাৰ পৰা মাত্ৰ প্ৰতিশ্ৰুতি বিচাৰিছোঁ, ট্ৰয় নগৰ যদি বিনষ্ট নহয় তেন্তে ট্ৰয়ৰ অধি-বাসীসকলে যেন কথাৰ খিলাপ নকৰি, মোৰ প্ৰতি বিশ্বাসঘাটকতা আচৰণ নকৰে।

যুদ্ধৰ আৰম্ভণিৰে পৰা মাত্ৰ পালাছৰ সহায়ৰ ওপৰতে গ্ৰীকবিলাকৰ জয়লাভ নিৰ্ভৰ কৰিছিল। কিন্তু সেইদিনা ৰাতি সততে পাপ কামত আগৰণুৱা পাষণ্ড ডায়মিডিছ আৰু ইউলিচিছে আপোনালোকৰ মন্দিৰৰ পৰা ট্ৰয়ৰ ৰক্ষা-কবচ স্বৰূপ মিনাৰ্ভাৰ মূৰ্তি অপহৰণ কৰিবলৈ প্ৰবৃত্ত হ'ল। তেওঁলোকে দুৰ্গৰ ওপৰত পহৰা দি থকা ৰক্ষীবিলাকক কচু কটা দি পৱিত্ৰ

প্ৰতিমাখনত হাত দিলে আৰু প্ৰকৃততে ৰক্তাক্ত হাতেৰে দেৱীৰ কেশবন্ধনী স্পৰ্শ কৰিলে। সেই নিশাৰ পৰাই গ্ৰীকবিলাকৰ জয়াশা বিপৰীত মুখে প্ৰবাহিত হৈ'ৰা জলধাৰাৰ দৰে অপসৃয়মান হ'ল। তেওঁলোকৰ বল-বিক্ৰম টুটি আহিল। দেৱীৰ দয়াৰ পৰা তেওঁলোক বঞ্চিত হ'ল।

কিছুমান অলৌকিক কাৰ্যৰ দ্বাৰা দেৱীয়ে নিজেই তাৰ প্ৰমাণ দিলে। গ্ৰীক শিবিৰত প্ৰতিষ্ঠা কৰাৰ সময়তে প্ৰতিমাৰ চকু দুটিৰ পৰা জুইৰ শিখা বাহিৰ হ'ল, অঙ্গ-প্ৰত্যঙ্গবিলাকেদি নুনীয়া ঘাম বৈ গ'ল আৰু তিনিবাৰ অদ্ভুতভাৱে হাতত থকা ঢাল আৰু বৰ্শাৰ কঁপনি তুলি প্ৰতিমাখন আপোন-আপুনি বেদীৰ পৰা ওপৰলৈ উঠি গ'ল। দৈৱশক্তিৰ প্ৰভাৱত কেলকাছে গ্ৰীকবিলাকক তুৰন্তে সাগৰ পাৰ হৈ পলাই যাবলৈ উপদেশ দিলে। কাৰণ তেতিয়া আৰু ট্ৰয়ৰ প্ৰাচীৰ লংঘন কৰিবলৈ গ্ৰীকবিলাকৰ শক্তি নাছিল। তেওঁলোক আৰ্গছলৈ উভতি যাব লাগিব আৰু পূৰ্বৰ দৰে পুনৰ দৈৱানুগ্ৰহৰ দ্বাৰা ৰণতৰীসমূহত অস্ত্ৰ-শস্ত্ৰ বোজাই দি পাৰি দিব লাগিব। সেই কাৰণেই এতিয়া সিহঁতে নিজৰ ঘৰ-দুৱাৰ থকা মিছিনী নগৰলৈ যাত্ৰা কৰিছে। তাতে সিহঁতে নতুনকৈ অস্ত্ৰ-শস্ত্ৰেৰে সজ্জিত হ'ব আৰু দেৱতা-সকলৰ অনুগ্ৰহ পুনৰ লাভ কৰি শীঘ্ৰে সমুদ্ৰ অতিক্ৰম কৰিব। তেওঁ-লোকৰ প্ৰত্যাবৰ্তনত আপোনালোক নিশ্চয় বিস্মিত হ'ব। আকস্মিক লক্ষণবিলাক ভালকৈ চাইচিতি কেলকাছ এই সিদ্ধান্তত উপনীত হৈছিল। তেওঁৰ উপদেশ মতেই সিহঁতে ঘোঁৰাৰ এই প্ৰতিমূৰ্তিটো গঢ়ি পালাছৰ প্ৰতিমা অপবিত্ৰ কৰাৰ ফলত হোৱা পাপৰ প্ৰায়শ্চিত্ত কৰিব খুজিছে। লগে লগে তেওঁৰ অজ্ঞাতে ইয়াক বিৰাট আকৃতি দিয়া হৈছে, সবল গছৰ সুকঠিন তক্তাৰে তৈয়াৰ কৰা হৈছে এই দৈত্যকায় ঘোঁৰা। ই ইমান ওখ যে ইয়াক কোনো এখন দুৱাৰেদি সৰকাই নিব নোৱাৰি, প্ৰাচীৰৰ ওপৰেদি পাৰ কৰি নিয়াও সম্ভৱ নহয়। তাকে কৰিব পৰা হ'লে হয়তো আপোনাৰ ধাৰ্মিক প্ৰজাসকলৰ মঙ্গল হ'লহেঁতেন। আপোনালোকৰ হাতত যদি মিনাৰ্ভাৰ প্ৰতি নিবেদিত এই কাঠৰ ঘোঁৰাটোৰ অপমানো অনিষ্ট হয় তেন্তে প্ৰায়ামৰ সাম্ৰাজ্য আৰু ট্ৰয়বাসীসকলৰ সমূলকে বিনাশ হ'ব। ভগৱানক খাটিছোঁ, কেলকাছৰ তেনে সৰ্বনাশ হওক। কিন্তু যদিহে আপো-নালোকে ধৰা ধৰি কৰি ঘোঁৰাটো নগৰৰ ভিতৰলৈ নিব পাৰে, তেন্তে

পেলগুৰ দুৰ্গ পৰ্যন্ত সমগ্ৰ এচিয়া আপোনালোকে জয় কৰিব পাৰিব। তেতিয়া আমাৰ নাতি-পুতিহঁতৰ কেনে ভাগ্য হ'ব চাওকচোন।"

ছিননৰ প্ৰতি আমাৰ বিশ্বাস উপজিল তাৰ ছলাহী কথাত আমি ভোল গলোঁ। টিডিউছৰ পুত্ৰ বা লেৰিছা নগৰৰ একিলিছেও বশীভূত কৰিব নোৱাৰা জাতি এটা তাৰ চকু পানী দেখি ফান্দত পৰিল।

কিন্তু ভূতৰ ওপৰত দানহৰ দৰে আৰু এটা ভয়ঙ্কৰ বিপদ আমাৰ কাৰণে বাট চাই আছিল। অপ্ৰত্যাশিত আঘাতত আমি বিমূঢ় হৈ পৰিলোঁ। আমি ভাগ্য-পৰীক্ষাৰ দ্বাৰা লাওকুনক নেপচুন পূজাৰীৰূপে নিৰ্বাচিত কৰিছিলোঁ। দেৱতাৰ বেদীত তেওঁ এটা নিপোটল ষাঁড় বলি দিবলৈ আয়োজন কৰিছিল। সেই সময়ত যি ঘটিল, সেই কথা মনত পৰিলেও মোৰ গাৰ নোম শিয়ঁৰি উঠে। দুটা অতিকায় নাগ টেনিডছৰ ফালৰ পৰা তৰঙ্গবিহীন সাগৰেদি সাঁতুৰি আহি আমাৰ উপকূলৰ ওচৰ পালেহি। সিহঁতে পাৰৰফালে তীব্ৰবেগে আহিছিল। সিহঁতৰ ওপৰৰ ছোৱা তেজৰঙা ফণাৰে সৈতে পানীৰ ওপৰত স্তম্ভৰ দৰে ওখ হৈ ওলাই আছিল। বাকী অংশই পিছফালে সাগৰখন তুফাল কৰি আহিছিল আৰু পাক খাই খাই পানীত ভীষণ খলকনি তুলিছিল। সিহঁতৰ জবাফুল যেন চকু দুই আঙনিৰ দৰে জ্বলি আছিল। লকলকীয়া জিভাৰে কোবাৰি চেলেকি আৰু ফোঁচ ফোঁচাই সিহঁত পাৰৰ বালিত উঠিল। সিহঁতৰ মূৰ্তি দেখি চুৰ্তি হেৰুৱাই আমি পিয়াপি দিলোঁ। সিহঁত চিধা-চিধি লাওকুণৰ ওচৰ পালেগৈ আৰু তেওঁৰ সৰু সৰু ল'ৰা দুটাক টানি টানি মেৰিয়াই ধৰি কোমল অঙ্গ-প্ৰত্যঙ্গবিলাক কামুৰি খাই পেলালে। তাৰ পিছত সিহঁতে লাওকুণক আক্ৰমণ কৰিলে। তেওঁ হাতত কিবা এটা অস্ত্ৰ লৈ ল'ৰা দুটাক ৰক্ষা কৰিব খুজিছিল। বাকলি থকা দীঘল নেজেৰে তেওঁৰ কঁকালত আৰু ডিঙিত দুপাক দি মেৰিয়াই ধৰিলে। তথাচ সিহঁতৰ শিৰ আৰু গ্ৰীবাৰ উচ্চতা হ্ৰাস পোৱা নাছিল। তেওঁ হাত দুখনেৰে পাকবিলাক খুলিবলৈ উৎক্ষিপ্তভাৱে চেষ্টা কৰিছিল। পূজাৰীসুলভ হাত দুখন নীলা গৰলেৰে পঙ্কিল হৈ পৰিছিল। কুঠাৰৰ কোবটো ভালকৈ নপৰিলে যঁাড় গৰু এটাই ডিঙিৰ পৰা অস্ত্ৰপাট জোকাৰ মাৰি এৰুৱাই, আহত দেহাৰে বেদীৰ ওপৰৰ

পৰা ঢপলিয়াই যাওঁতে যেনেকৈ গোঁজৰে তেনেঁ। সেইদৰে চিঞৰত গগন ফালিছিল। এতিয়া সাপহাল কেৰ মেৰ কৰি মমতাহীন মিনাৰ্ভাৰ মন্দিৰৰ দেৱালেদি বগাই গৈ তেওঁৰ শিলামূৰ্তিৰ পাদদেশত থকা বৃত্তাকৃতি ঢালৰ পিছফালে অদৃশ্য হৈ পৰিল। ইয়াকে দেখি সকলোৰে অন্তৰ নিদাৰুণ আতঙ্কত কঁপি উঠিল। ঘোঁৰাটোৰ গাত বৰ্শাৰে হানি লাওকুনে যি পাপ কৰিলে তাৰ ফলতেই তেওঁৰ তেনে দশা হ'ল বুলি মানুহে কোৱা কুই কৰিলে। ঘোঁৰাটোক উপযুক্ত স্থানলৈ টানি লৈ গৈ মহিমাময়ী মিনাৰ্ভাক কাকূতি-মিনতি কৰা উচিত বুলি সকলোৱে সমস্বৰে ইচ্ছা প্ৰকাশ কৰিলে।

আমি প্ৰাচীৰৰ মাজেদি বাট এটা কাটি উলিয়ালে । এতিয়া আমাৰ নগৰ অৰক্ষিত হৈ পৰিল। সকলোৱে আগ্ৰহেৰে কামত ধৰিলে। ঘোঁৰাটো সহজে টানি নিব পৰাকৈ ভৰিত চকা লগাই এডাল শনৰ বৃচি ডিঙিত বান্ধি দিয়া হ'ল। পেটত সশস্ত্ৰ সৈনিক লুকাই থকা এই মাৰাত্মক যন্ত্ৰটো আমাৰ প্ৰাচীৰৰ ওপৰেদি যাবলৈ ধৰিলে। ল'ৰা আৰু কুমাৰী ছোৱালী-বিলাকে ঘোঁৰাটো বেৰি ধৰি নাম গাইছিল আৰু ৰচিডালৰ পৰশ পালেই সিহঁতৰ কপাল খুলিব বুলি ভাবিছিল। এইদৰে গড় পাৰ হৈ দানৱটোৱে ট্ৰয় নগৰ প্ৰৱেশ কৰিলে আৰু নগৰৰ মাজ ভাগতে ভীতিপ্ৰদভাৱে ৰৈ গ'ল। হায়, ইলিয়াম, হায় ট্ৰয়ৰ গৃহদেৱতাসকল, ট্ৰয়বাসীসকলে অপূৰ্ব সাহসেৰে ৰক্ষা কৰা মোৰ স্বদেশৰ দুৰ্গ প্ৰাকাৰ। নগৰৰ কৰাপাটৰ ওচৰত ঘোঁৰাটো চাৰিবাৰ ৰৈছিল আৰু চাৰিওবাৰ তাৰ পেটৰ ভিতৰত অস্ত্ৰৰ ঝনঝননি উঠিছিল। কিন্তু আমি দেখিও নেদেখি বিমূঢ় আৰু মতিচ্ছন্ন হৈ হাত সাবটি থাকিলোঁ। আমি সেই মূৰ্ত বিভীষিকাটো টানি টানি আগ বাঢ়ি লৈ গৈ আমাৰ পবিত্ৰ দুৰ্গৰ ভিতৰত স্থাপন কৰিলো। ইষ্ট দেৱতাৰ শাপত কেছেন্দ্ৰাৰ কথাত কোনেও গুৰুত্ব নিদিছিল। তেওঁ বিধিৰ লিখনৰ কথা পুনৰ উন্মুকিয়াইছিল। কিন্তু আমি মূৰ্খহঁতে নগৰৰ প্ৰতিটি মন্দিৰ সেউজীয়া লতা-পাতেৰে সজাই আমাৰ শেষ দিনটো কটাই দিলোঁ।

ইতিমধ্যে আকাশীপটৰ পৰিবৰ্তন হ'ল। মহাসাগৰলৈ নামি অহা নৈশ অন্ধকাৰে ভূ-মণ্ডল, অন্তৰীক্ষ আৰু গ্ৰীকৰ কু অভিসন্ধি সকলোটি আবৰি ধৰিলে। ভাগৰত লালকাল হৈ ট্ৰয়ৰ অধিবাসীসকল গভীৰ নিদ্ৰাত মগ্ন হৈছিল, নগৰখন নিঃসাৰ হৈ পৰিছিল। কিন্তু সেই ক্ষণত

গ্ৰীক নৌ-বাহিনীৰ সকলো জাহাজ সুবিন্যস্তভাৱে টেনিডছৰ পৰা পূৰ্বৰ জাহাজ ৰখা ঠাইলৈ আহি আছিল। আকাশত অদৃশ্য হৈ থকা জোনটিয়েও যেন সিহঁতক গোপনতা ৰক্ষা কৰাত সহায় কৰিছিল। অকস্মাতে ৰজাৰ জাহাজখনৰ পৰা পোহৰৰ সঙ্কেত আহিল, আৰু অদৃষ্টই অন্যায়ভাৱে নিৰাপদে ৰক্ষা কৰা ছিননে সেই সময়তেই মনে মনে ঘোঁৰাটোৰ গাৰ পৰা সৰল কাঠেৰে গঢ়া অৰ্গলবিলাক খুলি ভিতৰত বন্ধ হৈ থকা গ্ৰীক-বিলাকক মুকলি কৰি দিলে। ঘোঁৰাটো মেল খাই গ'লত তেওঁলোকে মুক্ত বায়ু সেৱন কৰিব পৰা হ'ল। কাঠৰ খোৰোংটোৰ পৰা মুক্তি পাই ঠেছাণ্ড্ৰাছ আৰু ষ্টেনিলাছ নামৰ সামন্ত দুজন বং মনেৰে ওলাই আহিল। তাৰ পাছত নিৰ্দয় ইউলিচিছ ৰচি এডালত ধৰি নামি আহিল। এইদৰে একামাছ, ঠোৱাছ, পেলিউছৰ নাতি নিয়প্টলিমাছ, সমুখত মাকাওনক লৈ নিক্ৰান্ত হ'ল। মেনিলাছ আৰু কাঠৰ যন্ত্ৰটোৰ কাৰিকৰ ইপিয়াছ বাহিৰ হ'ল। মদৰ বাগীত গভীৰ নিদ্ৰাত অচেতন হৈ থকা লোকৰ সুপ্ত নগৰী-খনলৈ তেওঁলোক বাবলৈ ধৰিলে। পালি-পহৰীয়াবিলাকক হত্যা কৰা হ'ল। নগৰৰ দুৱাৰ মুকলি হৈ আছিল আৰু পূৰ্ব পৰিকল্পনা মতেই তেওঁলোকৰ সঙ্গীসকলো সোমাই আহি একগোট হ'লহি।

ৰাতিৰ এই প্ৰহৰতেই দুৰ্ভগীয়া মানুহবিলাকে নিদ্ৰাদেৱীৰ আলস্যৰ কোলাত শান্তিৰে বিশ্ৰাম লয়। ময়ো এটা সপোন দেখিছিলো। মোৰ সমুখত হেক্‌টৰ উপস্থিত হৈছিল। বিষাদত অভিভূত হৈ তেওঁ চকুপানী টুকিছিল। ৰথৰ পিছত বান্ধি চোঁচোৰাই নিয়াৰ দিনাৰ দৰেই তেওঁৰ দেহ তেজ আৰু ধূলিৰে মলিন হৈ আছিল আৰু চামৰাৰ জৰিৰে বন্ধা ঠাইত ভৰি দুটাও উখহি আছিল। আহ, তেওঁক দেখি বুকু হুমহুমাই গৈছিল। একিলিছৰ কৱচ পিন্ধি যুদ্ধৰ পৰা উভতি অহা হেক্‌টৰ, গ্ৰীক নৌ-বাহিনীত অগ্নি-সংযোগ কৰা সেই দুৰ্দ্ধৰ্ষ হেক্‌টৰ— তেতিয়াৰ লগত এতিয়াৰ কিমান প্ৰভেদ! তেওঁৰ ডাড়ি-গোঁফ অবিন্যস্ত আৰু চুলি তেজেৰে চেকুৰা বন্ধা আছিল। মাতৃভূমি ৰক্ষাৰ কাৰণে, দুৰ্গ ৰক্ষাৰ কাৰণে সংগ্ৰাম কৰোতে ক্ষত-বিক্ষত হোৱা শৰীৰ স্পষ্টভাৱে দেখা পাইছিলোঁ। সপোনত হোৱা সেই শোকাবহ সাক্ষাতত মই কান্দিছিলোঁ। আৰু কথা ক'বলৈ মোৰ ভাষা নাছিল। তথাপি কোনো মতে ময়েই প্ৰথমে মাত লগাইছিলোঁ, "ডাৰ্ডান

ভূমিৰ জ্যোতি, ট্ৰয়ৰ আশা-ভৰসাৰ স্থল, তুমি ইমান দিন আমাক এৰি ক'ত আছিলা? আমি যে তোমাৰেই প্ৰতীক্ষাত আছো। হেক্টৰ, কোন দেশৰ পৰা তুমি আহিছা? আমি ক্লান্ত, তোমাৰ বহুতো প্ৰিয়জন ৰণত পৰিল। বহুতো বিপৰ্যয় বহুতো অগ্নি-পৰীক্ষা আমাৰ মূৰৰ ওপৰেদি পাৰ হৈ গৈছে। তোমাক আকৌ দেখা পাই কি যে লাগিছে! কিন্তু তোমাৰ বাজকোঁৱৰৰ নিচিনা চেহেৰা কিয় ইমান বিলাকপভাৱে বিকৃত হৈ গ'ল? আৰু কিয় এই কতবিলাক দেখিছোঁ?" মোৰ এই নিৰৰ্থক প্ৰশ্নৰ প্ৰতি কোনো সঁহাৰি নজনাই অৱশেষত তেওঁ উচুপি উচুপি কৰুণ কণ্ঠেৰে ক'লে; "দেৱীপুত্ৰ, জলাজুইৰ মাজৰ পৰা তুমতে পলায়ন কৰা। আমাৰ প্ৰাচীৰ শত্ৰুৰ কবলত। সমগ্ৰ ট্ৰয় নগৰৰ পতন হৈছে, আমাৰ উচ্চতম দুৰ্গ ভূলুণ্ঠিত হৈছে।" প্ৰায়াম আৰু আমাৰ মৰমৰ এই নগৰখনৰ আজিয়েই শেষ দিন। যদি কোনো বলিষ্ঠ বাহুৰে নগৰ ৰক্ষা কৰিব পাৰিলেহেঁতেন তেন্তে ময়েই কৰিলোঁহেঁতেন। কিন্তু এতিয়া ট্ৰয়ৰ পৱিত্ৰতা আৰু গৃহ-বিগ্ৰহ-সকলক ৰক্ষা কৰাৰ দায়িত্ব তোমাৰ ওপৰত ন্যস্ত হৈছে। সেই সকলো লৈ তুমি অদৃষ্টৰ সম্মুখীন হোৱা। সাগৰে সাগৰে বহু দিন ভ্ৰমণ কৰি তুমি অৱশেষত তেওঁলোকৰ দৰেই মহৎ এখন নগৰ নিৰ্মাণ কৰি তাৰ প্ৰাচীৰৰ ভিতৰত তেওঁলোকক প্ৰতিষ্ঠা কৰিব পাৰিবা।" এইদৰে কৈ তেওঁ নিজ হাতেৰে মন্দিৰৰ ভিতৰৰ পৰা পৱিত্ৰ শিৰ বন্ধনী শক্তি ৰূপিনী দেৱী ভেষ্টা, আৰু তেওঁৰ চিৰ ভাস্বৰ জ্যোতি আহৰণ কৰিলে।

এতিয়া নগৰৰ মাজ ভাগৰ পৰা হুলস্থূল আৰু আৰ্তনাদৰ ধ্বনি আহি মোৰ কাণত পৰিল। মোৰ পিতা এৰাইচিছৰ বাস-ভৱন আছিল নগৰৰ পিছফালে এপাৰী গছৰ আঁৰত। কিন্তু তাতো যুদ্ধৰ কোলাহল ক্ৰমে তীব্ৰ হৈ আহিছিল, আৰু ভয়াবহভাৱে ধ্বনিত প্ৰতিধ্বনিত হৈছিল। মই চক খাই সাৰ পালোঁ আৰু ঘৰৰ চালৰ আটাইতকৈ ওখ অংশত থিয় হৈ গভীৰ মনোযোগেৰে শুনিবলৈ ধৰিলোঁ। ধুমুহা বতাহ মৰাৰ সময়ত শস্য ক্ষেত্ৰত জুই লাগিলে নাইবা প্ৰবল পৰ্বতীয়া বানপানীয়ে অভি কষ্টেৰে চাষবাই কৰা, চালে চকু ৰোৱা খেতিৰ ফচল মহতিয়াই নিলে যেনে শব্দ হয় ঠিক তেনে শব্দই মই শুনিবলৈ পাইছিলোঁ। বানপানীয়ে হাবি-বন ভাঙি আনে আৰু দুই-এজন ভেড়াৰখীয়াই ওখ শিল বা টিলাৰ ওপৰত

উঠি অসহায় বিস্ময়ত বন্যাৰ বিপুল গৰ্জন শুনি থাকে। এতিয়া আৰু সন্দেহৰ কোনো অৱকাশ নাছিল। গ্ৰীকবিলাকে আমাক কেনেকৈ প্ৰতাৰিত কৰিলে সেই কথা এতিয়া জল্ জল্ পট্ পট্ কৈ ওলাই পৰিছিল। ডেই-ফবাছৰ বিশাল ভৱন ভস্মীভূত হৈ সশব্দে বাগৰি পৰিছিল। তাৰ কাষত থকা ইউকেলিডানৰ ঘৰতো জুই লাগিছিল। চিজিয়ামৰ বিস্তীৰ্ণ উপ-সাগৰখনো জুইৰ পোহৰত জিলিকি উঠিছিল। তুমুল কলৰব হৈছিল আৰু ৰণভেৰী বাজিছিল। মই প্ৰায় বুদ্ধিভ্ৰংশ হৈ হাতত অস্ত্ৰ লৈছিলোঁ। মোৰ যে যুদ্ধৰ কিবা আঁচনি আছিল এনে নহয়, মাথোন এদল সৈন্য গোটাই, মোৰ সঙ্গীসকলৰ সৈতে মিলিত হৈ আত্মৰক্ষাৰ কাৰণে সুবিধাজনক ঠাই এডোখৰত যুঁজ কৰিবলৈ মই অতিশয় ব্যগ্ৰ হৈ পৰিছিলোঁ। খঙত মই ইমান ক্ষিপ্ত হৈ পৰিছিলো যে মোৰ সিদ্ধান্ত লোৱাৰ সময় নাছিল। যুদ্ধত মৃত্যু-বৰণ কৰা যে গৌৰৱজনক সেয়েহে মাত্ৰ মোৰ মনত আছিল।

কিন্তু এনেতে এপালো মন্দিৰৰ পূজাৰী অৰট্ৰিছতনয় পেন্থাছ আহি উপস্থিত হ'ল। গ্ৰীকবিলাকে নিক্ষেপ কৰা অস্ত্ৰৰ জাউৰি অতিক্ৰম কৰি তেওঁ আমাৰ ঘৰৰফালে উন্মত্তভাবে লৰি আহিছিল তেওঁ এহাতে নাতিয়েকক ধৰিছিল আৰু আনটো হাতত আছিল বিগ্ৰহ আৰু কোষা অৰ্ঘা আদি পৱিত্ৰ পাত্ৰ। মই চীৎকাৰ কৰি ক'লো, "পেন্থাছ, কোন ঠাই বেছি বিপন্ন? আমি ক'ত শত্ৰুৰ বিৰুদ্ধে থিয় দিম?" মোৰ কোৱা প্ৰায় শেষ নৌ-হওঁতেই তেওঁ হুমুনিয়াহ পেলাই উত্তৰ দিলে, "আমাৰ ডাৰ্ডান ভূমিৰ আজিয়েই শেষ দিন। এই মুহূৰ্ত্তত আমাৰ কোনো প্ৰচেষ্টা সফল নহয়। ট্ৰয় জাতি আৰু নাই, ইলিয়ামো নাই। টিউকৰীয় বংশৰ সুখ্যাতি শেষ হৈ গ'ল। এতিয়া আৰ্গছে সকলো অধিকাৰ কৰিছে। এয়ে জুপিটাৰৰ নিদাৰুণ অভিলাষ। গ্ৰীকবিলাকে আমাৰ নগৰ জয় কৰি জ্বলাই দিছে। বিৰাটকায় ঘোঁৰাটো আমাৰ দুৰ্গৰ ওচৰত এতিয়াও উচ্চ স্তম্ভৰ দৰে থিয় হৈ আছে। তাৰ ভিতৰৰ পৰা সশস্ত্ৰ সৈনিকৰ সোঁত বলিছে। বিজয় গৌৰৱত মত্ত হৈ ছিননে ধ্বংসৰ অগনি বিয়পাই দিছে। মিছিনী সাম্ৰাজ্যৰ পৰা অহা হাজাৰ হাজাৰ সৈনিকৰ বিৰাট বাহিনী এটা নগৰৰ দুৱাৰ মুখতে গোট খাই আছে। আনবিলাকে নগৰৰ সংকীৰ্ণ পথসমূহ হাতত উদ্যত অস্ত্ৰ লৈ পহৰা দিছে। সিহঁতে থাপৰ পৰা উলিয়াই লোৱা শাৰী শাৰী তৰোৱালৰ জিলমিলাই

থকা লোহাৰ জোংবিলাক হ’গাৰ কাৰণে প্ৰস্তুত কৰি ৰাখিছে একেবাৰে আগত থকা প্ৰহৰীবিলাককেহে বাধা দিয়াৰ প্ৰয়াসেৰে অন্ধভাৱে যুদ্ধ কৰিছে।”

পেন্থাছৰ কথা শুনি আৰু দৈৱৰ দ্বাৰা প্ৰণোদিত হৈ মই জ্বলা জুই আৰু যুদ্ধৰ ফালে চোঁচা মাৰি গ’লোঁ। প্ৰতিশোধ লোৱাৰ তীব্ৰ বাসনা আৰু প্ৰবল কোলাহলে মোক পৰিচালিত কৰিছিল। ইতিমধ্যে জোনৰ পোহৰত ছাঁয়া-মূৰ্তিৰ দৰে অহা ৰিফিয়াছ আৰু বাহুবলী ইপিটাছ আহি মোৰ লগ লাগিল। তেওঁলোকৰ লগত হাইপানিছ, ডাইমাছ আৰু তৰুণ কৰিবাছো আছিল। তেওঁলোক সকলোটি মোৰ সহায় হ’ল। কৰিবাছ আছিল মিগ্‌দনৰ পুত্ৰ। তেওঁ কেইদিনমানৰ আগতেহে ট্ৰয়লৈ আহিছিল। কেছেন্দ্ৰাৰ প্ৰেমত পৰি তেওঁ উদ্‌ভ্ৰান্ত হৈছিল। প্ৰায়াম আৰু ট্ৰয়ৰ অধিবাসী-সকলক সাহায্য কৰি তেওঁ কেছেন্দ্ৰাক লাভ কৰিব পাৰিব বুলি আশা কৰিছিল। কিন্তু ৰাজকন্যাৰ সাৱধান-বাণীলৈ কৰ্ণপাত নকৰাৰ ফলত তেওঁৰ সৰ্বনাশ হৈছিল। নিৰ্ভয় মনেৰে যুদ্ধ কৰিবলৈ অহা এই সাহসী সৈনিক-সকলক সংঘবদ্ধ হোৱা দেখি মই ক’লোঁ, “বীৰসকল, আপোনালোকৰ অসীম সাহস আছে। কিন্তু এই সাহস এতিয়া আমাৰ কামত নাহে। আনকি এই দুঃসাহসী অভিযানৰ শেষ সীমা পৰ্যন্ত উৎসাহেৰে অগ্ৰসৰ হ’ব পাৰিলেও, আমাৰ কোনো লাভ নহয়। তোমালোকে স্বচক্ষুৰে দেখিছা আমাৰ ভাগ্য-বিপৰ্যয়ৰ দৃশ্য যিসকল দেৱতাৰ বলত আমি আজিলৈকে বলীয়ান হৈ আছিছো তেওঁলোকৰ বেদী আজি শূন্য। মন্দিৰবিলাকো আজি শত্ৰুৱে অধিকাৰ কৰিছে। যিথন নগৰ তোমালোকে উদ্ধাৰ কৰিব খুজিছা সেই নগৰ ইতিমধ্যে লেলিহান অগ্নিশিখাই আগুৰি ধৰিছে। বৰ্শাৰ ব্যূহৰ মাজত প্ৰৱেশ কৰি আমি মৃত্যু বৰণ কৰিব লাগিব। আমাৰ যে উদ্ধাৰৰ কোনো উপায় নাই তাকে উপলব্ধি কৰিব পাৰিলেহে আমি ৰক্ষা পৰিব পাৰো।”

এই কথাই তেওঁলোকৰ গৰ্বিত হৃদয়ত দুৰ্জয় শক্তিৰ সঞ্চাৰ কৰিলে। ডাঠ কুঁৱলিৰ মাজেদি, ক্ষুধাৰ তীব্ৰ জ্বালাত, বাট-পথ নমনি স্থিতি উভতি অহাৰ কাৰণে পেটৰ পোৱণিৰে বাট চাই থকা পোৱালিবিলাকক এৰি চিকাৰ বিচাৰি যোৱা বাঘৰ দৰেই, আমি শত্ৰুৰ সশস্ত্ৰ বাধা অতিক্ৰম কৰি আন্ধাৰ পথেদি ট্ৰয়ৰ মাজ ভাগলৈ বাবলৈ ধৰিলোঁ।

সেই ভয়ঙ্কৰ নিশাটোৰ হত্যালীলা আৰু মৃত্যুৰ তাণ্ডৱ বৰ্ণনা কৰিবলৈ কাৰো ক্ষমতা নাই। সেই নিদাৰুণ মৃত্যু-যন্ত্ৰণাৰ জগত খাপ খোৱাকৈ হয়তো কোনেও কান্দিবও নোৱাৰিব। এখন প্ৰাচীন নগৰৰ পতন হৈছিল। যুগ যুগ ধৰি শাসন কৰি থকা এখন সাম্ৰাজ্যৰ অৱসান ঘটিছিল। য'লৈকে চকু যায় তাতেই পৰি আছিল মৃতদেহৰ স্তূপ। ৰাজপথত, বাসগৃহত আৰু আনকি সকলোৱে ভক্তিৰে মূৰ দোঁৱোৱা মন্দিৰৰ খটখটীত, সকলোতে আছিল মাথোন নিস্প্ৰাণ দেহ। অকল যে ট্ৰজানবিলাকেই তেজৰ আহুতি দিছিল এনে নহয়, পৰাজিত হোৱা সত্বেও সময়ত তেওঁলোকে পৰাক্ৰমৰ পৰিচয় দিছিল আৰু তেতিয়া বিজয়ী গ্ৰীকৰো পতন হৈছিল। সহস্ৰ ৰূপত মৃত্যু দৃশ্যমান হৈছিল, সকলোকালে বিৰাজ কৰিছিল নিদাৰুণ যন্ত্ৰণা আৰু বিভীষিকা।

আমাৰ দলটোক প্ৰথমে এণ্ড্ৰজিয়ছেই দেখা পাইছিল। গ্ৰীক সৈন্যৰ শক্তিশালী বাহিনী এটা লৈ তেওঁ আমাৰ সন্মুখত উপস্থিত হৈছিল। এটা অসতৰ্ক ক্ষণত তেওঁ আমাক নিজৰ পক্ষৰ লোক বুলিয়েই ভুল কৰিছিল। আনকি তেওঁ আমাক বন্ধুভাবে সম্বোধন কৰি কৈছিল, "লৰালৰি কৰহঁক, সঙ্গীবৃন্দ, এইদৰে অলসভাৱে পলম কৰিছা কিয়? ইতিমধ্যে ট্ৰয়ত জুই জ্বলিছে আৰু আমি ধুমধাম লুটপাট কৰিছোঁ। তোমালোক এতিয়াহে জাহাজৰ পৰা নামিছানেকি?" কিন্তু তেওঁৰ প্ৰশ্নৰ সমুচিত উত্তৰ দিয়া নহ'ল। অৱশ্যে কোৱাৰ লগে লগেই বুজিব পাৰিলে যে তেওঁ শত্ৰুৰ আগত পৰিছে। তেওঁ চক খাই পিছ হুহকি গ'ল আৰু কথা কোৱা বন্ধ কৰিলে। গছ-বনৰ মাজত লুকাই থকা সাপ এটা গচক মাৰি দিলে সাপটোৱে খঙত যেতিয়া নীলা ডিঙি ফুলাই ফেট তুলি ধৰে তেতিয়া মানুহজনে উচপ খাই ভয়ত পিছুৱাই যায়। সেইদৰে এণ্ড্ৰজিয়ছেও আমাক দেখি ভয়ত পিছ হুহকিবলৈ চেষ্টা কৰিছিল। কিন্তু আমি আক্ৰমণ কৰিলো! আমাৰ আক্ৰমণত সিহঁত বিব্ৰত হৈ পৰিল। সিহঁতে বাট-পথ ভালকৈ চিনি পোৱা নাছিল সেই কাৰণে সিহঁত আতঙ্কিত হ'ল। আমি সিহঁতক কাটি-মাৰি শেষ কৰিলোঁ। আৰু আমাৰ প্ৰচেষ্টা জয়যুক্ত হ'ল। এই সাফল্যত উল্লসিত হৈ কৰিবিয়াছে ক'লে, "বন্ধুসকল, এইয়া, সৌভাগ্যৰ প্ৰথম সঙ্কেত। আমি নিশ্চয় বিজয়ী হৈ নিৰাপত্তা লাভ কৰিব পাৰিম। ভাগ্যৰ আনুকূল্যই আমাক পৰিচালনা কৰিব। আমি গ্ৰীকবিলাকৰ ঢালবিলাক হাতত লম আৰু সিহঁতৰ চাপৰাছবিলাক পিন্ধিম।

শত্ৰুক প্ৰতাৰণা কৰিলে দোষ নাই। ছলে-বলে-কৌশলে শত্ৰুক পৰাজিত কৰাই আমাৰ কৰ্তব্য। তাৰ ওপৰত কাৰ মাত আছে। গ্ৰীকবিলাকেই এতিয়া আমাৰ আৱশ্যকীয় অস্ত্ৰ-শস্ত্ৰৰ যোগান ধৰিব।" এই বুলি কৈ তেওঁ এণ্ড্ৰজিয়ছৰ পানী লগা শিৰস্ত্ৰাণ আৰু বংশ-মৰ্যাদা চিহ্নিত ঢালেৰে নিজকে সজ্জিত কৰিলে। গ্ৰীক তৰোৱালখন তেওঁ কঁকালত বান্ধি ল'লে। বিকিয়াছ, ডাইমাছকে ধৰি আমাৰ সঙ্গীসকলে তেওঁৰ আদৰ্শকে অনুসৰণ কৰি নৱ উদ্দীপনাৰে পৰাজিত শত্ৰুৰ কৱচ আৰু অস্ত্ৰ-শস্ত্ৰ ধাৰণ কৰিলে।

এতিয়া আমি গ্ৰীকবিলাকৰ লগত মিলি গ'লোঁ আৰু নতুন দেৱতাৰ শৰণ ললোঁ। গভীৰ অন্ধকাৰৰ সুবিধা লৈ আমি আক্ৰমণ কৰি বহুতো গ্ৰীকক প্ৰেতপুৰীলৈ প্ৰেৰণ কৰিলোঁ। আনবিলাক পলাই শিয়াপি দিলে আৰু নিৰাপত্তাৰ কাৰণে সাগৰৰ পাৰৰকালে লৰি গৈ জাহাজৰ কাষ চাপিলেগৈ। কিছুমান কিন্তু নিতান্ত ভীৰু আছিল আৰু সিহঁত পুনৰ ঘোঁৰাটোৰ আহল বহল খোৰোংটোৰ ভিতৰত সোমাই আগৰ দৰেই লুকাই থাকিল

অতিশয় পৰিতাপৰ কথা যে যেতিয়া দেৱ-দেৱীসকলেও মানুহৰ আনুগত্য অস্বীকাৰ কৰে তেতিয়া তেওঁলোকৰ ওপৰত আস্থা স্থাপন কৰা উচিত নহয়। আমাৰ চকুৰ আগতে প্ৰায়ামৰ দুহিতা কেছেণ্ড্ৰাক মিনাৰ্ভাৰ মন্দিৰৰ পৰাই বলেৰে চোঁচোৰাই লৈ গ'ল। তেওঁৰ চুলিটাৰি আউলি-বাউলি হৈছিল, তেওঁ মাথোঁ জ্বলন্ত চকুহালেৰে আকাশৰ ফালে অসহায়ভাৱে চাব পাৰিছিল, কাৰণ কৰযোৰে প্ৰাৰ্থনা কৰিবলৈকো হাত দুখন বান্ধি থোৱাৰ কাৰণে তেওঁৰ উপায় নাছিল। তেনে অৱস্থাত কৰিবাছে তেওঁক চাই থাকিয়েই ক্ষান্ত হ'ব নোৱাৰিলে। তেওঁ বলিয়াৰ দৰে মৃত্যু সুনিশ্চিত বুলি জানিও গ্ৰীকবিলাকৰ ওপৰত জঁপিয়াই পৰিল। আমাৰ সমগ্ৰ বাহিনীটোৱেও তেওঁক অনুসৰণ কৰি সুসংহত ভাৱেৰে আক্ৰমণ চলালে। আৰু এতিয়া প্ৰথমবাৰৰ কাৰণে আমাৰ ফালৰ সৈন্যবিলাকৰ দ্বাৰাই আমি আক্ৰান্ত হ'লোঁ। গ্ৰীকবিলাকৰ সামৰিক শিৰস্ত্ৰাণ আৰু অস্ত্ৰ-শস্ত্ৰেৰে সজ্জিত হৈ থকা দেখি তেওঁলোকে আমাক শত্ৰু বুলি ধাৰণা কৰিছিল। ইয়াৰ পৰিণতি স্বৰূপে শোকাবহ হত্যাকাণ্ড সংঘটিত হ'ল। ৰাজকুমাৰিক ৰক্ষা কৰাৰ প্ৰচেষ্টা চকুত পৰাত গ্ৰীকবিলাকে ক্ৰুদ্ধভাৱে চিৎকাৰ

কৰিবলৈ ধৰিলে । চাৰিওফালৰ পৰা সিহঁত কাষ চাপি আহিল । সকলোতকৈ বেছি উত্তেজিত হৈছিল এজাক্স । তেওঁৰ লগত আছিল আগামেমনন, মেনিলাছ আৰু ডলপিয়ান সৈন্যদল । ধা-মাৰপিৰ সময়ত বতাহৰ প্ৰচণ্ড আলোড়ন হয় । পশ্চিম আৰু দক্ষিণ পবনৰ লগতে উষাদেৱীৰ ৰথৰ ঘোঁৰাহাল উৰাই অনা পুবালী বতাহজাকো উল্লসিত হৈ উঠে । নেৰিয়াছে হাতত ত্ৰিশূল লৈ ফেনিল তৰঙ্গৰাশি কৌতুকেৰে স্পৰ্শ কৰি গভীৰ সমুদ্ৰ তলমল কৰি তোলে । এতিয়া তেনে এটা অৱস্থাৰে সৃষ্টি হৈছিল । ৰাতিৰ আন্ধাৰত আমাৰ দ্বাৰাই ট্ৰয়ৰ পৰা বিতাৰিত কিছুমান মানুহেও আমাক আক্ৰমণ কৰিছিল । আমাৰ ছদ্মবেশে সিহঁতৰ চকুত ধূলি দিব নোৱাৰিলে । আমাৰ মাত-কথাও সিহঁতৰ কাৰণে আচহুৱা আছিল । আমি নিতান্ত অসহায় হৈ পৰিলো । অসংখ্য সৈন্যই আমাক হেঁচা মাৰি ধৰিলে । প্ৰথমে কৰিবাছেই ৰণত পৰিল । পেনিলিয়ছৰ হাতত দেৱীক পূজা কৰা বেদীৰ নিচেই ওচৰতে তেওঁৰ মৃত্যু হ'ল । ৰিফিয়াছো ভূ-পতিত হ'ল । ট্ৰজান-সকলৰ ভিতৰত তেৱেঁই আছিল অতি ন্যায়পৰায়ণ, তেওঁ কোনোদিন ধৰ্মৰ পৰা বিচলিত হোৱা নাছিল । কিন্তু দেৱতাসকলে তেওঁৰ ন্যায়পৰায়ণ-তাৰ স্বীকৃতি নিদিলে । হাইপানিছ আৰু ডাইমাছেও মৃত্যু-বৰণ কৰিলে । সঙ্গীসকলৰ দ্বাৰাই তেওঁলোক বৰ্শাবিদ্ধ হ'ল । আৰু পেন্থাছ, তুমি তোমাৰ নিষ্কলংক চৰিত্ৰ, স্বয়ং এপলোৰ তিলক ৰঞ্জিত তোমাৰ ললাট, এইবিলাকেওতো তোমাক মৃত্যুৰ কৰাল গ্ৰাসৰ পৰা ৰক্ষা কৰিব নোৱাৰিলে ! হায় ভস্মীভূত ইলিয়াম্, হায়, মই প্ৰাণেৰে ভাল পোৱা সকলোটিকেই জ্বলন্ত হুতাশনৰ অন্তিম শিখাই সামৰি ল'লে । এই ভস্মৰাশি সাক্ষী কৰি কৈছো, তোমাৰ মহিমা মাৰ যোৱাৰ সময়তো বৰ্শাসংকুল সংগ্ৰামৰ সকলো বিপদ মই আঁকোৱালি লৈছিলো, গ্ৰীকৰ হাতত প্ৰাণ বিসৰ্জন দিবলৈ মোৰ যত্নৰ ত্ৰুটি নাছিল, কিন্তু হায়, সেই মৰণৰ পৰা মোক দুৰ্ভাগ্যই বঞ্চিত কৰিলে, আৰু এতিয়া আমি ছিন্নভিন্ন হৈ পৰিলো । মোৰ কাষত আছিল বৃদ্ধ আৰু মন্থৰ ইফিটাছ । আৰু আছিল পেলিয়াছ, ইউলিচিছৰ হাতত আহত হৈ তেওঁ শক্তিহীন হৈছিল । চিঞৰ-বাখৰ শুনি আমি প্ৰায়ামৰ প্ৰাসাদ পালোগৈ । যুদ্ধৰ বিভীষিকাই তাতেই ৰুদ্ৰৰূপ ধাৰণ কৰিছিল । নগৰৰ আন ঠাইত হোৱা যুদ্ধ আৰু হত্যালীলা তাৰ তুলনাত অকুলৈপীয়া আছিল । ৰণদেৱতাৰ

প্ৰচণ্ড তাণ্ডৱৰ আমি সম্মুখীন হ'লো। গ্ৰীক সৈন্যবিলাকে ঢালবিলাক পিছফালে বান্ধি লৈ কাৰেঙৰ ফালে ধাবিত হওঁতে প্ৰবেশ-পথত ঠেলা-হেঁচা কৰিব লগা হৈছিল, যেৰত দৃঢ়ভাৱে জখলা আওজাই থোৱা সত্ত্বেও আত-তায়ীইঁতে দুৱাৰৰ চৌকাঠত ভোঁজনি দি বগাই গৈছিল। আত্মৰক্ষাৰ কাৰণে বাওঁহাতেৰে ওপৰমুৱাকৈ ঢাল লৈ সোঁহাতেৰে সিহঁতে ঘৰৰ চালত খামোচ মাৰি ধৰিছিল। ট্ৰজানবিলাকে মৃত্যু সন্নিকট বুলি জানিয়ো সিহঁতক বাধা দিবলৈ চালৰ ওপৰৰ পৰা খাপৰিবিলাক খহাই দিছিল। মৰণত শৰণ লৈ তেওঁলোকে ওপৰৰ পৰা দুই-এটা শিলৰ খুঁটাও নিক্ষেপ কৰিছিল। প্ৰাচীন ট্ৰজানসকলৰ গৌৰৱৰ চিন সোণ খটোৱা মাৰলিও তেওঁলোকে শত্ৰুৰ ফালে বগৰাই দিছিল। কিছুমানে উদ্যত অসিৰে প্ৰবেশ-পথ ভেটি ধৰি সংঘবদ্ধ-ভাৱে ইয়াক ৰক্ষা কৰিছিল আমাৰ অন্তৰত নতুন সাহসৰ সঞ্চাৰ হ'ল। প্ৰাসাদ ৰক্ষীসকলক সহায় কৰি পৰাজিতসকলক পুনৰ উদ্দীপিত কৰিবলৈ আমি সঙ্কল্প কৰিলোঁ।

প্ৰাসাদৰ ভিতৰত প্ৰবেশ কৰিবলৈ এটা গুপ্ত পথ আছিল। কাষেদি যোৱা মানুহবো এই দুৱাৰখন চকুত নপৰিছিল। ৰজা প্ৰায়ামৰ পৰিজন বৰ্গৰ বাস-ভৱন এই গুপ্ত পথে সংযোগ কৰিছিল। ট্ৰয় সাম্ৰাজ্য পতনৰ আগতে অভাগিনী এণ্ডমেকীয়ে এই বাটেদিয়েই অকলশৰে হেক্টৰৰ আপোন মানুহবিলাকৰ ওচৰলৈ অহা-যোৱা কৰিছিল আৰু অষ্টিয়ানক ককাকৰ ওচৰলৈ লৈ গৈছিল। মই এই বাটেদি সোমাই এচলীয়া চালখন বগাই গৈ মূধচ পালোঁগৈ। ইয়াৰ পৰা দুৰ্ভগীয়া ট্ৰজানবিলাকে নিষ্ফলভাৱে তললৈ শিল-পাথৰ আদি দলিয়াইছিল। এই ঠাইত আন এটা অট্টালিকাৰ ওপৰত এক সুউচ্চ চূড়া লম্বভাৱে নিৰ্মাণ কৰা হৈছিল। তাৰ সমুখ ভাগ মুকলি আছিল আৰু আমি এই চূড়াৰ ওপৰৰ পৰা বহুত দূৰলৈকে ট্ৰয় ৰাজ্যখন দেখা পাইছিলোঁ। গ্ৰীক শিবিৰ আৰু নৌ-বাহিনীও ইয়াৰ পৰাই পৰ্যবেক্ষণ কৰিছিলোঁ। আমি কুঠাৰেৰে ঘপিয়াই চূড়াটোৰ তলৰ যোৰাবিলাক ঢিলা কৰি ঠেলি দিয়াত ই সশব্দে শত্ৰুৰ ওপৰত বাগৰি পৰিল। বহুতৰে বিনাশ হ'ল কিন্তু আনবিলাকে নিজ নিজ অৱস্থানলৈ গৈ পুনৰায় অবিৰাম গতিত অস্ত্ৰবৰ্ষণ কৰি থাকিল।

প্ৰবেশ-কক্ষৰ সমুখত আৰু প্ৰাসাদৰ ঠিক দুৱাৰ মুখত পাইৰাছু বীৰদপেঁ থিয় হৈ আছিল। তেওঁৰ ব্ৰঞ্জ নিৰ্মিত অস্ত্ৰ-শস্ত্ৰ জিলিকি উঠিছিল। শীতকালত বিষাক্ত বন-পাত খাই, গাঁতত সোমাই থকা উথহা সাপ এটা মোট সলাই পোহৰলৈ যেতিয়া ওলাই আহে তেতিয়া তাৰ গাটো লাহি আৰু চিকমিকীয়া হৈ পৰে। সি ফেঁট তুলি বুকু ফিন্দাই ৰ'দ লয়, তাৰ পিছল শৰীৰটোৰ পিছছোৱা পাক খাই থাকে আৰু তিনিখন জিভা লিকলিকাই থাকে। অনুৰূপ পাইৰাছুৰ লগত আছিল খিৰাট বপুপেৰিফাছ, একিলিছৰ বয়স্য আৰু সাৰথি অটমিডন আৰু ছাইৰছৰ সমগ্ৰ সৈন্যদল। তেওঁলোকে মিলিতভাৱে কাৰেঙৰ ওচৰলৈ গৈ চালৰ ওপৰলৈ জ্বলা জোঁৰ দলিয়াবলৈ ধৰিলে, সকলোৰে আগত যোৱা পাইৰাছে এখন কুঠাৰ লৈ সুদৃঢ় দুৱাৰখনত এনে এটা দুৰ্জয় ঘাপ শোধালে যে ব্ৰঞ্জৰ পাতেৰে আবৃত কজা লগোৱা খুঁটিকেইটা কোটৰৰ পৰা ওলাই আহিল। তেওঁ এখন কপাট ঘপিয়াই সৰল কাঠৰ মজবুত দুৱাৰখনৰ মাজেদি বাট এটা উলিয়ালে। এই বাটটো দেখাত মেল খাই থকা খিৰিকি এখনৰ নিচিনা হৈছিল। এতিয়া প্ৰাসাদৰ অভ্যন্তৰ দৃশ্যমান হৈ পৰিল। শাৰী শাৰী সুদীৰ্ঘ কক্ষ এতিয়া দৃষ্টি গোচৰ হ'ল। ৰজা প্ৰায়াম আৰু তেওঁৰ পূৰ্বপুৰুষসকলৰ অন্তেষপুৰ এতিয়া সকলোৰে চকুত পৰিল। প্ৰবেশ-পথৰ দুৱাৰ-দলিত থিয় হৈ আছিল সশস্ত্ৰ ৰক্ষীসকল।

কাৰেঙৰ ভিতৰত হুলস্থুল লাগিল। করুণ বিননি আৰু আৰ্তনাদ কাণত পৰিছিল। পুৰ ললনাসকলে গভীৰ উৎকণ্ঠাত ক্ৰন্দন কৰিছিল আৰু তাৰ ধ্বনি প্ৰাসাদৰ এমূৰৰ পৰা আনটো মূৰলৈ ৰজনজনাই গৈছিল। প্ৰচণ্ড কোলাহলত আকাশ নিনাদিত হৈছিল। মাতৃসকলে তীব্ৰ সন্ত্ৰাসত প্ৰকাণ্ড ঘৰটোৰ ভিতৰত ইফাল-সিফাল কৰি স্তম্ভবিলাক দুই হাতে সাবটি ধৰি চুমা খাইছিল। যুদ্ধ যাত্ৰা কৰা একিলিছৰ দৰে পাইৰাছু অগ্ৰসৰ হ'ল। অৰ্গল, কীলক বা ৰক্ষীসকলে সেই আক্ৰমণ প্ৰতিহত কৰিব নোৱাৰিলে। অবিৰাম আঘাতৰ ফলত দুৱাৰখন ভাগি গ'ল। দুৱাৰৰ সন্ধিবিলাক সুলকি পৰিল। আক্ৰমণৰ ভয়াবহ হিংস্ৰতাত বাটটোত এটা সুৰুঙা ওলাল আৰু লগে লগে সমুখত থকা ৰক্ষীবিলাকক কচুকটা দি গ্ৰীক বাহিনী বানপানীৰ দৰে প্ৰবল বেগেৰে কাৰেঙৰ ভিতৰলৈ সোমাই গ'ল। অন্তেষপুৰ শত্ৰু সৈন্যই অধিকাৰ

কৰিলে। ফেনেফোতোকাৰে বাঢ়ি অহা নদীৰ থলে পাৰ ভাঙি প্ৰবল সোঁতেৰে সকলো প্ৰতিবন্ধক অতিক্ৰম কৰে। তাৰ পিছত উন্মাদ গতিৰে সেই বিপুল বাৰিৰাশিয়ে শস্য ক্ষেত্ৰ প্লাবিত কৰি গোহালিৰ গৰু-ম'হ বহু দূৰলৈ উটুৱাই লৈ যায়। সৈন্য বাহিনীৰ গতি আছিল তাতোকৈয়ো বেছি প্ৰচণ্ড। মই নিজ চকুৰে ৰক্তলোলুপ পাইৰাছ, আগামেমনন আৰু মেনিলাছক প্ৰাসাদৰ ভিতৰত দেখা পাইছিলো। হিকুবা আৰু এশগৰাকী কুঁৱৰীক তেওঁলোকে দেখিছিল। আৰু আছিল স্বয়ং প্ৰায়াম। তেওঁ যজ্ঞ-কুণ্ডৰ অগ্নি নিজৰ তেজেৰে কলুষিত কৰিছিল। পঞ্চাশটা শোৱনি কোঠা, য'ত ভৱিষ্যৎ বংশধৰৰ মুখ দেখাৰ আশা আছিল, আৰু গৌৰৱজনক স্মৃতিচিহ্ন জড়িত, প্ৰাচ্যৰ সুবৰ্ণৰে ভাৰাক্ৰান্ত স্তম্ভসমূহ ভাগি চূৰ্ণ-বিচূৰ্ণ হৈছিল। য'ত জুই লগা নাছিল সেই ঠাইবিলাক গ্ৰীকবিলাকে অধিকাৰ কৰিছিল।

প্ৰায়ামৰ কেনেকৈ মৃত্যু হ'ল, আপোনালোকে জানিবলৈ ইচ্ছা কৰিব পাৰে।

তেওঁ অধিকৃত ট্ৰয়ৰ পতন নিজ চকুৰে দেখা পালে। ৰাজকাৰেঙৰ প্ৰবেশ-দ্বাৰবিলাক ভাঙি-ছিঙি আঁতৰাই শত্ৰু সৈন্য তেওঁৰ অন্তেষপুৰলৈ সোমাই আহিল। তেওঁ বৃদ্ধ আছিল। কিন্তু তথাপি তেওঁ থিৰেৰে থাকিব নোৱাৰিলে। বাৰ্দ্ধক্যজনিত কাৰণত কঁপি থকা হাতেৰে তেওঁ বহুদিন ধৰি অব্যৱহৃত হৈ থকা বৰ্মখন পৰিধান কৰিলে আৰু তৰোৱালখন অক্ষমভাৱে কঁকালত বান্ধি ল'লে। তেওঁ মৃত্যু-কামনা কৰি শীঘ্ৰে শত্ৰু সৈন্যৰ মাজলৈ আগ বাঢ়ি গ'ল। ৰাজপ্ৰাসাদৰ মাজ ভাগত মুক্ত আকাশৰ তলত এটা প্ৰকাণ্ড পূজাৰ বেদী আছিল। কাষতে আছিল এজোপা প্ৰাচীন বৰ গছ। গছজোপাৰ ডাল-পাতবিলাক তললৈ দোঁ খাই আহি পবিত্ৰ ঠাইখন গভীৰ ছাঁয়াৰে আবৰি ৰাখিছিল। এই অৰক্ষিত উপাসনাৰ ঠাইখনৰ নিচেই ওচৰতে ট্ৰয়ৰ দেৱ-দেৱীসকলৰ পাষাণ প্ৰতিমাবিলাক ধুমুহাৰ সময়ত বাঁহলৈ সোসোৱাই উৰি যোৱা কপৌ চৰাইৰ দৰে, হিকুবা আৰু তেওঁৰ জীয়েক-হঁতে সাবটি ধৰি আছিল। ডেকা কালৰ দৰে এতিয়া অস্ত্ৰ-শস্ত্ৰ হাতত লৈ অহা দেখি হিকুবাই কান্দি কান্দি প্ৰায়ামক ক'লে, "হে মোৰ দুৰ্ভগীয়া স্বামী, তুমি কিয় অস্ত্ৰ ধাৰণ কৰিছা? তুমি কি কাম কৰিবলৈ উদ্যত হৈছা?

ইমান খৰখেদাকৈ ক'লৈ যোৱা? এতিয়া আৰু অস্ত্ৰৰ প্ৰয়োজন নাই। আনকি মোৰ চেনেহৰ হেক্টৰ জীয়াই থকা হ'লেও সেয়ে হ'লহেঁতেন। নহয়, ইয়ালৈ আঁহা, এই পৱিত্ৰ স্থানত আমাৰ নিৰাপত্তা আছে।" এই বুলি কৈ তেওঁ বৃদ্ধ ৰজাজনক টানি আনি বেদীৰ ওপৰত বহুৱালে।

কিন্তু কি দুৰ্ভাগ্য। প্ৰায়ামৰ পুত্ৰ পলাইটিছে ঠিক সেই সময়তে পাইৰাছৰ হাতৰ পৰা প্ৰাণ লৈ পলাই আহিছিল। ক্ষত-বিক্ষত দেহেৰে তেওঁ বৰ্শাধাৰী শত্ৰুসৈনাৰ মাজেদিয়েই শূন্য প্ৰাসাদৰ শাৰী শাৰী স্তম্ভৰ কাষে কাষে দৌৰি আহিছিল। পাইৰাছে খঙেৰে তেওঁক খেদি আহিছিল। পুনৰ আঘাত কৰিবলৈ তেওঁৰ বৰ্শা উদ্যত হৈ আছিল আৰু প্ৰতি মুহূৰ্ত্ততে তেওঁ পলৰীয়াজনক প্ৰায় হাতেৰে ধৰিব পৰা অৱস্থা হৈছিল। অৱশেষত পলাইটিছ মাক-বাপেকৰ ওচৰ পালেহি। তেওঁলোকৰ সন্মুখতে তেওঁ বাগৰি পৰিল। তেওঁৰ গাৰ পৰা প্ৰচুৰ তেজ ওলাইছিল। তেওঁৰ প্ৰাণবায়ু উৰি গ'ল। আসন্ন মৃত্যুৰ পৰা ৰক্ষা পোৱাৰ কোনো সম্ভাৱনা নথকা সত্ত্বেও তেওঁ ক্ৰোধ দমন কৰাৰ কোনো চেষ্টা নকৰি উচ্চস্বৰে ক'লে, "তোক ধিক, যদিহে সৰগত ধৰ্মিষ্ঠামানো ধৰ্ম আছে, আৰু তোৰ এই কু-কৰ্ম যদি দেৱ-দেৱীসকলৰ দৃষ্টি-গোচৰ হৈছে তেন্তে তই তোৰ দুষ্কৃতিৰ পুৰস্কাৰ হাতে হাতে পাবি। পিতাকৰ সন্মুখত তই এই অন্যায় আৰু নীতি বিৰুদ্ধ কাজ কৰিছ। মোৰ চকুৰ আগতে মোৰ পুত্ৰক হত্যা কৰিছ। একিলিছ, যাক তই মিছাকৈয়ে তোৰ পিতৃ বুলি ভাব, সেই একিলিছেও বৃদ্ধ প্ৰায়ামৰ প্ৰতি এনে আচৰণ কৰা নাছিল। শত্ৰু আছিল যদিও তেওঁ দীন-হীন পিতৃৰ অধিকাৰৰ প্ৰতি সন্মান দেখুৱাইছিল। হেক্টৰৰ ৰক্তহীন দেহ তেওঁ সৎকাৰৰ কাৰণে সমৰ্পণ কৰি মোক নিৰাপদে উভতি আহিবলৈ অনুমতি দিছিল।" বৃদ্ধ ৰজাই এইদৰে কৈ দুৰ্বল হাতেৰে বৰ্শা মাৰি পঠিয়ালে। বৰ্শাপাট ব্যৰ্থভাৱে ব্ৰঞ্জৰ ঢালত লাগিল। তাৰ পৰা মাথোন এটা ধাতবীয় শব্দ বাহিৰ হ'ল আৰু ঢালখনৰ মাজত শেলপাট ওলমি থাকিল। পাইৰাছে উত্তৰ দিলে, "যদি সেয়ে হয় তই মোৰ পিতা একিলিছলৈ এটা বাতৰি লৈ যাবি। তেওঁক ক'বলৈ নাপাহৰিবি, তেওঁৰ পুত্ৰই তেওঁৰ নাম কলঙ্কিত কৰি কেনে কু-কৰ্ম কৰিছে। এতিয়া মৰ।" এই বুলি কৈ তেওঁ পুতেকৰ তেজেৰে লুটুৰি পুটুৰি হৈ কঁপি থকা প্ৰায়ামক একেবাৰে বেদী পৰ্য্যন্ত চোঁচোৰাই লৈ গ'ল।

তেওঁ বাওঁহাতেৰে প্ৰায়ামৰ চুলিকোছাত ধৰিলে। সোঁহাতত চিকমিকাই থকা তৰোৱালখন তেওঁৰ শৰীৰত আমূল বিদ্ধ হ'ল। এই আছিল প্ৰায়ামৰ অদৃষ্ট। তেওঁৰ চকুৰ আগতে ট্ৰয় নগৰ দাহ হ'ল, ট্ৰয়ৰ প্ৰাচীৰ খহি পৰিল। এচিয়াত অৱস্থিত এই বিশাল সাম্ৰাজ্যখনৰ অগণন প্ৰজাক সুখ্যাতিৰে শাসন কৰা প্ৰায়ামৰ এয়ে আছিল শেষ পৰিণতি। সাগৰৰ পাৰত পৰি ৰ'ল তেওঁৰ মুণ্ডহীন দেহ; এটা নামহীন পৰিচয়হীন কবন্ধ।

প্ৰথমবাৰৰ বাবে এক অবৰ্ণনীয় আতঙ্কই মোক অভিভূত কৰিলে। অসিৰ ভয়ঙ্কৰ আঘাতত প্ৰায়ামে শেষ নিশ্বাস ত্যাগ কৰা সেই বীভৎস দৃশ্য দেখা পাই মোৰ পিতালৈ মনত পৰিল। কাৰণ তেওঁলোক বয়সত প্ৰায় সমনীয়া আছিল। মোৰ নিৰাশ্ৰয়া পত্নী ক্ৰিউজা, শত্ৰুৰ দ্বাৰা লুণ্ঠিত মোৰ ঘৰখন আৰু মোৰ শিশুপুত্ৰ ইউলাছৰ নিদাৰুণ দুৰ্দশা, এই সকলোবিলাকৰ ছবি মোৰ মানস-পটত জীৱন্তভাৱে জিলিকি উঠিল। মোৰ লগত সহায়-সাৰথি কিমান আছে তাকে নিৰ্ণয় কৰিবলৈ মই পিছফালে ঘূৰি চালো। কিন্তু সকলোটিয়েই মোক এৰি গুচি গ'ল। হয়তো তেওঁলোক একেবাৰে অৱশ হৈ ঘৰটোৰ ওপৰৰ পৰা নামি গ'ল নতুবা গভীৰ নৈৰাশ্যত অভিভূত হৈ তেওঁলোকে জুইত জঁাপ দিলে। এতিয়া মই একেবাৰে অকলশৰীয়া হ'লোঁ। আৰু এই সময়তে টিণ্ডাৰিয়াছ তনয়া হেলেন মোৰ দৃষ্টিগোচৰ হ'ল। প্ৰজ্বলিত অগ্নিশিখাৰ তীব্ৰ পোহৰত চাৰিওফালে চকু ফুৰাওঁতে ভেষ্টাৰ মন্দিৰৰ দুৱাৰৰ কাষত তেওঁক সন্তৰ্পণে লুকাই থকা দেখা পালো। তেওঁ উভয় সঙ্কটত পৰিছিল। ট্ৰজানবিলাকে তেওঁক ঘৃণাৰ চকুৰে চাব বুলি তেওঁ ভয় কৰিছিল, কাৰণ তেওঁলোকৰ নগৰখন ধ্বংস হোৱাৰ মূলতেই আছিল তেওঁ। আনফালেদি স্বামীক পৰিত্যাগ কৰি পলাই অহাৰ কাৰণে গ্ৰীকবিলাকেও যে তেওঁক সুদাই নেৰে সেই কথাও তেওঁ চিন্তা কৰিছিল। ট্ৰয় আৰু গ্ৰীচ দুয়োখন দেশৰ বাবেই তেওঁ অভিশাপ হৈ পৰিছিল। সকলোৰে ঘৃণাৰ পাত্ৰী হৈ তেওঁ বেদীৰ কাষত আত্মগোপন কৰি আছিল। মোৰ অন্তৰত ক্ৰোধবহ্নি জ্বলি উঠিল। মোৰ স্বদেশৰ এই শোকাবহ পৰিণতিৰ প্ৰতিশোধ ল'বলৈ মই ক্ষিপ্ত হৈ পৰিলো। পাপৰ সমুচিত শাস্তি বিহিবলৈ মই তৎপৰ হ'লো। মই নিজে নিজে চিন্তা কৰিলো, এওঁ কি পুনৰ স্পাৰ্টা আৰু জন্মভূমি মিছিনীলৈ নিৰাপদে উভতি গৈ

বিজয়িনীৰ দৰে ৰাজভোগ কৰিবগৈ ? নিজৰ স্বামী, পিতৃ-মাতৃ আৰু সন্তান সকলোটিৰে লগত তেওঁৰ মিলন হ'ব আৰু আমাৰ দেশৰ পৰা বন্দী কৰি নিয়া সম্ভ্ৰান্ত ৰাজপুৰুষ আৰু পুৰললনাসকলে দাস-দাসীৰ দৰে তেওঁৰ আলপৈচান ধৰিব ? তৰোৱালৰ আঘাতত প্ৰায়ামে প্ৰাণত্যাগ কৰাৰ পিছত, ট্ৰয়নগৰী অগ্নিয়ে গ্ৰাস কৰাৰ পিছত, আৰু আমাৰ ডাৰ্ডানীয় উপকূল বাৰে বাৰে ৰক্তস্নাত হোৱাৰ পিছতো ই কি সম্ভৱ ? নহয়, কেতিয়াও হ'ব নোৱাৰে। নাৰী হত্যা সম্মানজনক কাম নহয়, ইয়াৰ পৰা কোনো যশস্যাও লাভ নহয়। কিন্তু এনেকুৱা এটা মূৰ্তিমান মহাপাপ নিৰ্মূল কৰি আৰু ন্যায় বিচাৰৰ স্বাৰ্থত অপৰাধৰ উপযুক্ত দণ্ড বিহিব পাৰিলে মোৰ নিশ্চয় নাম হ'ব। এই প্ৰলয়ংকাৰী অগ্নিকাণ্ডৰ পোটক তুলিবলৈ মোৰ অন্তৰত যি অদম্য বাসনা জাগি উঠিছে তাক কাৰ্যত পৰিণত কৰিব পাৰিলে মই আনন্দ লাভ কৰিব পাৰিম। তদুপৰি মই অন্তৰৰ পৰা ভাল পোৱা যিসকল লোক জলা জুইত জাহ গৈছে, তেওঁলোকৰ আত্মাও নিশ্চয় পৰিতৃপ্ত হ'ব।

এইবিলাক ভয়ংকৰ চিন্তাই মোক জমৃৰি দি ধৰিছিল। মোৰ বিচাৰ-বুদ্ধি লোপ পালে। কিন্তু মই এইদৰে জল্পনা-কল্পনা কৰি থকাৰ সময়তে স্বৰ্গীয় জ্যোতিৰে জ্যোতিৰ্ময়ী ৰূপ ধৰি মোৰ জননী স্পষ্টভাৱে মোৰ সমুখত আবিৰ্ভূতা হ'ল। কেৱল দেৱতাসকলেহে দেখা পোৱা তেওঁৰ দিব্য ৰূপ, অপূৰ্ব সৌন্দৰ্যৰাশি আৰু বিনন্দীয়া দেহসৌষ্ঠৱ, মোৰ চকুৰ আগত আন্ধাৰ ঠেলি জিলিকি উঠিল। তেওঁ মোক হাতত ধৰি সংযত কৰিবলৈ চেষ্টা কৰিলে। জবাফুলীয়া ওঁঠ দুটিৰে তেওঁ ক'বলৈ ধৰিলে, "পুত্ৰ কি তীব্ৰ বেদনাই তোমাৰ অন্তৰত এই অদমনীয় হিংস্ৰতাৰ সৃষ্টি কৰিছে? কিয় তুমি ক্ৰোধান্ধ হৈছা? তুমি কেনেকৈ ইমান নৃশংস হ'ব পাৰিছা? আমাৰ প্ৰতি তোমাৰ মৰম-চেনেহ নাইকিয়া হ'লনেকি? তোমাৰ বৃদ্ধ পিতা এঙ্কা-ইচিছ, তোমাৰ প্ৰিয়তমা পত্নী ক্ৰিউজা আৰু পুত্ৰ এস্কেনিয়াছ এতিয়াও জীৱিত অৱস্থাত আছেনে নাই সেই কথা তুমি প্ৰথমে জানিবলৈ চেষ্টা কৰা উচিত নহব জানো? ৰক্তলোলুপ গ্ৰীক সৈন্যই তেওঁলোকক বেৰি ধৰিছে। মই তেওঁলোকক ৰক্ষা নকৰা হ'লে ইমান সময় জীয়াই নেথাকিলহেঁতেন। হয়তো তেওঁলোক অগ্নিত ভস্মীভূত হ'লহেঁতেন, ন'হলে নিৰ্মম অসিৰ আঘাতত তেওঁলোকে প্ৰাণ ত্যাগ কৰিলেহেঁতেন। তুমি স্পাৰ্টাৰ কুঁৱৰীৰ

এই অনিন্দিত সৌন্দৰ্যক দোষ নিদিবা। আনকি পেৰিছো ইয়াৰ বাবে দায়ী নহয়। ইয়াৰ বাবে দায়ী মমতাহীন দেৱ-দেৱীসকল। ঐশ্বৰ্য আৰু শক্তিত অতুলনীয় ট্ৰয়ৰ পতনো তেওঁলোকৰ কাৰণেই সংঘটিত হৈছে। এতিয়া চোৱা, সেমেকা কুঁৱলিৰ কলীয়া আবৰণে তোমাৰ মানবীয় দৃষ্টি শক্তি ক্ষীণ কৰিছে। মই এতিয়া এই যৱনিকাখন আঁতৰাই দিম। তোমাৰ জননীৰ আদেশ আৰু নিৰ্দেশ পালন কৰিবলৈ শংকা নকৰিবা। সৌৱা, চোৱা, শিলৰ ধ্বংসস্তূপ, ৰাশি-ৰাশি বিস্তীৰ্ণ প্ৰস্তৰখণ্ড, তাৰ পৰা উদ্গিৰণ হৈছে ধোঁৱা আৰু ধূলিৰ তৰঙ্গ। স্বয়ং নেপচুনে ত্ৰিশূল হাতত লৈ নগৰৰ দুৰ্গ-প্ৰাকাৰ সকলোবিলাক এফালৰ পৰা বিধ্বস্ত কৰি গৈছে। ছীয়ান তোৰণৰ কাষতে আছে সেয়া জুনো। হাতত তৰোৱাল লৈ তেওঁ অতিশয় ক্ৰুদ্ধভাৱে গ্ৰীক সৈন্যবিলাকক জাহাজৰ পৰা মাতি আনিছে। আৰু চোৱা, দুৰ্গৰ শীৰ্ষত সেয়া পালাছ। তেওঁৰ নীলাভ্ৰ বসনৰ পৰা তীব্ৰ আলোক বিচ্ছুৰিত হৈছে, তেওঁৰ বক্ষ-দেশত থকা গৰ্গনৰ শিৰ নিৰ্মমভাৱে জিলিকি উঠিছে। আনকি স্বয়ং পৰম পিতায়ো গ্ৰীকবিলাকক জয়লাভৰ বাবে শক্তি আৰু সাহসেৰে অনুপ্ৰাণিত কৰিছে। ট্ৰয়ৰ বিপক্ষে অস্ত্ৰধাৰণ কৰিবলৈ তেওঁ দেৱতাসকলকো উচটাই দিছে। পুত্ৰ, তুমি শীঘ্ৰে পলাই যোৱা। তোমাৰ প্ৰচেষ্টাৰ অৱসান ঘটোৱা। মই তোমাক আবৰি থাকিম। তুমি নিৰাপদে পিতাৰাৰ ঘৰলৈ যাব পাৰিবা।" এই বুলি কৈ তেওঁ নৈশ অন্ধকাৰত অদৃশ্য হৈ পৰিল। আৰু হায়, দিব্যদৃষ্টিৰে মই দৰ্শন পালো ট্ৰয়ৰ প্ৰতি শত্ৰু ভাবাপন্ন দেৱতাসকলৰ অলৌকিক শক্তি আৰু ভয়ংকৰ ৰূপ।

আৰু প্ৰকৃততে এতিয়া মোৰ চকুৰ আগতে সমগ্ৰ ইলিয়াম লেলিহান অগ্নিশিখাই গ্ৰাস কৰিছিল। নেপচুনৰ নিজৰ ট্ৰয় নগৰ বিনষ্ট আৰু বিলুপ্ত হৈছিল। পাহাৰৰ ওপৰত থকা প্ৰাচীন, প্ৰকাণ্ড এছ গছ এজোপা খেতিয়কবিলাকে কুঠাৰেৰে কোবৰ ওপৰত কোব দি কাটিবলৈ ধৰে, গছজোপা বগৰাবলৈ সিহঁতৰ চেষ্টাৰ ত্ৰুটি নাই। লাহে লাহে গছজোপা ডাল-পাতেৰে সৈতে কঁপি উঠে আৰু অৱশেষত ভয়ঙ্কৰ শব্দেৰে সকলো ধাঁহি-মুহি তললৈ বাগৰি যায়। এইদৰেই ট্ৰয়ৰ পতন হৈছিল। মই ঘৰৰ চালৰ পৰা নামি আহি দেৱীৰ সহায়ত অগ্নি আৰু শত্ৰু সৈন্যৰ মাজেদিয়েই পাৰ হৈ আহিলোঁ। অস্ত্ৰবিলাক মোৰ গাত লগা নাছিল আৰু জুয়েও মোক বাট এৰি দিছিল।

কিন্তু মোৰ পিতাই বাস কৰা পুৰণি অট্টালিকাটোৰ দুৱাৰমুখ পাই মই হতাশ হলোঁ। যাক মই পোন প্ৰথমেই অতিশয় যত্নেৰে পৰ্বতৰ ওপৰৰ নিৰাপদ ঠাইলৈ লৈ যাব খুজিছিলোঁ, তেৱেঁই এতিয়া বিধি-পথালি দিলে। ট্ৰয়ৰ অস্তিত্ব নিশ্চিহ্ন হোৱাৰ পিছতো তেওঁ নগৰ এৰি যাবলৈ সন্মত নহ'ল। তেওঁ ক'লে, "তোমালোকৰ ধমনীত ডেকা তেজৰ অভাব হোৱা নাই। তোমালোকৰ শৰীৰত শক্তি আছে। প্ৰকৃতিয়ে দিয়া প্ৰচুৰ জীৱনী শক্তিয়ে তোমালোকক সতেজ কৰি ৰাখিছে। তোমালোকহে শীঘ্ৰে পলোৱা উচিত। মোৰ ক্ষেত্ৰত কথাটো বেলেগ। মই জীয়াই থকাটো দেৱতাসকলৰ অভিপ্ৰেত হোৱা হ'লে, মোৰ নিজৰ ঘৰখন তেওঁলোকে নিশ্চয় ৰক্ষা কৰিলেহেঁতেন। এবাৰ ট্ৰয় নগৰ লুণ্ঠিত হোৱা মই নিজেই দেখিছিলোঁ। সেইবাৰ মই নমৰিলোঁ। সেয়ে যথেষ্ট। আঃহা! মই ইয়াত যেনেকৈ পৰি আছো সেইদৰেই থাকিম, তোমালোকে মোক মাত্ৰ এষাৰ মাত লগাই গুচি যোৱাঁগৈ। শত্ৰুবিলাক লুটপাট কৰাতে ব্যস্ত থাকিব; সিহঁতে মোকনো আৰু কি বেছি অপকাৰ কৰিব? মোৰ শেষ সংকাৰৰ কাৰণে বিশেষনো কি খৰচ হ'ব? মই দেৱতাসকলৰ অপ্ৰিয় হৈ উদ্দেশ্য-বিহীনভাৱে এইদৰে জীয়াই থকাৰ কোনো অৰ্থ নাই। দেৱতাৰ জনক আৰু মানুহৰ নিয়ন্তাজনে মোক যথেষ্ট পীড়িছে। তেওঁৰ বজ্ৰৰ অগ্নি মোৰ গাত লাগিছে আৰু ধুমুহা মোৰ মূৰেদি পাৰ হৈ গৈছে।" তেওঁ অচঞ্চল অটল হৈ থাকিল। একোৱেই তেওঁক বিচলিত কৰিব নোৱাৰিলে। মোৰ পত্নী ক্ৰিউজা, পুত্ৰ এস্কেনিয়াছকে ধৰি আমি ঘৰৰ সকলোটিয়ে কান্দি-কাটি বহুতো অনুনয় বিনয় কৰিলোঁ। আমাৰ ঘৰখনৰ মুৰুব্বী হৈ তেওঁ আমাৰ সকলো আশা-ভাৰসাত এইদৰে কুঠাৰাঘাত কৰি আমাক মৰণৰ মুখলৈ ঠেলি দিয়াটো তেওঁৰ কাৰণে কিমান সমীচীন হ'ব সেই কথা বুজাবলৈ যত্ন কৰিছিলোঁ। কিন্তু তথাপি তেওঁ সন্মত নহ'ল। আসনৰ পৰা তেওঁ লৰচৰ নকৰিলে। মতামতৰো কোনো পৰিবৰ্তন নহ'ল।

নিদাৰুণ নৈৰাশ্যত মই মৃত্যুকেই বাছি ললোঁ। মই অস্ত্ৰ হাতত ল'বলৈ আগ বাঢ়িলোঁ। তাৰ বাহিৰে মোৰ কোনো উপায় নাছিল, নাছিল কোনো বিকল্প ব্যৱস্থা। মই এতিয়া মাত লগালো, "মোৰ নিজৰ জন্মদাতা হৈয়ো আপুনি ভাবিছে নেকি যে মই আপোনাক এই ঘৰটোত অকলে এৰি থৈ গুচি যাম? কোনো পিতৃয়ে কেতিয়াবা এনে মৰ্মান্তিক

বাক্য উচ্চাৰণ কৰিব পাৰেনে ? এই নগৰ সম্পূৰ্ণ নিশ্চিহ্ন হোৱাটোৱেই যদি দেৱতাসকলৰ ইচ্ছা হয়, যদি ট্ৰয়ৰ এই প্ৰলয়-যজ্ঞত আপুনি নিজক আৰু আপোনাৰ পুত্ৰ-পৰিজনক আহুতি দিবলৈ সঙ্কল্প কৰিছে, তেন্তে মৰণৰ দুৱাৰ নিশ্চয় মুকলি হৈ আছে। পাইৰাছে প্ৰায়ামক হত্যা কৰা বৰ বেছি সময় হোৱা নাই। ৰক্তৰঞ্জিত দেহেৰে তেওঁ এতিয়াই এইখিনি পাবহি। এই পাইৰাছেই পিতাকৰ চকুৰ আগতে পুত্ৰৰ প্ৰাণ লৈছে আৰু পিতাককো বধ কৰিছে পূজাৰ বেদীত। কিন্তু হে মোৰ সুশীলা জননী, ইয়াৰ কাৰণেই কি তুমি মোক ৰক্ষা কৰিছা ? ইয়াৰ কাৰণেই কি তুমি মোক জ্বলন্ত অগ্নিশিখা আৰু অস্ত্ৰ-বৰ্ষণৰ মাজেদি অক্ষত দেহেৰে পাৰ হৈ আহিবলৈ সক্ষম কৰিছা ? এতিয়া মোৰ নিজৰ ঘৰতে শত্ৰু প্ৰবেশ কৰিব। মোৰ পিতা, মোৰ পুত্ৰ এস্কেনিয়াছ আৰু ভাৰ্যা ক্ৰিউজা পূজাৰ বলিৰ দৰে পৰস্পৰৰ তেজত লুটুৰি-পুটুৰি হৈ ওচৰা-ওচৰিকৈ মাটিত পৰি থাকিব আৰু মই মাথোঁ চাই থাকিম ? বন্ধুসকল, তুৰন্তে অস্ত্ৰ লৈ আঁহা। পৰাভূত সকললৈ মৃত্যুৰ আহবান আহিছে। মই পুনৰ গ্ৰীক সৈন্যৰ সন্মুখীন হ'ম। মই পুনৰ ৰণলৈ যাম আৰু যুদ্ধ কৰিম। প্ৰতিশোধ নোলোৱাকৈ আমি মৃত্যু-বৰণ নকৰো।"

এতিয়া মই তৰোৱালখন কঁকালত বান্ধিছিলোঁ, বাওঁহাতেৰে ঢালখন লৈ বৰ্মখন ভালকৈ গাত খুৱাই লৈছিলোঁ। কিন্তু মই ঘৰৰ পৰা ওলাই যাব খোজোতেই দুৱাৰৰ ওচৰত ক্ৰিউজা উপস্থিত হ'ল। মোৰ ভৰিত ধৰি আৰু আমাৰ শিশু সন্তান ইয়ুলাছক মোৰ সন্মুখত ৰাখি তেওঁ মোক যাবলৈ বাধা দিলে। তেওঁ ক'লে, "তুমি যদি সঁচাকৈয়ে যাব খুজিছা, তেন্তে আমাকো লগত লৈ যোৱা। তোমাৰ লগতে আমিও সকলো বিপদ গাত পাতি ল'ম। কিন্তু যুদ্ধৰ গতি-বিধি লক্ষ্য কৰি তুমি যদি সঁচাকৈয়ে কিবা আশাৰ বেঙুনি দেখিছা, তেন্তে তোমাৰ প্ৰথম কৰ্তব্য হৈছে নিজৰ ঘৰখন ৰক্ষা কৰা। নহ'লে আমাৰ এই কণ পোনাটিক, তোমাৰ পিতৃক আৰু মোক, যাক এদিন তুমি নিজৰ পত্নী বুলি স্বীকৃতি দিছিলা,— আমাক তুমি কাৰ হাতত গতাই থৈ যাবা ?"

তেওঁ নিদাৰুণ যন্ত্ৰণাত উচ্চাৰণ কৰা এই কৰুণ আকুতি গোটেই ঘৰটোতে অনুৰণিত হৈছিল। এনে সময়তে এটা অলৌকিক ঘটনা ঘটিল।

কাৰণ আমি দুৰ্ভগীয়া পিতৃ-মাতৃয়ে হাতেৰে ধৰি থকা অৱস্থাতে আমাৰ কুমলীয়া শিশুটিয়ে পিন্ধি থকা পাতল টুপিটোত জুই লাগিল। কিন্তু সেই জুইৰ শিখাই কোনো অপকাৰ নকৰি ল'ৰাটিৰ লেহুকা চুলিকোছা পৰশ কৰি কঁকালৰ ওপৰত উজ্জ্বলভাৱে ভিৰবিৰাই নাচি থাকিল। আমি ভয়ত কঁপি কঁপি তৎক্ষণাৎ সন্ত্ৰস্ত হৈ তাৰ চুলিকোছা জোকাৰি জুই নুমাবলৈ চেষ্টা কৰিলোঁ। আনকি সেই পৱিত্ৰ পাবক পানীৰে নিৰ্বাপিত কৰিবলৈও চেষ্টা কৰিলোঁ। কিন্তু পিতা এঙ্কাইচিছে ৰংমনেৰে আকাশৰ তৰাবোৰলৈ চাই হাত যোৰ কৰি ক'বলৈ ধৰিলে, "সৰ্বশক্তিমান জুপিটাৰ, যদি কোনো প্ৰাৰ্থনাই তোমাৰ ইচ্ছাৰ পৰিৱৰ্তন কৰিব পাৰে তেন্তে মাথোঁ এটিবাৰ আমাৰ ফালে চোৱা। আমাৰ একেটি মাত্ৰ প্ৰাৰ্থনা। আৰু যদিহে ধৰ্ম নিষ্ঠতাৰ বলত আমি তোমাৰ অনুগ্ৰহ লাভ কৰাৰ উপযুক্ত, তেন্তে আন এটা শুভ লক্ষণেৰে এই নিদৰ্শনটিৰ সত্যতা প্ৰতিপন্ন কৰা।"

বৃদ্ধ সামন্তজনে এইদৰে কোৱাৰ লগে লগেই বাওঁফালে বজ্ৰপাত হোৱা শব্দ হ'ল আৰু অন্ধকাৰ আকাশৰ মাজেদি উজ্জ্বল আলোক ৰেখাৰ সৃষ্টি কৰি এটা জ্বলন্ত নক্ষত্ৰ নামি আহিল। খন্তেকৰ বাবে ই আমাৰ ঘৰৰ ওপৰতে ভাহি আছিল আৰু তেতিয়া ইয়াৰ পোহৰত বাট পথ বিলাক আমি দেখা পাইছিলোঁ। তাৰ পিছতো অম্লান জ্যোতিৰে এই ওৰাটো ইডা পৰ্বতৰ অৰণ্যৰ ফালে ধাবিত হৈ অৱশেষত অদৃশ্য হৈ পৰিল। কিন্তু তেতিয়াও পোহৰৰ এটি সুদীৰ্ঘ ৰশ্মি প্ৰসাৰিত হৈ আছিল আৰু বহু দূৰ পৰ্যন্ত গন্ধকৰ গোন্ধ বিয়পি পৰিছিল। মোৰ পিতাৰ বিশ্বাস দৃঢ়তৰ হ'ল। তেওঁ গাত্ৰোত্থান কৰি আকাশৰ ফালে চাই দেৱ-দেৱী সকলক আৰু এই পৱিত্ৰ জ্যোতিষ্কটিক প্ৰাৰ্থনা কৰি ক'লে, "মোৰ এতিয়া আৰু কোনো অনিচ্ছা নাই। হে আমাৰ জাতিৰ ইষ্টদেৱতাসকল, তোমালোকে য'লৈকে আমাক লৈ যাব খোজা মই তালৈকে যাবলৈ প্ৰস্তুত। আমাৰ ঘৰখন আৰু নাতিটিক ৰক্ষা কৰা। তোমালোকৰ এই সঙ্কেত মঙ্গলময় আৰু ট্ৰয় এতিয়া তোমালোকৰ হাতত। আৰু পুত্ৰ, তোমাৰ লগত যাবলৈ মোৰ কোনো আপত্তি নাই।"

মোৰ পিতাৰ কথা শেষ হ'ল। কিন্তু এতিয়া জ্বলন্ত হুতাশনৰ গৰ্জন প্ৰচণ্ডতৰ হৈ নগৰৰ মাজেদি আহি আমাৰ শ্ৰুতিগোচৰ হৈছিল। লেলিহান

অগ্নিশিখাৰ প্ৰবল উত্তাপ আমাৰ নিকটৱৰ্তী হৈছিল। মই মাত লগালোঁ। "পিতা তেনেহ'লে সাজু হওক। মই আপোনাক বোকোচাত তুলি লম। আপুনি মোৰ কান্ধত ধৰিব। অতি আপোন এই মৰমৰ বোজা মই হেলাৰঙে বহন কৰিম। আমাৰ ভাগ্যত কি আছে নেজানো, কিন্তু আমি মৰিলে একেলগেই মৰিম আৰু তৰিলেও একেলগে তৰিম। ইয়ুলাছ মোৰ কাষত থাকিব আৰু মোৰ পত্নীয়ে নিৰাপদ দূৰত্বৰ পৰা আমাক অনুসৰণ কৰিব। তাৰ দাস-দাসীহঁত তোমালোকে মোৰ কথা শুনা। এটা পাহাৰৰ ওপৰত আমাৰ উপৰি পুৰুষসকলে এসময়ত পূজা কৰা আৰু বৰ্তমান পৰিত্যক্ত এটা মন্দিৰ আছে। দেৱী চিৰিছৰ এই মন্দিৰ অতি প্ৰাচীন। তাৰ ওচৰতে আছে এজোপা অতি পুৰণি চাইপ্ৰেছ গছ। আমি বেলেগ বেলেগ বাটেৰে গৈ তাতে মিলিত হমগৈ। পিতা, আপুনি আমাৰ বংশৰ বিগ্ৰহ আৰু পবিত্ৰ প্ৰতীকসমূহ হাতত লওক। মই ভয়ঙ্কৰ যুদ্ধৰ পৰা আহি পাইছোঁহি মাত্ৰ। মোৰ হাতত এতিয়াও তেজ লাগি আছে। বোৱতী নিজৰা এটাত নোধোৱাকৈ এই হাতেৰে দেৱ-দেৱীৰ বিগ্ৰহ স্পৰ্শ কৰিলে পাপ হ'ব।" ইয়াকে কৈ মই ৰঙা-মুগা সিংহৰ ছাল এখন পিঠি কান্ধত মেৰিয়াই ললোঁ। তাৰ পিছত মই পিতাক বোকোচাত তুলি ললোঁ। মোৰ শিশু পুত্ৰ ইয়ুলাছে মোৰ সোঁহাতত ধৰিলে। ক্ৰিউজা আমাৰ পিছে পিছে আহিল। আমি ছাঁ আবৃত বাটেৰে যাবলৈ ধৰিলোঁ। ইমান সময়ে মোক গ্ৰীকবিলাকৰ আক্ৰমণ আৰু অস্ত্ৰ-শস্ত্ৰই অকণমানো বিচলিত কৰিব পৰা নাছিল। কিন্তু এতিয়া মই এছাটি বতাহৰ সো-সোৱনি বা সামান্য খুট-খাট শব্দ এটা শুনিলেই ভয়ত উচপ খাই উঠিছিলোঁ। মই অতি অস্থিৰ হৈ পৰিছিলো আৰু মোৰ পিঠিত থকা পিতা আৰু হাতত ধৰি থকা সন্তানৰ কাৰণেও মই সমানে সন্ত্ৰস্ত হৈছিলোঁ।

ইতিমধ্যে মই নগৰৰ দুৱাৰমুখ পাইছিলোহি। ইমান দূৰ নিৰাপদেই আহি আছিলোঁ। কিন্তু হঠাতে খৰতকীয়া খোজৰ শব্দ আমাৰ কান্ধত পৰিল। মোৰ পিতাই আন্ধাৰৰ মাজেদি আগফালে চাই ক'লে, "বোপাই সিহঁত পালেহিয়েই। তই লৰি যাব লাগিব। সৌৱা, মই ব্ৰঞ্জৰ অস্ত্ৰ-শস্ত্ৰৰ চিকমিকনি দেখিবলৈ পাইছোঁ।" এনে অৱস্থাতে কোনো অশুভ শক্তিৰ প্ৰভাৱত আৰু নিতান্ত মানসিক যন্ত্ৰণাত মোৰ বুদ্ধি-বিবেচনা লোপ পালে।

মোৰ অতি পৰিচিত পথবিলাকেদি গৈ আছিলোঁ। যদিও মই হঠাতে দিগভ্ৰষ্ট হৈ এখন অজান বাট-পথ নথকা ঠাইৰ মাজেদি দৌৰী যাবলৈ ধৰিলোঁ। কিন্তু কি সৰ্বনাশ। ক্ৰিউজা ক'ত বৈ গ'ল? তেওঁতো মোৰ পিছে পিছে অহা নাই? কণা বিধিয়ে তেওঁক হৰি নিলেনে, তেওঁ বাটেই ভুল কৰিলোনে বা অৱশ হৈ কৰবাত পৰি থাকিল? আমাৰ জনাৰ উপায় নাছিল। কাৰণ তেওঁক আৰু আমি পুনৰ দেখা নাপালো। চিৰিছৰ প্ৰাচীন আৰু পৱিত্ৰ মন্দিৰ থকা পাহাৰটোত উপস্থিত নোহোৱা পৰ্যন্ত মই পিছলৈ উভতি চোৱা নাছিলো। তেওঁৰ কথাও মোৰ মনত খেলোৱা নাছিল। তাত আমি সকলোটি মিলিত হ'লো, কিন্তু মাত্ৰ তেওঁহে আমাৰ মাজত নাছিল। পুত্ৰ পৰিজন সকলোৰে অজানিতে তেওঁ চিৰদিনৰ কাৰণে হেৰাই গ'ল।

মই আতঙ্কিত হ'লো, উন্মাদ হ'লো। দেৱতাসকলক নিন্দা কৰিলো আৰু সমগ্ৰ মানৱ জাতিক অভিসম্পাত দিলো। ট্ৰয় নগৰী উচ্ছন্ন হোৱাৰ পিছত যিবিলাক ঘটনা ঘটিছিল তাৰ ভিতৰত এইটোৱেই আছিল অতিশয় হৃদয় বিদাৰক। এস্কেনিয়াছ, এঙ্কাইচিছ আৰু ইষ্টদেৱতাৰ বিগ্ৰহবিলাক সঙ্গীসকলৰ হাতত গতাই দি মই পুনৰ ট্ৰয়লৈ উভতি গ'লো। মই নতুনকৈ চিকমিকীয়া অস্ত্ৰ-শস্ত্ৰেৰে সজ্জিত হ'লো। ট্ৰয়ৰ পৰা যি বাটেদি আহিছিলো সেই বাটেৰে পুনৰায় উলটি গৈ নিজক বিপন্ন কৰি হ'লেও পূৰ্বৰ দুঃসাহসী ঘটনাৰ পুনৰাবৃত্তি কৰিবলৈ মই দৃঢ়-প্ৰতিজ্ঞ হৈছিলো।

প্ৰথমেই মই নগৰ প্ৰাচীৰৰ ছায়াবৃত প্ৰবেশদ্বাৰলৈ যাত্ৰা কৰিলো। এই ফালেদিয়েই আমি ওলাই আহিছিলো। ইয়াৰ পৰাই আন্ধাৰৰ মাজে মাজে মই আগেয়ে অহা বাট-পথবিলাক লক্ষ্য কৰি নগৰৰ ভিতৰলৈ যাবলৈ ধৰিলো। প্ৰতি মুহূৰ্ত্তে মই ভয়ঙ্কৰ বিপদৰ সন্মুখীন হুম বুলি আশঙ্কা কৰিছিলো। ভয়াবহ নিস্তব্ধতাই মোক অভিভূত কৰিছিল। কিজানি তেওঁ তালৈকে উভতি গৈছে, এনে এটা ক্ষীণ আশা লৈ মই আমাৰ ঘৰৰ ওচৰ পালোগৈ। ঘৰটো এতিয়া গ্ৰীকবিলাকে দখল কৰিছিল। সকলো শেষ হ'ল। বতাহ বলি আছিল। জুয়ে লকলকীয়া জিভা মেলি ঘৰটো একালৰ পৰা গ্ৰাস কৰি গৈছিল। চালৰ ওপৰত অগ্নিশিখাৰ তাণ্ডৱ নৃত্য চলিছিল আৰু উত্তপ্ত ধোঁৱাই পাক খাই খাই আকাশত বিভীষিকাৰ সৃষ্টি

কৰিছিল। মই তাৰ পৰা দুৰ্গৰ ওপৰত অৱস্থিত প্ৰায়ামৰ প্ৰাসাদৰ ফালে খোজ ল'লো। পৰিত্যক্ত স্তম্ভশ্ৰেণীৰ মাজত দেখা পালো ফিনিক্স আৰু ভয়ঙ্কৰ ইউলিচিছক। স্বয়ং জুনোৰ ছত্ৰছায়াত থাকি তেওঁলোকে লুণ্ঠিত সামগ্ৰী-বিলাক ৰখি আছিল। এই দায়িত্ব তেওঁলোকৰ ওপৰতে অৰ্পণ কৰা হৈছিল। ইয়াত ট্ৰয়ৰ ভস্মীভূত মন্দিৰবিলাকৰ পৰা সংগ্ৰহ কৰা যজ্ঞানুষ্ঠান আদিত ব্যৱহৃত মেজ, সুৰা মিশ্ৰণ কৰা খাটি সোণৰ ভৃঙ্গাৰ, উৎকৃষ্ট সাজ-পাৰ আদি ঐশ্বৰ্য-বিভূতি ৰাশিকৃত হৈ আছিল। তদুপৰি কাষতে বৈ আছিল লগত ল'ৰা-ছোৱালী লৈ ট্ৰয়ৰ সন্ত্ৰস্তা জননীসকল। আন্ধাৰৰ মাজেদি মই বিপদজনকভাৱে চীৎকাৰ কৰিছিলো, বাৰে বাৰে মোৰ নিষ্ফল আৰ্তনাদত ৰাজপথবিলাক মুখৰিত হৈছিল কাৰণ শোকত ব্যাকুল হৈ মই 'ক্ৰিউজা' 'ক্ৰিউজা' বুলি চিঞৰৰত গগন ফালিছিলো। তাৰ পিছত লক্ষ্যহীন বিহ্বলতাত নগৰৰ ঘৰ-দুৱাৰবিলাকত তেওঁক বিচাৰি চলাথ কৰি ফুৰোতে মোৰ সমুখতে স্বয়ং ক্ৰিউজাৰ প্ৰেতাত্মাৰ আবিৰ্ভাৱ হ'ল। তেওঁৰ বিষন্ন ছায়ামূৰ্তিক জীৱিত অৱস্থাতকৈ বেছি ওখ যেন লাগিছিল। মই সেই পিনেই থৰ লাগিলো। মোৰ মূৰৰ চুলিবোৰ ঠৰঙা হ'ল আৰু মোৰ মাতটো ডিঙিতে লাগি ধৰিলে। তেওঁ ইতিমধ্যে মোক লগোৱাতহে মোৰ বেদনাৰ কিছু উপশম হ'ল। তেওঁ ক'লে, "প্ৰিয়তম, তুমি অনৰ্থক কিয় এইদৰে শোকত অভিভূত হৈ পৰিছা? ঈশ্বৰৰ ইচ্ছাতহে এইবিলাক ঘটিছে। অলিম্পাছৰ অধিপতিৰ অভিপ্ৰেত নহয় যে তুমি ট্ৰয়ৰ পৰা বিদায় লোৱাৰ পিছত ক্ৰিউজাও তোমাৰ সঙ্গিনী হ'ব। নিৰ্বাসিত হৈ তুমি নিৰ্জন সমুদ্ৰৰ বুকুত খলকনি তুলি বহু পথ অতিক্ৰম কৰিব লাগিব। তুমি গৈ উপনীত হবাগৈ টাইবাৰ নদী-বিধৌত, উৰ্বৰ তৃণ-ভূমিৰে সমৃদ্ধ পশ্চিমৰ সেই দেশখনত য'ত এটা শক্তিশালী জাতিয়ে বাস কৰে। তাতে তোমাৰ কাৰণে নিৰ্দিষ্ট হৈ আছে এখন ৰাজ্য, আছে ৰাজ সুখ আৰু এগৰাকী ৰাণী। তোমাৰ প্ৰেয়সী ক্ৰিউজাক পাহৰি যোৱা। তেওঁৰ বাবে আৰু নাকান্দিবা। মোৰ ধমনীত ডাৰ্ডানাছৰ ৰক্ত আছে। মই দেৱী ভেনাছৰ পুত্ৰবধূ। ডলপিয়াছ বা মাৰ্মিডনবিলাকৰ সকীয়নিত বা গ্ৰীক নাৰীবিলাকৰ দাসীৰূপে সিহঁতৰ ঘৰত জীৱন অতিবাহিত কৰা মোৰ কাম নহয়। দেৱতাসকলৰ মহিয়সী মাতৃয়ে মোক ট্ৰয়ভূমিৰ চাৰি সীমাৰ ভিতৰতে থাকিবলৈ অনুমতি দিছে।

বিদায়, প্ৰিয়তম, বিদায়। আমাৰ আলসুৱা ল'ৰাটিক মৰম-চেনেহেৰে আবৰি থাকিবা।" মই চকুপানী টুকিছিলোঁ। কিন্তু তেওঁ ইমানকে কৈ মোক এৰি গুচি গ'ল আৰু পাতল বতাহৰ লগত মিলি পৰিল। তেওঁক মই তিনিবাৰ সাবটি ধৰিবলৈ চেষ্টা কৰিলোঁ। কিন্তু তিনিও বাৰেই মোৰ প্ৰচেষ্টা ব্যৰ্থ হ'ল। তেওঁৰ অশৰীৰী আত্মা, এটি সপোনৰ দৰেই শূন্যত বিলীন হৈ পৰিল।

ৰাতিৰ ভিতৰতে ময়ো সঙ্গীসকলৰ মাজলৈ উভতি আহিলোঁ। তেওঁলোকৰ সংখ্যা বহুগুণে বৃদ্ধি হোৱা দেখি মই বিস্মিত হ'লোঁ। কাৰণ ইতিমধ্যে ট্ৰয়ৰ পৰা দলে দলে নৰ-নাৰী আহি গোট খাইছিল। তেওঁলোক টালি-টোপোলা লৈ চাৰিও ফালৰ পৰা আহিছিল আৰু তেওঁলোকৰ একেটা মাথোন সঙ্কল্প আছিল: মোৰ নেতৃত্বত সাগৰৰ সিপাৰে থকা কোনো এখন দেশলৈ গৈ তাতে বসবাস কৰা। ইতিমধ্যে ইডা পৰ্বতৰ উচ্চ শিখৰৰ নিচেই কাষতে পুৱতি তৰা ওলাই এটা নতুন দিনৰ সূচনা কৰিলে। গ্ৰীকবিলাকে নগৰখন অধিকাৰ কৰি সকলোবিলাক পথ বন্ধ কৰি দিছিল। আমাৰ উদ্ধাৰৰ আৰু অকণমান আশাও নাছিল। কপালত যি আছে সেয়ে হ'ব বুলি আত্ম-সমৰ্পণৰ মনোভাবেৰে মই পিতাক বোকোচাত তুলি লৈ পাৰ্বত্য প্ৰদেশৰ ফালে আগ বাঢ়ি যাবলৈ ধৰিলোঁ।

## তিনি

### ইনিয়াছৰ পৰ্যটন

"দৈৱশক্তিৰ প্ৰভাৱত এচিয়া মহাদেশত থকা সাম্ৰাজ্যখন বিধ্বস্ত হ'ল। প্ৰায়ামৰ বংশধৰসকল সম্পূৰ্ণৰূপে পৰাস্ত হ'ল। অৱশ্যে তেওঁলোকৰ এনে অৱস্থা হোৱা উচিত নাছিল। গৌৰৱমণ্ডিত ইলিয়ামৰ পতন ঘটিল আৰু নেপচুনৰ ট্ৰয় নগৰৰ ধ্বংস স্তূপৰ পৰা ধোঁৱা ওলাইছিল। আমি জীয়াই থকা লোকসকলে ৰাজ্যৰ পৰা বিতাৰিত হৈ দেৱতাসকলৰ নিৰ্দেশ মতে বসবাসৰ কাৰণে জনবসতিহীন ঠাই এখন বিচাৰি পৃথিৱী চলাথ কৰিব লগা হ'ল। ফ্ৰিজিয়া প্ৰদেশত অৱস্থিত ইডা পৰ্বতৰ নামনিত থকা এণ্টানড্ৰছ নামে নগৰখনত থাকি আমি জাহাজ নিৰ্মাণ কৰিবলৈ লাগি গ'লোঁ। আমি ক'লৈনো যাম, ভাগ্যৰ বলত থকা ঠাই এডোখৰ ক'তনো পামগৈ,— সেই কথা আমাৰ সম্পূৰ্ণ অজ্ঞাত আছিল। আমি সকলোটি সমবেত হ'লোঁ। গ্ৰীষ্ম কালৰ আৰম্ভণিতে সামস্ত এঙ্কাইচিছে আমাৰ নিৰ্দ্ধাৰিত যাত্ৰাৰ ক্ষণ উপস্থিত হ'ল বুলি আমাক সকীয়াই দিলে। স্বদেশৰ উপকূল, বন্দৰ আৰু ট্ৰয়ৰ সমভূমি অঞ্চলৰ পৰা চিৰ-বিদায় লোৱাৰ সময়ত মোৰ চকুপানী ওলাইছিল। মই মোৰ পুত্ৰ আৰু সঙ্গীসকলৰ সৈতে দেশান্তৰী হৈ তৰঙ্গায়িত সমুদ্ৰত জাহাজ মেলি দিছিলো। আমাৰ লগত আছিল ব্যক্তিগত আৰু ৰাজহুৱা সক-বৰ দেৱ-দেৱীসকলৰ বিগ্ৰহসমূহ।

ট্ৰয়ৰ পৰা অলপ দূৰৰ বাটতে আছে মাৰ্চ দেৱতাৰ নামত উছৰ্গা কৰা এক বিস্তীৰ্ণ উপত্যকা। থ্ৰেছীয় কৃষকসকলে এই ঠাইত খেতি কৰে। এসময়ত লাইকাৰগাছ নামে এজন ভীষণ প্ৰকৃতিৰ ৰজাই ইয়াত ৰাজত্ব কৰিছিল। অতীজৰে পৰা ট্ৰয়ৰ এই দেশখনৰ বন্ধুত্বপূৰ্ণ আৰু পাৰিবাৰিক সম্পৰ্ক আছিল, বিশেষকৈ যেতিয়া ট্ৰয়ৰ আছিল জয়-জয় ময়-ময় অৱস্থা। আমি এতিয়া এই দেশলৈকে যাত্ৰা কৰিলো, আৰু অৰ্দ্ধবৃত্তাকাৰ উপকূলত এখন নগৰ প্ৰতিষ্ঠা কৰিবৰ. কাৰণে এডোখৰ ঠাই নিৰ্বাচন কৰিলোঁ। মোৰ নিজৰ নাম অনুসৰি নগৰখনৰ 'ইনিয়াদ' নাম দিবলৈ স্থিৰ কৰিলোঁ। কিন্তু অদৃষ্ট মোৰ প্ৰতিকূল আছিল।

মোৰ এই প্ৰচেষ্টাৰ সফলতা কামনা কৰি মই মাতৃ ভেনাছ আৰু অন্যান্য দেৱতাসকলক যথাবিহিতভাৱে পূজা দিবলৈ আয়োজন কৰিলোঁ। স্বৰ্গৰ অধিবাসীসকলৰ অধীশ্বৰগৰাকীক প্ৰসন্ন কৰিবলৈয়ো তৎপৰ হ'লোঁ। সাগৰৰ পাৰত এটা নিপোটল ষাঁড়-গৰু বলি দিবলৈ মই যো-জা কৰিছিলোঁ। সেই ঠাইৰ নিচেই কাষতে এটা টিলা আছিল। টিলাটোৰ একেবাৰে ওপৰত গছ-লতাৰ জোপোহাৰ হাবি এখন আছিল। বেদীটো সজাবৰ বাবে মই ওপৰলৈ গৈ সেউজীয়া জোপাবিলাকৰ পৰা কিছুমান ডাল-পাত আঁজুৰি ছিঙিবলৈ চেষ্টা কৰিলোঁ। এনেতে এটা আলৌকিক ঘটনা ঘটিল। ঘটনাটো আছিল ভয়াবহ আৰু বিস্ময়জনক। প্ৰথম গছজোপা উঘালিবলৈ চেষ্টা কৰোতেই টোপাটোপে ক'লা তেজ ওলাল আৰু তাৰ দাগ লাগি ঠাইখন অশুচি হ'ল। মই ভয়ত চিঞৰি উঠিলোঁ। আতঙ্কত মোৰ গাৰ তেজ গোট মাৰিলে। কিন্তু তথাপি মই নিৰস্ত নহ'লোঁ। ৰহস্যটো উদ্ঘাটন কৰিবৰ কাৰণে ব্যাকুল হৈ মই পুনৰ আন এজোপা গছ উঘালিবৰ কাৰণে চেষ্টা কৰিলোঁ। কিন্তু আকৌ গছজোপাৰ পৰা তেজ ওলাল। অতিশয় স্তম্ভিত হৈ মই সেই ঠাইত থকা অপেস্বৰীসকলক আৰু এই ঠেঁছীয় ভূমিৰ অধিপতি স্বয়ংমাৰ্চ দেৱতাক স্তুতি-মিনতি কৰিবলৈ ধৰিলোঁ যাতে এই অপায়-অমঙ্গলবিলাকৰ শান্তি হয়। বালিত আঁঠুকাঢ়ি লৈ মই গছ এজোপা উঘালিবৰ কাৰণে তৃতীয়বাৰ সমস্ত শক্তি প্ৰয়োগ কৰিলোঁ। আৰু তাৰ পিছত ক'বলৈ মোৰ সাহসে নুকুলায়,—সেই অভিজ্ঞতা বৰ্ণনা কৰিবলৈ মোৰ শক্তি নাই। টিলাটোৰ তলৰ পৰা এটা কৰুণ আৰ্তনাদ ভাহি আহিল। মনুষ্য কণ্ঠৰ এই সমিধান মই শুনিবলৈ পালোঁ, "ইনিয়াছ, এই অভাগাক আৰু কিয় কষ্ট দিছা ? এয়া মোৰ সমাধি। মোক আৰু অধিক যন্ত্ৰণা নিদিবা। তোমাৰ পবিত্ৰ হাত দুখন কলুষিত নকৰিবা। মই বিদেশী নহয়। ট্ৰয়ভূমিতে মোৰ জন্ম হৈছিল। এই ঠানিটো যদি তুমি ছিঙি পেলোৱা, তেন্তে পুনৰ নৰৰক্ত বাহিৰ হ'ব। আহ ! লোভ আৰু লালসাৰে অভিশপ্ত উপকূল তুৰন্তে ত্যাগ কৰা, এই বৰ্বৰ দেশৰ পৰা তৎক্ষণাৎ পলায়ন কৰা। কাৰণ মই পলিডৰাছ। ইয়াতে লোহাৰ জোং থকা অসংখ্য যাঠিৰ খোচত মই মৃত্যুৰ মুখত পৰিলোঁ। সেয়েহে মোৰ মৈদামৰ ওপৰত গজা গছ-বনবোৰৰ আকৃতিও যাঠিৰ দৰেই থিয় আৰু ঠৰঙা।" এতিয়া

ভয় আৰু অনিশ্চয়তাত মই স্বৰগ পৰা মানুহৰ নিচিনা হ'লো। মোৰ মন ভাগি গ'ল। মোৰ মূৰৰ চুলি ডাল ডাল হ'ল, মুখৰ মাত হৰিল। সুদীৰ্ঘ দিন ধৰি ট্ৰয় অৱৰুদ্ধ হ'ব বুলি আশঙ্কা কৰি আৰু নিজৰ শক্তি-সামৰ্থ্যৰ প্ৰতি আস্থাহীন হৈ প্ৰায়ামে পলিডৰাছক বহুতো ধন-সোণেৰে ঠ্ৰেছৰ ৰজাৰ হাতত গোপনে গতাই দিছিল। ট্ৰয়ৰ শক্তি যেতিয়া পৰি আহিল আৰু অস্তিত্ব যেতিয়া বিপন্ন হৈ পৰিল, তেতিয়া ৰজাজনে বিজয়ী আগামেমননৰ লগত মিতিৰালি কৰি পলিডৰাছক হত্যা কৰিলে। ধন-সোণখিনিও বলেৰে নিজৰ হস্তগত কৰিলে। তেওঁ ন্যায় ধৰ্মৰ সকলো অনুশাসন পাহৰি গ'ল। অৰ্থলিপ্সাৰ বশীভূত হোৱা অভিশপ্ত মানুহ এটাই কৰিব নোৱাৰা অপকৰ্ম একো নাই। লাহে লাহে মোৰ শৰীৰৰ জড়তা কমি আহিল আৰু মই লৰচৰ কৰিব পৰা হ'লোঁ। মই মোৰ পিতাকে মুখ্য কৰি ট্ৰয়ৰ নেতৃস্থানীয় লোক কেইজনমানক গোটাই লৈ এই অলৌকিক ঘটনাটো বৰ্ণাই তেওঁলোকৰ মতামত বিচাৰিলোঁ। তেওঁলোকে একমুখে স্বীকাৰ কৰিলে যে আমি এই অমঙ্গলীয়া দ্বীপটোৰ পৰা ততালিকে যাত্ৰা কৰাই বিধেয়। আতিথেয়তাৰ পবিত্ৰ নীতি কলঙ্কিত কৰা এই দেশখনৰ লগত যিমান সোনকালে পাৰি, সকলো সম্পৰ্ক ছেদ কৰা উচিত। আমাৰ জাহাজবিলাকো অনুকূল বতাহত মেলি দিয়াই মঙ্গল। আমি পলিডৰাছৰ অন্ত্যেষ্টিক্ৰিয়া নতুনকৈ সম্পন্ন কৰি তেওঁৰ সমাধিৰ ওপৰত এটা মৈদাম বান্ধিলো। মৈদামৰ নামনিত আমি ক'লা কাপোৰেৰে এটি বেদী নিৰ্মাণ কৰি আমাৰ শোকৰ প্ৰতীক স্বৰূপে তাত কলীয়া চাইপ্ৰেছ বৃক্ষ ৰোপণ কৰিলো। ইলিয়ামৰ নাৰীসকল চুলি মেলি কাষতে থিয় হৈ থাকিল। তাৰ পিছত তাত গৰম গাখীৰ আৰু পৃথকভাৱে বখা পবিত্ৰ তেজেৰে তৰ্পণ কৰিলো। এইদৰেই আমি মৃতকৰ আত্মাৰ সদগতিৰ কাৰণে যথাবিহিত ব্যৱস্থা গ্ৰহণ কৰি সৰৱে মেলানি মাগিলো।

যেতিয়া সমুদ্ৰই সাম্যৰূপ ধাৰণ কৰিলে, যেতিয়া বতাহৰ আনুকূল্যত সাগৰখন সুগম হৈ পৰিল আৰু যেতিয়া মলয়াই মৃদু গুঞ্জৰণেৰে আমাক যাত্ৰাৰ কাৰণে নিমন্ত্ৰণ জনালে, তেতিয়া মোৰ সঙ্গীসকলে বেলা-ভূমিত সমবেত হৈ আমাৰ জাহাজবিলাক মেলি দিলে। বন্দৰ আৰু নগৰেৰে সৈতে

দেশখন পিছুত থৈ আমি যাবলৈ ধৰিলো। ভালেমান আঁতৰত সাগৰৰ মাজত ডিলোছ নামেৰে এটি পবিত্ৰ দ্বীপ আছে। এই দ্বীপ জলকুঁৱৰী-সকলৰ জননী আৰু সমুদ্ৰাধিপতি নেপচুনৰ স্নেহধন্য।

সাগৰত ওপঙি থকা এই দ্বীপটোতে ধনুৰ্দ্ধাৰী দেৱতা এপলোৰ জন্ম হৈছিল। তেওঁ মাতৃভক্তিৰ চিনস্বৰূপে এই দ্বীপটো সুউচ্চ মাইকনছ আৰু জায়াৰছ পৰ্বতৰ লগত সুদৃঢ়ভাৱে সংলগ্ন কৰি দিলে। এতিয়া সমুদ্ৰ তৰঙ্গৰ আঘাত উপেক্ষা কৰি ইয়াত মানুহেও বসবাস কৰিব পৰা হ'ল। এতিয়া আমি ডেলোছ অভিমুখে যাত্ৰা কৰিলো আৰু তাৰ নিৰাপদ আৰু অনুকূল পোতাশ্ৰয়ে আমাৰ ক্লান্ত নাবিকসকলক স্বাগত জনালে। জাহাজৰ পৰা নামি আমি এপলোৰ নগৰখনৰ প্ৰতি শ্ৰদ্ধাঞ্জলি নিবেদন কৰিলো। দ্বীপটোৰ ৰজা আছিল আনিউছ। তেওঁ এপলোৰ মন্দিৰৰ পূজাৰীও আছিল। পবিত্ৰ জলফাই গছ পাতৰ আৰু বন্ধনী তেওঁৰ ললাটত শোভা কৰিছিল। আমাক লগ ধৰিবলৈ তেওঁ ওলাই আহিল আৰু পুৰণি বন্ধু এঙ্কাইচিছক চিনি পালে। তেওঁ আমাৰ লগত কৰ-মৰ্দন কৰিলে আৰু আমাক অতিথি হিচাপে আঁকোৱালি ল'লে। আমি ৰাজ-কাৰেঙলৈ খোজ কাঢ়ি যাবলৈ ধৰিলো। প্ৰস্তৰ নিৰ্মিত প্ৰাচীন মন্দিৰটোৰ ভিতৰত অতি ভক্তিভাৱে প্ৰৱেশ কৰি মই প্ৰাৰ্থনা কৰিলো, "এপলো, আমাক নিজৰ বুলিব পৰা এখনি ঠাই দিয়া। আমি ভাগৰি পৰিছো। প্ৰাচীৰবেষ্টিত নগৰ এখনো আমাক লাগে, য'ত আমি বংশানুক্ৰমে নিৰাপদে থাকিব পাৰিম। আমাৰ বাবে যেন নতুন দুৰ্গ গঢ়ি উঠে। ট্ৰয়ৰ অৱশেষ হিচাপে, গ্ৰীক আৰু নিদাৰুণ একিলিছৰ কবলৰ পৰা ইয়াক ৰক্ষা কৰা। আমাক কোনে বাট দেখুৱাই নিব? তোমাৰ নিৰ্দেশ মতে আমি ক'লৈ যাম, ক'তনো বসতি কৰিম? তুমি আমাক পিতৃৰ দৰে পালন কৰা। তোমাৰ ইচ্ছা কি প্ৰত্যক্ষভাৱে প্ৰকাশ কৰি আমাৰ অন্তৰ স্পৰ্শ কৰা।"

মই এইদৰে প্ৰাৰ্থনা কৰি থাকোতেই হঠাতে এটা ভূমিকম্প হ'ল। দেৱতাৰ মন্দিৰত প্ৰৱেশ কৰা দুৱাৰখন, জলফাই গছজোপা আৰু আমি থকা পাহাৰটো পৰ্যন্ত লৰিবলৈ ধৰিলে। সমস্ত মন্দিৰটো যেন উন্মুক্ত হৈ গ'ল আৰু তাত থকা ত্ৰিপদী আসনখনে যেন গৰ্জন কৰি কথা ক'লে। আমি মাজত পৰি সেৱা কৰিলো। এটা কণ্ঠস্বৰ আমাৰ শ্ৰুতিগোচৰ

হ'ল, "অতিশয় সহনশীল ডাৰ্ডানসকল, তোমালোকৰ পূৰ্বপুৰুষসকলে য'ত জন্ম গ্ৰহণ কৰিছিল, সেই দেশখনৰ উদাৰ বক্ষতেই তোমালোকে আশ্ৰয় লাভ কৰিবা। তোমালোকৰ প্ৰাচীন জন্মভূমিৰ সন্ধান কৰাহঁক। এই দেশৰ মাটিৰ পৰাই ইনিয়াছৰ সতি-সন্তানসকলে বংশানুক্ৰমে বিস্তীৰ্ণ ভূমণ্ডল শাসন কৰিব।" এপলোৰ এই দৈৱ-বাণী শুনি আমি উদ্দাম আনন্দ আৰু উত্তেজনাত অভিভূত হৈ পৰিলো। প্ৰাচীন জন্ম-ভূমিলৈ উভতি যাবলৈ নিৰ্দেশ দিওঁতে তেওঁ উল্লেখ কৰা প্ৰাচীৰবেষ্টিত নগৰখননো ক'ত আছে তাকে লৈ আমি গুণা-গঁথা কৰিছিলো। তেতিয়া মোৰ পিতাই পুৰণি কিম্বদন্তীৰ কথা স্মৰণ কৰি ক'লে, "ট্ৰয়ৰ ৰাজপুৰুষসকল, মোৰ কথালৈ কাণ দিয়ক, তেতিয়াহ'লে আপোনালোকৰ প্ৰত্যাশিত ঠাইখনৰ কথা জানিব পাৰিব। সাগৰৰ মাজত ক্ৰীট বুলি এটা দ্বীপ আছে। ইয়াৰ গৰাকী হৈছে জুপিটাৰ। ইডা পৰ্বত ইয়াতে অৱস্থিত। আমাৰ জাতিটোৰ উৎপত্তি হৈছিল ইয়াতেই। ক্ৰীটৰ অধিবাসীসকলৰ বহুতো সমৃদ্ধিশালী নগৰ আছে। তেওঁ শাসন কৰা ৰাজ্যখনৰ মধ্যাংশ অতি উৰ্বৰ। যদি মোৰ ভুল হোৱা নাই, এই ক্ৰীট দেশৰ পৰা আমাৰ পূৰ্বপুৰুষ টিউছাৰ পোনপ্ৰথমে ট্ৰয়দেশলৈ গৈ তাতে ৰাজধানীৰ কাৰণে এখন ঠাই বাছি লৈছিল। তেতিয়ালৈকে তাত কোনো দুৰ্গৰ অস্তিত্ব নাছিল। মানুহবিলাকে বাস কৰিছিল নামনিৰ উপত্যকা অঞ্চলত। শাস্ত্ৰীয় পূজা-পদ্ধতি লগত লৈ এই ক্ৰীটৰ পৰাই আহিছিল মহিয়সী জননী ছিবিল, তেওঁৰ লগত আৰু আহিছিল নৃত্যপটু পূজাৰীসকল। এওঁলোকে ইডা পৰ্বতৰ অৰণ্যত ব্ৰঞ্জৰ তাল বজায়। ক্ৰীটৰ পৰাই আমি পাইছিলো পূজা-সেৱাত ভক্তিৰে নীৰৱ হৈ থকাৰ ৰীতি। আমাৰ মহিমান্বিতা দেৱীৰ ৰথত সংযোগ কৰা সিংহকেইটাও আহিছিল তাৰ পৰাই। এতিয়া আহাহঁক দৈৱ-বাণীয়ে নিৰ্দিষ্ট কৰি দিয়া পথেদিয়েই আমি আগ বাঢ়ি যাওঁ। বায়ু দেৱতাৰ অনুগ্ৰহ লাভ কৰি আমি নছছ নগৰীলৈ পাৰি দিওঁ। জুপিটাৰে সহায় কৰিলে আমাৰ যাত্ৰা দীঘলীয়া নহয়। তিনি দিনৰ ভিতৰতে আমি ক্ৰীটৰ উপকূলত উপনীত হ'ব পাৰিম।" এই বুলি কৈ তেওঁ পৱিত্ৰ বেদীত নেপচুন আৰু মহান এপলোক উদ্দেশ্য কৰি দুটা ষাঁড় গৰু বলি দিলে। তদুপৰি ধুমুহাৰ কাৰণে এটা ক'লা মেৰ ছাগলী আৰু পছোৱা বতাহৰ কাৰণে এটা শুকুলা ভেড়াও বলি দিয়া হ'ল।

এনেতে এটা উৰা-বাতৰি শীঘ্ৰে বিয়পি পৰিল যোলে ক্ৰীটৰ ৰাজকুমাৰ আইডমিনিউছক পিতাকে ৰাজ্যৰ পৰা নিৰ্বাসিত কৰিলে। এতিয়া বোলে ক্ৰীটৰাজ্য জনশূন্য হৈ পৰিল। আমি তালৈ গ'লে শত্ৰু সৈন্যৰ ঘৰ-বিলাকতে থাকিব পাৰিম। ডেলছৰ পোতাশ্ৰয়ৰ পৰা আমি কোবাকুবিকৈ সাগৰৰ মাজলৈ যাবলৈ ধৰিলো। বহুতো উপকূল বিধৌত কৰা সামুদ্ৰিক সোঁতৰ মাজেদি আমি অকাই-পকাই যাব লগা হৈছিল। সুৰাসক্ত লোক-সকলে য'ত পাহাৰৰ ক্ৰমাবন ভূমিত ৰং-ধেমালি কৰি মত্তলীয়া হয়, সেই নেক্সছৰ কাষেদি আমি গৈছিলো, নল-খাগৰি আৰু জলফাই গছৰ দ্বীপবিলাক আমি অতিক্ৰম কৰিছিলো আৰু তাৰ পাছত শুকুলা পাৰোছ আৰু সাগৰৰ বুকুত সিঁচৰতি হৈ থকা ছাইক্লেডিছ দ্বীপপুঞ্জৰ ওচৰেদিয়েই আমি জাহাজ চলাইছিলো। নাৱৰীয়াইঁতে চিঞৰি চিঞৰি ইটোৱে সিটোৰ লগত ফেৰ মাৰি বঁঠা মাৰিছিল। মোৰ বন্ধুসকলে পৰস্পৰে পৰস্পৰক উৎসাহ দি উচ্চৈঃস্বৰে ধ্বনি দিছিল, "আমাৰ পূৰ্বপুৰুষৰ দেশ ক্ৰীটলৈ, ক্ৰীটলৈ আগ বাঢ়ি যাওঁ।" পিছফালৰ পৰা বতাহ এজাক বলাত আমাৰ যাবলৈ সুবিধা হৈছিল। আৰু অৱশেষত আমি কোনো বিপদ-বিঘিনি নোহোৱাকৈ নৃত্যপটু পূজাৰীসকলে বাস কৰা প্ৰাচীন উপকূল ভূমিত উপস্থিত হ'লো।

আমাৰ অতি হেঁপাহৰ নগৰখনৰ চাৰিওফালে প্ৰাচীৰ নিৰ্মাণৰ কাম মই অদম্য উৎসাহেৰে আৰম্ভ কৰিলো। নগৰখনৰ নাম দিলো পাৰ্গেমিয়া আৰু এই নামকৰণত সকলোৱে সন্তোষ পাইছিল। আমাৰ নতুন বাসস্থানৰ প্ৰতি অনুৰক্ত হৈ ইয়াৰ প্ৰতিৰক্ষাৰ বাবে এটা ওখ দুৰ্গ নিৰ্মাণ কৰিবৰ বাবে মই সকলোকে সকীয়াই দিছিলো। আমাৰ জাহাজবিলাক ইতিমধ্যে পানীৰ পৰা পাৰলৈ উঠাই অনা হৈছিল। আমাৰ ডেকা-গাভৰুইঁতৰ বহুতৰে বিয়া-বাৰু হৈছিল আৰু তেওঁলোকে নতুন পামবিলাকত খেতি-বাতি কৰিবলৈ লাগি গৈছিল। মই নতুন আইন-কানুন প্ৰৱৰ্তন কৰাত ব্যস্ত হৈ আছিলো আৰু ঘৰ-দুৱাৰবিলাক মানুহবোৰৰ মাজত ভগাই দিছিলো। কিন্তু অকস্মাতে বায়ুমণ্ডলৰ কোনোবা এটা বিষাক্ত স্তৰৰ পৰা এটা মাৰাত্মক ব্যাধি নামি আহি আমাক আক্ৰমণ কৰিলে। শস্য আৰু গছ-গছনিৰ লগতে মানুহো উজাৰ হ'ল। সেই সময়ছোৱাত মৰণৰ বাহিৰে আমি আৰু

একোবে মুখ নেদেখিলো। বহুতেই অমূল্য জীৱন হেৰুৱালে, বহুতেই বেমাৰত পৰি উঠিব-মেলিব নোৱাৰা হ'ল। অভিজিৎ নক্ষত্ৰৰ উত্তাপত মাটি চন পৰি থাকিল। পথাৰৰ শস্য শুকাই গ'ল আৰু ফলত খাদ্যৰ নাটনি পৰিল। এই অৱস্থাত পিতাই মোক আৰ্টিজিয়াত থকা এপলোৰ মন্দিৰলৈ যাবলৈ উপদেশ দিলে। তাতে তেওঁক কাকুতি-মিনতিৰে প্ৰসন্ন কৰি কি কৰিলেনো আমাৰ দুৰৱস্থাৰ ওৰ পৰিব, আমাৰ এই কঠিন কামত কাৰ পৰানো সহায় পাম আৰু কোন ফালেনো আমি গতি কৰিম, এই বিলাক কথা সুধিবলৈও পিতাই আমাক পৰামৰ্শ দিলে।

গভীৰ ৰাতি পৃথিৱীৰ সকলো প্ৰাণীয়ে বিশ্ৰাম লৈছিল। কিন্তু মই শুই থাকোতে, খিৰিকিয়েদি অহা পূৰ্ণিমাৰ জোনৰ পোহৰত ট্ৰয়-দাহৰ সময়ত উদ্ধাৰ কৰা গৃহদেৱতাসকলৰ পৱিত্ৰ আৰু দিব্যৰূপ স্পষ্টভাৱে দেখিবলৈ পালো। তেওঁলোকৰ কথাত মোৰ মনস্তাপ বহুটো পাতলিল, "চোৱা, তুমি আৰ্টিজিয়ালৈ উভতি গৈ যি দৈৱ-বাণী শুনিলাহেঁতেন, তাকে ক'বলৈ এপলোৱে নিজেই আমাক তোমাৰ ওচৰলৈ পঠাই দিলে। অগ্নিয়ে ট্ৰয় নগৰ দাহ কৰাৰ পিছত আমি তোমাক আৰু তোমাৰ অস্ত্ৰ-শস্ত্ৰ অনুসৰণ কৰি আহিছো। তোমাৰ তত্ত্বাৱধানতে আমি তোমাৰ তৰীসমূহৰ সৈতে উত্তাল সমুদ্ৰৰ মাজেদি ভ্ৰমণ কৰি আহি আছো। তোমাৰ পুত্ৰ-পৌত্ৰ আমাৰ আশীৰ্বাদত জ্যোতিষ্কৰ দৰে মহিমান্বিত হ'ব, তোমাৰ নগৰখন হ'ব ক্ষমতাশালী। সেইবাবে তোমাৰ মহান দেৱতাসকলৰ কাৰণে সুবিশাল প্ৰাচীৰ নিৰ্মাণ কৰিবলৈ প্ৰস্তুত হোৱা। নিৰ্বাসিত জীৱনৰ এই সুদীৰ্ঘ প্ৰচেষ্টা কেতিয়াও পৰিত্যাগ নকৰিবা। কিন্তু তোমালোকে ইয়াত বাস কৰিব নোৱাৰিবা। ডেলছত এপলোৱে তোমালোকক ক্ৰীটত থাকিবলৈ কোৱা নাছিল। তেওঁ তোমালোকৰ আগত উল্লেখ কৰা উপকূলো এয়া নহয়। গ্ৰীকবিলাকে হেস্পেৰিয়া বুলি অভিহিত কৰা এখন দেশ আছে। আমাৰ পশ্চিম ফালে থকা এই দেশখন অতি প্ৰাচীন। এই দেশখন অস্ত্ৰ-বলেৰে বলী আৰু উৰ্বৰ ভূমিৰে সমৃদ্ধ। এসময়ত ইনট্ৰিয়ানবিলাক ইয়াৰ অধিবাসী আছিল। কিন্তু তেওঁলোকৰ বংশধৰসকলে এজন প্ৰখ্যাত নেতাৰ নাম অনুসৰি এই দেশক ইটালী বুলি কয়। এই ইটালীয়েই হৈছে প্ৰকৃততে আমাৰ নিজৰ দেশ। এই ইটালীৰ পৰাই আহিছিল ডাৰ্ডানাছ আৰু

ট্ৰয়ৰ আন এজন সামন্ত ইয়াচিয়াছ। ইয়াচিয়াছো আমাৰ বংশৰে লোক আৰু ট্ৰয়ৰ এজন প্ৰতিষ্ঠাতা। এতিয়া তুমি আনন্দ মনেৰে আমাৰ এই বাৰ্তা তোমাৰ বৃদ্ধ পিতাৰক দিয়াগৈ। কাৰণ ইয়াৰ সত্যতাত সন্দেহৰ কোনো থল নাই। ইটালী আৰু কৰিথাছ নগৰৰ সন্ধানত তেওঁ যাত্ৰা কৰক। সমতল ভূমিত থাকিবলৈ জুপিটাৰে তোমালোকক অধিকাৰ দিয়া নাই।"

দেৱতাসকলৰ দৰ্শন পাই আৰু তেওঁলোকৰ কণ্ঠস্বৰ শুনি মই বিষন্ন হ'লো। ইয়াক মই সপোন বুলি বিবেচনা কৰিব নোৱাৰিলো। তেওঁলোকৰ কেশ মোৰ পৰিচিত আছিল। কথা কৈ থাকোতে তেওঁলোকৰ মুখ মই প্ৰত্যক্ষভাৱে চিনি পাইছিলো। মোৰ শৰীৰৰ পৰা শীতল ঘাম বাহিৰ হ'ল। মই বিছনাৰ পৰা উঠি আহি আকাশলৈ চাই হাত যোৰ কৰি প্ৰাৰ্থনা কৰিলো আৰু অমিশ্ৰিত মদিৰা অগ্নিত আহুতি দিলো। এই কৰ্তব্য সম্পন্ন কৰি মই সহৰ্ষে ঘটনাটো সঠিকভাৱে এঙ্কাইচিছৰ আগত বৰ্ণনা কৰিলোঁ। লাহে লাহে তেওঁ বুজিব পাৰিলে যে পূৰ্বপুৰুষসকলৰ দুটা শাখাই তেওঁৰ মনত ভ্ৰান্তি জন্মাইছিল আৰু ইয়াৰ কাৰণেই তেওঁ অতীতৰ পৰা পুৰুষানুক্ৰমে চলি অহা কাহিনীটোৰ ভুল ব্যাখ্যা দিছিল। তেওঁ ক'লে, "পুত্ৰ, ট্ৰয়ৰ অদৃষ্ট এতিয়া তোমাৰ হাতত। এই গধুৰ দায়িত্ব এতিয়া তুমি বহন কৰিব লাগিব। কেছেন্দ্ৰাৰ বাহিৰে আন কাৰো ইমানখিনি দূৰ-দৃষ্টি নাছিল। এতিয়া মোৰ মনত পৰিছে যে তেওঁ জাতিৰ ভৱিষ্যত সম্বন্ধে মন্তব্য কৰিছিল আৰু আমি যে আগলৈ হেস্পেৰিয়াতে বাস্তা স্থাপন কৰিব লগা হ'ব সেই কথাও উল্লেখ কৰিছিল। কিন্তু কেছেন্দ্ৰাৰ ভৱিষ্যত-বাণীলৈ সেই সময়ত কোনেনো কাণ দিছিল? আমি এপলোৰ প্ৰতি আস্থা ৰাখি, এই সতৰ্ক-বাণী সৰোগত কৰি শুভ-যাত্ৰা আৰম্ভ কৰোহঁক।" তেওঁৰ কথাত আমি পুলকিত হ'লো আৰু তেওঁৰ নিৰ্দেশ মহানন্দে মানি ল'লো। থেছুৰ দৰেই এতিয়া আমি ক্ৰীটৰ পৰা যাত্ৰা কৰিলো। আমাৰ দলৰ কেইজনমান লোক তাত থাকি গ'ল। মহাসাগৰৰ বিপুল বক্ষত আমাৰ ভাসমান তৰী প্ৰবল গতিৰে যাবলৈ ধৰিলে।

উত্তাল সমুদ্ৰৰ অকূল বাৰিধাৰাৰ মাজেদি আমাৰ নৌ-বাহিনী আগ বাঢ়ি গৈছিল; দিগন্ত বিস্তৃত সলিল ৰাশিৰ বাহিৰে আন একোৱেই আমাৰ

দৃষ্টিগোচৰ হোৱা নাছিল আৰু আমাৰ ওপৰত আছিল অনন্ত আকাশ। এনেতে তিমিৰ মেঘমালাৰ আবিৰ্ভাব হ'ল আৰু তাৰ অনুগামী হৈ আহিল তামস ঝটিকা। চঞ্চল জলধাৰাই কৃষ্ণবৰ্ণ ধাৰণ কৰিলে। নিৰ্জন আৰু বিস্তীৰ্ণ সমুদ্ৰ বক্ষত হতাহত তৰীসমূহ বিকীৰ্ণ হ'ল। দিনৰ পোহৰ ডাৱৰৰ মাজত লুকাই পৰিল আৰু বৃষ্টি আৰু অন্ধকাৰত আকাশখন অদৃশ্য হৈ গ'ল। ঘন মেঘ বিদীৰ্ণ কৰি বিদ্যুতৰ দীপ্ত শিখা চমকি উঠিছিল। আমি পথভ্ৰষ্ট হৈ তৰঙ্গমালাৰ মাজেদি বিচৰণ কৰিছিলো। আনকি আমাৰ কাণ্ডাৰী পলিনিউৰাছেই দিন-ৰাতিৰ পাৰ্থক্য ধৰিব পৰা নাছিল আৰু দিক-নিৰ্ণয় কৰিব নোৱাৰি তেওঁ হতভম্ব হৈ পৰিছিল। তিনিটা দিন, তিনিটা নক্ষত্ৰহীন ৰজনী আমি অন্ধকাৰৰ মাজেদি অকূল সমুদ্ৰৰ বুকুত দিগভ্ৰষ্ট হৈ ভ্ৰমি ফুৰিছিলো। ( আমাৰ এফালে আছিল পেলপ্পীয় দ্বীপপুঞ্জ আৰু মেলিয়াৰ গৰ্জনমুখৰ শিলাময় উপকূল। কেৱল যে সমুদ্ৰই আমাক আতঙ্কিত কৰিছিল এনে নহয়, স্থলভাগৰ পৰাও আমাৰ সমানে ভয় আছিল আৰু এই সময়ছোৱাত নিদাৰুণ উৰ্মিমালাই আমাক আঘাতৰ ওপৰত আঘাত কৰিছিল। ) চতুৰ্থ দিনৰ দিনাহে আমি সমুখৰ উপকূল ৰেখা দেখিবলৈ পালো। দূৰৰ পৰ্বতমালাৰ ওপৰত পাক খাই থকা ধোঁৱা আমাৰ দৃষ্টি-গোচৰ হৈছিল। আমাৰ পালবিলাক শিথিল হৈ পৰিছিল আৰু আমি জোৰেৰে বঠা মাৰিছিলো। আমাৰ নাৱৰীয়াবিলাকে অতি তৎপৰতাৰে শৰীৰৰ সমস্ত শক্তি প্ৰয়োগ কৰি নিজৰ কৰ্তব্য কৰিছিল। নীল সাগৰৰ ফেনিল জলত তেওঁলোকে দ্ৰুতগতিৰে আগ বাঢ়ি গৈছিল।

অৱশেষত আমি সামুদ্ৰিক বিভীষিকাৰ পৰা পৰিত্ৰাণ পাই, বিস্তীৰ্ণ আয়নিয়ান সাগৰত অৱস্থিত ষ্ট্ৰফেদি দ্বীপপুঞ্জৰ উপকূলত আশ্ৰয় লাভ কৰিলো। গ্ৰীকবিলাকে চলন্ত দ্বীপপুঞ্জ বুলি অভিহিত কৰিলেও প্ৰকৃততে এই দ্বীপসমূহ এতিয়া গতিশীল নহয়। যেতিয়া ফিনিয়াছৰ ৰাজভৱনৰ দুৱাৰ সিহঁতৰ কাৰণে ৰুদ্ধ হৈ গ'ল আৰু অনুসৰণকাৰী বিলাকৰ ভয়ত সিহঁতে ভোজনালয় পৰিত্যাগ কৰি পলাব লগা হ'ল, তেতিয়াৰ পৰাই ভয়ংকৰী চিলীন'কে ধৰি অন্যান্য হাৰ্পিবিলাক ইয়াতে বাস কৰিছিল। আন কোনো দানৱেই হাৰ্পিবিলাকতকৈ বেছি ভয়াবহ নহয় দেৱতাৰ ৰোষত ঘটা নিৰ্যাতনো ইমান নিৰ্মম নহয় আৰু বৈতৰণীৰ বাৰিধাৰাৰ পৰাও এনেকুৱা

অমঙ্গলীয়া অপদেৱতা কোনো কালে উৰ্দ্ধমুখী হোৱা নাই। সিহঁত আচলতে পক্ষী হ'লেও মুখবিলাক ছোৱালীৰ নিচিনা। সিহঁতৰ পেটৰ পৰা এবিধ জঘন্য ৰস নিৰ্গত হয়। সিহঁতৰ নখবিলাক দীঘল দীঘল আৰু ক্ষুধাতুৰ মুখবিলাক সদায় শেঁতা পৰা।

ইয়াতেই এটা পোতাশ্ৰয়ত আমি জাহাজ বান্ধিলো। আমাৰ সন্মুখৰ সমতল ভূমিত জাকে জাকে নিপোটল গৰু-ছাগলী অৰক্ষিতভাৱে চৰি থকা দেখিবলৈ পালো। হাতত তৰোৱাল লৈ আমি সিহঁতক আক্ৰমণ কৰিলো আৰু জুপিটাৰ প্ৰমুখ্যে দেৱতাসকলক আমাৰ হাতত নিহত হোৱা জন্তুবিলাকৰ ভাগ ল'বলৈ নিমন্ত্ৰণ জনালো। কেঁকোৱা উপকূলৰ বালিত ঘাঁহ-বন পাৰি বহি আমি ধুমধুপালকৈ খাবলৈ আৰম্ভ কৰিলো। কিন্তু হঠাতে পাখিৰে চপ্‌চপ্পনি তুলি ভয়ংকৰ হাৰ্পিবিলাক পাহাৰৰ পৰা সোঁ-সোঁৱাই উৰি আহি আমাৰ ওপৰত পৰিলহি। আমাৰ খাদ্য বস্তুৰ এটা অংশ সিহঁতে খপিয়াই নিলে আৰু বাকীবিলাক লেতেৰা হোৱাত মুখত দিব নোৱাৰা হ'ল। সিহঁতৰ গাৰ পৰা দুৰ্গন্ধ ওলাইছিল আৰু সিহঁতে ভয় লগাকৈ আটাহ পাৰিছিল। ইয়াৰ পাছত আমি পুনৰ পৰ্বতে ঢাকি থোৱা এটুকুৰা যোপ মৰা ঠাইত খাবলৈ বহিলো আৰু আহুতি দিবলৈ একুৰা জুই ধৰিলো (চাৰিওকালে থকা গছৰ ছাঁ পৰি ঠাইখন জয়াৰ হৈ পৰিছিল)। কিন্তু আমাৰ চকুৰ আঁৰত লুকাই থকা জাকটোৱে আকৌ বিকট আৱাও কৰি উৰি আহি আমাৰ ওচৰ পালেহি আৰু নখলগা ঠেঙেৰে আমাৰ চিকাৰবিলাকৰ ওপৰত পৰি মুখ লগাই থোৱা বস্তুবিলাক অশুচি কৰিলে। এই আপদীয়া জীৱবিলাকক অস্ত্ৰ-শস্ত্ৰ লৈ আক্ৰমণ কৰিবলৈ মই ততাতৈয়াকৈ সঙ্গীসকলক নিৰ্দেশ দিলো। তেওঁলোকেও ঠিক তাকেই কৰিলে। ঢাল-তৰোৱালবিলাক বনৰ মাজত লুকুৱাই থৈ তেওঁলোক প্ৰস্তুত হৈ থাকিল। এইবাৰ হাৰ্পিবিলাক আকৌ উৰা মাৰি আহোঁতেই এডোখৰ সুবিধাজনক ঠাইৰ পৰা মিচেনাছে ব্ৰঞ্জৰ শিঙা বজাই সৱৰে সঙ্কেত দিলে। এই শব্দ শুনি মোৰ সঙ্গীসকলে আক্ৰমণ চলালে আৰু এখন অদ্ভুত যুদ্ধ আৰম্ভ হ'ল। এই অমঙ্গলীয়া আৰু অশুচি সামুদ্ৰিক পক্ষীবিলাকক তৰোৱালেৰে হানিবলৈ চেষ্টা কৰা হৈছিল। কিন্তু আমি সিহঁতৰ মাখি ছালো ছিঙিব নোৱাৰিলো। সিহঁত তুৰন্তে পলাল। সিহঁত ওপৰলৈ

উৰি গ'ল, খাদ্যৰ অৱশিষ্টখিনি পৰি থাকিল আৰু সিহঁত অহাৰ উৎকট চিন কিছুমানো ৰৈ গ'ল। কিন্তু জাকটোৰ মাজৰ পৰা স্বয়ং চিলিনোৱে ওখ পাহাৰ এটাৰ ওপৰত পৰি নিয়তিৰ দৰে আগলি-ৰুতৰা দি এইদৰে মাত লগালে, "লাওমিডনৰ লগা-ডগাইঁত, তইঁতে তেনেহ'লে লোকৰ গৰু-ছাগলীবিলাক মাৰি এইদৰেই ৰখি থাকিবি? মৰা গৰুবিলাকৰ কাৰণে আমাৰ লগত যুদ্ধ কৰিবি? নিমাখিত হাৰ্পিবিলাকক সিহঁতৰ নিজৰ ঠাইৰ পৰাই এইদৰে খেদি দিবি? মোৰ কথালৈ কাণ দে, আৰু অলপ গুণা-গঁথা কৰি চাবি। মই নিয়তিবিলাকৰ মুখিয়াল। পৰম পিতাৰ পৰা ফিবাছ এপলোৱে যি কথা শুনিছিল এতিয়া মই তাকে তইঁতৰ আগত প্ৰকাশ কৰিম। মই তেওঁৰ পৰা শুনিছিলো। তইঁতৰ গন্তব্য স্থান হৈছে ইটালী। তইঁতে কোনো বাধা-বিঘিনিৰ সন্মুখীন নোহোৱাকৈ ইটালীৰ বন্দৰত প্ৰৱেশ কৰিব পাৰিবি। কিন্তু আজি আমাক আক্ৰমণ কৰি তইঁতে যি পাপ কৰিলি তাৰ শাস্তি স্বৰূপে তইঁত খাবলৈ নাপাই ভোকত কলমলাই থাকিব লগা হ'ব, খাদ্যৰ অভাৱত তইঁতে বাঁহ-কাঠকে চোবাব লগা অৱস্থা হ'ব। তাৰ পিছতহে তইঁতে নগৰ এখন পাতি চাৰিও ফালে গড় মাৰিব পাৰিবি।" এই বুলি কৈ তাই কোবেৰে হাবিৰ ফালে উৰা মাৰি গুচি গ'ল।

এই কথা শুনি মোৰ সঙ্গীসকলৰ তেজ চেঁচা পৰি গ'ল গভীৰ আতঙ্কত তেওঁলোক অভিভূত হ'ল। উদ্যমহীন হৈ তেওঁলোকে মোক খাটনি ধৰিলে যে হাৰ্পিবিলাক দেৱীয়েই হওক বা জঘন্য আৰু আপদীয়া পক্ষীয়েই হওক, আমি পূজা-পাৰ্বণ বা ব্ৰত-যজ্ঞৰ দ্বাৰাহে উদ্ধাৰ পাম, অস্ত্ৰেৰে নহয়। মোৰ পিতা এঙ্কাইচিছে সাগৰৰ পাৰত থিয় হৈ ওপৰলৈ হাত যোৰ কৰি দেৱ-দেৱীসকলক আৱাহন কৰিলে। আমাক পূজা-পদ্ধতিৰ নিৰ্দেশ দি তেওঁ প্ৰাৰ্থনা কৰি ক'লে, "হে দেৱতাসকল, এই ভয়াবহ বিপদ আৰু দুৰ্যোগৰ পৰা আমাক পৰিত্ৰাণ কৰা। তোমালোক প্ৰসন্ন হৈ এই ধৰ্মভীৰু লোকসকলক ৰক্ষা কৰা।" তাৰ পাছত তেওঁ জাহাজ বন্ধা ৰচি খুলি দি পালবিলাক ঢিলা কৰি দিবলৈ আমাক আদেশ দিলে। মলয়া বতাহত আমাৰ পালবিলাক প্ৰসাৰিত হ'ল। ফেনিল তৰঙ্গৰ মাজেদি আমি পলায়ন কৰিলো। বতাহৰ গতি অনুসৰি গুৰিয়ালে আমাৰ যাত্ৰাপথ নিৰ্দ্ধাৰণ কৰিলে। এতিয়া তৰঙ্গমালাই বৃত্তাকাৰে আবৰি থকা বনৰাজি

শোভিত জেছিয়াছ আমাৰ দৃষ্টি-গোচৰ হ'ল। তাৰ পিছত একাদিক্ৰমে ডলিছিয়াম, ছামে আৰু ওখ শিলাময় পাহাৰে বেৰি থোৱা নেৰিটছ দ্বীপৰ কাষেদি আমি যাবলৈ ধৰিলো। ইঠাকাৰ পৰ্বতবিলাক আমি সুকৌশলে পৰিহাৰ কৰিলো। কাৰণ ইয়াতেই লাৰ্টিছে ৰাজত্ব কৰিছিল আৰু ইউলিচিছৰ দৰে বৰ্বৰ সন্তান জন্ম দি তেওঁ দেশখন অভিশপ্ত কৰিছিল। লাহে লাহে লুকেটৰ মেঘাবৃত পৰ্বতমালা আৰু তাৰ প্ৰধান ভূ-ভাগৰ আগীয়াঠুঁটিত থকা এপলোৰ মন্দিৰ দেখা পালো। নৌ-যাত্ৰীসকলে এই অঞ্চলটো অতিশয় ভয়ৰ চকুৰে চায়: আমি ভাগৰি পৰিছিলো। উপকূলৰ ওচৰ চাপি আমি জাহাজৰ লংগৰ পেলালো। শাৰীবদ্ধ নৌ-বাহিনী সাগৰৰ পাৰত ৰাখি আমি সৰু নগৰখনলৈ বাট বুলিলো।

অতি অপ্ৰত্যাশিতভাৱে অৱশেষত আমি ভূমিত পদাৰ্পণ কৰিবলৈ সক্ষম হ'লো। জুপিটাৰৰ নাম লৈ আমি আনুষ্ঠানিকভাৱে শুচি হ'লো আৰু ব্ৰত পালনৰ কাৰণে যজ্ঞৰ জুই জ্বলালো। এক্তিয়ামৰ বেলাভূমিত আমি ট্ৰয়ত প্ৰচলিত খেল-ধেমালিৰ আয়োজন কৰিলো। অসংখ্য জনতাৰ সমাবেশ হ'ল। মোৰ সঙ্গীসকলে কাপোৰ-কানি খুলি, জলফাই তেল গাত ঘঁহি টুপটুপীয়া হৈ খেল-ধেমালিত যোগ দিলে। শত্ৰুৰ পৰা নিৰাপদে সাৰিব পাৰি আৰু বাটত ইমানবিলাক গ্ৰীক নগৰ পাৰ হৈ আহিবলৈ সক্ষম হৈ তেওঁলোক আনন্দিত হৈছিল। এনেকুৱা যেন স্বদেশৰ মাটিতহে মল্লযুদ্ধ কৰিছে, তেওঁলোকৰ তেনে ভাব হৈছিল। ইতিমধ্যে সূৰ্য দেৱতাৰ বাৰ্ষিক গতিৰ ফলত ঋতু পৰিবৰ্তন হৈছিল। বৰফ পৰিছিল আৰু শীতকালত উত্তৰ ফালৰ পৰা বলা বায়ুৰ প্ৰভাৱত সাগৰৰ ঢৌবিলাক অশান্ত হৈছিল। পৰাক্ৰমী আবাছে এসময়ত ব্যৱহাৰ কৰা এখন ব্ৰঞ্জৰ ঢাল মই দুৱাৰৰ সন্মুখত স্মৃতি চিনস্বৰূপে সংলগ্ন কৰি এইদৰে লিখি ৰাখিলো, "বিজয়ী গ্ৰীক বীৰৰ পৰা অধিকাৰ কৰা এই ঢাল ইনিয়াছে উছৰ্গা কাৰছে।" ইয়াৰ পিছত মই নাৱিকবিলাকক নিজ নিজ ঠাইত উপস্থিত হৈ জাহাজ মেলি দিবলৈ আদেশ দিলো। মোৰ সঙ্গীসকলে অতি উৎসাহেৰে ব'ঠা মাৰি সমুদ্ৰৰ উপৰি ভাগেদি দ্ৰুত বেগে যাবলৈ ধৰিলে। অতি কম সময়ৰ ভিতৰতে ফিচীয়াৰ পাহাৰবিলাক দিগন্তত বিলীন হৈ গ'ল আৰু আমি

এগিৰাছৰ উপকূল ৰেখা অতিক্ৰম কৰি কাওনীয়া বন্দৰৰ ওচৰ চাপিলো। অৱশেষত আমি বাৰঠ্ৰটাম নামৰ পাৰ্বত্য নগৰখনত উপনীত হ'লো।

ইয়াতে আমি এটা প্ৰায় অবিশ্বাস্য আৰু অদ্ভুত কাহিনী শুনিবলৈ পালো। প্ৰায়াম-পুত্ৰ হেলেনাছক বোলে গ্ৰীকবিলাকে ৰজা পাতিলে। ইয়াকাছৰ বংশধৰ একিলিছ-তনয় পাইৰাছৰ মৃত্যুৰ পিছত তেৱেঁই সিংহাসনত আৰোহণ কৰিলে আৰু কুঁৱৰী এণ্ড্ৰমেকীক বিবাহ কৰিলে। কুঁৱৰী এণ্ড্ৰমেকীয়ে এইদৰেই আপোন মানুহ এজনক পুনৰ্বাৰ স্বামীৰূপে লাভ কৰিলে। মই বিস্ময়ত অভিভূত হ'লো। অতিশয় কৌতুহলবশতঃ মই স্বয়ং হেলেনাছৰ পৰা সমুদায় বৃত্তান্ত শুনিবৰ কাৰণে শীঘ্ৰে যাত্ৰা কৰিলো। বন্দৰত জাহাজবিলাক বান্ধি থৈ উপকূলৰ পৰা কিছু দূৰ যোৱাৰ পিছত মই আকস্মিকভাৱে এণ্ড্ৰমেকীক লগ পালো। তেতিয়া তেওঁ বেজাৰ মনেৰে হেক্টৰৰ পৰলোকগত আত্মাৰ প্ৰতি শাস্ত্ৰীয় বিধান মতে সুৰাৰে পিণ্ডদান কৰিছিল। নগৰৰ নিকটবৰ্তী অৰণ্যৰ নদী এখনৰ পাৰত হেক্টৰৰ স্মৃতি ৰক্ষাৰ্থে নিৰ্মিত সেউজীয়া বনেৰে ঢাক খাই থকা মৈদাম এটাৰ ওচৰত তেওঁ নিহত স্বামীৰ প্ৰেতাত্মাৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰিছিল; এই নদীখনৰ নামো দিছিল চিমইছ। এই ঠাইতে তেওঁ পৰম ভক্তিৰে দুখনি পূজাৰ বেদী প্ৰতিষ্ঠা কৰিছিল। তেওঁৰ অন্তৰত উপচি থকা শোক পাতলাবৰ কাৰণে এয়েই আছিল নিভৃত আশ্ৰয়। ট্ৰয়ৰ সাজ-পাৰেৰে সজ্জিত হৈ মই ওচৰ চপা দেখা পাই এণ্ড্ৰমেকা উচপ খাই উঠিল। এই অপ্ৰত্যাশিত সাক্ষাতৰ আকস্মিকতাত তেওঁ একেবাৰে বিমূঢ় হৈ দৰক লাগি ৰ'ল। তেওঁৰ স্বাভাৱিক অনুভূতিবিলাক সাময়িকভাৱে লুপ্ত হ'ল আৰু স্থিৰভাৱে থিয় হৈ থকাও তেওঁৰ কাৰণে কঠিন হৈ পৰিল। কিছু সময় নিৰ্বাক হৈ থাকি অৱশেষত তেওঁ সম্বিত পালে আৰু মোক এইদৰে সম্বোধন কৰিলে, "সঁচাই তুমি আহিছা? মোৰ চকু দুটাকে বিশ্বাস কৰিব পৰা নাই। দেৱীপুত্ৰ এয়া যে দিঠক মই কেনেকৈ জানিব পাৰিম? তুমি এতিয়াও জীয়াই আছা? যদিহে তুমি জীৱিত নহয়, তেন্তে মোক কোৱা, মোৰ হেক্টৰ ক'ত আছে?" এইদৰে কৈ থকা অৱস্থাতে তেওঁ হুকহুকাই কান্দিবলৈ ধৰিলে। তেওঁৰ করুণ বিননিত অৰণ্য মুখৰিত হ'ল। শোকত তেওঁ ইমান উদ্বাউল হৈ পৰিছিল যে মই কোনোমতেহে

মাজে মাজে দুই-এটা চমু উত্তৰ দিব পাৰিছিলো। মই কৈছিলো, "মই সঁচাকৈয়ে জীয়াই আছো। মোৰ দেহত প্ৰাণ আছে সত্য, কিন্তু মই বহুত দুখ-কষ্ট পাইছো। সন্দেহ নকৰিবা, দৃষ্টিয়ে তোমাক প্ৰতাৰিত কৰা নাই। কিন্তু হায়। সেই বিবাহিত জীৱনৰ সন্মান, গৌৰৱ আৰু মৰ্যাদা হেৰুৱাই তুমি কেনেকৈ কাল কটাইছা? হেক্‌টৰৰ প্ৰেয়সী এণ্ড্ৰমেকীয়ে যেনে সৌভাগ্য লাভ কৰিব লাগে, তেনে সৌভাগ্যই তোমাক চকু মেলি চাইছেনে? তুমি এতিয়াও পাইৰাছৰ পত্নীৰূপেই আছানে?"

নতমস্তক হৈ তেওঁ কোমল মাতেৰে উত্তৰ দিলে, "ট্ৰয়ৰ সুউচ্চ প্ৰাচীৰৰ তলত অৱস্থিত শক্ৰৰ সমাধিৰ কাষতে মৃত্যুদণ্ড লাভ কৰা প্ৰয়ামৰ সেই দুহিতাগৰাকী কিমান ভাগ্যৱতী! বিজেতাই কুৎসিৎ কামনা চৰিতাৰ্থ কৰিবৰ কাৰণে তেওঁক বন্দিনী কৰিব পৰা নাছিল। মোৰ চকুৰ আগতে ঘৰখন পুৰি ছাৰখাৰ হ'ল। একিলিছৰ তৰুণ পুত্ৰৰ নিদাৰুণ অৱজ্ঞা আৰু ঔদ্ধত্য সহ্য কৰি মই সমুদ্ৰ অতিক্ৰম কৰিলো। দাসীৰ দৰে অপাৰ দুখ-কষ্ট ভোগ কৰিলো। কিন্তু তেওঁ মোক অচিৰে ত্যাগ কৰিলে। লিডাৰ নাতিনী আৰু স্পাৰ্টাৰ গাভৰু হাৰ্মিয়নক বিয়া কৰাবৰ কাৰণে তেওঁ মতলীয়া হ'ল। সেইকাৰণে তেওঁ মোক একে লগৰে দাস হেলেনাছৰ হাতত গতাই দিলে। ইতিমধ্যে হিংসাৰ অধিষ্ঠাত্ৰী দেৱীসকলে অৰিষ্টিছক অপকৰ্ম কৰিবৰ কাৰণে উচটাই আছিল। তেওঁৰ পত্নীকে পাইৰাছে হৰণ কৰিবলৈ চক্ৰান্ত কৰিছিল। তীব্ৰ ঈৰ্ষাৰ বশৱৰ্তী হৈ অৰিষ্টিছে অতি গোপনে খাপ পিতি থাকি পাইৰাছক শ'লঠৈকত পেলাই যজ্ঞবেদীৰ কাষতে হত্যা কৰিলে। পাইৰাছৰ মৃত্যুৰ পাছত প্ৰচলিত আইনমতে ৰাজ্যৰ একাংশ হেলেনাছৰ ভাগত পৰিল। ট্ৰয়ৰাজ্যত থকা কাওনৰ নাম অনুকৰণ কৰি তেওঁ এই ৰাজ্যৰ নামকৰণ কৰিছে কাওনীয়া। পাহাৰৰ হেলনীয়া অংশত ট্ৰয়ৰ আৰ্হিত এটা দুৰ্গ আৰু প্ৰাচীৰ নিৰ্মাণ কৰিছে। কিন্তু তোমাৰ কথা কোৱা। তুমি ইয়ালৈ কেনেকৈ আহিলা? হয়তো কোনোবা দেৱতাৰ প্ৰভাৱত তুমি অজ্ঞতাবশতঃ আমাৰ উপকূলত অৱতৰণ কৰিছাহি। তোমাৰ শিশুপুত্ৰ এস্কেনিয়াছৰ কথা কোৱাচোন? সি এতিয়াও স্বাস্থ্যকৰ পৰিবেশত জীয়াই আছেনে? ট্ৰয়ত সি তোমাৰ লগতে আছিল। এতিয়া বাৰু তাৰ মাকলৈ মনত পৰেনে? সি বাৰু জানেনে যে ইনিয়াছ তাৰ পিতৃ

আৰু হেক্টৰৰ তাৰ পিতৃব্য ? যদিহে জানে, তেন্তে আগৰ দিনৰ উৎসাহ-উদ্দীপনা আৰু মানুহৰ শৌৰ্য-বীৰ্যৰ কথাই তাৰ মনত ভুমুকি মাৰেনে ?"

তেওঁ অনৰ্গল মোক প্ৰশ্ন সুধি আছিল, উচুপি উচুপি কান্দিছিল, দীঘল হুমুনিয়াহ পেলাইছিল এনেকুৱাতে প্ৰায়ামৰ বীৰ পুত্ৰ স্বয়ং হেলেনাছ নগৰৰ পৰা দলে-বলে আহি উপস্থিত হ'লহি। তেওঁ আত্মীয়-কুটুম্বসকলক চিনি পাই বৰ বং পালে আৰু আমাক সিংহ-দুৱাৰলৈ আগ বঢ়াই লৈ গ'ল। তেওঁ আমাক বহু কথা সুধিছিল আৰু প্ৰতি কথাতেই তেওঁ চকুপানী টুকিছিল। আমি বাৰলৈ ধৰিলো আৰু অৱশেষত ট্ৰয় নগৰ আৰু দুৰ্গৰ ক্ষুদ্ৰ সংস্কৰণটি মই চিনি পালো। শুকান জান এটাৰ নাম দিছিল জেস্থাছ। "স্কীয়ান তোৰণ"ৰ ওচৰত উপনীত হৈ মই প্ৰণাম নজনোৱাকৈ ৰ'ব নোৱাৰিলো।

এই নগৰখনে আগ বঢ়োৱা চেনেহৰ ভাগ মোৰ লগতে অন্যান্য ট্ৰজান-সকলেও ল'লে। এলানি স্তম্ভৰ মাজৰ আহল-বহল ঠাইত ৰজাই তেওঁলোকক অভ্যৰ্থনা জনালে। কাৰেঙৰ চোতালত সোণৰ থালত সজাই-পৰাই বিবিধ উপাদেয় খাদ্য পৰিবেশন কৰা হ'ল। হাতত সুৰাৰ পাত্ৰ লৈ সকলোৱে দেৱতাসকলৰ উদ্দেশ্যে মদিৰাৰে তৰ্পণ কৰিলে।

ভালেমান দিন পাৰ হৈ গ'ল। অনুকূল বতাহে আমাৰ নৌ-বাহিনীক নিমন্ত্ৰণ জনালে। দক্ষিণ বায়ুৰ কল্যাণত আমাৰ পালবিলাক ফিটফিটীয়া হ'ল। হেলেনাছে ভৱিষ্যত-বাণী কৰিব পাৰিছিল। সেইকাৰণে মই তেওঁক সুধিলো, "ট্ৰয়ৰ সন্তান, দেৱতাসকলৰ মনোভাব তোমাৰ অজ্ঞাত নহয়। এপলোৰ ক্ষমতাৰ সত্যাসত্য তোমাৰ বোধগম্য ! তেওঁৰ ত্ৰিপদী আসন, ক্লেৰছৰ জলফাই গছ আদিৰ বিষয়ে তোমাৰ সম্যকজ্ঞান আছে। তুমি গ্ৰহ-নক্ষত্ৰৰ প্ৰভাৱ গণনা কৰিব পাৰা। চৰাই-চিৰিকতিৰ মাত তুমি বুজিব পাৰা আৰু সিহঁত কোনোবা দিশলৈ উৰি গ'লেও তুমি তাৰ প্ৰকৃত তত্ত্ব বিচাৰ কৰিব পাৰা। এতিয়া মোৰ প্ৰশ্নৰ উত্তৰ দিয়া। মই ভাব-ভক্তিৰে ভালেমান ব্ৰত পালন কৰিছো। তাৰ পৰা মোৰ মনত অলপ আশা হৈছে যে আমি যাত্ৰা কৰিব পাৰিম। প্ৰতিটো দৈব-বাণীয়ে মোক বহুতো দূৰত থকা ইটালী অভিমুখে জাহাজ মেলি দিবলৈ প্ৰবলভাৱে সকীয়াই দিছে। একমাত্ৰ চিলিনো নামৰ হাৰ্পিজনীয়েহে মই দৈৱবোৰত পৰি এট

ভয়ংকৰ দুৰ্ঘটনাৰ সন্মুখীন হ'ম বুলি কৈছিল। এনেকুৱা অমংগলীয়া কথা মুখৰ পৰাই ওলাব নোখোজে। আমি বোলে দুৰ্ভিক্ষৰ কৰাল গ্ৰাসত পৰিম। তেন্তে কেনেকুৱা বিপদ-আপদৰ পৰা মই সততে আঁতৰি থাকিব লাগিব? আগন্তুক অগ্নি-পৰীক্ষাৰ মাজেদি কোনে মোক নিৰাপদে বাট দেখুৱাই নিব?"

এই কথা শুনি হেলেনাছে আনুষ্ঠানিকভাৱে পশু বলি দি পূজা-পাতল কৰিলে। এইদৰে তেওঁ দেৱতাসকলৰ অনুগ্ৰহ লাভ কৰিবলৈ সক্ষম হ'ল। ইয়াৰ পিছত তেওঁ পৱিত্ৰ শিৰ-বন্ধনী শিথিল কৰিলে আৰু দেৱতাৰ দ্বাৰা অনুপ্ৰাণিত হৈ অতিশয় আগ্ৰহেৰে মোক হাতত ধৰি এপলোৰ মন্দিৰৰ দুৱাৰ-মুখলৈ লৈ গ'ল। সাধনাৰ বলত প্ৰত্যক্ষ অভিজ্ঞতা লাভ কৰি তেওঁ এইদৰে ভৱিষ্যত-বাণী কৰিলে, "দেৱীপুত্ৰ, এই কথা স্পষ্ট আৰু সুনিশ্চিত যে তুমি দৈৱ-শক্তিৰ প্ৰভাৱত মহাসমুদ্ৰ অতিক্ৰম কৰি যাব লাগিব। দেৱতাসকলৰ অধিপতি গৰাকীয়েও তোমাৰ অদৃষ্ট এইদৰেহে নিৰ্দ্ধাৰণ কৰিছে। তেওঁৰ ইচ্ছামতেই ইটোৰ পিছত সিটোকৈ ঘটনা ঘটিব, এইদৰে তেওঁ ভৱিষ্যৎ ইতিহাসৰ গতিপথ নিৰ্ণয় কৰিব। ভৱিষ্যতৰ গৰ্ভত নিহিত হৈ থকা বহুতো সত্যৰ ভিতৰত মাত্ৰ কেইটিমানহে মই তোমাৰ আগত ব্যক্ত কৰিম, যাতে তুমি অজান আৰু অকুল সমুদ্ৰৰ বুকুৰেদি নিৰাপদে পাৰ হৈ অৱশেষত ইটালীৰ উপকূলত আশ্ৰয় ল'ভ কৰিবলৈ সমৰ্থ হোৱা। বাকীবিলাকৰ বিষয়ে মাত্ৰ ইমানকে কওঁ যে হয়তো ভাগ্যদেৱীয়ে হেলেনাছক তাৰ সন্ধান দিয়া নাই, নতুবা জুনোৱে সেইবিলাক সত্য বেকত কৰিবলৈ তেওঁক নিষেধ কৰিছে। প্ৰথম কথা হ'ল তুমি অজ্ঞতাবশতঃ ধৰি লৈছা যে ইটালীলৈ বেছি বাট নাই আৰু তুমি সহজে তাৰ বন্দৰলৈ জাহাজ লৈ যাব পাৰিবা। কিন্তু বন্ধু, তোমাৰ কাৰণে ইটালীলৈ এতিয়াও বহু বাট বাকী। দুস্তৰ বাৰিধাৰা আৰু দুৰ্গম উপকূল পাৰ হৈ তোমাৰ ভ্ৰমণৰ শেষ পৰ্যায়তহে সেই ঠাইত উপস্থিত হ'ব পাৰিবা। নিৰাপদ স্থলভাগত পদাৰ্পণ কৰাৰ আগতে তুমি চিচিলিৰ নিকটবৰ্তী সলিলৰাশিৰ মাজেদি অতিশয় কষ্টেৰে আগুৱাব লাগিব আৰু ইটালীক আগুৰি থকা সাগৰৰ লবণাক্ত বক্ষত জাহাজ চলাই নিব লাগিব। তদুপৰি ৰসাতলত থকা সৰোবৰ আৰু চাৰ্চিৰ আয়াৱীপো তুমি অতিক্ৰম কৰি যাব লাগিব। এতিয়া মই তোমাক এটা সংকেত দিম, সদায় মনত ৰাখিবা। কোনোবা এটা উৎকণ্ঠিত মুহূৰ্তত তুমি দূৰ-দূৰণিৰ

নদী এখনৰ পাৰত, এজোপা ওক গছৰ তলত এজনী প্ৰকাণ্ড বগা গাহৰি মাটিত পৰি থকা দেখিবলৈ পাবা। গাহৰিজনীৰ লগত থাকিব ত্ৰিশটা সদ্যজাত পোৱালি। আৰু সিহঁতো তাইৰ দৰেই শুকুলা। সিহঁতে তাইৰ ওহাৰৰ ওচৰত জুমুৰি দি থাকিব। সেই ঠাইখনকেই তোমাৰ নগৰৰ কাৰণে নিৰ্বাচিত কৰিবা। অশেষ দুৰ্দশাৰ পিছত সেয়ে হ'ব তোমাৰ সুনিশ্চিত আশ্ৰয়। দুৰ্ভিক্ষৰ কাৰণে চিন্তিত নহ'বা। ভাগ্যৰ বলত তোমালোকে পৰিত্ৰাণ পাবা। কাকুতি-মিনতি কৰিলে এপলোৱেও তোমালোকক সহায় কৰিব। কিন্তু তোমালোকে ইয়াৰ নিকটবৰ্তী ইটালীৰ উপকূলস্থ ভূমি বৰ্জন কৰিবা। সেই ঠাই আমাৰ ইয়াৰ পৰা বেছি আঁতৰত নহয়। আমাৰ সাগৰখনৰ জোৱাৰে সেই ঠাই ডুবাই যায়। তাৰ প্ৰত্যেকখন প্ৰাচীৰ বেষ্টিত নগৰতে গ্ৰীকবিলাকে বাস কৰিছে আৰু তেওঁলোক তোমালোকৰ শত্ৰু। তাৰে এখন নগৰ লক্ৰিয়ানবিলাকৰ দ্বাৰা প্ৰতিষ্ঠিত। আন এখন নগৰত আছে ক্ৰীটৰ আইডমিনিউছ। তেওঁৰ সৈন্যবিলাকে ছেলেন্টিনীয় সমভূমি অধিকাৰ কৰি আছে। আন এঠাইত মেলিবিয়াৰ সামন্ত ফিলক্ৰোটিছে পোটিলিয়া নামে প্ৰসিদ্ধ এখন নগৰ নিৰ্মাণ কৰিছে। চাৰিওকালে থকা গড়ৰ মাজতে নগৰখন আবদ্ধ। কিন্তু যেতিয়া তুমি এই সকলোবিলাক পাৰ হৈ যাবা আৰু তোমাৰ নৌ-বাহিনী সাগৰৰ সিপাৰে নিৰাপদভাৱে বিচৰণ কৰিব পাৰিব, তেতিয়া তুমি পাৰত বেদী সাজি এতিয়া আগ কৰি থোৱা পূজাবিলাক পাতি পেলাবা। পূজা কৰোঁতে তুমি ৰক্তবস্ত্ৰ পৰিধান কৰিবা। তোমাৰ শিৰো আবৃত কৰি লবা। নহ'লে পূজাত বহি পৱিত্ৰ অগ্নিত হোম কৰি থাকোঁতে, হয়তো কোনোবা অনাহুত লোকৰ উপস্থিতিত দৈৱ-বাণী অস্পষ্ট হৈ যাব পাৰে। তুমি আৰু তোমাৰ সংগীসকলে পূজা কৰোঁতেও চিৰদিন এই নিয়ম মানি চলিবা আৰু তোমাৰ বংশধৰসকলৰ মন যদি নিষ্কলুষ হয় তেন্তে তেওঁলোকেও এই পদ্ধতিৰ প্ৰতি বিশ্বাস ৰাখিব লাগিব।

"এতিয়া আৰু শুনা, তুমি যেতিয়া তাৰ পৰা যাত্ৰা কৰিবা, অনুকূল বতাহে তোমাক চিচিলিৰ উপকূলৰ কাষলৈ লৈ যাব। সংকীৰ্ণ পেলৰাছৰ সকলো প্ৰতিবন্ধক মুক্ত হৈ যাব আৰু এটা সুগম পথৰ সন্ধান পাবা। সেই সময়ত তুমি জাহাজৰ সোঁফালে থকা সাগৰ আৰু সৈকত পৰিহাৰ কৰি বাওঁফালেদি যাত্ৰা কৰিবা। এই দীঘলীয়া জলপথেৰে তুমি বহুতো

ঘূৰি-পকি যাব লাগিব। কথিত আছে যে সোঁফালে এসময়ত অখণ্ড ভূ-ভাগ বিৰাজ কৰিছিল। কিন্তু সুদূৰ অতীতত সংঘটিত হোৱা প্ৰচণ্ড আলোড়নৰ ফলত বসুধা বিদীৰ্ণ হ'ল আৰু এই অঞ্চলটোৰ মাজত এটা ব্যৱধানৰ সৃষ্টি হ'ল। মহাকালৰ গৰ্ভত এনেকুৱা এটা বিৰাট পৰিবৰ্তনো লুপ্ত হৈ পৰে। সেই ভূমিকম্পৰ পিছতেই সেই সংকীৰ্ণ পথেৰে সমুদ্ৰৰ বিক্ষুব্ধ জলধাৰা প্ৰবল বেগেৰে প্ৰবাহিত হৈ চিচিলিৰ উপকূল ভাগক ইটালীৰ নগৰবিলাকৰ পৰা বিচ্ছিন্ন কৰি পেলালে। এইদৰেই দুখন দেশৰ দুটা উপকূলৰ উদ্ভৱ হ'ল। ইয়াতে সোঁফালে অৱস্থিত ছীলা আৰু বাওঁফালে বিৰাজ কৰা কেৰিবডিছে তোমাৰ পথ বন্ধ কৰি ৰাখিছে। চিৰকাল অশান্ত হৈ থকা কেৰিবডিছে দিনে তিনিবাৰকৈ প্ৰকাণ্ড ঢৌবিলাকো সমুদ্ৰৰ অতলস্পৰ্শী গৰ্ভলৈ শোষণ কৰি নিয়ে আৰু পিছত ওপৰলৈ ইমান তীব্ৰ বেগেৰে উদ্গীৰণ কৰে যে নিক্ষিপ্ত জলধাৰাই আকাশৰ নক্ষত্ৰবিলাককো আঘাত কৰিব খোজে। ছীলাই অৱশ্যে এটা গহ্বৰত গোপনে লুকাই লোকচক্ষুৰ অন্তৰালত থাকে। কিন্তু তাই মুখ মেলি জাহাজবিলাকো পাহাৰৰ ওপৰলৈ টানি লৈ যাব পাৰে। নাভিপৰ্যন্ত তাৰ ওপৰছোৱাৰ আকৃতি মানুহৰ নিচিনা, এজনী যুৱতীৰ দৰেই তাইৰ সুদৃশ্য বক্ষদেশ। কিন্তু তাইৰ তলফাল এটা দৈত্যাকায় তিমিৰ দৰে, তাত আছে বাঘৰ নিচিনা পেটৰ পৰা ওলমি থকা নেজ, যি নেজ এবিধ সামুদ্ৰিক মাছৰ শৰীৰতহে দেখা যায়। গতিকে লৰালৰি নকৰি দূৰ বাটেদি লাহে-ধীৰে যোৱাহে জ্ঞানীৰ কাম হ'ব। বীভৎস ছীলাৰ লগত ভেটা-ভেটি হোৱাতকৈ চিচিলিৰ পেকিনাছ অন্তৰীপৰ কালে ঘূৰি-পকি যোৱাহে ভাল। তাই বাস কৰা গভীৰ আৰু বিশাল গহ্বৰ আৰু তাত থকা পাহাৰবিলাক মুখৰিত কৰি থকা নীল বৰণীয়া চিকাৰী কুকুৰৰ ভুক-ভুকনি, এইবিলাক বৰ্জন কৰাই বিধেয়। আৰু আছে। হেলেনাছৰ দিব্যদৃষ্টি আৰু তেওঁৰ ভৱিষ্যত-বাণীৰ বিশ্বাসযোগ্যতা যিমান সুনিশ্চিত, এপলোৰ অনুপ্ৰেৰণাত তেওঁ সত্যৰ সন্ধান পোৱাটো তিমান সন্দেহাতীত, সেই প্ৰেৰণাৰ ফলত, হে দেৱীপুত্ৰ, মই তোমাৰ আগত ব্যক্ত কৰিব খোজো, তোমাৰ সন্মুখত আছে এটি পৰম কৰ্তব্য। এই কৰ্তব্য অৱশ্যে পালনীয় আৰু আন সকলোবিলাক দায়িত্বতকৈ অধিক গুৰুতৰ। মই তোমাক নেৰানেপেৰাভাৱে এই সতৰ্ক-বাণী

শুনায়েই থাকিম, শুনায়েই থাকিম। তুমি শক্তিৰূপিনী জুনোক পূজা কৰিব লাগিব। আন সকলো বাদ দি হ'লেও তেওঁক মিনতি কৰিব লাগিব। কায়-মনোবাক্যে তুমি তেওঁক ভজন কৰিব লাগিব। কাতৰভাৱে কাকুতি কৰি তুমি এই মহিমান্বিতা দেৱীগৰাকীৰ কৰুণা লাভ কৰিব পাৰিবা। মাত্ৰ এই উপায়েৰেহে তুমি চিচিলিৰ পৰা বিজয় গৰ্বেৰে ইটালীৰ সীমান্তত উপনীত হ'ব পাৰিবা। ইটালীত উপস্থিত হোৱাৰ পিছতেই তুমি যাত্ৰা কৰিব লাগিব কুমি নগৰলৈ। তাতে আছে এভাৰ্ণাছৰ মৃদু ধ্বনিৰে অনুৰণিত অৰণ্যৰ মাজত কিছুমান ভৌতিক সৰোবৰ। তাতে তুমি এগৰাকী উগ্ৰ, কুমাৰী ভৱিষ্যদবাদিনীৰ লগত সাক্ষাৎ কৰিব লাগিব। তেওঁ পৰ্বতীয়া গভীৰ গুহা এটাত থাকে। তাৰ পৰাই তেওঁ অনাগত অদৃষ্টৰ ৰহস্য আগতীয়াকৈয়ে উদ্ঘাটন কৰিব পাৰে। তেওঁ কথাবিলাক গছৰ পাতত লিখি থয়। তাৰ পিছত তেওঁ সেই ভৱিষ্যত-বাণীবিলাক নিয়াৰিকৈ সজাই থয় আৰু সেইবিলাক তেওঁৰ গুহাত চিৰদিন গোপন হৈয়ে স্থিৰভাৱে থাকে। কিন্তু কেনেবাকৈ দুৱাৰৰ খুটাটো অকণমান লৰিলেই নাইবা অলপ বতাহ লাগিলেই পাতল পাতবিলাক উৰি গৈ গুহাটোৰ শিলৰ ফাকবিলাকত সোমাই যায়। তেওঁ কোনো দিনেই সেইবিলাকক ধৰি ৰখাৰ কথা চিন্তা নকৰে। সেই কথাবিলাক পুনৰ লিপিবদ্ধ কৰিবলৈয়ো তেওঁ ইচ্ছা নকৰে। সেইকাৰণে যিসকল লোক তেওঁৰ লগত পৰামৰ্শ কৰিবলৈ যায়, তেওঁ-লোকে কোনো উত্তৰ নোপোৱাকৈয়ে উভতিব লগা হয়। ছিবিলৰ দৈৱবাণীৰ প্ৰতি তেওঁলোকৰ মনোভাৱ বিৰূপ হৈ পৰে। এতিয়া শুনা, তোমাৰ সময় যাতে অবাৰত নহয় তাৰ বাবে মই তোমাক সতৰ্ক কৰি কৈছো যে তুমি এই দূৰদৰ্শিনীৰ লগত সাক্ষাৎ কৰিবই লাগিব। তোমাৰ লগৰীয়া-বিলাকে তোমাক তিৰস্কাৰ কৰিব পাৰে, তোমাৰ পৰিকল্পনা মতে হয়তো সমুদ্ৰ-যাত্ৰাৰ ক্ষণ উপস্থিত হ'ব পাৰে আৰু অনুকূল বতাহে জাহাজৰ পালবিলাক ওফোন্দাই দিব পাৰে। কিন্তু তথাপি তুমি তেওঁৰ ওচৰলৈ যাবই লাগিব। তেওঁক কাকুতি-মিনতি কৰি যেনে তেনে তেওঁৰ মুখৰ পৰা মাত উলিয়াব লাগিব। তেওঁ নিজেই নীৰৱতা ভংগ কৰি তোমাৰ প্ৰশ্নৰ উত্তৰ দিব লাগিব। ইটালীৰ জাতি-উপজাতিৰ কথা তেওঁ তোমাৰ

আগত প্ৰকাশ কৰিব। তুমি সন্মুখীন হ'ব লগা যুদ্ধবিলাকৰ বিষয়েও তেওঁ তোমাক ক'ব। আগন্তুক বিপদ-বিঘিনিৰ পৰা কেনেকৈ তুমি পৰিত্ৰাণ পাবা নাইবা সেইবিলাক কেনেকৈ সহ্য কৰি থাকিব পাৰিবা তাৰো সবিশেষ তেওঁ তোমাৰ আগত বৰ্ণনা কৰিব। তেওঁক প্ৰসন্ন কৰিব পাৰিলে তেওঁ তোমাক নিৰ্বিঘ্নে যাত্ৰা কৰাৰ উপায় দিব।

"তোমাৰ অভিৰুচিমতে এইবিলাক নিৰ্দেশকে ব্যক্ত কৰিবলৈ মই অনুমতি পাইছো। তেন্তে এতিয়া যাত্ৰা কৰা। অসাধ্য সাধন কৰি ট্ৰয়ৰ গৌৰৱ আৰু মহিমা জগতত বিস্তাৰ কৰা।"

এইদৰে অনাগত দিনৰ আগ-জাননী দি সৌম্য দৰ্শন দৈৱজ্ঞজনে সোণৰ আৰু হাতী দাঁতৰ অজস্ৰ উপঢৌকন আমাৰ জাহাজলৈ লৈ যাবলৈ আদেশ দিলে। তেওঁৰ ইচ্ছামতেই জাহাজৰ খোলত প্ৰচুৰ ৰূপ, ডডনাত নিৰ্মাণ কৰা বিয়াগোম কেৰাহী, তিনিডাল ফিটাৰে সোণৰ কাৰুকাৰ্য কৰা লৌহ কবচযুক্ত বৰ্ম আৰু চূড়াত দীঘল নোম লগোৱা এটি চমৎকাৰ শিৰস্ত্ৰাণ বোজাই দিয়া হ'ল। পিছৰ দুপদ বস্তু আছিল পাইৰাছৰ। মোৰ পিতাৰ কাৰণে বিশেষভাৱে কিছু উপহাৰ আগবঢ়ালে। হেলেনাছে আমাক কিছুমান ঘোঁৰাও দিলে, তদুপৰি কেইজনমান নিৰ্দেশককো আমাৰ লগত পঠিয়ালে। আমাৰ সৈন্য দলটোক নতুনকৈ অস্ত্ৰ-শস্ত্ৰেৰে সজ্জিত কৰিলে আৰু তেওঁৰ আজ্ঞামতে কেইজনমান নাবিক অহাত আমাৰ নৌ-বাহিনীটো সম্পূৰ্ণ হ'ল।

হেলেনাছে এইবিলাক কাজ-কৰ্ম কৰি থাকোতে এঙ্কাইচিছে পাল তৰিবলৈ আদেশ দিলে। অনুকূল বতাহৰ লগে লগে যাত্ৰা কৰাত যাতে আমাৰ পলম নহয় তাৰ বাবে তেওঁ নিশ্চিত হ'বলৈ বিচাৰিছিল। আৰু এনে সময়তে এপলোৰ মুখপাত্ৰ হেলেনাছে এঙ্কাইচিছৰ প্ৰতি গভীৰ শ্ৰদ্ধা প্ৰদৰ্শন কৰি ক'লে, "এঙ্কাইচিছ, স্বয়ং মহিমান্বিতা ভেনাছৰ লগত পৰিণয় সূত্ৰত আবদ্ধ হ'বলৈ আপুনি যোগ্য বুলি বিবেচিত হৈছিল। দেৱতাসকলেও আপোনাক পাহৰা নাই। তেওঁলোকে আপোনাক বিধ্বস্ত ট্ৰয়ত দুবাৰকৈ ৰক্ষা কৰিছে। চাওক, আপোনাৰ সমুখত সৌৱা ইটালী ৰাজ্য। শীঘ্ৰে যাত্ৰা কৰি সেই ৰাজ্য অধিকাৰ কৰি লওক। কিন্তু প্ৰথমে আপোনালোকে সেই ৰাজ্যৰ

আমাৰ কালে থকা উপকূল বেখাৰ ওচৰেদিয়েই গৈ থাকিব লাগিব। কাৰণ এপলোৱে সাগৰৰ সিপাৰে ইটালীৰ সুদূৰত থকা অংশটোহে আপোনা-লোকৰ কাৰণে মুক্ত কৰি দিছে। আপোনাৰ পুত্ৰৰ আনুগত্যৰ ওপৰত ভৰসা কৰি গৈ থাকক কিন্তু কথা কৈ থকা মোৰ উচিত হোৱা নাই। ৰতাহ বলিছে। কথা কৈ মই আপোনালোকক ৰখাই নথওঁ।"

বিদায়-ক্ষণত বিষন্ন মনেৰে এণ্ড্ৰমেকীও ওলাই আহিছিল। তেওঁ উদাৰ মনৰ পৰিচয় দিছিল। মুক্তহস্তে দান কৰাত তেওঁ পিছ পৰি থকা নাছিল। তেওঁৰ এস্কেনিয়াছৰ কাৰণে সোণৰ বাণীৰে বোৱা আৰু কাৰছিপি কৰা এখনি চিত্ৰ-বিচিত্ৰ বস্ত্ৰ আনিছিল। তেওঁৰ গাত কাপোৰ-খন মেৰিয়াই দি তেওঁ মাত লগালে, "এস্কেনিয়াছ, মোৰ পোনাকণ, এই বস্ত্ৰকেইটা লৈ যাবাদেই। এয়া মযে বোৱা কাপোৰ। হেক্টৰৰ পত্নী এণ্ড্ৰমেকীয়ে যে তোমাক ভাল পায়, তাকে এই বস্ত্ৰ কেইপদে তোমাক চিৰদিন সোঁৱৰাই থাকিব। লোৱা, এয়াই মোৰ শেষ দান। তোমাৰ আত্মীয়াৰ শেষ উপহাৰ। মোৰ সোণাই এষ্টিয়ানক্সৰ লগত তোমাৰ চেহেৰাৰ ইমান যে মিল। সেয়াই মোৰ শেষ সম্বল। চকু, হাত-মুখ, চলন-ফুৰণ সকলোতে সি তোমাৰ নিচিনা আছিল। জীয়াই থকা হ'লে সিয়ো তোমাৰ সমানটিয়েই হ'ল হয়।"

তেওঁলোকৰ পৰা বিদায় লোৱাৰ সময়ত মোৰ চকুৰ পানীয়ে বাধা মনা নাছিল। মই ক'লো, "সুখেৰে জীয়াই থাকাহঁক, তোমালোকৰ সৌভাগ্য আৰু সমৃদ্ধি কামনা কৰিছো। তোমালোকৰ দুঃসাহসী সংগ্ৰামৰ সামৰণি পৰিছে। আমাৰ ভাগ্য-পৰীক্ষাৰ এইয়া আৰম্ভণীহে। তোমা-লোকে অৱশেষত আশ্ৰয় লাভ কৰিছা। তোমালোকে আৰু ইটালীত ৰাজ্য বিচাৰি অকুল সমুদ্ৰত পাৰি দিবৰ প্ৰয়োজন নাই। সেইবিলাকৰ সন্ধানত তোমালোকে হাবাথুৰি খাব নালাগে। জেন্থাছ নদী আৰু ট্ৰয় নগৰীৰ অনুকৃতি দৰ্শন কৰি তোমালোকে এটা সোণালী ভৱিষ্যত আশা কৰিব পাৰা। আশা কৰিছো, গ্ৰীকবিলাকৰ পৰাও যেন তোমালোকে বিপন্ন নোহোৱা। আৰু যদিহে মই কেতিয়াবা টাইবাৰ নদীৰ মোহনাত উপনীত হ'ব পাৰো, তাৰ কাষতে থকা সমতল ভূমিত পদাৰ্পণ কৰিব

পাৰো, আৰু আমাৰ জাতিৰ প্ৰতি প্ৰতিশ্ৰুত সেই প্ৰাচীৰাবৃত নগৰবিলাক যদি কোনোবা এদিন দেখা পাওঁ, তেন্তে আমি এদিন ইটালীত পাৰস্পৰিক সহানুভূতিৰে, স্বজাতীয় নগৰ প্ৰতিষ্ঠা কৰিব পাৰিম। এই নগৰসমূহৰ ঘনিষ্ঠ সম্পৰ্ক থাকিব এপিৰাছৰ লগত। পশ্চিমৰ সেই ৰাজ্যখনেও ট্ৰয়ৰ প্ৰতিষ্ঠাতা ডাৰ্ডানাছক গৌৰৱৰ আসনত বহুৱাব আৰু আমি একেলগে এক নতুন ইতিহাস ৰচনা কৰিম। আমাৰ ৰাজ্য দুখনো হ'ব ট্ৰয়ৰ প্ৰতীক। আমাৰ উত্তৰ পুৰুষ এই আদৰ্শৰ উত্তৰাধিকাৰী হওক।"

চিৰানীয়ান অন্তৰীপৰ কাষেদি আমি সাগৰত পাৰি দিলো। ইয়াৰ পৰা ইটালীলৈ চমু বাট। এই অন্তৰীপৰ ওচৰ চাপোতে বেলি মাৰ গ'ল আৰু পৰ্বতবিলাক আন্ধাৰে আবৰি ধৰিলে। আমি পাৰত নামিলো আৰু বাছনিৰ দ্বাৰা পহৰাৰ ব্যৱস্থা কৰি সাগৰৰ পাৰৰ কোমল ভূমি-শয্যাত কৃতজ্ঞ অন্তৰেৰে শয়ন কৰিলো। শুকান বালিত আমি ইতস্ততঃ দীঘল দি পৰি থাকি ক্লান্তি দূৰ কৰিলো। নিদ্ৰাদেৱীয়ে আমাৰ অৱশ শৰীৰ সতেজ কৰিলে। কিন্তু সময় দ্ৰুতগতিৰে পাৰ হৈ গৈছিল যদিও তেতিয়া মাজ ৰাতিও হোৱা নাছিল। এনেতে সদা-সতৰ্ক পলিনিউৰাছে শেতেলি এৰি একাণপতীয়াকৈ বতাহৰ শব্দ শুনিবলৈ ধৰিলে। কোন ফালৰ পৰানো বতাহ বলিছে তাৰ প্ৰতি তেওঁৰ লক্ষ্য নাছিল। নিস্তব্ধ নভোমণ্ডলত সমাৰোহেৰে তিৰবিৰাই থকা প্ৰতিটো নক্ষত্ৰপুঞ্জ তেওঁ পৰ্যবেক্ষণ কৰিলে। বৰষুণৰ আগলি-বতৰা দিয়া স্বাতী, ৰোহিণী আদি নক্ষত্ৰ, যুগল সপ্তৰ্ষি মণ্ডললৈ তেওঁ দৃষ্টিপাত কৰিলে আৰু তাৰ পিছত তেওঁৰ চকুত পৰিল সোণালী তৰোৱাল ধাৰণ কৰা কালপুৰুষ। প্ৰকৃতিৰ শান্তৰূপ আৰু মেঘ-শূন্য আকাশ ভালকৈ লক্ষ্য কৰি তেওঁ জাহাজৰ পিছফালে থিয় হৈ বিং মাৰিলে। আমি শোৱাৰ পৰা উঠি আছিলো। বুকুত বল বান্ধি আমি জাহাজৰ পাল তৰি দিলো। উষা দেৱীৰ হেঙুলীয়া আভাত যেতিয়া তৰাবিলাক অদৃশ্য হৈ গ'ল, তেতিয়া আমি সন্মুখত থকা জলধাৰাৰ সিপাৰে নিম্ন উপকূল ৰেখাৰ সমান্তৰালভাৱে থকা এশাৰী পাহাৰ দেখিবলৈ পালো। একেটিছেই পোন প্ৰথমে 'ইটালী' বুলি চিঞৰি উঠিল। মোৰ সংগী-সকলেও সহৰ্ষে অভিবাদন জনাই 'ইটালী' বুলি ধ্বনি কৰিলে। মোৰ পিতা এন্কাইচিছ জাহাজৰ পিছফালে আছিল। তেওঁ এটা বৃহৎ ভৃঙ্গাৰ

আনি সুৰাবে পূৰ্ণ কৰিলে আৰু এইদৰে দেৱতাসকলক আৱাহন কৰিলে, "ভূ-ভাগৰ আৰু সমুদ্ৰৰ দেৱতাসকল, ধুমুহা বতাহৰ অধিপতি অমৰসকল, অনুকূল বায়ুৰে আমাৰ যাত্ৰাপথ সুগম কৰা, তোমালোকৰ নিশ্বাসে যেন আমাক সহায় কৰে।"

তেওঁৰ প্ৰাৰ্থনাৰ উত্তৰত এতিয়া আগতকৈ অধিক বেগেৰে বতাহ বলিবলৈ ধৰিলে। নিচেই ওচৰতে আমাৰ সমুখত জাহাজ বন্ধা ঘাট এটাও ওলাই পৰিল। ওখ ঠাইত থকা মিনাৰ্ভাৰ মন্দিৰ এটাও আমাৰ দৃষ্টি-গোচৰ হ'ল। মোৰ সংগীসকলে পাল খুলি জাহাজবিলাক পাৰৰ ফালে পোনাই দিলে। পূব ফালৰপৰা অহা ঢৌৰ আঘাতত ঘাটটো দেখিবলৈ ভিৰাই থোৱা ধনু এখনৰ নিচিনা হৈছিল। সাগৰৰ ফালে আগ বাঢ়ি অহা প্ৰকাণ্ড শিল এটাই ঘাটটো আঁৰ কৰি ধৰিছিল। লুণীয়া পানীৰ বৰ্ষণত শিলটো ফেনেৰে উপচি পৰিছিল। দুৰ্গম পাহাৰটোৰ দুখন দেৱাল তললৈ ওলমি থকা দুখন হাতৰ দৰে ওপৰৰ পৰা লম্বভাৱে নামি আহিছিল। উপকূলৰ পৰা কিছু আঁতৰত থকা মন্দিৰটোৰ কাষতে আমি অনাগত ঘটনাসূচক এটা প্ৰতীক পোন প্ৰথমবাৰৰ কাৰণে দেখা পালো। চাৰিটা চিকমিকাই থকা বৰফ যেন শুকুলা ঘোঁৰা জাকৰ পৰা আঁতৰি আহি ঘাঁহনিত চৰি আছিল। মোৰ পিতা এন্কাইচিছে এই দৃশ্য দেখি বিস্মিত হৈ উচ্চৈঃস্বৰে ক'লে, "হে অপৰিচিত দেশ, তুমি আমাৰ কাৰণে যুদ্ধৰ বাতৰি বহন কৰিছা। ঘোঁৰাত উঠি মানুহে যুদ্ধ কৰে। এই জন্তুকেইটাই আমাক যুদ্ধৰে ভাবুকি দিছে। তথাপি এই চাৰিঠেঙীয়া প্ৰাণীবিলাকক সময়ে সময়ে বন লগাই একেলগে যুঁৱলিত জুটি দিয়া হয়; লেকাম লগালেও সিহঁতে সহ্য কৰি থাকে।" ইয়াৰ পাছত তেওঁ পুনৰ মাত লগালে, "তেনেহ'লে শান্তিৰ আশাও নথকা নহয়।" আমি ৰণ-নিপুণা, শক্তিৰূপিনী, দেৱী মিনাৰ্ভাক প্ৰাৰ্থনা কৰিলো। আনন্দত উত্ৰাৱল হৈ থকা আমাৰ বাহিনীটোৱে প্ৰথমে তেওঁৰ মন্দিৰটোৰ দৰ্শন পাইছিল। আমি বেদীৰ কাষত থিয় হ'লো আৰু ফ্ৰিজিয়াৰ কাপোৰেৰে মূৰ ঢাকি ল'লো। হেলেনাছে যি নিৰ্দেশ অতি গুৰুত্বপূৰ্ণ বুলি আমাক সুঁৱৰিবলৈ কৈছিল, সেই নিৰ্দেশমতেই এতিয়া আমি আৰ্গাইভ্‌ বিলাকৰ দেৱী জুনোক উদ্দেশ কৰি বিধিমতে হোমাগ্নিত আহুতি দিলো। আমি বৈ থকা নাছিলো। যথাযথভাৱে পূজা-সেৱা কৰি আমি

অতি কম সময়ৰ ভিতৰতে জাহাজৰ পাল তৰি দিলো। বতাহ বলি আছিল আৰু আমি সেই অঞ্চলটোৰ পৰা যাত্ৰা কৰিলো। গ্ৰীক জাতিৰ মানুহে বাস কৰা কোনো ঠায়েই আমাৰ কাৰণে বিশ্বাসযোগ্য নাছিল। ইয়াৰ পিছত উপ-সাগৰৰ তীৰত থকা টেৰেন্টাম আমাৰ দৃষ্টি-গোচৰ হ'ল। প্ৰচলিত কিম্বদন্তী যদি সত্য হয়, হাৰকিউলিছে এই নগৰত পদাৰ্পণ কৰিছিল। এই নগৰৰ বিপৰীত ফালে পাহাৰ শিখৰত জুনোৰ এটা মন্দিৰ আছে। হয়, তাত আছে কলনীয়া দুৰ্গ, আৰু আছে চাইলেছিয়াম, য'ত খুন্দা খাই প্ৰায়ে জাহাজবিলাক ধ্বংসপ্ৰাপ্ত হয়। এতিয়া বহু আঁতৰৰ পৰা আমি চিচিলিৰ এটনা পৰ্বত দেখিবলৈ পালো। দিগন্ত বিস্তৃত সমুদ্ৰৰ সিপাৰে ই দৃশ্যমান হৈ পৰিছিল। দূৰত সাগৰৰ প্ৰকাণ্ড ঢৌৱে পাহাৰত খুন্দা মাৰি সৃষ্টি কৰা শব্দ শুনিবলৈ পাইছিলো। খন্তেকৰ পিছে পিছে হৈ থকা এই ধ্বনিয়ে উপকূল মুখৰিত কৰিছিল। সাগৰত পানীগছা ওলাইছিল আৰু গুকোন্দি অহা চাকনৈয়াই বালিবিলাক উটুৱাই নিছিল। মোৰ পিতা এঞ্চাইচিছে চিঞৰি চিঞৰি ক'লে, "এয়াই নিশ্চয় ভয়াবহ কেৰিবদিছ। সৌ ভয়ংকৰ আৰু দুৰ্গম পাহাৰবিলাকৰ বিষয়ে হেলেনাছে আমাক সতৰ্ক কৰি দিছিল। তোমালোকে অন্য কাম-কাজ এৰি একাণ-পতীয়াকৈ ব'ঠা মৰাত লাগি যোৱাহঁক। সকলোটি একেলগ হোৱা।" তেওঁৰ আদেশ সকলোৱে পালন কৰিলে। পলিনিউৰাছেই প্ৰথমে জাহাজৰ গুমগুমাই থকা আগফালটো বাওঁফালে ঘূৰাই সাগৰৰ মাজলৈ চলাই দিলে। তাৰ পিছত আমাৰ নাবিকসকলে পাল আৰু ব'ঠাৰ সহায়ত তেওঁক অনুসৰণ কৰিলে। উত্তাল তৰঙ্গই আমাৰ জাহাজবিলাক ওপৰলৈ ঠেলি দিছিল। কিন্তু পুনৰ ঢৌবিলাক আঁতৰি গ'ল আৰু আমি হঠাতে তললৈ সোমাই ৰসাতলৰ ফালে গতি কৰিলো। তিনিবাৰ সমুদ্ৰৰ গৰ্জন আমাৰ পিছফালে থকা শিলাময় পাহাৰত প্ৰতিধ্বনিত হ'ল। সাগৰৰ ফালে আগ বাঢ়ি অহা শিলৰ মাজত আমি-তিতি জুকলি-জুপুৰি হৈ কোনোমতে তিষ্ঠি আছিলো। তিনিবাৰ আমি সাগৰৰ পৰা ছিটিকি অহা ফেনৰ মাজেদি ওপৰলৈ চাইছিলো আৰু জলকণাই সৃষ্টি কৰা আবৰণৰ মাজেদি আকাশখন দেখা পাইছিলো। কিন্তু ইতিমধ্যে বতাহ নাইকিয়া হ'ল আৰু বেলিৰ পোহৰেও আমাক বৰ্জন কৰিলে। আমি ক্লান্ত হৈ পৰিছিলো আৰু দিক্ নিৰ্ণয়

কৰিব নোৱাৰি লাহে লাহে চাইক্লপ্স অধ্যুষিত উপকূলৰ ফালে ভাহি গৈছিলো।

সেই উপকূলত জাহাজ লগাবৰ বাবে আহল-বহল বন্দৰ আছে। সমুদ্র শান্ত, কাৰণ সেই ঠাই বতাহে চুকি নাপায়। কিন্তু নিকটবৰ্তী এট্‌না আগ্নেয়গিৰিয়ে গৰ্জন কৰি থাকে আৰু তাৰ পৰা নিৰ্গত হোৱা বিপদজনক পদাৰ্থবিলাক আহি ওচৰতে পৰেহি। কেতিয়াবা তাৰ পৰা ওলোৱা কলীয়া ডাৱৰে আকাশ আৱৰি ধৰে আৰু ধুমুহাৰ বেগেৰে বাহিৰ হোৱা এলাহু বৰণীয়া ধোঁৱাৰ লগত গলিত ধাতবীয় পদাৰ্থও মিহলি হৈ থাকে। তদুপৰি জ্বালামুখীৰ পৰা উদগীৰণ হোৱা অগ্নিশিখাই নভোমণ্ডল স্পৰ্শ কৰা যেন লাগে। কেতিয়াবা এই পৰ্বতটোৱে ভিতৰত থকা শিল ভাঙি-ছিঙি সজোৰে ওপৰলৈ মাৰি পঠিয়ায়। ইয়াৰ উত্তপ্ত অভ্যন্তৰত গলিত প্ৰস্তৰ খণ্ড ঘনীভূত হৈ প্ৰবল গতিত বাহিৰ হৈ আহোঁতে প্ৰতিবাৰ বিৰাট শব্দৰ সৃষ্টি হয়। এটা কাহিনী প্ৰচলিত হৈ আছে যে মহাকায় এন্সিলেডাছ বজ্ৰাহত হৈ এট্‌না পৰ্বতৰ তলতে পৰি আছে আৰু এই প্ৰকাণ্ড জ্বালামুখীয়ে তেওঁক হেঁচা মাৰি ধৰি জ্বলন্ত অগ্নিকুণ্ডৰ পৰা ধূম্ৰবৰ্ষণ কৰে। যেতিয়াই এন্সিলেডাছে ভাগৰত এঙামুৰি দিয়ে, তেতিয়াই সমগ্ৰ চিচিলিত ভয়ঙ্কৰ গুমগুমনিৰে ভূমিকম্প হয় আৰু আকাশ ধূমাবৃত হয়। গোটেই নিশা আমি হাবিত লুকাই থাকিলো আৰু আমাৰ কিছুমান অদ্ভুত অভিজ্ঞতা হ'ল। অনবৰতে ভীষণ শব্দ হৈ আছিল যদিও আমি একো উৱাদিহ পোৱা নাছিলো। তাৰকাহীন অন্তৰীক্ষত লেশমাত্ৰও জ্যোতি নাছিল। ঘন কুঁৱলিৰে আবৰি থোৱা নিশীথ অন্ধকাৰত নিশাকৰ নিমগ্ন হৈ আছিল। পূব দিশ প্ৰথমে পোহৰাই ৰাতি পুৱাল। বেলি ওলোৱাৰ লগে লগে আকাশৰ সেমেকা ছাঁবোৰ আঁতৰি গ'ল। এনেতে হঠাৎ হাবিৰ মাজৰ পৰা কদাকাৰ, অচিনাকি মানুহ এটা ওলাই আহিল। জপৰা চুলিৰে ঢাক খাই থকা মানুহটোৰ অৱস্থা অতি দুখ লগা আছিল। অনাহাৰত তাৰ শৰীৰ শুকাই গৈছিল। আমাক সাগৰৰ পাৰত দেখা নাপাই সি কৃপা ভিক্ষা কৰাৰ ভঙ্গিত হাত মেলি দিছিল। আমি কৌতূহলেৰে তাৰফালে দৃষ্টিপাত কৰিলো। তাৰ সৰ্বশৰীৰ সংসাৰৰ ধূলি-মাকতিৰে পোত খাই আছিল। মুখখন ডাড়িয়ে-গোঁফে ভোবোকাৰ হৈ পৰিছিল আৰু কাপোৰত অসংখ্য কাঁইট লাগি আছিল।

কিন্তু তাক দেখিলেই সি গ্ৰীচদেশৰ মানুহ বুলি স্পষ্টভাৱে ধৰিব পৰা গৈছিল। পিতাকৰ ঢাল, বাৰু আদি লৈ সি যে ট্ৰয় আক্ৰমণত যোগ দিছিল সেইটো আছিল সুনিশ্চিত। সমুখত ট্ৰজান সাজ-পাৰ আৰু অস্ত্ৰ-শস্ত্ৰ দেখি সি ভয়ত খন্তেক থমকি ৰ'ল। কিন্তু প্ৰায় লগে লগেই আমাৰ কালে ঢপলিয়াই আহিল আৰু ছলছলীয়া চকুৰে আমাক এই বুলি কাকুতি-মিনতি কৰিবলৈ ধৰিলে, "ট্ৰজানসকল, আকাশৰ তৰা, স্বৰ্গৰ দেৱতা, আমি উশাহ নিশাহ লোৱা অমৃত যেন বতাহ, এই সকলো বিলাকৰে শপত দি কৈছো, তোমালোকে মোক ৰ'লৈকে ইচ্ছা তালৈকে ইয়াৰ পৰা লৈ যোৱা। এয়ে মোৰ একান্ত প্ৰাৰ্থনা। সঁচা কথা, মই গ্ৰীক বাহিনীৰ সৈনিক আছিলো। স্বীকাৰ কৰিছো, মই ট্ৰয়দেশ আক্ৰমণ কৰিছিলো। তাৰ কাৰণে মোক যি শাস্তি দিব খোজা দিব পাৰা। মোক কাটি টুকুৰা-টুকুৰ কৰি সাগৰৰ ঢৌৰ মাজলৈ দলিয়াই দিয়া। যদি মৰিবই লাগে, তেন্তে মানুহৰ হাতত মৰিব পাৰিলেই সুখ পাম।"

ইয়াকে কৈ সি মোৰ ভৰিত দীঘল দি পৰি আঁঠু দুটা সাবট মাৰি ধৰিলে। সিনো কোন, কোন বংশত তাৰ জন্ম, কেনেকৈ ইমান দুখ-কষ্ট ভোগ কৰিব লগা হ'ল, এই সকলোবিলাক বিবৰি ক'বলৈ আমি তাক উৎসাহিত কৰিলো। অলপ সময় বৈ মোৰ পিতা এঙ্কাইচিছে এই অচিনাকি যুৱকজনৰ গাত হাত বুলাই দিলে। এই ব্যৱহাৰত আমাৰ প্ৰতি তাৰ বিশ্বাস জন্মিল আৰু ভয়-সংকোচ বিসৰ্জন দি সি ক'বলৈ ধৰিলে,

"মোৰ ঘৰ ইঠাকা দেশত। দুৰ্ভগীয়া ইউলিচিছৰ মই সঙ্গী আছিলো। মোৰ নাম একিমেনাইডিছ আৰু পিতাৰ নাম আডামেষ্টাছ। তেওঁৰ অৱস্থা স্বচ্ছল নাছিল। হায়! আমি যেনে আছিলো তেনেকৈয়ে যদি থাকিলো-হেঁতেন। কিন্তু মই তেওঁৰ পৰা বিদায় লৈ ট্ৰয় অভিমুখে যাত্ৰা কৰিলো। চাইক্লপৰ ভয়ংকৰ গুহাত মোক অকলে এৰি থৈ তেওঁলোক প্ৰাণৰ মায়াত পলাই গ'ল। গুহাটোৰ ভিতৰখন আন্ধকাৰ আৰু অতি আহল-বহল। থেকেছি থেকেছি মানুহ মাৰি খোৱাৰ কাৰণে ভিতৰখন আৱৰ্জনাৰে ভৰা। চাইক্লপ এটা দৈত্য, সি ইমান ওখ যে থিয় হ'লে আকাশ চোয়েগৈ। হে ঈশ্বৰ! পৃথিৱীৰ মানুহক এই বিভীষিকাৰ পৰা ৰক্ষা কৰা। তাক দেখিলেই

ভয়ত চকু স্থিৰ হৈ যায়। তাৰ লগত কোনো মানুহেই কথা-বাৰ্তা পাতিব নোৱাৰে। সি তাৰ দুৰ্ভগলীয়া চিকাৰ বিলাকৰ ক'লা তেজ আৰু দেহৰ ভিতৰৰ অংশবিলাক খায় পেলায়। গুহাটোৰ মাজত শুই থকা অৱস্থাতে সি আমাৰ মাজৰ পৰা দুজন মানুহক বিৰাট হাতখনেৰে খাপ মাৰি ধৰি, শিলত আচাৰ মাৰি পেলোৱা দৃশ্য মই নিজেই দেখিছো। বাহিৰলৈ ওলাই যোৱা গোটেই বাটছোৱাত তেজৰ সোঁত বোৱা মোৰ চকুত পৰিছে। গোট মাৰি ক'লা হোৱা তেজেৰে তুমবলি হৈ থকা অংগ-প্ৰত্যংগবিলাক সি চোবাই চোবাই খাই থাকোতেও মই তাক দেখিছিলো। সি দাঁতেৰে কামুৰি ধৰোতে, তেতিয়াও গৰম হৈ থকা মাংসখণ্ডৰ মৃদু কম্পন মই লক্ষ্য কৰিছিলো। কিন্তু সি কৃতকৰ্মৰ ফল হাতে হাতে পালে। এনেকুৱা বৰ্বৰতা ইউলিচিছে সহি থাকিব নোৱাৰিলে। এই ঘোৰ সংকটতো ইঠাকাৰ এই বীৰজনে নিজৰ প্ৰকৃত পৰিচয় দিবলৈ সক্ষম হ'ল। কাৰণ, ছাইক্লপটোৱে উদৰ পূৰ্ণ কৰি মদৰ বাগীত প্ৰকাণ্ড গুহাটো জুৰি শুই থাকোতে তাৰ ডিঙিটো বেঁকা হৈ আছিল আৰু টোপনিতে সি খোৱা বস্তুৰ অৱশিষ্ট, পেটত গোট মৰা মদ আৰু অন্যান্য জঘন্য বস্তুৰ লগত মিহলি হৈ থকা তেজ বমি কৰি উলিয়াই দিছিল আৰু ঠিক সেই অৱসৰতে স্বৰ্গৰ দেৱতাসকলৰ নাম জপ কৰি, আমি সেই ভীষণ কামটো সম্পন্ন কৰিবৰ কাৰণে আমাৰ মাজৰ পৰা এটা দল নিৰ্বাচিত কৰিছিলো। আমি ক্ষিপ্ৰভাৱে একত্ৰিত হৈ তাক বেৰি ধৰিলো। তাৰ একমাত্ৰ চকুটো আছিল গাঁঠি থূপ খাই থকা কপালখনৰ তলত। গ্ৰীক সৈন্যই ব্যৱহাৰ কৰা ঢালখনৰ দৰে ডাঙৰ চকুটোৰ আকৃতি বেলিটোৰ নিচিনা আছিল। এপাট চোকা অস্ত্ৰ এই চকুটোতে আমি বহুৱাই দিলো। এইদৰে আমাৰ সঙ্গীসকলৰ মৃত্যুৰ প্ৰতিশোধ ল'ব পাৰি আমি নথৈ আনন্দ পাইছিলো, কিন্তু তোমালোক, হে মোৰ দুৰ্ভগীয়া অভিযাত্ৰি লোকসকল, তোমালোকো এতিয়া লৰালৰিকৈ পলাই যোৱাৰ সময় হ'ল। এই পলিফেমাছৰ নিচিনা শ শ ভীষণ দৈত্য আছে। সিহঁতে নিজ নিজ গুহাত নোমাল ছাগলীবিলাক বান্ধি থয় আৰু খীৰায়। সিহঁতৰ কিছুমান সাগৰৰ পাৰে পাৰে বাস কৰে আৰু কিছুমান পৰ্বতে-পাহাৰে ঘূৰি ফুৰে। তিনিটা অমাৱস্যা পাৰ হৈ গ'ল আৰু মই ইমান দিন বনৰীয়া জীৱ-জন্তুৰ

মাজতে এই অৰণ্যৰ মাজত লুকাই আছো। টিলাত থিয় হৈ মই ছাইক্লপ্স-বিলাকত গতি-বিধি লক্ষ্য কৰি থাকো আৰু সিহঁতৰ খোজ বা মাতৰ উমান পালেই ভয়ত মোৰ কঁপনি উঠে। ইমান দিন মই হাবিৰ ফল, আলু-কচু আদি খায়েই জীয়াই আছো। সদায় সতৰ্ক দৃষ্টিৰে লক্ষ্য কৰি থকা সত্বেও মই ইমান দিনে এই উপকূলত এখন জাহাজো দেখা নাছিলো। তোমালোকৰ জাহাজবিলাক দেখা পাই মই যি হয় হওক বুলি কাষ চাপি আহিছো। কাৰণ এবাৰ এই ভয়ঙ্কৰ দৈত্যবিলাকৰ গৰাহৰ পৰা সাৰি যাব পাৰিলেই, পিছত আৰু কি হ'ব তাৰ কাৰণে মোৰ চিন্তা নাই। সিহঁতৰ কবলত পৰাতকৈ তোমালোকৰ হাতত মোৰ মৰণ হোৱাই শ্ৰেয়ঃ।"

সি এইদৰে কৈ থকাৰ লগে লগেই আমি স্বয়ং পলিফেমাছৰ বিৰাট আৰু বিকট মূৰ্তি দেখা পালো। সি আনদিনাৰ দৰেই পাহাৰৰ পৰা তাৰ ভেড়াৰ পালটো লৈ উপকূলৰ ফালে নামি আহিছিল। দৃষ্টিহীন এই দানবটো প্ৰকৃতাৰ্থত কুৎসিৎ আৰু ভয়ংকৰ আছিল। সৰল কাঠৰ চুটি লাখুটি এডালৰ সহায়ত সি বাট বুলি আহিছিল। তাৰ লগে লগে অহা নোমাল মাইকী ভেড়াবিলাকেই তাৰ আনন্দ আৰু সান্ত্বনাৰ একমাত্ৰ উৎস আছিল। সি লাহে লাহে সাগৰৰ দ পানীলৈ নামি গৈ তেজ ওলাই থকা চকুৰ কোটৰটো ধুইছিল। তাকে কৰোতে কষ্টত সি কেঁকাইছিল আৰু দাঁত কৰচিছিল। সি পাৰৰ পৰা ভালেখিনি দূৰলৈকে পানীৰ মাজলৈ গৈছিল যদিও ঢৌবিলাকে তাৰ ওলাই থকা কৰঙন দুটাও তিয়াব পৰা নাছিল। ভয়ত আমি জাহাজত উঠিলো আৰু আতুৰ মানুহটোকো আমাৰ লগতে ল'লো। কাৰণ তাৰ্লৈ আমাৰ পুতৌ উপজিছিল। আমি নিঃশব্দে ৰচিবিলাক খুলি দিলো আৰু ছাইক্লপ্সটোৰ কবলত যাতে নপৰো তাৰ কাৰণে লৰালৰি কৰিলো। আমি সকলোৱে শক্তিয়ে আটেমানে ব'ঠা মাৰি সাগৰৰ পানীত খলকনি তুলিলো। কিবা সন্দেহ কৰি ছাইক্লপ্সটোৱে এই শব্দ অনুসৰণ কৰিবলৈ ধৰিলে। কিন্তু আমাক লক্ষ্য কৰি শ্লিল আদি নিক্ষেপ কৰিবলৈ তাৰ সামৰ্থ্য নাছিল। তদুপৰি সমুদ্ৰৰ তৰঙ্গ মালা অতিক্ৰম কৰি আগ বাঢ়ি গ'লেও পানীত ডুবি যোৱাৰ সম্ভাৱনা আছিল। গতিকে সি এটা বিকট চিঞৰ মাৰিলে। সেই ভয়ংকৰ নিনাদত সাগৰৰ প্ৰতিটো লহৰ কঁপি উঠিল। বহুত আঁতৰলৈকে ইটালীৰ স্থল ভাগত বিভীষিকাৰ সৃষ্টি হ'ল। আনকি

এট্‌নাৰ ভূ-গৰ্ভস্থ গভীৰ আৰু একা-বেঁকা গহ্বৰো ধ্বনিত-প্ৰতিধ্বনিত হ'ল। এতিয়া ছাইক্লপৰ সকলোবিলাক জ্ঞাতি-কুটুম্ব সজাগ হৈ পৰিল। অৰণ্য আৰু পৰ্বতৰ ওপৰৰ পৰা আহি সিহঁত সাগৰৰ পাৰত সমবেত হ'লহি। জুপিটাৰৰ অৰণ্য আৰু পাহাৰশিখৰৰ গগনচুম্বী সবল গছবিলাকৰ দৰে এট্‌নাৰ দৈত্যকুলৰ সেই বীভৎস সমদলটোক অসহায়ভাৱে সাগৰৰ পাৰত থিয় হৈ থকা দেখিলো। সিহঁতৰ ভয়ানক চকু আৰু অত্যুচ্চ শিৰ নিষ্ক্ৰিয়ভাৱে প্ৰকট হৈ আছিল। ডায়েনাৰ মনোৰম উপবনত থকা, ক্ৰমে ওপৰলৈ চিঁয়া হৈ যোৱা চাইপ্ৰেছ গছবিলাকৰ দৰেই সিহঁত দৃশ্যমান হৈ আছিল। আতংকৰ আতিশয্যত আমি পাল তৰি দি বতাহে যেনিয়ে নিয়ে সেই-ফালেই প্ৰবল গতিত পলায়ন কৰিছিলো, কিন্তু হেলেনাছৰ নিৰ্দেশ আছিল নিতান্ত বিপৰীত। তেওঁ আমাক ছীলা আৰু কেৰিবডিছৰ মাজেদি যাবলৈ নিষেধ কৰিছিল। কাৰণ সেই পথ অতি বিপদসংকুল আছিল। সেই কাৰণে আমি পুনৰ পাল খুলি দি উভতি আহিবলৈ স্থিৰ কৰিলো। কিন্তু তেনেকুৱাতে উত্তৰৰ পৰা অকস্মাতে এজাক বতাহ আহিল। পেলৰাছ অন্তৰীপৰ ওপৰেদি এই বতাহ পাৰ হৈ গৈছিল। আমি পেন্টাজিয়া নদীৰ মোহনাত থকা শিলাময় বন্দৰ, মেগাৰা উপসাগৰ আৰু ঠেপচাছৰ নিম্নভূমি সতৰ্কতাৰে অতিক্ৰম কৰি গ'লো। একিমেনাইডিছে আমাক এই ঠাই-বিলাকৰ বিষয়ে সকীয়াই দিছিল। দুৰ্ভগীয়া ইউলিচিছৰ সৈতে সমুদ্ৰ-যাত্ৰা কৰাৰ সময়ত তেওঁ এই উপকূলবিলাকৰ কাষেদি যাব লগা হৈছিল আৰু এতিয়া উভতি আহোঁতে তেওঁ অতীতৰ সোঁৱৰণবিলাক আমাৰ আগত বিবৃত কৰিছিল।

পুৰণি কালত আৰ্টিজিয়া নামে জনাজাত, তৰংগ-চোৱত প্লেমিৰিয়াম দ্বীপ ছিকানীয়া উপসাগৰৰ সম্মুখত অৱস্থিত। কথিত আছে যে গ্ৰীচদেশৰ ইলিছ নগৰৰ পৰা বৈ অহা আলফিউছ নামৰ নদীখন, আৰিথুছা নদীৰ লগত মিলিত হ'বৰ কাৰণে সাগৰৰ তলেদি অদৃশ্যভাৱে প্ৰবাহিত হৈ চিচিলিৰ উপকূলস্থ এই সাগৰ সংগমত উপনীত হৈছেহি। ইয়াতে পূৰ্বৰ নিৰ্দেশ অনুসৰি আমি অমৰাৱতীৰ দেৱতাসকলক পূজা কৰিলো। ইয়াৰ পিছত আমি উৰ্বৰ ভূমিৰে সমৃদ্ধ বিল, জলাশয় আদিৰে পৰিপূৰ্ণ হেলৰাছ নগৰখন পাৰ হ'লো। পেকিনাছ পাহাৰৰ শিলাময় আগীয়াঠুঁটিৰ কাষেদি

জাহাজ চলাই দিলো। এনেতে দৈৱবাণী অনুসৰি 'অচল অটল' কামাৰিণা দৃশ্যমান হ'ল। জেলাৰ সমতল ভূমি অতিক্ৰম কৰি আমি জেলা চহৰ পালোঁহি। এখন খৰস্ৰোতা নদীৰ নামৰ পৰা এই নগৰখন জেলা নামে অভিহিত, যদিও ইয়াৰ ইতিহাস অতি কৰুণ। এসময়ত উৎকৃষ্ট ঘোঁৰাৰ কাৰণে প্ৰসিদ্ধ সুউচ্চ আক্ৰাগাছৰ প্ৰকাণ্ড প্ৰাকাৰসমূহ আমাৰ দৃষ্টি-গোচৰ হ'ল। বতাহ অনুকূল আছিল। বনবেষ্টিত ছেলিনাছ পিছত থৈ আমি লিলিবিয়ামৰ পৰা যাত্ৰা কৰোতে অসুবিধা পাইছিলো; কাৰণ সাগৰৰ পানীৰ গভীৰতা কম আছিল আৰু পানীৰ তলত ডাঙৰ ডাঙৰ শিল লুকাই আছিল। অৱশেষত আমি ড্ৰিপেনাম বন্দৰত জাহাজ বান্ধিলো, কিন্তু সেই উপকূলত মোৰ কাৰণে দুৰ্ভাগ্যইহে বাট চাই আছিল। উস্, মোৰ শোকৰ কথা কেনেকৈনো বৰ্ণাম? ইয়াতেই মই মোৰ মৰমৰ পিতাক হেৰুৱালো, মোৰ একমাত্ৰ সান্ত্বনাৰ স্থল বিপদ-আপদত মোৰ একমাত্ৰ সহায় এংকাইচিছ আমাৰ মাজৰ পৰা চিৰদিনৰ কাৰণে আঁতৰি গ'ল। সাগৰৰ মাজত হোৱা ধুমুহা বতাহৰ পৰা নিৰ্যাতন ভোগ কৰাৰ পিছত, অসীম ক্লান্তিত যেতিয়া মই অৱশ হৈ পৰিছিলো, তেতিয়া মোৰ মহান আৰু শ্ৰেষ্ঠ পিতৃয়ে মোক মাউৰা কৰি এৰি থৈ গ'ল। হায় পিতা, ইমানবিলাক দুৰ্যোগৰ মাজেদি তোমাক লৈ আহিছিলো, এতিয়া সকলো অথলে গ'ল। দৈৱজ্ঞ হেলেনাছে মোক বহুতো ভয়লগা ঘটনাৰ পূৰ্বাভাস দিলে, কিন্তু তেওঁ মোক পিতৃ-বিয়োগৰ সম্বেদ দিয়া নাছিল। অমংগলীয়া ছিলিনোৱেও এই কথাৰ আভাস নিদিলে। এয়েই আছিল মোৰ শেষ সংকট। কাৰণ এতিয়া মই গন্তব্য স্থানত উপনীত হ'লোহি। এই চিচিলিৰ পৰা পাৰি দিওঁতেই মোক অদৃষ্টই আপোনাৰ ৰাজ্যলৈ লৈ আহিল।"

এইদৰেই ট্ৰয়ৰ ৰাজকুমাৰ ইনিয়াছে দৈৱৰ অমোঘ শক্তি সুঁৱৰি তেওঁৰ সমুদ্ৰ-যাত্ৰা বৰ্ণনা কৰিলে। সকলোৱে মুগ্ধ দৃষ্টি তেওঁৰ ওপৰত নিবদ্ধ হৈ আছিল। অৱশেষত তেওঁ নীৰৱ হ'ল। তেওঁৰ ইতিবৃত্তৰ অন্ত পৰিল।

# চাৰি

## কাৰ্থেজ কুঁৱৰীৰ প্ৰেম আৰু মৃত্যু

কিন্তু ইতিমধ্যে প্ৰেমৰ অদৃশ্য অনলে কুঁৱৰী ডিডোৰ অন্তৰ দহিছিল আৰু সেই গভীৰ ক্ষতৰ পৰা তেওঁৰ প্ৰাণশক্তি ক্ষৰিত হৈ নিঃশেষ হৈ পৰিছিল। ইনিয়াছৰ শৌৰ্য-বীৰ্য আৰু সম্ভ্ৰান্ত কুল-গৌৰৱৰ কথা বাঁৰে বাৰে তেওঁৰ মনলৈ আহিছিল; তেওঁৰ চেহেৰা, তেওঁৰ কথা-বাৰ্তা, সকলোবিলাকে তেওঁৰ মনলৈ অন্তৰত মচিব নোৱাৰা সাঁচ বহুৱাইছিল। অসহ্য যন্ত্ৰণাত তেওঁ অস্থিৰ আৰু বিহ্বল হৈছিল। ঊষাদেৱীয়ে এটি নতুন প্ৰভাতৰ সূচনা কৰি ৰবি ৰশ্মিৰে পৃথিৱী আলোকিত কৰিছিল আৰু আকাশ আবৰি থোৱা সেমেকা অন্ধকাৰ আঁতৰি গৈছিল। এনে সময়তে কুঁৱৰীয়ে অতি ব্যাকুলভাৱে তেওঁৰ অতি আপোন আৰু অনুগত ভনীয়েকক ক'লে, "আনা, ভনীটি মোৰ, সাৰ পাই থাকিয়েই মই এইবিলাক কি ভয় লগা সপোন দেখিছো? আমাৰ ঘৰলৈ অহা এই নতুন অতিথিজনৰ বিষয়ে তুমি কিনো ভাবিছা? তেওঁৰ ব্যক্তিত্ব অসাধাৰণ, তেওঁৰ অন্তৰ যেনে সাহসী, বাহুও সেইদৰে বলিষ্ঠ। তেওঁ যে দেৱকুলোদ্ভৱ, সেই বিষয়ে মোৰ অলপো সন্দেহ নাই। তেওঁৰ কাহিনী শুনিলাতো! দুৰ্ভাগ্যই তেওঁক কিমান পীড়িছে, যুদ্ধৰ কিমান বিভীষিকাৰ তেওঁ সন্মুখীন হৈছে, এতিয়ালৈকে তেওঁ কিমান কষ্ট সহ্য কৰিবলগীয়া হৈছে। মই ভাল পোৱা প্ৰথম পুৰুষজনক বিশ্বাসঘাতকতা কৰি হত্যা কৰাৰ পাছত, মই দ্বিতীয়বাৰ আৰু বিয়া নকৰাওঁ বুলি প্ৰতিজ্ঞাবদ্ধ নোহোৱা হ'লে মই বোধকৰো এতিয়া এনে এটা লোভনীয় সুযোগ এৰি নিদিলোহেঁতেন। আনা, সঁচাকৈয়ে মই তোমাক গুপুত কথা এটা ক'ম। মোৰ নিজৰ ভাইৰ হাতত নিহত হোৱা, মোৰ স্বামী ছাইকিয়াছৰ তেজেৰে আমাৰ ঘৰখন অপবিত্ৰ হোৱাৰ পিছত এতিয়ালৈকে এই অপৰিচিত বীৰজনৰ বাহিৰে অন্য কোনো পুৰুষেই মোৰ চিত্ত চঞ্চল কৰিব পৰা নাই। কিন্তু এতিয়া সেই পুৰণি উম মই অনুভৱ কৰিছো। কিন্তু মই মান-সন্মান আৰু নৈতিক আচৰণ জলাঞ্জলি দিয়াৰ আগতেই

যেন বসুমতীয়ে ফাট মেলি মোক সামৰি লয়, পৰম-পিতাৰ বজ্ৰৰ আঘাতত যেন মই ৰসাতলৰ অটল অন্ধকাৰত বিলীন হৈ যাওঁ। কাৰণ যাৰ লগত মই প্ৰথমে পৰিণয় সূত্ৰত আবদ্ধ হৈছিলো, তেওঁৱেই মোৰ জীৱনৰ সকলো ভাল পোৱা নিঃশেষ কৰি লৈ গ'ল, সেয়েই এতিয়া তেওঁৰ সম্বল আৰু সিপুৰীতো তেওঁ তাকে সযত্নে সাঁচি ৰাখিব।" তেওঁ মনৰ কথা এইদৰে প্ৰকাশ কৰিলে; তেওঁৰ চকু দুটি চলচলীয়া হ'ল আৰু কাপোৰৰ আঁচল চকুপানীৰে তিতি গ'ল।

আনাই উত্তৰ দিলে, "বাইদেউ, মই তোমাক প্ৰাণতকৈয়ো বেছি ভাল পাওঁ। তুমি যৌৱন কালছোৱা এইদৰে সদায় কান্দি-কাটিয়েই পাৰ কৰি দিবানে? দেৱী ভেনাছৰ আশীৰ্বাদস্বৰূপ সতি-সন্ততিৰ মুখ দেখিবলৈ তোমাৰ অকণো মন যোৱা নাইনে? ইয়াৰ পৰা মৃতকৰ আত্মাই সিপুৰীত অশান্তি পায় বুলি তুমি সঁচাকৈয়ে বিশ্বাস কৰানে? সঁচা কথা, আফ্ৰিকাৰ কোনো পুৰুষে, নাইবা ইয়ালৈ অহাৰ আগতে টায়াৰৰ কোনো প্ৰাৰ্থীয়ে তোমাক বিচলিত কৰিব পৰা নাছিল। তুমি ইমান শোকাকুল হৈ আছিলা। এই বিখ্যাত আৰু বিজয়ী দেশখনৰে সন্তান, ইয়াৰবাছ আৰু অন্যান্য সামন্ত-বিলাকক তুমি প্ৰত্যাখ্যান কৰিছিলা। কিন্তু সেইবুলি এতিয়া তোমাৰ অন্তৰ উথল-মাথল লগোৱা এই ভাল পোৱা এইদৰেই বিসৰ্জন দিবানে? তদুপৰি আমাৰ ৰাজ্যৰ সীমাত থকা ৰজাবিলাকৰ কথাও তুমি বিচাৰ কৰি চোৱা উচিত। অপৰাজেয় জিতুলীয়বিলাকৰ অসংখ্য নগৰ, অদমনীয় নুমিডীয় জাতি, পাৰ হ'ব নোৱাৰা পলসুৱা বালিৰ কাষে কাষে থকা ছাৰ্টিছ আৰু নিৰ্জন মৰুভূমিত বাস কৰা বাৰ্কাৰ দুৰ্দ্ধৰ্ষ আক্ৰমণকাৰীবিলাকে তোমাৰ ৰাজ্যখন বেৰি আছে। তদুপৰি টায়াৰৰ কথা উল্লেখ কৰা বাহুল্যহে মাথোন। তোমাৰ ভায়েৰাই সদায় যুদ্ধৰ ভাবুকি দি আছে। মোৰ বিশ্বাস, ট্ৰয়ৰ জাহাজবিলাক ধুমুহাই কাৰ্থেজৰ ফালে উটুৱাই অনাৰ কাৰ্যত জুনোকে ধৰি দেৱতাসকলৰ হাত আছিল। ডিডো, তুমি ভাবি চোৱাচোন, মহাসমাৰোহেৰে এই বিয়াখন পাতিব পাৰিলে, আমাৰ ৰাজ্যৰ আৰু ৰাজধানীৰ ভৱিষ্যৎ কিমান উজ্জ্বল হ'ব? ট্ৰজান সৈন্য-বাহিনী আমাৰ সহায় হ'লে আমি কিমান কীৰ্তি অৰ্জন কৰিব পাৰিম আৰু আমাৰ কাৰ্থেজৰ গৌৰৱ কিমান বৈ-বৈ যাব? তুমি যাগ-যজ্ঞ কৰি দেৱতাসকলক সন্তুষ্ট কৰা।

তাৰ পিছত তোমাৰ অতিথিজনকো অতি উদাৰভাৱে সেৱা-শুশ্ৰূষা কৰি কিবাকিবি অজুহাত দেখুৱাই ইয়াতে ৰাখি থোৱা। তেওঁৰ জাহাজবিলাক মেৰামতি কৰিবলৈ বাকী আছে। ইকালে বতৰো মুকলি হোৱা নাই। শীতকালৰ বৰষুণত সাগৰো অশান্ত হৈ আছে।”

ডিডোৰ অন্তৰত উমি উমি জ্বলি থকা জুইকুৰা আনাৰ কথাত এতিয়া দপদপীয়া হৈ উঠিল। এতিয়া এটা নতুন আশাই তেওঁৰ উথল-মাথল লাগি থকা মনটো প্ৰলোভিত কৰিলে; তেওঁ বিবেকৰ সকলো অনুশাসন পাহৰি গ'ল। তেওঁ ভনীয়েকৰ সৈতে মন্দিৰলৈ গৈ প্ৰতিজন দেৱ দেৱীৰ বেদীত পূজা-সেৱা কৰিলে। উৰ্বৰতাৰ দেৱী চিৰিছ, মুক্তিদাতা বেকাছৰ পিতা ফিবাছ আৰু বিশেষকৈ যাৰ অনুগ্ৰহত বিবাহ আদি সম্পন্ন হয়, সেই জুনোৰ বেদীত বিধিমতে বাছকবনীয়া মেৰ ছাগলী বলি দি তেওঁলোকৰ আশীৰ্বাদ ভিক্ষা কৰিলে। ৰূপহী ডিডোৱে নিজেই সোঁহাতত পাত্ৰ এটা লৈ নিখুঁত, শুকুলা, গাই গৰুৰ শিঙৰ মাজত সুৰা ঢালি দিছিল। দেৱ-দেৱীৰ সুগন্ধী বেদীৰ কাষত আৰু তেওঁলোকৰ প্ৰতিমাৰ সন্মুখত শাস্ত্ৰীয় বিধান মতে আয়োজন কৰা নৃত্যত যোগ দিছিল। দিনটোত তেওঁ কেইবা-বাৰো পূজা কৰি পশু বলি দিছিল আৰু প্ৰতিবাৰেই অনাগত দিনৰ আগ জাননী পোৱাৰ অধীৰ আগ্ৰহত বলি দিয়া ভেড়াবিলাকৰ কলিজাৰ কঁপনি লক্ষ্য কৰিছিল। সেই সময়ত তেওঁৰ ওঁঠ দুটি মেল খাই গৈছিল। কিন্তু দৈৱজ্ঞসকলৰ দৃষ্টি কিমান কৰুণভাৱে সীমাবদ্ধ। মন্দিৰত পূজা-সেৱা কৰি মোহাচ্ছন্ন হৈ থাকিয়ো তেওঁ শান্তি পোৱা নাছিল। অন্তৰ্দাহৰ তীব্ৰ বেদনাত তেওঁ ছটফটাইছিল। নিদাৰুণ মৰ্মাঘাতত তেওঁ অতিশয় যন্ত্ৰণা পাইছিল। অভাগিনী ডিডোৰ অন্তৰত জুই জ্বলিছিল আৰু তেওঁ ব্যাকুল-ভাৱে নগৰত ভ্ৰমি ফুৰিছিল। তেওঁৰ অৱস্থা হৈছিল এজনী শৰাহত হৰিণীৰ দৰে। কোনোবা ভেড়াৰখীয়াই খেদি খেদি ক্ৰীটৰ অৰণ্যৰ মাজত দূৰৰ পৰাই হৰিণীজনীলৈ শৰসন্ধান কৰি আৰু তাইৰ গাত যে পাখি লগা কাঁড়টো লাগিছে, সেই কথা নজনাকৈয়ে সি তাইক এৰি থৈ গুচি যায়। তাই সেই অৱস্থাৰেই হাবিখন ভাঙি ডিক্‌টেৰ পাহাৰৰ পথ পাৰ হয়। ইফালে কাঁড়টোৰ মাৰাত্মক জোংটো তাইৰ মঙহৰ মাজত সোমাই থাকে। কেতিয়াবা ডিডোৱে ইনিয়াছক দুৰ্গ নিৰ্মাণ কৰি থকা ঠাইলৈ লৈ গৈ

ফিনিচীয়সকলৰ কাৰ্য-কুশলতাইলে তেওঁৰ দৃষ্টি আকৰ্ষণ কৰিছিল। নগৰ নিৰ্মাণৰ কাম কিমান দূৰ আগ বাঢ়িছে সেই বিষয়েও তেওঁক জনাইছিল। নিজৰ মনৰ কথাও ক'বলৈ লৈছিল, কিন্তু আধা কোৱা হওঁতেই নীৰৱ হৈছিল। বেলি লহিয়ালেই তেওঁৰ অভিৰুচিমতে আগৰ দৰেই ভোজৰ আয়োজন কৰা হৈছিল। ট্ৰয়ৰ নিদাৰুণ বিপৰ্যয়ৰ কাহিনী শুনিবলৈ তেওঁ বাৰে বাৰে ইচ্ছা প্ৰকাশ কৰিছিল; ইনিয়াছৰ কথাবিলাকে তেওঁৰ অন্তৰত উন্মাদনাৰ সৃষ্টি কৰিছিল। ভোজ-সভা ভঙ্গ হোৱাৰ পিছত যেতিয়া জোনৰ জেউতি গভীৰ অন্ধকাৰৰ মাজত লীন গৈছিল আৰু নভোমণ্ডলৰ নক্ষত্ৰ-মণ্ডলীয়ে নিদ্ৰাৰ সময় সমাগত বুলি সকীয়াই দিছিল, তেতিয়াও তেওঁ সেই জনহীন ভোজনালয়ত অকলশৰে থাকি, ইনিয়াছৰ শূন্য আসনত ক্লান্তভাৱে বাগৰি পৰিছিল আৰু বিৰহ যন্ত্ৰণাত কাতৰ হৈছিল। দৃষ্টি আৰু শ্ৰুতিৰ অন্তৰালত থকা সত্ত্বেও ডিডোৱে তেওঁক দেখা পাইছিল আৰু তেওঁ মাতো শুনিছিল। কেতিয়াবা তেওঁ এস্কেনিয়াছক জোৰেৰে সাবটি ধৰিছিল, পিতাকৰ লগত তেওঁৰ চেহেৰাৰ অপূৰ্ব সাদৃশ্য দেখি ডিডো মুগ্ধ হৈছিল আৰু মুখ ফুটাই প্ৰকাশ কৰিব নোৱাৰা সেই প্ৰেমৰ পৰা অব্যাহতি পাবলৈ পাৰ্যমানে চেষ্টা কৰিছিল। ইতিমধ্যে আংশিকভাৱে গঢ়ি উঠা স্তম্ভ-বিলাকৰ কাম বন্ধ হৈছিল, তৰুণ সৈন্যসকলে অস্ত্ৰ-চৰ্চা এৰি দিছিল। বন্দৰ আৰু দুৰ্জয় দুৰ্গ আধা সজা অৱস্থাতে পৰি আছিল। বিৰাট আৰু অৰ্দ্ধনিৰ্মিত ভয়াবহ প্ৰাচীৰবিলাক পৰিত্যক্ত হৈছিল, প্ৰকাণ্ড যন্ত্ৰবিলাকো নিষ্ক্ৰিয় হৈ পৰিছিল।

চেটাৰ্ণ-দুহিতা আৰু জ্যুছৰ প্ৰিয়তমা জুনোৱে তীব্ৰ মানসিক যন্ত্ৰণাত ছটফটাই থকা ডিডোক লক্ষ্য কৰি আছিল। নিজৰ সুনাম-সুখ্যাতি সকলো জলাঞ্জলি দি তেওঁ এতিয়া অন্তৰৰ গভীৰ প্ৰণয় চৰিতাৰ্থ কৰিবলৈ বদ্ধ পৰিকৰ হৈছিল। তেওঁৰ এই অৱস্থা দেখাৰ লগে লগেই জুনোৱে ভেনাছক লগ ধৰি ক'লে, "শুনা, তুমি তোমাৰ ল'ৰাটোৰ সৈতে লগ লাগি বেছ বাহাদুৰি দেখুৱাব পাৰিছা। তাৰ পৰা তোমাৰ মান-সম্মানো বাঢ়িছে। তোমালোক দুজন দেৱতা একগোট হৈ বুদ্ধি কৰি এজনী অবলা নাৰীক ঠেকত পেলাব পাৰিছা। গতিকে তোমালোকৰ সুখ্যাতি আৰু যশস্যা চাৰিওকালে বিয়পি পৰা উচিত। পিছে মই নজনা নহয় যে শান্তিপূৰ্ণ

কাৰ্থেজ নগৰখন তুমি অলপ সন্দেহৰ চকুৰে চোৱা। কাৰণ নগৰখনৰ আত্মৰক্ষাৰ শক্তি যথেষ্ট আছে বুলি ভয় কৰাৰ থল আছে। কিন্তু তোমাৰ উদ্দেশ্য কি? ইমান সাংঘাতিক অগ্নিজুৱিৰ সৃষ্টি কৰাৰ প্ৰয়োজন কি? প্ৰকৃততে আমি দুয়ো মিলিজুলি এখন বিয়াৰ সহায়ত স্থায়ীভাৱে শান্তি স্থাপন কৰাটোৱেই মই ভাল হ'ব বুলি ভাবো। তুমি যি আশা কৰিছিলা এতিয়া সেয়েই ঘটিছে। তীব্ৰ হলাহল পান কৰি ডিডো এতিয়া উন্মাদ হৈ পৰিছে। প্ৰেমৰ অনলে তেওঁৰ হিয়া দহিছে। সেইকাৰণে এতিয়া মই জাতিটোৰ অভিভাৱকত্ব আমি দুয়ো ভগাই লওঁ আহা। শাসন কাৰ্যত আমাৰ কৰ্তৃত্ব সমানে থাকিব। ডিডো স্বইচ্ছাৰে ফ্ৰিজিয়ান এজনৰ দাসী আৰু পত্নী হওক আৰু যৌতুকত লাভ কৰা টায়াৰীয়বিলাক তোমাৰ বশীভূত হওক।"

কিন্তু ভেনাছে বুজিব পাৰিছিল যে জুনোৱে তেওঁৰ প্ৰকৃত মনোভাব প্ৰকাশ কৰা নাছিল। তেওঁৰ উদ্দেশ্য আছিল এয়ে যে ইটালী শাসন কৰা যিসকলৰ ভাগ্যত আছে, তেওঁলোকক আফ্ৰিকাতে আবদ্ধ কৰি ৰখা। সেইকাৰণে তেওঁ এইদৰে উত্তৰ দিলে, "এই প্ৰস্তাব প্ৰত্যাখ্যান কৰি তোমাৰ ইচ্ছাৰ বিৰোধিতা কৰিবলৈ কাৰ সাহ আছে? অৱশ্যে এটা চৰ্ত আছে; তোমাৰ এই পৰিকল্পনাৰ বাস্তৱ ৰূপ দিওঁতে চাব লাগিব যাতে ই সাফল্য-মণ্ডিত হয়। কিন্তু ভাগ্যদেৱীসকলৰ প্ৰভাৱৰ পৰা মই মুক্ত নহওঁ। তেওঁ-লোকৰ অভিপ্ৰায়ৰ বিষয়ে মই সম্পূৰ্ণ অজ্ঞ। টায়াৰৰ অধিবাসীসকলে ট্ৰয়ৰ পৰা উঠি অহা মানুহবিলাকৰ সৈতে একেলগে এখন নগৰতে বাস কৰা জুপিটাৰৰ মনঃপুত হ'বনে? তেওঁলোকৰ মাজত সন্ধি হোৱা আৰু বৈবাহিক সম্পৰ্ক গঢ়ি উঠাটো তেওঁ অনুমোদন কৰিবনে? চোৱা, তুমি তেওঁৰ ভাৰ্যা, তুমি যদি তেওঁৰ প্ৰকৃত উদ্দেশ্য অৱগত হ'বলৈ চেষ্টা কৰা তাত কাৰো হানি নহয়। তুমি প্ৰকাশ্যভাৱে তেওঁক অনুৰোধ কৰি চাব পাৰা। সেইকাৰণে তুমি আগ বাঢ়া, মই পিছে পিছে গৈ আছো।"

কুঁৱৰী জুনোৱে উত্তৰ দিলে, "বাৰু, এই দায়িত্ব মই লৈছো, কিন্তু আমাৰ উদ্দেশ্য কেনেকৈ থিতাতে সিদ্ধি হ'ব কওঁ শুনা। কালিলৈ কাহিলি পুৱাতে, বেলিয়ে পৃথিৱী পোহৰাই দিয়া মুহূৰ্ততে, অভাগিনী ডিডো ইনিয়াছৰ সৈতে একেলগে অৰণ্যত চিকাৰ কৰিবলৈ যাব। ঠিক পাহাৰৰা পথেদি অনুচৰ-বিলাকে হাবিখন বৃত্তাকাৰে বেৰি ধৰিবলৈ তৎপৰ হোৱাৰ সময়তে মই শিলাবৃষ্টি বহন কৰা কলীয়া মেঘেৰে আকাশ আবৃত কৰিম, কোঁৱৰ আৰু কুঁৱৰী দুয়ো ধাৰাসাৰ বৰষুণত জুকলি-জুপুৰি হ'ব। বিজুলী-চেৰেকনিৰে আকাশ

জাগৃত হৈ পৰিব। তেওঁলোকৰ লগুৱা-লিকচৌবিলাক সিচঁৰতি হৈ অন্ধকাৰত অদৃশ্য হ'ব। ডিডো আৰু ট্ৰয়ৰ ৰাজকুমাৰে একেটা গুহাতে আশ্ৰয় ল'ব। মই তাতে থাকিম আৰু তুমিও নিশ্চয় মোক সহায় কৰিবা। তেতিয়াহ'লে মই ডিডোক ইনিয়াছৰ হাতত সমৰ্পণ কৰিম আৰু পৰিণয়ৰ সূত্ৰেৰে দুয়োৰে মিলন ঘটাম। বৈধভাৱে তেওঁলোকৰ বিবাহ হ'ব।" ভেনাছে এই প্ৰস্তাৱত আপত্তি নকৰিলে। তেওঁ মূৰ দুপিয়াই সম্মতি জ্ঞাপন কৰিলে আৰু এনে এটা সুচতুৰ ছালনাৰ কথা ভাবি তেওঁৰ ওঁঠত এটি মিচিকিয়া হাঁহি বিৰিঙিল।

ইতিমধ্যে উষাদেৱী সমুদ্ৰ গৰ্ভৰ পৰা ওলাই আহিল। তেওঁ দশোদিশ উজলাই দিয়াৰ লগে লগে নগৰ তোৰণৰ পৰা এটা বিশেষভাৱে নিৰ্বাচিত দল নিষ্ক্ৰান্ত হ'ল। প্ৰথম ঘ্ৰাণ শক্তি থকা চিকাৰী কুকুৰ লগত লৈ মেছিলীয় অশ্বাৰোহীসকল প্ৰবল বেগেৰে ধাবিত হ'ল। তেওঁলোকৰ হাতত আছিল সেৰেঙা পাহৰ লাঙি জাল, সৰু পৰঙি জাল আৰু লোহাৰ বহল আগ লগোৱা চিকাৰ কৰা যাঠি। কুঁৱৰী তেতিয়াও নিজৰ কক্ষতে আছিল আৰু সম্ৰান্ত কাৰ্থেজীয়সকলে দুৱাৰমুখত অপেক্ষা কৰিছিল। ৰঙা আৰু সোণ বৰণীয়া সাজ-সজ্জাৰে চিকমিকাই থকা তেজস্বী ঘোঁৰাটোৱে খুড়াৰে মাটিত আঘাত কৰি দাঁত কামুৰি থাকোতে তাৰ মুখৰ পৰা ফেন ওলাইছিল। অৱশেষত বনকৰা আঁচলৰ চিডনীয় বস্ত্ৰ পৰিহিতা অসংখ্য পৰিচাৰিকাৰ দ্বাৰা পৰিবৃতা হৈ তেওঁ ওলাই আহিল। তেওঁৰ কান্ধত আছিল এটা সোণালী টোপ, মূৰত মৰা আছিল এডাল সোণৰ ফিটা আৰু গাত লোৱা ৰঙা কাপোৰখন পিছলি নাযাবৰ কাৰণে ডিঙিৰ তলতে মাৰি থোৱা আছিল এটা সোণৰ পিন। উলাহত নাচি থকা ইউলাছকে ধৰি ট্ৰয়ৰ লোকসকলো সমবেত হ'ল। দুয়োটা সমদল একত্ৰিত হোৱাৰ পিছত ইনিয়াছ মোহনীয় ৰূপত ডিডোৰ কাষলৈ আহিল। শীত কালত লিছীয়া আৰু জেন্থাছ নদীৰ পাৰৰ পৰা যাত্ৰা কৰি তেওঁৰ জননীয়ে বাস কৰা দ্বীপ ডিলছত উপস্থিত হৈ ক্ৰীটান, ট্ৰায়পিয়ান, নৃত্যপটু পূজাৰীবিলাকে বেৰি থোৱা বেদীৰ মাজত বিশেষ নৃত্যৰ উদ্বোধন কৰা এপলোৰ দৰে সুদৰ্শন ইনিয়াছে সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছিল। কান্ধত সশব্দে ধনু-কাঁড় আঁৰি লৈ আৰু বৈ পৰা চুলিটাৰি সোণৰ সূতাৰে গোঁঠা গছপাতৰ মালা এধাৰিৰে সুবিন্যস্ত কৰি জিন্থাছৰ ক্ৰমাৱন ভূমিত বিচৰণ কৰা এপলোৰ দৰেই ইনিয়াছেও তৎপৰতাৰে

পদক্ষেপ কৰিছিল। এপলোৰ দৰেই তেওঁৰ অভিজাত মুখমণ্ডল স্বৰ্গীয় সৌন্দৰ্যৰে উদ্ভাসিত হৈছিল।

পাহাৰৰ পথহীন প্ৰান্তৰত উপস্থিত হোৱা চিকাৰীসকলক দেখা পাই শিলাময় শৃংগ এটাৰ পৰা ক্ষিপ্ৰগতিৰে নামি অহা বনৰীয়া ছাগলীৰ জাক এটা ভয়ত ভাগি গৈছিল। আৰু অলপ আঁতৰত এজাক পহুৱে পাহাৰৰ ঠাইখন ধূলিৰে ধূৱলি-কুঁৱলি কৰি মুকলি পথাৰৰ ফালে চাপলি মেলিছিল। নামনিৰ উপত্যকাত কোমল বয়সীয়া এস্কেনিয়াছে তেজী ঘোঁৰাত উঠি পূৰ্ণ গতিৰে অশ্বচালনা কৰি আগত থকা লোকসকলক ক্ৰমাৎ পিছ পেলাই পুলকিত হৈছিল। নিমাখিত জীৱবিলাকৰ মাজত মুখ ফেনাই থকা বনৰীয়া গাহৰি বা পাহাৰৰ পৰা চিকাৰৰ সন্ধানত সতৰ্কভাৱে নামি অহা সোণ-মুগা সিংহ এটাৰ দৰ্শন পাবলৈ তেওঁ যে কিমান হেঁপাহ কৰিছিল।

অলপ সময়ৰ পিছতে মেঘৰ গুৰু-গম্ভীৰ গৰ্জনে গগনমণ্ডল মুখৰিত কৰিলে। কলীয়া ডাৱৰে আকাশ আবৰি ধৰিলে আৰু লগে লগে শিলা-বৃষ্টি আৰম্ভ হ'ল। চিকাৰীসকলে আতঙ্কত আশ্ৰয় বিচাৰি বিস্তীৰ্ণ প্ৰান্তৰ চলাথ কৰিলে। টায়াৰীয় পাৰিষদ বৰ্গ, তৰুণ ট্ৰজানসকল আৰু দেৱী ভেনাছৰ পৌত্ৰ, ডাৰ্ডানকুমাৰ ইউলাছ, সকলোটি ভাগ ভাগ হৈ পৰিল। পাহাৰৰ পৰা বৰষুণৰ ঢল নামি আহিল। ডিডো আৰু ৰাজকুমাৰ একেটা গুহাতে উপস্থিত হ'লগৈ। আদিম পাৰ্থিৱ পৰিবেশত প্ৰেমৰ অধিষ্ঠাত্ৰী দেৱী জুনোৱে সঙ্কেত দিলে, আকাশে সমৰ্থন জনালে আৰু বিজুলী চিকমিকাই উঠিল। পৰ্বত-শিখৰত অপেস্বৰীসকলে কোলাহলৰ সৃষ্টি কৰিলে। সেই দিনটোতে মৃত্যু আৰু বেদনাৰ বীজ ৰোপণ কৰা হ'ল। ইয়াৰ পিছৰ পৰা ডিডোৱে নিজৰ সুমান আৰু মৰ্যাদাৰ কথা পাহৰি গ'ল। তেওঁৰ এই প্ৰণয়লীলা গোপনে ৰখাৰো প্ৰয়োজন বোধ নকৰিলে। ইয়াকেই তেওঁ বিবাহ বুলি অভিহিত কৰি তেওঁৰ পদস্খলনৰ এটা নৈতিক ৰূপ দিবলৈ চেষ্টা কৰিলে।

অতি শীঘ্ৰে এই জনশ্ৰুতি আফ্ৰিকাৰ মহানগৰীবিলাকত বিয়পি পৰিল। অপায়-অমঙ্গলবিলাকৰ ভিতৰত জনৰৱেই ক্ষিপ্ৰতম। অলপো লুক-ঢাক নোহোৱাকৈ সদৰী হৈ পৰোতে ইয়াৰ ক্ষমতা ক্ৰমাৎ বাঢ়ি যায়। এধানিমান পোক এটাৰ পৰা ই এটা বিৰাট প্ৰাণীত পৰিণত হয়। ইয়াৰ ঠেংকেইটা মাটিত থাকে যদিও মূৰটো ডাৱৰৰ মাজত সোমাইগৈ। মানুহে কয়, জননী

বসুন্ধৰাই দেৱতাসকলৰ প্ৰতি কুপিত হৈ এই প্ৰাণীটোক সৃষ্টি কৰিলে। এই দানৱী হ'ল ছিয়াছ আৰু এঞ্চিলেডাছৰ ভগিনী। জনশ্ৰুতি ক্ষিপ্ৰচৰণা। তাই প্ৰবল বেগে উৰা মাৰিবও পাৰে। তাই বিৰাটকায়, ভয়ঙ্কৰী আৰু তাইৰ সদাসতৰ্ক চকুবিলাক থাকে তাইৰ গাত গজা প্ৰতিটো পাখিৰ তলত। কি বিস্ময়জনক কাণ্ড। তদুপৰি প্ৰতিটো পাখিৰ তলত থাকে এখন মুখ, এখন জিভা আৰু এখন কাণ। জিভাখনে অনৰ্গল কথা ক'ব পাৰে, কাণখনৰ পৰাও কোনো শব্দ সাৰি যাব নোৱাৰে। ৰাতি তাই আকাশ আৰু পৃথিৱীৰ অন্ধকাৰ ব্যৱধানৰ মাজেদি সশব্দে উৰি যায়। নিদ্ৰাৰ প্ৰশান্তিয়ে কোনো দিনেই তাইৰ চকুৰ পতা জপাব নোৱাৰে। দিনৰ পোহৰত তাই ঘৰৰ চালত নাইবা কাৰেঙৰ ওখ স্তম্ভত আশ্ৰয় লৈ পহৰা দি থাকে। মহানগৰ-বিলাকত তাই বিভীষিকাৰ সূচনা কৰে। কাৰণ তাই প্ৰচাৰ কৰা বাতৰিবিলাক যাইকৈ অসত্য আৰু অশুভ হ'লেও সময়ে সময়ে সঁচা কথাও তাইৰ মুখৰ পৰা নোলোৱা নহয়।

এতিয়া তাই মনৰ আনন্দত আফ্ৰিকাৰ জনগণৰ মাজত সঁচা-মিছা বহুতো বাতৰি পৰিবেশন কৰিলে। ট্ৰয় বংশোদ্ভৱ ইনিয়াছ কেনেকৈ আহিল, দীপলিপ, ডিডোৰ কেনেকৈ তেওঁৰ লগত মিলন হ'ল, প্ৰবৃত্তিৰ তাড়নাত তেওঁলোক উভয়ে সুদীৰ্ঘ শীতকালটো কেনেকৈ উপভোগ আৰু লাহ-বিলাহত নিৰ্লজ্জভাৱে অতিবাহিত কৰিলে, ৰাজ-শাসনৰ কথা তেওঁলোকে কেনেকৈ পাহৰি গ'ল, এনে ধৰণৰ কথাবিলাককে এই দুষ্টা দেৱীজনীৰ প্ৰভাৱত মানুহবিলাকে কোৱা-কুই কৰিছিল। তাৰ পিছত তাই ৰজা ইয়াৰবাছৰ আগত এইবিলাক কুৎসা ৰটনা কৰিলে। ৰজা ক্ৰোধত ঘৃতাহুতি হ'ল।

আফ্ৰিকাৰ এগৰাকী অপেস্বৰীৰ জুপিটাৰৰ লগত হোৱা প্ৰণয়ৰ ফলস্বৰূপে ইয়াৰবাছৰ জন্ম হৈছিল। জুপিটাৰৰ প্ৰতি শ্ৰদ্ধা জনাই তেওঁ বিস্তীৰ্ণ ৰাজ্যখনত পাঁচকুৰি বেদীৰ সৈতে সমসংখ্যক বিৰাট মন্দিৰ নিৰ্মাণ কৰিছিল। তেওঁৰ আদেশত মন্দিৰৰ পবিত্ৰ যজ্ঞ-কুণ্ডৰ অগ্নি অনিৰ্বাণভাৱে প্ৰজ্বলিত হৈ আছিল আৰু পূজাৰীসকলে অখণ্ডভাৱে পূজা কৰিছিল। মন্দিৰ প্ৰাঙ্গণত অনবৰতে বলিৰ তেজৰ গোন্ধ পোৱা হৈছিল। মন্দিৰৰ তোৰণবিলাক বৰ্ণাঢ্য কুসুমেৰে সুশোভিত হৈ আছিল। কথিত আছে যে প্ৰচণ্ড ক্ৰোধৰ বশীভূত হৈ আৰু নিজকে নিঃসহায় বুলি উপলব্ধি কৰি ইয়াৰবাছে ব্যাকুলভাৱে

মন্দিৰৰ বেদীৰ আগত দণ্ডায়মান হৈ কৰযোৰে জুপিটাৰক বহুত সময় প্ৰাৰ্থনা কৰি এইদৰে কৈছিল, "হে অমোঘ শক্তিৰ অধিকাৰী জুপিটাৰ, মুৰ জাতিৰ লোকসকলে ৰঙ-বিৰঙৰ সূতাৰে বোৱা কাপোৰেৰে সজোৱা আসনত বহি আহাৰ খাওঁতে তোমাৰ প্ৰতি শ্ৰদ্ধাৰে সুৰাৰ তৰ্পণ কৰে। এতিয়া কি ঘটিছে তুমি দেখা পাইছানে? হে পিতা, যেতিয়া তুমি ঘূৰ্ণিত অশনি নিক্ষেপ কৰা, তেতিয়া আমি মিছাকৈয়ে তোমাক ভয় কৰোনে? আকাশৰ যি জ্বলন্ত অগ্নিশিখাই আমাক আতঙ্কিত কৰে, সি কি উত্তাপহীন? মেঘগৰ্জনো কি নিৰৰ্থক? এজনী অন্তৰী তিৰোতাই মোৰ ৰাজ্যত সামান্য নগৰ এখন সাজিছে আৰু সাগৰৰ পাৰত মাটি এডোখৰ খাজনাত লৈ খেতি কৰিছে। এতিয়া তাই মই আগ বঢ়োৱা বিয়াৰ প্ৰস্তাৱ উপেক্ষা কৰি ইনিয়াছক স্বামীবৰণ কৰি ৰাজপাটত বহুৱাইছে! পেৰিছৰ এই দ্বিতীয় অৱতাৰজনে ফ্ৰিজীয় ওৰণী এখনেৰে তেলেৰে তিতি থকা চুলি আৰু মুখ ঢাকি, লগত তিৰোতাৰ দৰে ভয়াতুৰ মানুহৰ দল এটা লৈ চুৰ কৰা সম্পত্তিৰ গৰাকী হ'ব খুজিছে। আৰু মই এতিয়া তোমাৰ বুলিয়ে ভৰা মন্দিৰবিলাকলৈ পূজাৰ উপাচাৰ লৈ আহিছো। পিছে যিটো বিশ্বাসত আনিছো সেই বিশ্বাসৰ প্ৰকৃতপক্ষে কোনো মূল্য নাই যেন লাগিছে।"

এয়েই আছিল তেওঁৰ প্ৰাৰ্থনা আৰু প্ৰাৰ্থনা কৰি থাকোতেই তেওঁ বেদী স্পৰ্শ কৰিছিল। পৰম পিতাই সকলো শুনিলে আৰু তেওঁৰ দৃষ্টি স্বাধিকাৰ প্ৰমত্তপ্ৰেমিক যুগলেৰে সৈতে সেই নগৰখনত নিবদ্ধ হ'ল। তেওঁ মাৰ্কুৰীক মাতি আনি কাম এটাৰ ভাৰ দি এইদৰে ক'লে, "পুত্ৰ, তুমি, তুমি শীঘ্ৰে যাত্ৰা কৰা, পছোৱা বতাহক মাতি আনি এতিয়াই উৰা মাৰি যোৱা। ডাৰ্ডান ৰাজকুমাৰে ভৱিষ্যতৰ কথা পাহৰি গৈ কাৰ্থেজতে হাত সাবটি বহি আছে। তুমি ক্ষিপ্ৰগতিৰে উৰি গৈ তেওঁৰ আগত মোৰ নিৰ্দেশ ব্যক্ত কৰা। অতুলনীয় সৌন্দৰ্যৰ অধিকাৰিণী তেওঁৰ জননীয়ে এইটো উদ্দেশ্যতে তেওঁক দুবাৰকৈ গ্ৰীক শত্ৰুৰ কবলৰ পৰা ৰক্ষা কৰা নাছিল। তেওঁ আমাৰ আগত যেনে এজন মানুহৰ বৰ্ণনা দিছিল এতিয়া ইনিয়াছৰ গাত তেনে লক্ষণতো দেখা নাই। নহয়, তেওঁ হ'ব লাগিব ইটালীৰ ভাগ্যবিধাতা।

বীৰ প্ৰসবিনী এই ইটালী তুমুল ৰণ-ধ্বনিৰে নিনাদিত হ'ব। ইয়াতেই টিউছাৰৰ বংশসম্ভূত ৰজাসকলে পুৰুষানুক্ৰমে ৰাজত্ব কৰি সমগ্ৰ পৃথিৱী শাসন কৰিব। তেওঁৰ ভাগ্যত থকা এই বিপুল গৌৰৱেও যদি তেওঁক সক্ৰিয় কৰি তুলিব নোৱাৰে, আৰু যদি তেওঁ নিজৰৰবীয়াকৈ সুখ্যাতি অৰ্জন কৰিবলৈয়ো সক্ষম নহয়, তেন্তে তেওঁৰ পুতেক এস্কেনিয়াছকো ৰোমৰ দুৰ্গৰ পৰা বঞ্চিত কৰিবনে? তেওঁ কি কৰিবলৈ ইচ্ছা কৰিছে? তেওঁৰ প্ৰতি শত্ৰু ভাবাপন্ন মানুহবিলাকৰ সংগত থাকি তেওঁ কি লাভ হ'ব? ভৱিষ্যতে তেওঁৰ বংশধৰসকল ইটালীয়ান বুলি বিখ্যাত হ'ব, ৰাজ্যখন লাভিনীয়াম নামে জনাজাত হ'ব। এই সকলোবিলাক অৱজ্ঞা কৰি এইদৰে অলসভাৱে কাল নিয়ালে তেওঁৰ কিবা সুখ্যাতি হ'বনেকি? তেওঁ জলযাত্ৰা আৰম্ভ কৰক। সেয়ে মোৰ নিৰ্দেশ। মোৰ এই বাৰ্তা তেওঁক দিয়াগৈ।"

জুপিটাৰৰ কথা শেষ হ'ল। শ্ৰদ্ধেয় পিতৃৰ আদেশ পালন কৰিবলৈ মাৰ্কুৰী প্ৰস্তুত হ'ল। প্ৰথমে তেওঁ পাখি লগা সুবৰ্ণ পাদুকা পৰিধান কৰিলে। এই পাদুকাই তেওঁক জল আৰু স্থল ভাগৰ ওপৰেদি বায়ুবেগে উৰুৱাই নিব পাৰে। তাৰ পাছত তেওঁ এডাল দণ্ড হাতত ল'লে। এই দণ্ডডালৰ সহায়ত তেওঁ ৰসাতলত থকা নিস্তেজ প্ৰেতাত্মাবিলাকক মাতি আনিব পাৰে, আনবিলাকক ভয়ঙ্কৰ টাৰ্টাৰাছলৈ প্ৰেৰণ কৰিব পাৰে, ইয়াৰ সহায়ত তেওঁ নিদ্ৰাবান মাৰিব পাৰে, বিনিদ্ৰ কৰিব পাৰে আৰু মৃতকৰ চকু উন্মিলিত কৰিব পাৰে। এতিয়া তেওঁ এই দণ্ডডালেৰে বায়ুক নিয়ন্ত্ৰিত কৰি অন্ধকাৰ মেঘৰ মাজেদি উৰি যাবলৈ ধৰিলে। এনেকৈ গৈ থাকোতে, নিজৰ শিৰেৰে আকাশখন দাঙি লৈ থকা সহিষ্ণু আটলাছৰ সুউচ্চ শিখৰ তেওঁৰ দৃষ্টিগোচৰ হ'ল। সৰল গছেৰে ভৰা আটলাছৰ শৃঙ্গ কলীয়া কুঁৱলিয়ে চিৰদিন আবৰি ৰাখে আৰু তাত অনবৰতে বতাহ-বৰষুণ হয়। তেওঁৰ স্কন্ধদেশ তুষাৰমণ্ডিত। তেওঁৰ থুঁতৰিৰ পৰা সৃষ্টি হৈছে প্ৰচণ্ড জলপ্ৰপাত আৰু তেওঁৰ দীঘল অমসৃন ডাড়ি বৰফ-কঠিনা সুষম ডেউকাৰ ওপৰত ভেঁজনি দি মাৰ্কুৰীয়ে ইয়াতে কিছু সময় কটালে আৰু ইয়াৰ পৰাই তেওঁ তীব্ৰগতিৰে সাগৰৰ ফালে নামি গ'ল। উপকূল আৰু পাহাৰৰ কাষে কাষে মাছ বিচাৰি পানীৰ নিচেই ওপৰেদি উৰি যোৱা

সামুদ্ৰিক পক্ষীৰ দৰেই চীলেনীয়ান মাৰ্কুৰীয়ে মাতামহ আটলাছৰ পৰা বিদায় লৈ পৃথিৱী আৰু আকাশৰ মাজেদি আফ্ৰিকাৰ বালিময় উপকূলৰ ফালে বতাহ ঠেলি উৰি যাবলৈ ধৰিলে।

ক্ষিপ্ৰচৰণ মাৰ্কুৰীয়ে আফ্ৰিকাৰ গ্ৰাম্য কুটীৰবিলাকৰ ওপৰৰ পৰাই দুৰ্গ আৰু নতুন বাসভৱন নিৰ্মাণৰ কামত ব্যস্ত হৈ থকা ইনিয়াছক দেখা পালে। সূৰ্যকান্ত মণিখচিত এখন তৰোৱাল তেওঁ ধাৰণ কৰিছিল। ঐশ্বৰ্যৰ অধিকাৰিণী স্বয়ং ডিডোৱে উপহাৰ দিয়া এখন চমৎকাৰ ৰক্তবৰ্ণ টায়াৰীয় বস্ত্ৰ তেওঁ পৰিধান কৰিছিল ; ডিডোৱে নিজেই বাণীত সোণালী সূতা দি এই কাপোৰখন বৈছিল। মাৰ্কুৰীয়ে ততালিকে তেওঁক বাতৰিটো দি ক'লে, "কি, তুমি প্ৰসিদ্ধ কাৰ্থেজৰ ভিত্তি স্থাপন কৰি ইয়াতে এখন সুন্দৰ নগৰ প্ৰতিষ্ঠা কৰিব খুজিছানেকি ? আদৰ্শ স্বামী ! তোমাৰ লাজ লগা নাইনে ? তুমি ভৱিষ্যতৰ কথা, তোমাৰ নিজৰ ৰাজ্যখনৰ কথা পাহৰি গৈছা। সকলো দেৱতাকে যিজনে শাসন কৰিছে, পৃথিৱী আৰু স্বৰ্গ যাৰ ইচ্ছানুসৰি নিয়ন্ত্ৰিত তেৱেঁই নিজে মোক জ্যোতিৰ্ময় অলিম্পাছৰ পৰা প্ৰেৰণ কৰিছে। তেৱেঁই এই বাৰ্তাটো মোক আকাশী-পথেদি তুৰন্তে বহন কৰি আনি তোমাৰ আগত ব্যক্ত কৰিবলৈ আদেশ দিছে। তুমি কি কৰিবলৈ উপক্ৰম কৰিছা ? আফ্ৰিকাত এইদৰে অলসভাৱে সময় অপচয় কৰিলে তুমি কেনেকৈ লাভবান হ'বা ? তোমাৰ সৌভাগ্যই সূচনা কৰা আগন্তুক সুখ্যাতিৰ কথায়ো যদি তোমাৰ উৎসাহ উদ্দীপিত কৰিব নোৱাৰে, আৰু যদি তুমি নিজৰ বৰীয়াকৈ যশ-গৌৰৱ অৰ্জন কৰিবলৈ তৎপৰ নোহোৱা, তেনেহ'লে অন্ততঃ তোমাৰ পুত্ৰ এস্কেনিয়াছৰ কথা এবাৰ মনত পেলোৱা। তেওঁ এতিয়া ডাঙৰ-দীঘল হৈছে, তেৱেঁই তোমাৰ উত্তৰাধিকাৰী। ইটালী দেশৰ ৰজা হোৱা তেওঁৰ ভাগ্যত আছে। এই ৰাজ্যই তোমাৰ ইটালী বুলি পৰিগণিত হ'ব।" এইদৰে কঠোৰ তিৰস্কাৰ কৰি থাকিয়েই মাৰ্কুৰী লোকদৃষ্টিৰ পৰা অদৃশ্য হৈ পাতল বতাহৰ লগত মিলি গ'ল।

এই অলৌকিক দৃশ্য দেখি ইনিয়াছ অবাক হ'ল। তেওঁ বিভ্ৰান্ত হৈ পৰিল, ভয়ত তেওঁৰ চুলি ডাল ডাল হ'ল আৰু মুখৰ মাত হৰিল। দেৱতাৰ সতৰ্ক বাণী ইমান কৰ্তৃত্বপূৰ্ণ আছিল আৰু তাৰ প্ৰভাৱ তেওঁৰ ওপৰত ইমান তীব্ৰভাৱে পৰিছিল যে ইতিমধ্যেই তেওঁ প্ৰণয়িনীৰ ৰাজ্যৰ পৰা

পলায়ন কৰিবলৈ ব্যগ্ৰ হৈ উঠিছিল। কিন্তু তেওঁ কিনো কৰিব ? অতিশয় মোহাচ্ছন্ন প্ৰেমিকাৰ আগত তেওঁ এই উদ্দেশ্য কি সাহেৰে প্ৰকাশ কৰিব পাৰে ? কেনেকৈ তেওঁৰ সম্মতি লাভ কৰিব ? তেওঁ বাছি ল'ব পৰা উৎকৃষ্ট উপায় কি হ'ব পাৰে ? ক্ষিপ্ৰভাৱে তেওঁ সকলো গমি-পিতি চালে। তেওঁৰ দুই নাৱত দুই ভৰি হ'ল। কোনো এটা উপায় তেওঁৰ মনঃপূত হয়, তাৰ পিছত মনলৈ আন এটা আহে। প্ৰতিটোৰে বিভিন্ন গঢ়-গতি আৰু সম্ভাৱনা বিচাৰ কৰি চায়। এইদৰে গুণা-গঁথা কৰি থাকোঁতে এটা কৌশল উপযুক্ত হ'ব বুলি তেওঁ ধাৰণা কৰিলে। তেওঁ মিনেষ্টিয়াছ, ছাৰ্জেষ্টাছ আৰু সাহসী ছেৰেষ্টাছক মাতি আনিলে। তেওঁলোকে পেটৰ কথা পেটতে ৰাখি ৰচি, পাল, খুঁটি আদি সকলোবিলাক প্ৰস্তুত কৰি নৌ-বাহিনীটো সজ্জিত কৰিব লাগিব আৰু সাগৰৰ পাৰত নাবিকসকল সমবেত হ'ব। কি কাৰণে এই ব্যৱস্থা লোৱা হৈছে তাকো গোপনে ৰাখিব লাগিব। ইতিমধ্যে তেওঁ ডিডোৰ লগত সাক্ষাৎ কৰিব; সৰলচিতীয়া ডিডোৱে সুগভীৰ প্ৰেম যে ইমান ক্ষণভঙ্গুৰ হ'ব পাৰে সেই কথা কল্পনাও কৰিব নোৱাৰে। ডিডোৰ মন বুজি তেওঁ এনে এটা অনুকূল মুহূৰ্তত আলোচনাৰ অৱতাৰণা কৰিব যে সেই সময়ত ডিডোৱে অন্তৰৰ কোনো বেদনা অনুভৱ কৰিবলৈয়ো আহৰি নাপায়। তেতিয়াই তেওঁ সুকৌশলে এই সঙ্কটৰ পৰা অব্যাহতি পাবৰ কাৰণে এটা সুসঙ্গত উপায় উদ্ভাৱন কৰিব পাৰিব।

তেওঁৰ অনুচৰসকলে উলাহেৰে এই আদেশ পালন কৰিবলৈ সক্ষম হ'ল। কিন্তু প্ৰেমিকৰ চকুত ধূলি দিয়া সহজ নহয়। কুঁৱৰীয়ে আগতীয়াকৈয়ে এই কপট অভিসন্ধিৰ কথা বুজিব পাৰিলে। তেওঁৰ অনুভূতি সক্ৰিয় হৈ পৰিল। প্ৰকৃত উদ্দেশ্যটো তেওঁৰ আগত প্ৰকাশ কৰাৰ আগতেই তেওঁ আগন্তুক বিপদৰ আগ-জাননী পালে। তেওঁৰ মনত ভয় সোমাল। বাস্তৱ বা অবাস্তৱ বহুতো আশঙ্কাই তেওঁক ব্যাকুল কৰি তুলিলে। এই চিত্ত-চাঞ্চল্যৰ মাজতে এটা অমঙ্গলীয়া উবাবাতৰি তেওঁৰ কাণত পৰিল। জল-যাত্ৰাৰ কাৰণে নৌ-বাহিনীটো সুসজ্জিত কৰা হৈছে বুলি তেওঁ জানিব পাৰিলে। প্ৰকৃত সত্যটোৰ সন্মুখীন হোৱাৰ সাহস হেৰুৱাই আউলি-বাউলি হৈ তেওঁ অতি অস্থিৰ আৰু অসংযতভাৱে কাৰ্থেজৰ ৰাজপথেদি চপলিয়াই

যাবলৈ ধৰিলে। দুবছৰৰ মূৰে মূৰে অনুষ্ঠিত হোৱা উৎসৱৰ ৰোমাঞ্চকৰ পৰিবেশত বেকাছৰ সেৱিকা এগৰাকীয়ে উৎসৱৰ শেষত যেতিয়া ৰাতি চিঠিৰাছ পৰ্বতৰ উদাত্ত আহ্বান শুনিবলৈ পায় আৰু যেতিয়া অবিৰাম দেৱধ্বনিৰ মাজত বেকাছৰ বিগ্ৰহ বিসৰ্জন দিয়া হয় তেতিয়া তেওঁ প্ৰচণ্ড উত্তেজনাত অভিভূত হৈ পৰে। এতিয়া ডিডোৰ অৱস্থাও ঠিক তেনেকুৱাই হৈছিল। অৱশেষত তেওঁ ইনিয়াছৰ ওচৰত উপস্থিত হ'ল আৰু তেওঁক তীব্ৰভাৱে নিন্দা কৰি ক'লে,

"বিশ্বাসঘাতক, তুমি প্ৰকৃততে ভাবিব পাৰিছিলানেকি যে এইদৰে তুমি তোমাৰ দুষ্কৃতি ঢাকি ৰাখিব পাৰিবা আৰু মোক মাত নলগোৱাকৈয়ে এই দেশ ত্যাগ কৰিব পাৰিবা? এদিন তুমি মোক প্ৰাণ-ভৰি ভাল পাইছিলা, মোৰ পাণি-গ্ৰহণ কৰিবলৈ প্ৰতিশ্ৰুতি দিছিলা। তোমাৰ অবিহনে মোৰ যে মৃত্যু সুনিশ্চিত—এই সকলোবিলাক সম্পৰ্ক তুমি কি ছেদ কৰিলা? তুমি ইমান নিৰ্মম আৰু হৃদয়হীননে যে এতিয়া শীতকালৰ ওন্দোলা আকাশ আৰু উত্তৰ ফালৰ পৰা অহা ধুমুহাও উপেক্ষা কৰি আসন্ন বিপদৰ প্ৰতি নিৰ্বিকাৰ হৈ মহাসমুদ্ৰত পাৰি দিবৰ কাৰণে তোমাৰ নৌ-বাহিনী প্ৰস্তুত কৰিছা? কিয়? এতিয়াও যদি কোনো এখন অপৰিচিত দেশত উপনিবেশ স্থাপন কৰিবলৈ তুমি তৎপৰ হৈ থাকিলাহেঁতেন, আনকি প্ৰাচীন ট্ৰয় নগৰীৰ অস্তিত্বও যদি এতিয়া লুপ্ত নহ'লহেঁতেন, তথাপি কি তুমি ঝঞ্জা-বিক্ষুব্ধ সমুদ্ৰৰ উত্তাল তৰঙ্গৰ মাজেদি তোমাৰ তৰীসমূহ পৰিচালনা কৰিবলৈ উদ্যত হ'লাহেঁতেন? আচলতে তুমি মোকহে এইদৰে পৰিত্যাগ কৰি যাবলৈ চেষ্টা কৰিছা, নহয় জানো? হায়, মোৰ এই বিগলিত অশ্ৰু, তোমাৰ প্ৰতিজ্ঞাবদ্ধ হাত দুখনি, (মই কিমান যে মূৰ্খ, মই যে সৰ্বস্ব হেৰুৱাই বিক্ত হৈ পৰিছো) আমাৰ মিলন, আমাৰ আগন্তুক বিবাহ, এই সকলোবিলাকৰ নামত কৈছো, যদি মই কেতিয়াবা তোমাক ভাল পাইছিলো, যদি মই কেতিয়াবা তোমাক অকণমান আনন্দও দিব পাৰিছিলো তেন্তে, তেন্তে, মোৰে শপত, তোমাক মই মিনতি কৰি কৈছো, তুমি ইমান নিষ্ঠুৰ নহ'বা, এই ঘৰখন নেভাঙিবা। তোমাৰ মনটো সলনি কৰা। তোমাৰ কাৰণে মই আফ্ৰিকাৰ উপজাতিবিলাকৰ আৰু নুমিডীয় শাসকসকলৰ ঘৃণাৰ পাত্ৰী

হৈছো। মোৰ নিজৰ টায়াৰীয় প্ৰজাবিলাকেও মোৰ প্ৰতি শত্ৰুতা আচৰণ কৰিছে। তোমাৰ কাৰণেই মই মোৰ লাজ-মান জলাঞ্জলি দিলো মোৰ যিকণ সুখ্যাতি আছিল আৰু যাৰ বলত মৃত্যুৰ পিছতো মানুহে মোক সুঁৱৰিলেহেঁতেন, সেই সুখ্যাতিও তোমাৰ কাৰণেই বিসৰ্জন দিলো। মোৰ, মোৰ অতিথি! মৃত্যুৰ কাৰণে মোক কাৰ হাতত গতাই থৈ যাব খুজিছা? তোমাক মই স্বামী বুলি সম্বোধন কৰিব খুজিছিলো, কিন্তু মোৰ মুখৰ পৰা আৰু সেই শব্দ বাহিৰ নহ'ল—তুমি মোৰ অতিথি হৈ গ'লা। এতিয়া ভৱিষ্যৎ বুলিবলৈ মোৰ কিবা আছে জানো? মোৰ ভ্ৰাতা পিগমেলিয়নে হয়তো মোৰ এই নগৰখন ধ্বংস কৰিব; নহ'লে হয়তো জিতুলীয় ইয়াৰবাছৰ হাতত বন্দী হৈ তেওঁক বিয়া কৰাব লাগিব। তুমি যাত্ৰা কৰাৰ আগতে মোক যদি পুত্ৰ এটিও দান কৰি গ'লাহেঁতেন তেনেহ'লে সেই এধানমান ইনিয়াছৰ মুখখনি চাই তোমাৰ চেহেৰাৰ লগত তাৰ মিল দেখিয়েই মই শান্তি পালোহেঁতেন। তেতিয়া মই ইমান নিৰাশ আৰু নিঃসহায় নহলোহয়।"

তেওঁ নীৰৱ হ'ল। জুপিটাৰৰ সতৰ্ক-বাণী মনত ৰাখি ইনিয়াছে অবিচলিত দৃষ্টিৰে অন্তৰৰ তীব্ৰ যন্ত্ৰণা দমন কৰিবলৈ চেষ্টা কৰিলে। অৱশেষত তেওঁ চমুকৈ ক'লে, "মহাৰাণী, মই স্বীকাৰ কৰিছো, তোমাৰ দয়া আৰু মমতাৰ কাৰণে মই তোমাৰ ওচৰত ঋণী। সেই কথা তুমি মোক শতবাৰ সোঁৱৰাব পাৰা। শুনা এলিছা, যিমান দিন মই উশাহ-নিশাহ লৈ সচলভাৱে জীয়াই থাকিম, যিমান দিন চেতনাই মোৰ লগ নেৰে, সিমান দিন তোমাৰ স্মৃতি মোৰ মনত অম্লান জ্যোতিৰে জ্বলি থাকিব। এতিয়া তোমাৰ আগত মই সংক্ষেপে আচল কথাকেইটা উল্লেখ কৰিম। তোমাক প্ৰতাৰণা কৰি মোৰ যাত্ৰা গোপন কৰি ৰখা মোৰ উদ্দেশ্য নাছিল। সেই কথা কল্পনাও নকৰিবা। মই কোনো দিনে তোমাৰ আগত বিয়াৰ কথা উচ্চাৰণ কৰা নাই। তোমাৰ লগত মোৰ তেনে কোনো চুক্তি নাছিল। নিজৰ ইচ্ছামতে জীৱন যাপন কৰিবলৈ অদৃষ্টই যদি মোক অনুমতি দিলেহেঁতেন, যদি মই স্বাধীনভাৱে নিজৰ সমস্যাবোৰ সমাধান কৰিবলৈ সক্ষম হ'লোহেঁতেন, মোৰ জাতিৰ পবিত্ৰ সোঁৱৰণীত ট্ৰয় নগৰখন পুনৰ প্ৰতিষ্ঠা কৰাই মোৰ প্ৰথম কাম হ'লহেঁতেন। প্ৰায়ামৰ সুউচ্চ প্ৰাচীৰবিলাক অক্ষত অৱস্থাত থাকোতেই মই ট্ৰয় দুৰ্গ নতুনকৈ নিৰ্মাণ কৰি. পতনৰ আগতে ই যেনে শক্তিশালী

আছিল তেনেকুৱা ৰূপেই দিলোহেঁতেন। কিন্তু সঁচা কথা ক'বলৈ হ'লে, লিছীয়া দেশৰ গ্ৰিনিয়ামত এপলোৰ দৈৱ-বাণীৰ যোগেদি বাৰে বাৰে মোক উৰ্বৰ ইটালী দেশলৈ যাবলৈ আদেশ দিছে। ইটালীয়েই হ'ব মোৰ মৰমৰ দেশ, তাতেই মই বাস কৰিম। ফিনিছীয় হিচাপে তোমাৰ যদি কাৰ্থেজৰ এই দুৰ্গৰ প্ৰতি আনুগত্য আছে আৰু সুদূৰ আফ্ৰিকাৰ এই নগৰখনৰ বাহিৰে আন কোনো নগৰৰ প্ৰতি তোমাৰ আকৰ্ষণ নাই, তেন্তে ট্ৰজানবিলাকে ইটালীত ৰাজ্য এখন পাতিলে তোমালোকৰ আপত্তি কৰিব লগা কি আছে? তোমালোকৰ দৰে আমিও যদি বিদেশত ৰাজ্য এখন প্ৰতিষ্ঠা কৰিব পাৰো তেন্তে ই পাপ কথা হ'লনেকি? যেতিয়াই নিশাৰ সেমেকা অন্ধকাৰে ধৰণী আবৃত কৰে, নক্ষত্ৰসমূহে যেতিয়া নভোমণ্ডল আলোকিত কৰে, তেতিয়াই মই টোপনিতে মোৰ পিতা এঙ্কাইচিছৰ প্ৰেতাত্মা দেখা পাওঁ। তেওঁ মোক সাৱধান বাণী শুনায় আৰু মই ভয়ত অস্থিৰ হওঁ। মোৰ পুত্ৰ এস্কেনিয়াছৰ কাৰণেও মই সতৰ্ক হ'বলগীয়া হৈছো। মৰমৰ ল'ৰাটোৰ কাৰণে মই চিন্তা কৰো। ভাগ্যৰ বলত সি ইটালীত ৰাজত্ব কৰিব। তাক বঞ্চিত কৰিবলৈ মোৰ কোনো অধিকাৰ নাই। ই ঘোৰ অন্যায়! আৰু এতিয়া স্বয়ং জুপিটাৰে মোৰ ওচৰলৈ এজন কটকী পঠাইছে। মোৰ পিতা আৰু মোৰ পুত্ৰ দুয়োৰে নামত শপত খাই কৈছো, তেওঁ তৰিৎ গতিৰে উৰি আহি মোক এটা বাতৰি দিছে। বাতৰি নহয় আদেশ। মই নিজ চকুৰে সেই দেৱদূতজনক দিনৰ উজ্জ্বল পোহৰত নগৰৰ দুৱাৰেদি সোমাই অহা দেখিছো আৰু তেওঁৰ কথা নিজ কাণেৰে শুনিছো। গতিকে এতিয়া এই অভিযোগ-বিলাককে সত্য বুলি ধৰি লৈ বিচলিত নহবা, মোকো নকৰিবা। নিজৰ ইচ্ছামতে মই ইটালীলৈ যাবলৈ ওলোৱা নাই।"

ইনিয়াছে এইদৰে কথা কৈ থকা সময়ছোৱাত ডিডো থিয় হৈ আছিল। তেওঁ ইনিয়াছৰ ওচৰৰ পৰা আঁতৰি গৈছিল যদিও অপলক দৃষ্টিৰে তেওঁৰ কাষৰ ফালে চাই আছিল। তেওঁৰ নীৰৱ চাৱনি ইনিয়াছৰ সমস্ত শৰীৰত স্থিৰভাৱে নিবদ্ধ হৈছিল। তাৰ পিছত তেওঁ খঙত জ্বলি উঠি ক'লে,

"পাষণ্ড, কোনো দেৱীয়ে তোক জন্ম দিয়া নাই। ডাৰ্ডানাছো তোৰ উপৰিপুৰুষ নহয়। নহয় শিলাময়, কঠিন আৰু খলা-বমা ককেচাছ পৰ্বতহে তোৰ বাপেৰ। হাইকাৰ্নিয়াৰ বাঘবিলাকেহে তোক তুলিছিল। এতিয়া

আৰু কথা লুকুৱালে কি লাভ হ'ব? মোৰ জিভাত লাকাম ধৰাৰে বা প্ৰয়োজন কি? যি হ'ব লাগে হৈ গ'ল, ইয়াতকৈ আৰু বেছি বেয়া কি হ'ব?—মই কন্দা দেখি সি বাৰু হুমুনিয়াহ এটাকে পেলাইছেনে? মোৰফালে এবাৰ কেৰাহিকৈয়ো চাইছেনে? তাক ভাল পোৱা মানুহজনীৰ কথা ভাবি সি দুখত কুমলি এটোপাল চকুলো টুকিছেনে? কি পাপ, কি মহাপাপ! পৰমা শক্তি জুনো, ছেটাৰ্ণ নন্দন পৰম পিতা, এওঁলোকেও ন্যায়ৰ নিৰপেক্ষ দৃষ্টিৰে এই অঘটন চাই থাকিব নোৱাৰিব। এই বহল পৃথিৱীত কাকো বিশ্বাস কৰিব নোৱাৰি। জাহাজ ডুবি ইয়ালৈ অহা এই মগনীয়াটোক মই আদৰ-সাদৰ কৰিলো, মূৰ্খৰ দৰে কাৰেঙত থাকিবলৈ মাতি নিলো। নিশ্চিত মৃত্যুৰ পৰা তাৰ লগৰীয়াবোৰক ৰক্ষা কৰিলো। ভাগি-ছিগি যোৱা জাহাজ-বিলাক ভাল কৰি ঘূৰাই দিলো। আহ, মোক এতিয়া ভূতে লম্ভিছে। মই জ্বলি-পুৰি মৰিছো……। আৰু সি লিছীয়াৰ পৰা এতিয়া এপলোৰ আকাশী-বাণী শুনিছে, তাৰ পিছত আকৌ জুপিটাৰে তাক ভয় লগা বাতৰি এটা দিবলৈ বতাহৰ মাজেদি কটকী এটা পঠাই দিছে! এনেকুৱা সাধাৰণ কথাত মূৰ ঘমোৱাহে যেন তেওঁলোকৰ কাম! তাকে মই এতিয়া বিশ্বাস কৰিব লাগে। নাই, নাই, মই এতিয়া আৰু তোক ধৰি থকা নাই। তোৰ লগত আৰু মই তৰ্ক নকৰো। যাগৈ, ইটালী দেশলৈ যাগৈ, তোৰ ৰাজ্যখন বিচাৰি সাগৰ পাৰ হৈ যাগৈ। কিন্তু মোৰ বিশ্বাস যে যদিহে সৰগত ন্যায়-অন্যায়ৰ বিচাৰ আছে, তেন্তে তই জোলোকা-জোলোকে পানী খাবি, সাগৰৰ শিলৰ মাজত এইদৰে শাস্তি পাওঁতে তই বাৰে বাৰে 'ডিডো' বুলি চিঞৰিব লাগিব। এতিয়া যদিও দূৰত আছো, সেই সময়ত মই তোৰ ওচৰ চাপিম, কিচকিচীয়া, ক'লা জুইৰে তোক খেদি যাম। মই মৰিলেও মোৰ প্ৰেতাত্মাই তোৰ লগ নেৰে। কটা অধম, তই ভুগিব লাগিব। তোৰ যন্ত্ৰণাৰ কথা মই প্ৰেতপুৰীত থাকিও শুনিবলৈ পাম।" তেওঁৰ প্ৰলাপ এতিয়াও শেষ হোৱা নাছিল, কিন্তু ইমানকে কৈ তেওঁ আকস্মিকভাৱে বৈ গ'ল। অসহনীয় মানসিক যন্ত্ৰণাত জৰ্জৰিত হৈ তেওঁ ক্ষিপ্ৰভাৱে আঁতৰি গ'ল। অন্তৰত উৎকণ্ঠা আৰু সংকোচ লৈ ইনিয়াছ তাতে থাকিল। তেওঁ বহুতো কথা ক'বলৈ ইচ্ছা কৰিছিল, কিন্তু ডিডো চকুৰ আঁতৰ হ'ল। তেওঁ মূৰ্ছিত হৈ মাটিত পৰিল।

লিগিৰীবিলাকে তেওঁক দাঙি নি মাৰ্বল পাথৰৰ শোৱনি-কোঠাত থকা শয্যাত শুৱাই দিলে।

ইতিমধ্যে সত্যসন্ধ ইনিয়াছে ডিডোৰ সুগভীৰ শোক পাতলাই সান্ত্বনা-বাণীৰে তেওঁৰ যন্ত্ৰণা দূৰ কৰিবলৈ ব্যগ্ৰ হৈ পৰিছিল। তথাপি তেওঁ দৈৱাদেশ পালন কৰিবলৈ তৎপৰ হৈছিল। প্ৰেমৰ গভীৰতাই তেওঁক বিচলিত কৰিছিল। দীঘল হুমুনিয়াহ পেলাই তেওঁ জাহাজলৈ উভতি গৈছিল। ট্ৰজানবিলাকে পৰম নিষ্ঠাৰে কামত লাগি গৈছিল। তেওঁলোকে শীঘ্ৰে উপকূলৰ কাষেদি জাহাজবিলাক চলাই দিছিল। নতুনকৈ আলকাতাৰাৰ ৰং দিয়া জাহাজৰ তলিবিলাক পানীত ভাহি উঠিছিল। নাবিকবিলাকে হাবিৰ পৰা লৰালৰিকৈ কাটি নিয়া ৰ'ঠাত তেতিয়াও ডাল-পাত লাগি আছিল, কাঠবিলাক ভালকৈ চাঁচিবলৈ সময় হোৱা নাছিল; তাৰ পৰা জাহাজ মেলি দিবলৈ তেওঁলোক অধীৰ হৈ পৰিছিল। নগৰৰ প্ৰত্যেক অঞ্চলৰ পৰা শীতৰ কাৰণে সাজু হোৱা পৰুৱাৰ দৰে, তেওঁলোক ক্ষিপ্ৰগতিৰে ওলাই আহিছিল। পৰুৱাবিলাকে কটিৰ টুকুৰা আদি কামুৰি ধৰি দীঘলীয়াকৈ শাৰী পাতি, সমতল অঞ্চলেদি গন্তব্য স্থানলৈ আগ বাঢ়ি যায়। ঘাঁহ-বনৰ ওপৰেদি সিহঁতে খোৱা বস্তুবোৰ কঢ়িয়াই নিয়ে। কিছুমানে খাদ্য বস্তুৰ ডাঙৰ টুকুৰাবোৰ কান্ধেৰে ঠেলি দিয়ে, কিছুমানে পিছ পৰি দলৰ পৰা আঁতৰি যোৱাবিলাকক শাসন কৰে। গোটেই বাটছোৱাতেই কৰ্ম-ব্যস্ততাৰ চিন স্পষ্ট হৈ পৰে। এই আলোড়ন দেখি ডিডোৰ মনত বাৰু কি ভাব খেলাইছিল? দুৰ্গৰ উচ্চতাৰ পৰা সাগৰৰ পাৰে পাৰে হাজাৰজনৰ কৰ্মব্যস্ততা লক্ষ্য কৰি আৰু সাগৰৰ পানীত হোৱা চাঞ্চল্য আৰু তুমুল কোলাহল শুনি তেওঁ গভীৰ হুমুনিয়াহ পেলাইছিল। হায় নিকৰুণ প্ৰেম! তোমাৰ প্ৰভাৱত মানুহৰ অন্তৰ দুৰ্বহ বেদনাৰে কিমান সকৰুণ হৈ পৰে! প্ৰেমৰ তীব্ৰতাত ডিডোৱে এতিয়া আকৌ উচুপি উচুপি কান্দিছিল। পুনৰ তেওঁ প্ৰণয়ৰ বেদীত সকলো মান-অভিমান উছৰ্গা কৰি, কৰুণ আকুতিৰে শেষবাৰৰ কাৰণে আত্ম-নিবেদন কৰি চাবলৈ সচেষ্ট হৈছিল আৰু এইদৰেই তেওঁ অযথা মৃত্যুক মাতি আনিছিল।

তেওঁ ক'লে, "আনা, সাগৰৰ পাৰত কি উথল-মাথল লাগিছে তুমি দেখিছা নহয়? কেউফালৰ পৰা আহি সকলোটি তাতে গোট খাইছেহি।

তেওঁলোকে বতাহৰ আশাত পাল তৰি দিছে। নাবিকবিলাকে ৰংমনেৰে জাহাজৰ পিছফাল ফুলৰ মালাৰে সজাইছে। মই যে এইদৰে নিদাৰুণ শোক পাম আগতেই জানিব লাগিছিল। আনা, বোধহয় মই এই শোক সহ্য কৰিব পাৰিম। তথাপি তোমাৰ অভাগী বায়েৰাৰ কাৰণে এটা কাম কৰাচোন। এই বিশ্বাসঘাতকীয়ে তোমাৰ বাহিৰে আন কাকো গণ্য কৰা নাছিল। তেওঁ তোমাকহে বিশ্বাস কৰিছিল, এই কঠোৰ মানুহজনৰ মন কেনেকৈ বুজিব পাৰি একমাত্ৰ তুমিহে জানিছিলা। যোৱা ভনীটি, তুমি আমাৰ সেই দাম্ভিক শত্ৰুজনক এবাৰ মিনতি কৰি চোৱাগৈ। মইতো ট্ৰজানবিলাকক সংহাৰ কৰিবৰ কাৰণে আউলিছত গ্ৰীকবিলাকৰ সৈতে ষড়যন্ত্ৰ কৰা নাছিলো—ট্ৰয়ৰ বিৰুদ্ধে মই কোনো নৌ-বাহিনীও পঠোৱা নাছিলো। এঙ্কাইচিছৰ মৈদাম খান্দি মই তেওঁৰ আত্মাক অশান্তি দিবলৈও চেষ্টা কৰা নাই। তেনেহ'লে তেওঁ ইমান নিৰ্মমভাৱে মোৰ কথা শুনিবলৈ কিয় অমান্তি হৈছে? ইমান লৰালৰিকৈ তেওঁ ক'লৈনো যাত্ৰা কৰিব খুজিছে? এই করুণ প্ৰণয়ৰ শেষ উপহাৰ হিচাপে তেওঁ অলপ পলমকৈ হ'লেও, অনুকূল বতাহত ইয়াৰ পৰা সহজে পলাব পাৰিলেহেঁতেন। মই এতিয়া আমাৰ বিয়াখন সম্মানজনকভাৱে সম্পন্ন কৰিবলৈ তেওঁক অনুৰোধ কৰিব খোজা নাই। কাৰণ আগতেই তেওঁ বিশ্বাসঘাতকতা কৰিলে। চমৎকাৰ লাটিয়ামত ৰাজ্য স্থাপন কৰাৰ পৰা তেওঁক বাৰণ কৰাও মোৰ উদ্দেশ্য নহয়। মই মাত্ৰ বিচাৰিছো এটা অনুগ্ৰহ। কিছু সময়ৰ কাৰণে যেন কৰ্ম-বিৰতি হয়, যাতে মই এই নিদাৰুণ মানসিক যন্ত্ৰণাৰ পৰা অলপ সকাহ পাওঁ, অকণমান জিৰণি পাওঁ। তাৰ পিছত মই অদৃষ্টৰ ওচৰত আত্ম-সমৰ্পণ কৰি এই শোকাবহ পৰিবেশত নিজকে খাপ খুৱাই ল'ব পাৰিম। এয়েই মোৰ শেষ মিনতি আৰু মোৰ ভনী হিচাপে তুমি মোক সহায় কৰিব লাগিব। তেওঁ যদি মোৰ এই প্ৰাৰ্থনা মঞ্জুৰ কৰে তেন্তে মই তেওঁৰ ঋণ পৰিশোধ কৰিম, মোৰ মৃত্যুৰে পৰিশোধ কৰিম।"

এয়েই আছিল ডিডোৰ প্ৰাৰ্থনা। ভনীয়েকে মনৰ দুখেৰে মধ্যস্থতা কৰি এই করুণ বাতৰিবিলাক অনা-নিয়া কৰিলে। কিন্তু ইনিয়াছ একেবাৰে নিৰ্বিকাৰ হৈ থাকিল। তেওঁ এই অনুৰোধবিলাকলৈ কৰ্ণপাত নকৰিলে। কাৰণ অদৃষ্টই প্ৰতিবন্ধকৰ সৃষ্টি কৰিছিল আৰু দৈৱ-প্ৰভাৱে তেওঁক নিৰ্মম কৰি তুলিছিল।

পৰিণত বয়সৰ আৰু কঠিন মজবুত্‌ ওক গছ এজোপাৰ দৰে তেওঁ সুদৃঢ়ভাৱে থিয় হৈ আছিল। আল্পছ পৰ্বতৰ পৰা বলা কুকুৰা বতাহে বাৰে বাৰে আঘাত কৰি গছজোপা উৰালিবলৈ পাৰেমানে চেষ্টা কৰে। গা-গছছোৱা কঁপি উঠে, পাতবিলাক সৰি মাটিত পৰেহি। কিন্তু তথাপি গছজোপা অলৰ-অচৰ হৈ থাকে। কাৰণ ইয়াৰ ওপৰছোৱাই যেনেকৈ আকাশ চোৱেগৈ, সেইদৰে শিপাবিলাকো পাতালপৰ্যন্ত প্ৰসাৰিত হয়। এনে এক মহীৰুহৰ দৰেই ইনিয়াছ উপৰ্যুপৰি বাত্যাঘাতত জৰ্জৰিত হৈছিল, তেওঁৰ সাহসী হৃদয় শোকত ভাগি গৈছিল। কিন্তু তেওঁৰ অদম্য ইচ্ছাশক্তি অবিচলিত হৈ থাকিল। তেওঁৰ দুগালেদি চকুপানী বৈ গৈছিল, কিন্তু মনৰ দৃঢ়তা অলপো টুটা নাছিল।

এয়ে আছিল চৰম পৰিণতি। ডিডোৱে সৰ্বস্ব হেৰুৱালে। নিদাৰুণ অদৃষ্টৰ সন্মুখীন হৈ তেওঁ ভয়ত কঁপি উঠিল। এতিয়া তেওঁ একমাত্ৰ মৰণকে থিয়াই আছিল। অনন্ত নভোমণ্ডলে তেওঁৰ ক্লান্তি বঢ়াইছিলহে মাথোন। তেওঁৰ মৃত্যু-কামনা পূৰ্ণ কৰিবৰ কাৰণেই যেন কিছুমান অমঙ্গলীয়া লক্ষণ তেওঁৰ দৃষ্টিগোচৰ হৈছিল। এদিন তেওঁ ধূপ-ধূনা জ্বলি থকা বেদীত ষোড়শোপচাৰে পূজা কৰাৰ সময়ত এটা ভয়ানক দৃশ্য দেখা পাইছিল। পৱিত্ৰ শান্তিবাৰি ক'লা পৰি গৈছিল আৰু তৰ্পিত মদিৰা কিবা এটা অশুভ শক্তিৰ প্ৰভাৱত ৰক্তত পৰিণত হৈছিল। তেওঁ এই কথা কাকো কোৱা নাছিল, আনকি ভনীয়েককো। তেওঁৰ প্ৰাসাদৰ ভিতৰতে মাৰ্বল শিলেৰে সজা এটা পূজাঘৰ আছিল। তেওঁৰ স্বামীৰ স্মৃতিৰে পৱিত্ৰ এই ঘৰটিত তেওঁ অতি ভক্তিভাৱে উপাসনা কৰিছিল আৰু শুকুলা নোম শ্যামল লতা গুল্মেৰে এই কক্ষটি সুশোভিত কৰি ৰাখিছিল। এতিয়া নৈশ অন্ধকাৰত, এই কক্ষটোতে তেওঁ স্পষ্টভাৱে কিছুমান অলৌকিক শব্দ শুনিবলৈ পাইছিল; তেওঁৰ মৃত স্বামীয়ে যেন তেওঁক আহ্বান কৰিছিল। ঘৰৰ চালত নিয়তি চৰায়ে 'নিউ' 'নিউ' কৈ মৰণক মাতি দীঘলীয়া বিলাপ কৰিছিল। তদুপৰি প্ৰাচীন ভাৱদৰ্শীসকলৰ ভয়ঙ্কৰ সতৰ্কবাণীৰ সকীয়নি পায়ো তেওঁ সন্ত্ৰস্ত হৈ পৰিছিল। তেওঁৰ ৰাতিৰ সঙ্গী আছিল দুঃস্বপ্ন। তেওঁ দেখিছিল ইনিয়াছে যেন তেওঁক খেদি নিছে, তেওঁ ভয়ত বিহ্বল হৈ পৰিছে। এখন নিৰ্জন ঠাইত তেওঁ অকলশৰীয়া হৈ সুদীৰ্ঘ পথ অতিক্ৰম কৰি টায়াৰীয় বন্ধুসকলক বিচাৰি ফুৰিছে। তেওঁৰ অৱস্থা

পেন্থিউছৰ দৰেই হৈছিল। উন্মাদ পেন্থিউছে হিংসাৰ অধিষ্ঠাত্রী দেৱীসকলক সংঘবদ্ধভাৱে আগবাঢ়ি অহা দেখিছিল আৰু দেখিছিল আকাশত যুগল সূৰ্য, দুখন ঠিবছ নগৰ! আগামেমননৰ নিপীড়িত পুত্র অৰিষ্টিছে ৰঙ্গমঞ্চত জ্বলা জোঁৰ আৰু কৃষ্ণ সৰ্প হাতত লৈ অহা মাকৰ ওচৰৰ পৰা পলাই সাৰিবলৈ চেষ্টা কৰোতে, ভূতৰ ওপৰত দানহৰ দৰে দুৱাৰ মুখত প্রতিশোধ আৰু অভিশাপৰ অপদেৱতাবিলাকক অপেক্ষাৰত অৱস্থাত দেখা পাইছিল। ডিডোৰ মানসিক অৱস্থাও অৰিষ্টিছৰ নিচিনাই হৈছিল।

তীব্র মানসিক যন্ত্রণাত ডিডোৱে ছাটি-ফুটি কৰি থাকিল। পৈশাচিক শক্তিয়ে তেওঁক আচ্ছন্ন কৰি ৰাখিছিল। প্রাণ বিসর্জন দিয়াৰ সিদ্ধান্তত উপনীত হৈ তেওঁ নিজে নিজেই উপায় এটা উদ্ভাৱন কৰিলে। তাৰ বাবে এটা সময়ো নির্দ্ধাৰণ কৰি ল'লে। ইয়াৰ পিছত তেওঁ মনৰ অভিপ্রায় গোপনে ৰাখি ধীৰ-স্থিৰভাৱে আৰু কপট অভিব্যক্তিৰে দুঃখিনী ভনীয়েকৰ ওচৰলৈ গৈ ক'লে, "আনা, ভনীটি মোৰ, আৰু মন মাৰি নাথাকিবা, আনন্দ কৰা। মই এটা উপায় ভাবি উলিয়াইছো। হয় মই তেওঁক ঘূৰাই পাম, নহয় তেওঁৰ প্ৰেমৰ পৰা মুক্তি পাম, পৃথিৱীৰ শেষ প্রান্তত, য'ত মহাসাগৰৰ সীমা নির্দ্ধাৰিত হৈছে, অস্তগামী সূৰুযে য'ত জিৰণি লয়, তাতে আছে ইঠিয়পিয়া নামে এখন দেশ। বিৰাট বপু আটলাছে স্কন্ধদেশত উজ্জ্বল নক্ষত্ৰখচিত নভোমণ্ডলৰ গতিশীল মেৰুদেশ ধাৰণ কৰি আছে। এগৰাকী মেছিনীয়ান পূজাৰিণী তাতে বাস কৰে বুলি মই শুনিছো। হেস্পৰিডিছসকলৰ মন্দিৰৰ তেৱেঁই তত্ত্বাৱধান লয়। মৌৰ টোপাল আৰু টোপনি অহা আফুগুটি খুৱাই তেৱেঁই ড্রেগন এটা প্রতিপাল কৰিছিল। তাত থকা গছজোপাৰ সোণৰ ডাল-পাতবিলাকো তেৱেঁই পহৰা দি ৰাখে। তেওঁ যাদুবিদ্যাৰ সহায়ত এজনক প্রেম-প্রীতিৰ পৰা মুক্ত কৰি, আন এজনক হয়তো সেই নিদাৰুণ যন্ত্রণাৰ ভাগী কৰিব পাৰে। তেওঁ নদী এখনৰ সোঁত বন্ধ কৰিব পাৰে, গ্ৰহ-নক্ষত্ৰৰ গতি বিপৰীতমুখী কৰিবলৈও তেওঁ সক্ষম। ৰাতি তেওঁ ভূত-পিশাচ মাতি আনিব পাৰে। তুমি হয়তো দেখিবা, তোমাৰ ভৰিৰ তলতে পৃথিৱীখনে গর্জন কৰিছে; এছ গছবিলাক পাহাৰৰ ওপৰৰ পৰা নামনিলৈ নিজে নিজে নামি গৈছে। মৰমৰ আনা, দেৱতাসকলৰ নামত আৰু তোমাৰ নামত শপত খাই কৈছো, মোৰ ইচ্ছাৰ

বিৰুদ্ধেহে ইন্দ্ৰজালৰ সহায় ল'ব খুজিছো। এতিয়া শুনা, ওখকৈ এটা চিতা নিৰ্মাণ কৰিবা। আমাৰ কাৰেঙৰ সোঁ-মাজতে মুকলি আকাশৰ তলত, কাৰো চকুত নপৰাকৈ চিতাটো সাজিবা। সেই প্ৰত্যাৱৰকটোৰ কিছুমান অস্ত্ৰ-শস্ত্ৰ আমাৰ শোৱনি-কোঠাৰ বেৰত আঁৰি থোৱা আছে। তাৰ সাজ-পাৰবোৰো তাতে আছে। সেই সকলোবোৰ চিতাটোত জাপি থবা, তদুপৰি আমি শোৱা শেতেলিৰ কাপোৰবোৰো ৰাখিবা। সেইখন শয্যায়ে মোৰ সৰ্বনাশ কৰিলে। যাৰ নাম আৰু মই শুনিব নোখোজো সেইজনৰ কথা সোঁৱৰাই দিব পৰা সকলো বস্তু মই দাহ কৰিবলৈ ইচ্ছা কৰিছো। সেই পূজাৰিণী গৰাকীয়েও মোক তাকে কৰিবলৈ পৰামৰ্শ দিছে।" ইয়াকে কৈ তেওঁ নীৰৱ হ'ল। তেওঁৰ মুখখন অকস্মাতে শেঁতা পৰি গ'ল। আনাই একেবাৰে বুজিব নোৱাৰিলে যে তেওঁৰ বায়েকে আসন্ন মৃত্যুৰ কথা এই অভিনৱ উপায়েৰে গোপনে ৰাখিব খুজিছিল। এনে এক গভীৰ আৰু প্ৰচণ্ড প্ৰণয়ৰ সম্ভাৱনা তেওঁৰ কল্পনাৰো অগোচৰ আছিল। ছাইকিয়াছৰ মৃত্যুৰ সময়ত যি ঘটিছিল, তাতোকৈও গুৰুতৰ কিবা এটা যে ঘটিব পাৰে, তেনে আশঙ্কা তেওঁৰ মনলৈ অহা নাছিল। সেইকাৰণে তেওঁ ডিডোৱে কোৱা মতেই সকলো আয়োজন কৰিলে।

অনতিবিলম্বে চন্দন আৰু সৰল কাঠেৰে এটা চিতা নিৰ্মাণ কৰা হ'ল। প্ৰাসাদৰ মাজ ভাগতে বৰ ওখ ডাঙৰকৈ চিতাটো সজোৱা হৈছিল। কুঁৱৰীয়ে কৰুণটো ফুলৰ মালাৰে ধুনীয়াকৈ সজালে আৰু মৃত্যুসূচক শ্যামল লতা গুল্মেৰে চিতাটো আবৃত কৰিলে। তাৰ একেবাৰে ওপৰত শয্যাখন স্থাপন কৰি ইনিয়াছৰ তৰোৱাল, পিন্ধা কাপোৰ-কানি আৰু তেওঁৰ চিত্ৰ এখনিও তাতে থলে। সকলো জানি-শুনিয়েই তেওঁ এই ব্যৱস্থাবিলাক লৈছিল। চিতাৰ চাৰিওফালে আছিল কেইখনমান বেদী। এগৰাকী যাজিকাই মুক্তকেশেৰে বজ্ৰৰ দৰে উদাত্ত কণ্ঠত তিনিশ দেৱ-দেৱী, ইৰিবাছ, কেৱছ আৰু ত্ৰিৰূপিনী হিকেটিৰ নাম উচ্চাৰণ কৰিলে। এই হিকেটিয়েই হৈছে ত্ৰিমুখ বিশিষ্টা কুমাৰী ডায়েনা। এভাৰ্ণাছৰ নিজৰাৰ পৰা সংগৃহীত জলেৰে চিতা অভিষিক্ত কৰা হ'ল। ক'লা আৰু বিষাক্ত এঠা ওলোৱা এবিধ বনৌষধি জোনাক ৰাতি ব্ৰঞ্জৰ কাচিৰে কাটি আনি তাত জমা কৰা

হ'ল। মাকে চেলেকি পেলোৱাৰ আগতেই সদ্যজাত ঘোঁৰা পোৱালি এটাৰ কপালৰ পৰা এবিধ প্ৰেমৰ আহুতিও সংগ্ৰহ কৰা হ'ল। ওখ বেদীখনৰ একেবাৰে কাষতে ডিডো থিয় হৈ আছিল। তেওঁ পবিত্ৰ হাত দুখনি ওপৰলৈ দাঙি দেৱতাৰ নৈবেদ্য ধৰি আছিল। তেওঁৰ বসন পিছফালে কোঁচ খুৱাই বান্ধি থোৱা আছিল আৰু এখন ভৰিত তেওঁ পাদুকা পিন্ধা নাছিল। মৃত্যুৰ আগ মুহূৰ্তত তেওঁ দেৱতা আৰু গ্ৰহ-নক্ষত্ৰবিলাকক আৱাহন কৰিছিল, কাৰণ নিয়তিৰ অমোঘ বিধানবিলাক তেওঁলোকেহে জানিছিল আৰু তেওঁৰ মৰ্ম-বেদনা উপলব্ধি কৰিছিল। যিসকল প্ৰেমিক-প্ৰেমিকাৰ প্ৰণয় ব্যৰ্থ হৈছে, সেইসকলৰ কাৰণে অকণমান চিন্তা কৰিবলৈ, যদিহে সহৃদয় আৰু জাগ্ৰত কোনো শক্তি আছে, সেই শক্তিৰ প্ৰতিও তেওঁ প্ৰাৰ্থনা জনাইছিল।

নিশাৰ আগমনত ধৰণীৰ ক্লান্ত প্ৰাণীবিলাক সুখ-নিদ্ৰাত নিমগ্ন হ'ল। অটব্য অৰণ্যানি আৰু উত্তাল সমুদ্ৰৰ বুকুলৈ শান্তি নামি আহিল। তাৰকা-ৰাশিয়ে নিশীথ কক্ষপথত আৱৰ্তন কৰিছিল। শস্য ক্ষেত্ৰ, গৃহপালিত পশু, বিচিত্ৰ বৰণৰ বিহঙ্গ কুল, সকলোটি নিতাল মাৰি আছিল। সুদীৰ্ঘ, স্বচ্ছ, সৰোবৰৰ সকলো জীৱ, অসমতল, বনাঞ্চলৰ সকলো জন্তু, নৈশ নিস্তব্ধতাত টোপনিত অচেতন হৈ, জীৱন সংগ্ৰামৰ সকলো বেদনা পাহৰি যাব পাৰিছিল। কিন্তু কাৰ্থেজ কুঁৱৰী ডিডোৰ অভিশপ্ত আত্মাই অকণো শান্তি পোৱা নাছিল। নৈশ অন্ধকাৰে তেওঁৰ দৃষ্টি আৰু মনত সান্ত্বনাৰ শীতল পৰশ দিব পৰা নাছিল। তেওঁৰ যন্ত্ৰণা অসহনীয়ভাৱে তীব্ৰ হৈ উঠিছিল। বাৰে বাৰে তেওঁ প্ৰেমৰ বেদনাত বিহ্বল হৈছিল, সমুদ্ৰৰ জোৱাৰৰ দৰে প্ৰচণ্ড ক্ৰোধে তেওঁক অভিভূত কৰিছিল। তথাপি তেওঁ আকৌ এবাৰ মনৰ চিন্তাবিলাক জুকিয়াই চাবলৈ চেষ্টা কৰিছিল। নিজৰ অন্তৰতেই নিজে নিজে কথা পাতিছিল, "হায়, মোৰনো এতিয়া কৰিবলৈ আৰু কি আছে? পূৰ্বৰ পাণিপ্ৰাৰ্থীসকলৰ ওচৰলৈ গ'লে হাঁহিয়াতৰ পাত্ৰী হ'ম, তথাপি তেওঁলোকৰ মন জুখি চাবলৈ চেষ্টা কৰি কোনো এজন নুমিডীয় পুৰুষক মোক বিয়া কৰাবলৈ অনুৰোধ কৰি চাব পাৰো। কিন্তু সিহঁতক মই ঘিণেই কৰি আহিছো, বাৰে বাৰে ঘিণ কৰি আহিছো, স্বামীবৰণ কৰা দূৰৰ কথা। নহ'লে মই ট্ৰজানবিলাকৰ লগতে গুচি গৈ,

সিহঁতৰে আদেশ মানি চলিমগৈনেকি ? মই সিহঁতক বহুত সহায় কৰিলো, কিন্তু এতিয়া সেইবিলাক সুঁৱৰি সিহঁত যে কৃতজ্ঞতাত গদগদ হৈ পৰিব, তাৰনো কি নিশ্চয়তা আছে ? বাস্তৱিকতে, মই ইচ্ছা কৰিলেও সিহঁতে যে মোক জাহাজলৈ আদৰ-সাদৰকৈ মাতি নিব তাৰনো কি সম্ভাৱনা আছে ? সিহঁত বৰ উদ্ধত ; সিহঁতে মোক ঘৃণা কৰে। বুদ্ধিহীনা, তই সকলো হেৰুৱালি, তাকো তই বুজি পোৱা নাইনে ? লাওমিডনৰ জাতিটো কিমান বিশ্বাসঘাতক হ'ব পাৰে ইমানদিনে তোৰ জানিবলৈ বাকী আছেনে ? তদুপৰি এতিয়া যদি মই এই নাবিকবিলাকৰ লগত গুচি যাওঁ, মই অকলশৰে যামনে, লগত মোৰ টায়াৰীয় বন্ধুবৰ্গকো লৈ যাম ? মই ট্ৰজানবিলাকক অনুসৰণ কৰিম আৰু তেওঁলোকো দলেবলে মোৰ লগত ওলাব ? কিন্তু মই কোন সত্তেৰে তেওঁলোকক আকৌ এবাৰ এই ধুমুহা বতাহত অকূল সমুদ্ৰত পাৰি দিবলৈ বাধ্য কৰিম ? তেওঁলোকৰ পুৰণি নগৰ ছিডনৰ পৰা এবাৰ যে তেওঁলোকক নিঠকৰা কৰি লৈ আহিলো সেয়েই যথেষ্ট। নহয়, মৃত্যুৰ বাহিৰে তোৰ গত্যন্তৰ নাই। একমাত্ৰ শাণিত অস্ত্ৰইহে তোৰ যন্ত্ৰণাৰ ওৰ পেলাব—অ' মোৰ ভনীটি আনা, মই বলিয়া হ'লো, কিন্তু মোৰ এই দুখৰ মূলতে হ'লা তুমিয়েই। মোৰ চকুপানী দেখি তুমি গলি গ'লা আৰু এই শত্ৰুটোৰ কবৰলৈ মোক ঠেলি দিলা। বনৰীয়া জন্তুৰ দৰেও যদি মই জীৱনটো অপবাদৰ পৰা বচাই ৰাখিব পাৰিলো হয়। সিহঁতেতো বিয়া-বাৰু নাপাতে, সিহঁতৰতো মোৰ দৰে দুখত পৰাৰ দশা নহয়! —হায়, মৃত ছাইকিয়াছৰ প্ৰতি মোৰ যি প্ৰতিশ্ৰুতি আছিল, তাকো এতিয়া ভঙ্গ কৰিলো।" গভীৰ শোকৰ এনেবিলাক ভয়াবহ চিন্তাই ডিডোৰ হিয়া চূৰমাৰ কৰিছিল।

ইতিমধ্যে সমুদ্ৰ যাত্ৰাৰ সকলো প্ৰস্তুতি সম্পূৰ্ণ কৰি ইনিয়াছ জাহাজৰ পশ্চাদভাগত শুই আছিল। টোপনিত তেওঁ পুনৰ দেৱদৰ্শন লাভ কৰিলে। এই দেৱতাজনৰ চেহেৰা, তেওঁৰ মাত, তেওঁৰ বৰণ, তেওঁৰ সোণালী চুলি, অঙ্গ-প্ৰত্যঙ্গ আৰু যৌৱনোচিত লাৱণ্য, সকলো সাইলাখ মাৰ্কুৰীৰ দৰেই আছিল। ইনিয়াছে তেওঁক তধা লাগি চাই থাকোতে, মাৰ্কুৰীয়ে তেওঁক পুনৰ সতৰ্ক কৰি ক'লে, "দেৱীপুত্ৰ, এনে এটা আসন্ন দুৰ্যোগৰ প্ৰতি উদাসীন হৈ, তোমাৰ মুৰৰ ওপৰেদি পাৰ হৈ যাবলৈ ধৰা বিপদৰ ধুমুহাৰ

কথা পাহৰি গৈ, তুমি কি সাহত এইদৰে শুই আছা ? তুমি মূৰ্খ, অনুকূল পছোৱা বতাহ বলাৰ শব্দ তুমি শুনা নাইনে ? তেওঁ মনতে তোমাৰ এটা ভয়ানক ক্ষতি কৰিবলৈ উদ্যত হৈছে। এটা অত্যুগ্ৰ ক্ৰোধৰ তৰঙ্গই তেওঁৰ অন্তৰত খৌৰি বাধো কৰি আছে। তেওঁ মৃত্যুপণ কৰিছে। সময় থাকোতেই তুমি লৰালৰিকৈ গুচি নোযোৱা কিয় ? তুমি ইয়াত এইদৰে পলম কৰি থাকিলে ৰাতি পুৱাৰ আৰু তেতিয়া সাগৰখনত অপাৰ ভগা-ছিগা বস্তুৰ জঞ্জাল ওপঙি থাকিব, পাৰত জ্বলি থাকিব হাজাৰ বিজাৰ জোঁৰ। আহাহে, বিলম্ব নকৰিবা। নাৰীৰ মনত কেতিয়া কি ভাৱৰ উদয় হয় কোনেও নাজানে।" তেওঁ ইয়াকে কৈ অন্ধকাৰৰ লগত মিলি গ'ল।

অকস্মাতে এই সপোন দেখি ইনিয়াছে সঁচাকৈয়ে বৰ চঁক খালে। তেওঁ জঁাপ মাৰি উঠি সঙ্গীসকলক সতৰ্ক কৰি ক'লে, "নাবিকসকল শীঘ্ৰে উঠাহঁক, নিজৰ নিজৰ ঠাইলৈ গৈ ব'ঠা হাতত লোৱা। তুৰন্তে যোৱা, পলম নকৰিবা। পাল তৰি দিয়া, শুনাহঁক, এজন দেৱতাই এইমাত্ৰ সৰগৰ পৰা নামি আহি আমাক তৎক্ষণাৎ যাত্ৰা কৰিবলৈ সকীয়াই দিছে। মেৰ খাই থকা, জাহাজ বন্ধা কছিবিলাক কাটি এই মুহূৰ্ততে পলাব লাগিব। হে পূজনীয় দেৱতা, তুমি যিয়েই নোহোৱা, আমি তোমাৰ আদেশ পূৰ্বৰ দৰেই আনন্দেৰে পালন কৰিম, আমি তোমাৰ পিছে পিছে যাত্ৰা কৰিম। তুমি আমাৰ লগতে থাকা আৰু অনুগ্ৰহ কৰি আমাক সহায় কৰা। স্বৰ্গৰ নক্ষত্ৰসকলৰ পৰা আমালৈ আশীৰ্বাদ লৈ আহা।' এই বুলি কোৱাৰ লগে লগেই তেওঁ অসি নিষ্কাষিত কৰি চিকমিকাই থকা অস্ত্ৰৰ সহায়ত তুৰন্তে ৰচিবিলাক কাটিবলৈ ধৰিলে। অনুৰূপ উত্তেজনাৰে সকলোটি উদ্দীপ্ত হ'ল। তেওঁলোকে অতি শীঘ্ৰে লঙ্গৰ তুলিলে। পাৰত কোনো জনপ্ৰাণী নাথাকিল, নৌ-বাহিনীয়ে পানী ঢাকি ধৰিলে। তেওঁলোকে বেঁকা হৈ ব'ঠা মাৰি সমুদ্ৰৰ সুনীল বক্ষ ফেনিল কৰি তুলিলে।

এনে সময়তে ঊষাদেৱীয়ে টিঠনাছৰ হেঙুলী শয্যা ত্যাগ কৰি ভূ-মণ্ডল নতুন পোহৰেৰে উদ্ভাসিত কৰিছিল। দুৰ্গৰ পৰ্যবেক্ষণ কক্ষৰ পৰা ডিডোৱে দোকমোকালিৰ ক্ষীণ আলোকত বতাহত পাল তৰি দি আগুৱাব ধৰা নৌ-বাহিনী দেখিবলৈ পালে। তেওঁ বুজিব পাৰিলে এতিয়া বন্দৰ আৰু

উপকূল শূন্য হৈ পৰিল। তাত আৰু এজনো নাৱৰীয়া নাছিল। এই দৃশ্য দেখি তেওঁ বুকু ভুকুৱালে, তিনিবাৰ, তাৰ পিছত আকৌ এবাৰ তেওঁ বক্ষ-দেশত আঘাত কৰিলে। সোণালী চুলি আকৰ্ষণ কৰি আউলি-বাউলি হৈ তেওঁ কান্দি কান্দি ক'লে, "হে জুপিটাৰ, এই অচিনাকি মানুহজনে কি মোৰ ৰাজ্যখনকে উপহাস কৰি ইয়াৰ পৰা নিৰুদ্বেগে বিদায় ল'ব ? কাৰ্থেজৰ পুৰবাসীসকল, অস্ত্ৰ ধাৰণ কৰা। বন্দৰত উপস্থিত হৈ তোমা-লোকৰ তৰীসমূহ পৰিচালনা কৰা। আহাহঁক, সকলোটি ওলাই আহা, ইহঁতক খেদি যোৱা। হাতত জ্বলা জোঁৰ লৈ সকলোকে সশস্ত্ৰ কৰি লোৱা। জোৰেৰে ব'ঠা মাৰা, জোৰেৰে !! হায়, মই এইবোৰ কি বকিছো ? মই ক'ত আছো ? হায়, অভাগিনী, হতভাগিনী ডিডো; কি উন্মাদ মোহে তোৰ মন বিকৃত কৰি তুলিছে ? তোৰ সকলো অধিকাৰ নিঃশেষ কৰি দিয়াৰ আগতেই তই ভাবি-চিন্তি নাচালি কিয় ? সি তাৰ অঙ্গীকাৰ এইদৰেই ৰক্ষা কৰিছে। অথচ মানুহে কয়, প্ৰাচীন বিগ্ৰহবিলাক সি লগত লৈ যায়। বৃদ্ধ আৰু দুৰ্বল পিতৃক সি প্ৰণাম কৰে! তাক বন্দী কৰি, তাক টোৰা টোৰাকৈ কাটি, অঙ্গ-প্ৰত্যঙ্গবিলাক জানো সাগৰৰ ঢৌত উটাই দিব নোৱাৰিলোহেঁতেন ? তাৰ লগৰীয়াবিলাকক কাটি-মাৰি বুন্দামাৰ কৰিব পাৰিলোহেঁতেন; তাৰ পুতেক এস্কেনিয়াছক বধ কৰি পিতাকক সেই মাংস খুৱাব পাৰিলোহেঁতেন। কিন্তু হায়, এনে এখন যুদ্ধৰ ফলাফল সুনিশ্চিত নাছিল। সেই সময়ত অলপো নিশ্চয়তা নাছিল। কিন্তু মই ভয় কৰিবলগীয়া কি আছিল, অতি বেছি মোৰ মৃত্যু হ'লহেঁতেন। মই জ্বলা জোঁৰ হাতত লৈ সাগৰৰ পাৰত থকা সিহঁতৰ শিবিৰ আৰু জাহাজবিলাক ভস্মীভূত কৰিব পাৰিলোহয়। পিতা-পুত্ৰ সকলোকে হত্যা কৰি সিহঁতক নিৰ্বংশ কৰিব পাৰিলোহেঁতেন। আৰু চৰম পৰিণতি হিচাপে মই প্ৰাণ বিসৰ্জন দিলোহেঁতেন। নিখিল বিশ্ব আৰু ইয়াত সংঘটিত হোৱা ঘটনাৱলীৰ ওপৰত পবিত্ৰ আলোক-সম্পাত কৰা হে সূৰ্য-দেৱতা; মোৰ গোপন যন্ত্ৰণাৰ সাক্ষী আৰু প্ৰকৃত সত্তা উপলব্ধি কৰা, হে জুনো, হে হিকেটি, যাৰ নাম লৈ নগৰৰ তিনিআলিত মানুহে সৰবে ভক্তি প্ৰদৰ্শন কৰে, প্ৰতিশোধ আৰু অভিশাপৰ হে ভীষণদৰ্শনা দেৱীসকল। এলিছাৰ মৃত্যুৰ কাৰণে অপেক্ষাৰত হে দেৱদূতসকল, তোমালোক সকলোটিয়ে শুনাহঁক।

ইয়াত যি অপায়-অমঙ্গল ঘটিছে তাৰ প্ৰতি তোমালোকৰ দৈৱ-দৃষ্টি আকৰ্ষণ কৰিছো। মোৰ প্ৰাৰ্থনাৰ প্ৰতি কৰ্ণপাত কৰা। জুপিটাৰৰ প্ৰত্যাদেশৰ পৰিণতি হিচাপে যদি সেই দুষ্ট মানুহটোৱে সাগৰে সাগৰে গৈ কোনোবা এদিন কোনো এটা বন্দৰত উপস্থিত হৈ নিৰাপদে স্থলভাগত অৱতৰণ কৰিবলৈ সমৰ্থ হয়, তথাপি যেন সি ভৱিষ্যতে শক্তিশালী শত্ৰুৰ লগত যুদ্ধ কৰি জুলুকি জুলুকি পানী খাব লগা হয়। সি যেন নিজৰ দেশৰ পৰা নিৰ্বাসিত হয়, ইয়ুলাছৰ সান্নিধ্যৰ পৰা বঞ্চিত হৈ, নিৰপৰাধী বন্ধুবৰ্গৰ নিষ্প্ৰাণ দেহ-দৰ্শন কৰি, সি যেন সাহাৰ্যৰ কাৰণে হাহাকাৰ কৰিব লগা হয়, আৰু শান্তিৰ স্বাৰ্থত এক অপমানজনক সন্ধি স্বীকাৰ কৰি সুখেৰে ৰাজত্ব কৰিবলৈ নৌপাওঁতেই যেন সি প্ৰাণ ত্যাগ কৰিব লগা হয়। তাৰ অকাল মৃত্যু হওক আৰু নিৰ্জন প্ৰান্তৰত তাৰ মৃতদেহ সংকাৰৰ পৰাও বঞ্চিত হৈ পৰি থাকক। এয়ে মোৰ প্ৰাৰ্থনা, আৰু এয়ে মোৰ শেষ বাক্য। মোৰ কলিজাৰ জীয়া তেজ নিঃশেষ হৈ যোৱাৰ এই সন্ধিক্ষণত মই ইয়াকে কামনা কৰিছো। হে মোৰ দেশবাসী ফিনিছীয়ানসকল, তেতিয়াৰ পৰাই তাৰ ভৱিষ্যৎ বংশধৰবিলাকে, অঙহী-বঙহীবোৰে, তোমালোকৰ ঘৃণাৰ পাত্ৰ হৈ চিৰদিন নিকাৰ ভুঞ্জিব। তোমালোকে এইদৰেই মোৰ প্ৰেতাত্মাৰ প্ৰতি তৰ্পণ কৰিবা। এই দুটা জাতিৰ ভিতৰত কোনো কালেই সদ্ভাৱ নাথাকিব। মোৰ চিতা-ভস্মৰ পৰাই যেন প্ৰতিহন্তা এজনৰ উদ্ভৱ হয় আৰু অনাগত কালত তেওঁ যেন শক্তি সঞ্চয় কৰি ট্ৰয়ৰ এই অধিবাসীবিলাকক অসি আৰু আগ্নেয়াস্ত্ৰৰে সমুচিত শাস্তি দিব পাৰে। এই দুয়ো দেশৰ উপকূল, সমুদ্ৰতৰঙ্গ, অস্ত্ৰ-শস্ত্ৰ চিৰদিন পৰস্পৰ বিৰোধী হৈ বিৰাজ কৰক। এয়ে মোৰ অভিশাপ। সিহঁতে যুদ্ধ কৰক, পুৰুষানুক্ৰমে সিহঁতে চিৰদিন যুদ্ধত লিপ্ত হৈ থাকক।"

এয়ে আছিল তেওঁৰ অভিশাপ আৰু এতিয়া তেওঁ কৰিবলগীয়া প্ৰতিটো কামেই বিবেচনা কৰি চালে। জীৱনটোৰ প্ৰতি তেওঁ বিতৃষ্ণ হৈ পৰিছিল আৰু শীঘ্ৰে ইয়াৰ অৱসান ঘটাবলৈ তেওঁ ইচ্ছা কৰিছিল। চাইকিয়াছৰ বৃদ্ধা ধাত্ৰী বাৰ্চিক তেওঁ মাতি আনিছিল, তেওঁৰ নিজৰ ধাত্ৰীগৰাকীৰ স্বদেশতে মৃত্যু হৈছিল। তেওঁ ক'লে, "মৰমৰ মাহী, ভনীটি আনাক ইয়ালৈ মাতি আনা। তেওঁ লৰালৰিকৈ নদীৰ পানীত স্নান কৰি,

মই যি প্ৰায়শ্চিত্ত কৰিবলৈ নিৰ্দেশ পাইছো, তাৰ কাৰণে বলিৰ পশু আৰু অন্যান্য সামগ্ৰী ইয়ালৈ লৈ আহক। মই কোৱা মতেই তেওঁ প্ৰস্তুত হৈ আহক, তুমিও কপালত ভক্তিৰে ফিটা এডাল মাৰি' লবা। মৃত্যুৰ অধিপতি জুপিটাৰৰ পূজা এভাগ মই বিধিমতে পাতিব খুজিছো। মোৰ যা-যোগাৰ প্ৰায় হ'লেই। মই এতিয়া ট্ৰজানটোৰ মৃত্যুসূচক এই চিতাত অগ্নিসংযোগ কৰি মোৰ শোক পাতলাব পাৰিম।" তেওঁৰ কথা শুনি বাৰ্চিয়ে বাৰ্দ্ধক্যসুলভ ব্যগ্ৰতাৰে খৰকৈ খোজ ল'লে।

কিন্তু এই নিদাৰুণ উদ্দেশ্য পূৰণ কৰাৰ উন্মাদনাত আৰু ক্ষিপ্ৰতাত কম্পমান হৈ ডিডোৱে দ্ৰুতগতিৰে ভিতৰৰ কোঠাটোত প্ৰৱেশ কৰিলে। তেওঁৰ ৰক্তিমলোচন ঘূৰ্ণিত হৈছিল। আকস্মিক উচ্ছ্বাসৰ ফলত গাল দুখন কঁপিছিল। আসন্ন মৃত্যুৰ বিবৰ্ণতাই তেওঁক ম্লান কৰিছিল। উন্মাদ গতিৰে তেওঁ চিতাৰ ওপৰত আৰোহণ কৰি ট্ৰয়ৰ তৰোৱালখন নিষ্কাষিত কৰিলে। এনে এটা উদ্দেশ্যৰ কাৰণে এই উপহাৰটো দিয়া হোৱা নাছিল। তেওঁৰ দৃষ্টি ট্ৰয়ৰ পৰা লৈ অহা সাজ-পাৰ আৰু স্মৃতি-বিজড়িত শয্যাখনৰ ওপৰত নিবদ্ধ হ'ল। অলপ বৈ তেওঁ চকুপানী টুকি কিবা এটা চিন্তা কৰিলে। তাৰ পিছত তেওঁ বিছনাখনত পৰি শেষ শব্দকেইটা উচ্চাৰণ কৰিলে, "ভগৱানৰ আশীৰ্বাদ আৰু ভাগ্যৰ অনুগ্ৰহত, এসময়ত যি মোৰ অতিশয় প্ৰিয় আছিল, সেই সুমধুৰ স্মৃতি-চিহ্ন, এতিয়া তুমিয়েই মোৰ প্ৰাণ লৈ এই অভাগিনীক যন্ত্ৰণাৰ পৰা নিষ্কৃতি দিয়া। বিধাতাই কপালত লিখামতেই ইমান দিন জীয়াই থাকিলো। এতিয়া মোৰ আয়ুস শেষ হ'ল। এতিয়া মোৰ আত্মা স্বীয়মৰ্যাদাৰে ৰসাতললৈ প্ৰস্থান কৰিব। এখন প্ৰসিদ্ধ নগৰ মই নিৰ্মাণ কৰিলো। দুৰ্গ নিৰ্মাণ সম্পূৰ্ণ হোৱালৈকে মই জীয়াই থাকিলো। স্বামীৰ মৃত্যুৰ প্ৰতিশোধ লৈ আমাৰ প্ৰতি শত্ৰুতা কৰা ভ্ৰাতাক সমুচিত শাস্তি দিলো। মই সুখী হৈয়েই থাকিলোহেঁতেন, অতিশয় সুখী হলোহেঁতেন যদিহে ডাৰ্ডান জাহাজবিলাক আমাৰ উপকূলত নেলাগিলহয়।" এই বুলি আৰ্তনাদ কৰি তেওঁ বিছনাখনত মূৰ গুঁজিলে. আৰু পুনৰ ক'লে, "মই প্ৰাণত্যাগ কৰিম, মোৰ মৰণত কোনেও শাস্তি ভোগ নকৰিব পাৰে, তথাপি মই প্ৰাণ আহুতি দিমেই। হয়, হয়, এইদৰেই মই অন্ধকাৰত মিলি যাবলৈ

কামনা কৰিছো। সুদূৰ সমুদ্ৰবক্ষত থকা সেই নিৰ্মম ট্ৰজানটোৱে মোৰ চিতাগ্নি নয়ন ভৰি নিৰীক্ষণ কৰক আৰু মোৰ মৃত্যুৱে সূচনা কৰা অমঙ্গল চিৰদিন তাৰ সঙ্গী হওক।"

তেওঁৰ কণ্ঠ ৰোধ হ'ল। কথা কৈ থকা অৱস্থাতে তেওঁ শাণিত কৃপাণ বুকুত বহুৱাই দিলে। তেওঁৰ পৰিচাৰিকাসকলে খন্তেক পিছতে ৰক্তাপ্লুত তৰোৱালখন দেখা পালে। তেওঁৰ হাতভো তেজৰ দাগ লাগি আছিল। কাৰেঙৰ ভিতৰত করুণ বিননিৰ ৰোল উঠিল। কাৰ্থেজ চমৎকৃত হ'ল আৰু নগৰখনত প্ৰবল জনৰবৰ সৃষ্টি হ'ল। ঘৰে ঘৰে পুৰনাৰীসকলৰ বিলাপ আৰু ক্ৰন্দনধ্বনিত গগনমণ্ডল মুখৰিত হৈছিল। যেন সমগ্ৰ কাৰ্থেজ শত্ৰুৱে অধিকাৰ কৰিছিল, যেন ভয়ঙ্কৰ অগ্নিকাণ্ডত প্ৰাচীন টায়াৰৰ মন্দিৰ আৰু বাস-ভৱনসমূহ ভস্মীভূত হৈছিল। এই বাতৰি শুনাৰ পিছত আনা শোকত বিহ্বল হৈ পৰিল। তেওঁ বুকু ভুকুৱাইছিল, নখেৰে আঁচুৰি মুখখন ক্ষত-বিক্ষত কৰিছিল তেওঁ তৎক্ষণাৎ মানুহৰ ভীৰ ঠেলি সন্ত্ৰস্তভাৱে ডিডোৰ ওচৰ পালেগৈ। মৃতপ্ৰায় বায়েকক তেওঁ কান্দি কান্দি ক'লে, "হায় তুমি কি কৰিলা? তোমাৰ প্ৰকৃত উদ্দেশ্য এয়েহে আছিল? মোক তুমি ইমান ফাকি দিলা? তোমাৰ চিতা, তোমাৰ পূজাৰ বেদী আৰু হোমানল, ইয়াৰ অৰ্থ কি এয়েই আছিল? বাইদেউ, মোক অকলে এৰি থৈ গ'লা, এতিয়া তোমাক আৰু মই কি বুলি ক'ম? মৰিবৰ সময়ত তুমি মোকো ঘিণ কৰি আঁতৰাই ৰাখিলা! তোমাৰ দুৰ্দশাৰ ভাগ মইয়ো ললোহেঁতেন আৰু একেলগে আমি দুয়ো বুকুত ছুৰি বহুৱাই, সমানে যন্ত্ৰণা ভুগি প্ৰাণ বিসৰ্জন দিলোহেঁতেন। মই নিজৰ হাতেৰে এই চিতা নিৰ্মাণ কৰিলো, চিঞৰি চিঞৰি ইষ্টদেৱতাৰ নাম ললো আৰু ফলত এতিয়া মোক অনাথ কৰি মৰণে তোমাক কাঢ়ি লৈ গ'ল। ভাবিলে যে হিয়া দহি যায়। বাইদেউ, তুমি নিজে মৰি মোকো মাৰি থৈ গ'লা। আমাৰ প্ৰজাসকলক নিঠৰুৱা কৰিলা, ছিডনৰ বংশ-গৌৰৱ কলঙ্কিত কৰিলা আৰু আমাৰ গোটেই নগৰখনকে ধ্বংসৰ পথলৈ আগ বঢ়াই দিলা। নহয়, তুমি তৰোৱালেৰে ক'ত আঘাত কৰিলা মই চাম, ঘাডোখৰ মই ধুৱাই দিম, তোমাৰ ক্ষীণ প্ৰাণবায়ু মোৰ ওঁঠেৰে ধৰি ৰাখিম।" এই বুলি কৈ তেওঁ ওপৰলৈ উঠি গ'ল আৰু বায়েকক বুকুত সাৱট মাৰি গাত হাত

বুলাই দিলে। উচুপি উচুপি কান্দি নিজৰ গাত লোৱা কাপোৰখনেৰে তেজ ওলোৱা বন্ধ কৰিবলৈ চেষ্টা কৰিছিল। ডিডোৰ উশাহ-নিশাহ তেতিয়া অতি ক্ষীণ হৈছিল। অৱশ চকুহাল মেলিবলৈ তেওঁ চেষ্টা কৰিছিল, কিন্তু নোৱাৰিলে। তেওঁৰ বুকুত তৰোৱালখন তেতিয়াও বিন্ধ হৈ আছিল আৰু গভীৰ ক্ষতৰ পৰা হোলোকা হোলোকে তেজ ওলাইছিল। কিলাকুটিত ভৰ দি তেওঁ তিনিবাৰ উঠিছিল, কিন্তু প্ৰতিবাৰেই বিছনাত বাগৰি পৰিছিল। বিভ্ৰান্ত দৃষ্টিৰে তেওঁ আকাশৰ ফালে চাই দিবালোকৰ কাৰণে অপেক্ষা কৰিছিল। অৱশেষত দিনৰ পোহৰ দেখা পাই তেওঁ হুমুনিয়াহে পেলালে।

কিন্তু শক্তিৰূপিনী জুনোৱে তেওঁৰ এই সুদীৰ্ঘ মৃত্যু-যন্ত্ৰণা দেখি ব্যথিত হৈ, তেওঁৰ দেহৰ পৰা সংগ্ৰামী আত্মাক মুক্ত কৰি দিবৰ কাৰণে অলিম্পাছৰ পৰা আইৰিছক পঠিয়াই দিলে। বিধাতাই নিৰ্দ্ধাৰিত কৰি দিয়া আয়ুস শেষ হোৱাৰ আগতেই তেওঁ প্ৰচণ্ড আবেগৰ বশৱৰ্তী হৈ, অতি কৰুণভাৱে অকাল মৃত্যু-বৰণ কৰাৰ কাৰণে, প্ৰছাৰপিনাই তেওঁৰ সোণালী কেশদাম হস্তগত কৰি, তেওঁৰ আত্মাক প্লুটোৰ প্ৰেতপুৰীলৈ তেতিয়াও প্ৰেৰণ কৰা নাছিল। গতিকে আইৰিছে নিয়ৰ কণাৰ দৰে তিৰবিৰাই সূৰ্যৰ কিৰণত সহস্ৰ ৰং প্ৰদৰ্শন কৰি, হেঙুলীয়া ডেউকাৰে আকাশেদি উৰি আহিল। ডিডোৰ শিৰ স্পৰ্শ কৰি তেওঁ ক'লে, "জুনোৰ আদেশ মতে মই প্লুটোৰ প্ৰতি উছৰ্গা কৰিবলৈ এই কেশগুচ্ছ সংগ্ৰহ কৰিছো। তোমাৰ নশ্বৰ দেহৰ পৰা মই তোমাক মুক্ত কৰিছো।" এই বুলি কৈ তেওঁ হাতমেলি চুলিকোছা কাটিলে। লগে লগেই শৰীৰ উত্তাপহীন হ'ল আৰু তেওঁৰ আত্মা মহাশূন্যলৈ প্ৰস্থান কৰিলে।

## পাঁচ

ইতিমধ্যে ইনিয়াছৰ নৌ-বাহিনীয়ে সমুদ্র পথ বহুদূৰ অতিক্রম কৰি গৈছিল। উত্তৰ পৱনৰ পৰশত চঞ্চল হৈ পৰা তিমিৰ তৰঙ্গৰাশিৰ মাজেদি তেওঁ অবিচলিতভাৱে তৰীসমূহ পৰিচালনা কৰিছিল। এইদৰে গৈ থাকোতে তেওঁ প্রাচীৰাবৃত কাৰ্থেজৰ ফালে এবাৰ উভতি চালে। দুখিনী ডিডোৰ চিতাগ্নিৰ পোহৰত এতিয়া নগৰখন জিলিকি উঠিছিল। এই ভয়াবহ প্রচণ্ড দাবানলৰ উৎপত্তিৰ কাৰণ তেওঁলোকে বুজিব পৰা নাছিল। কিন্তু অতি সুগভীৰ প্রণয় ব্যৰ্থ হ'লে কেনে তীব্র বেদনাৰ সৃষ্টি হ'ব পাৰে, সেই কথা ট্রজানসকলে নজনাকৈ থকা নাছিল। এগৰাকী উপেক্ষিতা নাৰীয়ে উন্মাদিনীৰ দৰে কিমান অঘটন ঘটাব পাৰে সেই বিষয়েও তেওঁলোক অৱগত আছিল। আৰু এই কাৰণেই তেওঁলোকৰ মনত অমঙ্গলৰ আগ-জাননী দিয়া অনেক অশুভ ভাৱৰ উদয় হৈছিল।

ইতিমধ্যে তেওঁলোকৰ জাহাজবিলাক তৰঙ্গিত মহাসিন্ধুৰ মাজলৈ ক্রমাৎ আগ বাঢ়ি গৈছিল, উপকূল ৰেখা অদৃশ্য হৈছিল। অকূল বাৰিধাৰা আৰু অনন্ত আকাশৰ বাহিৰে আন একোৱেই তেওঁলোকৰ দৃষ্টিগোচৰ হোৱা নাছিল। এনেতে অকস্মাতে আকাশ ক'লা কৰি এজাক ধুমুহা আহিল। দশোদিশ নৈশ অন্ধকাৰে আবৰি ধৰিলে আৰু প্রচণ্ড গতিত বতাহ বলিল। নিবিড় আন্ধাৰত তৰঙ্গৰাশি আলোড়িত হৈছিল। জাহাজৰ পিছফালে থকা ওখ চাঙৰ ওপৰৰ পৰা ইনিয়াছৰ গুৰিয়াল পলিনিউৰাছেও চিঞৰ মাৰি কৈছিল, "এতিয়া ওন্দোলা ডাৱৰে কিয়নো আকাশখন ঢাকি ধৰিছে? হে পিতা, নেপচুন, তুমি কি পাতিছা?" এই বুলি কৈ তেওঁ তৎক্ষণাৎ পালখন চুটি কৰি মজবুতভাৱে বান্ধি দিবলৈ আৰু জোৰেৰে ব'ঠা মাৰিবলৈ আদেশ দিলে। বতাহৰ কোবৰ পৰা ৰক্ষা পাবলৈ তেওঁ পালখন এচলীয়া কৰি ৰাখিলে। তাৰ পিছত তেওঁ ইনিয়াছক ক'লে, "অসম সাহসী ইনিয়াছ, স্বয়ং জুপিটাৰৰ পৰা নিৰাপদ যাত্রাৰ প্রতিশ্রুতি পালেও আমি এনেকুৱা বতৰত ইটালীত উপনীত হ'বলৈ আশা কৰিব নোৱাৰো। বতাহ

উভতি বলিছে আৰু পথলীয়াকৈ আমাৰ জাহাজবিলাকক আঘাত কৰিছে। অন্ধকাৰ পশ্চিম দিশৰ পৰা হোহোৱাই ধুমুহা আহিছে। আন্ধাৰ গোট মাৰি যেন ওন্দোলা ডাৱৰৰ উদ্ভৱ হৈছে। এই বায়ুৰ বিপৰীতে যাত্ৰা কৰিবলৈ আমাৰ শক্তি নাই। আমাৰ সকলো চেষ্টা অথলে যাব। ভাগ্য আমাৰ প্ৰতিকূল আৰু সেইকাৰণে আমি নিয়তিৰ নিৰ্দেশমতেই আমাৰ গতিপথ পৰিবৰ্তন কৰা উচিত হ'ব। সি যি নহওক, যদি মই নিৰ্ভুলভাৱে নক্ষত্ৰমণ্ডলী নিৰীক্ষণ কৰিবলৈ সমৰ্থ হৈছো, আৰু যদিহে তাৰেই সহায়ত মই এতিয়া প্ৰত্যাবৰ্তনৰ প্ৰকৃত পথ নিৰূপণ কৰিব পাৰো, তেন্তে মই ক'ব খোজো যে তোমাৰ ভ্ৰাতা ইৰিক্সৰ ৰাজ্য আৰু টিটিলিৰ উপকূল ৰেখালৈ ইয়াৰ পৰা বেছি বাট নাই ” সত্যনিষ্ঠ ইনিয়াছে উত্তৰ দিলে, “কিছু সময়ৰ পৰা ময়ো লক্ষ্য কৰিছো যে আমি ইয়াকে কৰাটো ধুমুহা বতাহে সূচনা কৰিছে। মই আৰু দেখিবলৈ পাইছো যে তুমি আগবাঢ়ি যাবলৈ মিছাকৈয়ে ইমানখিনি চেষ্টা কৰিছা। আমাৰ গতিপথ পৰিবৰ্তন কৰাৰ উপযোগী পালবিলাক প্ৰস্তুত কৰা। মোৰ ক্ষতিগ্ৰস্ত তৰীসমূহৰ কাৰণে আশ্ৰয় বিচাৰি মই সেইখন দেশলৈকে যাব খোজো য'ত ডাৰ্ডান এচেষ্টিছে মোৰ কাৰণে অপেক্ষা কৰিছে আৰু য'ৰ মাটিত মোৰ স্বৰ্গীয় পিতা এক্কাইচিছৰ চিতাভস্ম মিলি আছে। তাৰ বাহিৰে আন কোনো দেশেই মোৰ কাম্য নহয়।” এয়ে আছিল তেওঁৰ উক্তি। তেওঁলোকে পোতাশ্ৰয়ৰ অভিমুখে জাহাজ চলাই দিলে। পশ্চিম পৱনৰ আনুকূল্যত জাহাজৰ পালবিলাক প্ৰসাৰিত হ'ল। সুগভীৰ সমুদ্ৰৰ বুকুৰেদি তৰীসমূহ পূৰ্ণগতিৰে যাবলৈ ধৰিলে। অৱশেষত তেওঁলোক ৰংমনেৰে সুপৰিচিত উপকূল ভূমিত জাহাজ লগাবলৈ প্ৰস্তুত হ'ল।

এচেষ্টিছে এটা পৰ্বতৰ শৃঙ্গত আৰোহণ কৰি দূৰৰ পৰাই তেওঁলোক অহা দেখি আছিল। বন্ধুবৰ্গৰ জাহাজবিলাক চিনিব পাৰি তেওঁ বিস্মিত হৈছিল। আফ্ৰিকা দেশৰ ভালুকৰ ছাল আছিল তেওঁৰ ভূষণ। হাতত কেইবাডালো যাঠি লৈ তেওঁ আদিম বেশেৰে তেওঁলোকক আদৰি নিবলৈ আগ বাঢ়ি আহিল। এচেষ্টিছৰ মাক আছিল ট্ৰয়ৰ ৰমণী আৰু পিতাক আছিল জলদেৱতা ক্ৰিমিচাছ। তেওঁ নিজৰ বংশৰ কথা পাহৰি যোৱা নাছিল। তেওঁ আত্মীয় ট্ৰজানবিলাকক উভতি অহা দেখি অতিশয় আনন্দিত

হৈছিল। গ্ৰাম্য সম্পদবিলাকৰ সৈতেই তেওঁ সহৰ্ষে তেওঁলোকক স্বাগত জনালে। উদাৰ মনেৰে আৰু অমায়িকভাৱে তেওঁ ক্লান্ত অতিথিসকলক উৎসাহিত ক'ৰিলে।

উজ্জ্বল এটি প্ৰভাতৰ আগমনিৰ উমান পাই নক্ষত্ৰমণ্ডলী যেতিয়া অদৃশ্য হ'ল, তেতিয়াই ইনিয়াছে সাগৰৰ পাৰত সিঁচৰতি হৈ থকা সঙ্গী-সকলক মাতি আনি একত্ৰিত কৰিলে। মাটিৰ ওখ ভেটি এটাৰ ওপৰত থিয় হৈ তেওঁ ক'লে, "দেৱকুলসম্ভূত ডাৰ্ডানাছৰ সুযোগ্য সন্তানসকল, স্বৰ্গধামলৈ গমন কৰা মোৰ পুণ্যাত্মা পিতাৰ অন্ত্যেষ্টিক্ৰিয়া কৰাৰ পৰা সম্পূৰ্ণ বাৰ মাহ পাৰ হৈ গ'ল ; এবছৰৰ আগতে আমি আজিৰ দিনটোতেই শোকৰ বেদী ৰচনা কৰি পিতৃৰ পবিত্ৰ নামত উছৰ্গা কৰিছিলো। বাস্তৱিকতে, যদিহে দেৱতাসকলৰ নিদাৰুণ নিৰ্দেশৰ বিষয়ে মোৰ মনত কোনো প্ৰমাদৰ সৃষ্টি হোৱা নাই, তেন্তে আজিৰ দিনটো মোৰ অতি সন্তাপৰ দিন। শ্ৰদ্ধাৰে স্মৰণীয় পবিত্ৰ দিন। এই দিনটো যদি মই আফ্ৰিকাৰ ছাৰ্টিছ উপসাগৰত নিৰ্বাসিতভাৱে অতিবাহিত কৰিলোহেঁতেন, আজি যদি গ্ৰীচ দেশৰ নিকটবৰ্তী সমুদ্ৰত পাৰি দিব লগা হ'লহেঁতেন, নতুবা মিছিনী দেশতেই যদি আজিৰ দিনটো কটাব লগা হ'লহেঁতেন তথাপি মই এই পুণ্য তিথিত আনুষ্ঠানিকভাৱে বছৰেকীয়া পিতৃশ্ৰাদ্ধ সম্পন্ন কৰিলোহেঁতেন। কিন্তু ঈশ্বৰৰ ইচ্ছাত সৌভাগ্যক্ৰমে আজি আমি পিতাৰ সমাধিৰ কাষতে উপস্থিত হৈছোহি। আমি ভূমিত পদাৰ্পণ কৰিব পাৰিছো। আমি এই বন্ধুত্বপূৰ্ণ বন্দৰত উপস্থিত হৈছোহি। মই ভাবো যে এয়া দেৱতাসকলৰহে অভিপ্ৰায় আৰু উদ্দেশ্য। আহাহঁক, আমি সকলোৱে এই পবিত্ৰ কৰ্তব্য আনন্দেৰে পালন কৰো। আমি বায়ুদেৱতাক প্ৰাৰ্থনা কৰিম। আৰু এদিন যেতিয়া মই এখন নগৰ নিৰ্মাণ কৰি তাত মঠ-মন্দিৰ প্ৰতিষ্ঠা কৰিব পাৰিম, তেতিয়া যেন পিতাৰ আশীৰ্বাদত মই তেওঁৰ মৃত্যু-বাৰ্ষিকী পালন কৰিবলৈ সক্ষম হওঁ। ট্ৰয়ৰ সন্তান এচেষ্টিছে তোমালোকক জাহাজখনে প্ৰতি দুটাকৈ পশু প্ৰদান কৰিব। আমাৰ উৎসৱলৈ আৱাহন কৰিম আমাৰ ইষ্ট দেৱতাসকলক। আমাৰ আশ্ৰয়দাতা এচেষ্টিছে পূজা কৰা দেৱ-দেৱীসকলকো আমি আৱাহন কৰিম। নৱমদিনা উষাদেৱীয়ে যেতিয়া এটি নতুন দিনেৰে মৰ্ত্যবাসীৰ প্ৰাণ স্পন্দিত কৰি তুলি, কিৰণমালাৰে বসুন্ধৰা আলোকিত

কৰিব, সেই সময়তে মই ট্ৰজানসকলৰ কাৰণে এটা নৌ-প্ৰতিযোগিতাৰ আয়োজন কৰিম। তাৰ পিছত যিসকল ক্ষিপ্ৰধাৱক, যিসকলৰ বৰ্শা নিক্ষেপ বা শৰসন্ধানত অংশ গ্ৰহণ কৰিবলৈ শক্তি, সাহস, সামৰ্থ্য আছে, নতুবা যিসকলৰ হাতত কেঁচা ছাল মেৰিয়াই মুষ্টিযুদ্ধ কৰিবৰ কাৰণে আত্ম-বিশ্বাস আছে, সেই সকলোটিয়েই আগ বাঢ়ি আহিব। প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰি কৃতকাৰ্যতা লাভ কৰাসকলক পুৰস্কৃত কৰা হ'ব। তোমালোকে এতিয়া ভক্তিভাৱে নিতাল মাৰি থাকা আৰু সেউজীয়া গছ-পাত কপালত মেৰিয়াই লোৱা।"

ইয়াকে কৈ ইনিয়াছে ভেনাছৰ প্ৰিয় এবিধ চিৰসেউজীয়া সুগন্ধি আৰু সুন্দৰ গুল্মৰে তেওঁৰ ললাট সুশোভিত কৰিলে হেলমিয়াছ, পৰিণত বয়স্ক এছেষ্টিছ, কিশোৰ এস্কেনিয়াছেও তাকে কৰিলে। ইয়াৰ পিছত বাকী ট্ৰজানসকলে তেওঁলোকৰ আদৰ্শক অনুকৰণ কৰিলে।

ইনিয়াছে সেই ঠাইৰ পৰা সক মৈদামটোলৈ যাত্ৰা কৰিলে। তেওঁৰ লগত হেজাৰ হেজাৰ মানুহ গৈছিল। তেওঁক অনুসৰণ কৰা জনতাৰ সংখ্যাধিক্যৰ কাৰণে তেওঁলোক মাজে মাজে খোজ কাঢ়ি গৈছিল। তেওঁ দুকলহ পানী নিমিহলোৱা মদ, দুকৰীয়া খাটি গাখীৰ আৰু দুটা পাত্ৰত থকা পবিত্ৰ তেজ মাটিত ঢালি বিধিমতে পিতৃ-তৰ্পণ কৰিলে। তাৰ পাছত তেওঁ সমাধিৰ ওপৰত নানা বৰণৰ ফুল ছটিয়াই দি ক'লে,

"হে পিতা, হে মোৰ পুণ্যশ্লোক পিতা, তোমাৰ প্ৰতি আকৌ এবাৰ শ্ৰদ্ধা নিবেদন কৰিছো। তোমাৰ চিতা-ভস্মৰ প্ৰতি নমস্কাৰ। ইয়াৰ কাৰণেই কি মই তোমাক ইমান যত্নেৰে আনিছিলো! হে মোৰ পিতাৰ প্ৰেতাত্মা, হে পৰলোকগত অশৰীৰী ছায়া, তোমাক মই বন্দনা কৰিছো। অদৃষ্টই আমাৰ কাৰণে নিৰ্দ্ধাৰণ কৰা ইটালী দেশ আৰু টাইবাৰ নদী ক'ত আছে মই ক'ব নোৱাৰো। কিন্তু তাৰ সন্ধানত যেতিয়া মই আত্মনিয়োগ কৰিম, তেতিয়া তুমি আৰু মোৰ কাষত নাথাকা।"

ইনিয়াছৰ স্তুতি সমাপ্ত হোৱাৰ লগে লগেই এটা বিয়াগোম সাপ মৈদামৰ তলৰ পৰা ওলাই আহিল। তাৰ গাটো আছিল পিছল। সি লাটোডা পাকেৰে সমাধিটো আঁকোৱালি ধৰিলে। তাৰ পিঠিত আছিল উজ্জ্বল নীল বৰণীয়া ৰেখা আৰু গাৰ সোণালী বাকলিবিলাক ব'দালিৰ

পৰশ পাই ডাৱৰত সহস্ৰ বৰণেৰে তিৰবিৰ কৰা ৰামধনুৰ দৰে জিলিকি উঠিছিল। এই দৃশ্য দেখি ইনিয়াছ বিস্মিত হ'ল। সাপটোৱে পাত্ৰকেইটা থকা ঠাইলৈকে ফণা প্ৰসাৰিত কৰি তাত থকা পানীয় গ্ৰহণ কৰিলে আৰু কাৰো কোনো অনিষ্ট নকৰাকৈ পুনৰ মৈদামৰ তললৈ নামি গ'ল আৰু বেদীত থকা নৈবেদ্যসমূহ ভক্ষণ কৰি প্ৰস্থান কৰিলে।

এই ঘটনাই ইনিয়াছক অনুপ্ৰাণিত কৰিলে। পিতৃৰ প্ৰতি থকা কৰ্তব্য সুঁৱৰি তেওঁ পুনৰায় শ্ৰাদ্ধৰ অনুষ্ঠান কৰিলে। সেই সাপটো ঠাইখনৰ ৰক্ষকেইনে তেওঁৰ পিতাকৰ পৰিচিত প্ৰেতাত্মা সেই বিষয়ে তেওঁ একো ঠাৱৰ কৰিব পৰা নাছিল। তেওঁ এহাল ডুবছৰীয়া ভেঁড়া, এহাল গাহৰি আৰু ছুটা ক'লা গৰু শাস্ত্ৰীয় পদ্ধতিত বলি দিলে। ভৃঙ্গাৰৰ পৰা তেওঁ মদিৰা নিবেদন কৰি একিৰণ্টত থকা এঙ্কাইচিছৰ প্ৰেতাত্মাক পিণ্ড গ্ৰহণ কৰিবলৈ আহ্বান কৰিলে। তেওঁৰ সঙ্গীসকলেও শক্তি অনুসাৰে বিবিধ উপচাৰ আনি বেদীত উছৰ্গা কৰিলে আৰু বলি-বিধান আগ বঢ়ালে। কিছুমানে শাৰী শাৰীকৈ কেৰাহী পাতিলে আৰু কিছুমানে জুলা আঙঠাত মঙহ সেকিবলৈ ধৰিলে।

প্ৰতীক্ষিত দিনটো সমাগত হ'ল। ফিঠনৰ উৰণীয়া ঘোঁৰাকেইটাই নৱম দিনটোৰ সূচনা কৰা সময়ত বতৰ মুকলি আছিল। এছেষ্টিছৰ সুখ্যাতিৰ লগতে এই বাতৰিও ওচৰ-চুবুৰীয়া ৰাজ্যৰ প্ৰজাসকলে শুনিবলৈ পালে আৰু তেওঁলোক উলহ-মালহেৰে সাগৰৰ পাৰত গোট খালেহি। তেওঁলোকে ইনিয়াছ আৰু তেওঁৰ সঙ্গীবৃন্দক চাবলৈ অপেক্ষা কৰি আছিল আৰু বহুতেই প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰিবলৈ ইচ্ছা কৰিছিল ঠাইখনৰ ঠিক মাজতে উপহাৰসমূহ সকলোৱে দেখাকৈ সজাই থোৱা হৈছিল। পূজাত লগা ত্ৰিপদ আসন, সেউজীয়া মালা, বিজয়ী প্ৰতিযোগীসকলৰ কাৰণে তালপাত, অস্ত্ৰ-শস্ত্ৰ, ৰঙা কাপোৰ আৰু সোণ-ৰূপৰ মুদ্ৰা আদি অনেক বস্তু তাত দেখা গৈছিল। খেল-ধেমালি আৰম্ভ কৰাৰ সঙ্কেত হিচাপে পাহাৰ এটাৰ ওপৰৰ পৰা ভেৰী বজোৱা হ'ল।

ক্ৰীড়া-সূচীৰ প্ৰথম দফাৰ কাৰণে সমগ্ৰ নৌ-বাহিনীটোৰ পৰা চাৰিখন সমান আয়তনৰ গধুৰ ব'ঠাযুক্ত জাহাজ নিৰ্বাচন কৰা হ'ল। প্ৰিষ্টিছ নামৰ দ্ৰুতগামী জাহাজখনৰ শক্তিশালী নাবিকসকলক পৰিচালনা কৰিছিল

মেনিষ্টিয়াছে। ভৱিষ্যতে তেওঁেই ইটালীয় মেনিষ্টিয়াছ বুলি খ্যাত হৈছিল আৰু তেওঁৰ পৰাই মেমিয়াছ বংশৰ উৎপত্তি হৈছিল। বিৰাট, কাইমেৰা জাহাজৰ অধ্যক্ষ আছিল জায়াছ। এই জাহাজখনৰ আকৃতি নগৰ এখনৰ সমান আছিল আৰু ডাৰ্ডান নাবিকসকলে তিনিটা খলপৰ পৰা ব'ঠা মাৰি এই জাহাজখন চলাইছিল। প্ৰকাণ্ড চেন্টৰ নামৰ জাহাজখন ছাৰ্জিষ্টাছৰ অধীনত আছিল আৰু তেওঁৰ নামৰ পৰাই ছাৰ্জাই বংশৰ উদ্ভৱ হৈছে। ৰোমৰ ক্লুৱেন্টিয়াছ কৈদৰ আদি পুৰুষ ক্লৱেন্থাছ ঘননীল 'ছীলা'ৰ নায়কত্বত অধিষ্ঠিত আছিল।

তৰঙ্গাহত উপকূলৰ পৰা অলপ আঁতৰত সাগৰৰ মাজত এটা ডাঙৰ শিল আছিল। কেতিয়াবা এই শিলটো পানীত ডুব গৈছিল আৰু শীতকালৰ কুঁৱলিয়ে ওৰাবোল দিয়া আকাশখন ঢাকি ধৰাৰ সময়ত পছোৱা বতাহে সৃষ্টি কৰা ঢৌবিলাকে এই শিলটোত প্ৰচণ্ডভাৱে আঘাত কৰিছিল। কিন্তু বতাহ নবলা অৱস্থাত শিলটোৰ কাষৰ পানী শান্ত হৈ থাকিছিল। তৰঙ্গহীন সাগৰত ওখ হৈ ওলাই থকা এই শিলটোৰ ওপৰছোৱা সমতল আছিল। নানান সামুদ্ৰিক পক্ষীয়ে এই শিলটোৰ ওপৰত পৰি উলাহেৰে ৰ'দ লৈছিল। সামন্ত ইনিয়াছে এই শিলটোৰ ওপৰতে সেউজীয়া সৰল গছৰ এটা খুঁটা পুতিলে। নাবিকসকলক এই শিলটো প্ৰদক্ষিণ কৰি দীঘলীয়া, বৃত্তাকাৰ পথ অতিক্ৰম কৰিব লগা হোৱাৰ জাননী দিবলৈ এই খুঁটাটো স্থাপন কৰা হৈছিল। নায়কসকলে ভাগা-পৰীক্ষাৰ দ্বাৰা নিজৰ অৱস্থান নিৰ্ণয় কৰিলে। এতিয়া তেওঁলোক জাহাজৰ পিছফালে থকা পাটাতনত থিয় হৈ আছিল আৰু তেওঁলোকে পৰিধান কৰা ৰঙা আৰু সোণালী সাজ-পাৰৰ চিকমিকনি বহুদূৰৰ পৰা দেখা গৈছিল। নাবিকবিলাকে পপলাৰ গছৰ পাতেৰে গোঁঠা মালা পিন্ধিছিল আৰু তেওঁলোকৰ অনাবৃত স্কন্ধদেশ তৈলমৰ্দনৰ ফলত জিলিকি উঠিছিল। তেওঁলোকে কাঠৰ আসনত বহি প্ৰসাৰিত হাতেৰে ব'ঠাবিলাক ধৰি আছিল আৰু অতি তন্ময়ভাৱে সংকেতৰ কাৰণে অপেক্ষা কৰিছিল। স্নায়বিক উত্তেজনাত, যশোলাভৰ অধীৰ আগ্ৰহত তেওঁলোকৰ বুকু ঢপ্‌ঢপাইছিল। অৱশেষত স্পষ্টভাৱে ভেৰী বাজি উঠিল। চকুৰ নিমিষতে সকলোটিয়ে তীব্ৰ গতিৰে নিজ নিজ অৱস্থানৰ পৰা আগ বাঢ়িল। ব'ঠা মাৰি যাওঁতে নাবিকসকলে

কৰা কোলাহলত আকাশ মুখৰিত হ'ল। সমুদ্র ফেনিল হৈ পৰিল। তেওঁলোকে সম্পূর্ণ সমলয়ৰে ব'ঠা মাৰি সাগৰত অসংখ্য জলখাতৰ সৃষ্টি কৰিছিল। ব'ঠা আৰু জাহাজৰ তিনিঠুটীয়া টিংবিলাকৰ সংঘৰ্ষৰ ফলত সমুদ্রৰ উপৰি ভাগ যেন বিদাৰিত হৈছিল। অসম সাহসী প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰা অশ্ব-চালিত ৰথৰ গতিয়ো ইমান দুৰ্বাৰ, ইমান তীব্র আৰু ইমান অবিশ্বাস্য নাছিল। ৰথ সংযোজিত, শৃঙ্খলমুক্ত তুৰঙ্গ শ্ৰেণীক পৰিচালনা কৰাৰ সময়ত সাৰথিসকলৰ চৰ্ম বল্গাও এইদৰে কম্পমান হোৱা নাছিল। নতুবা কশাঘাত কৰিবৰ কাৰণে তেওঁলোক আগলৈ ইমান বেছিকৈ হাউলি যাব লগা হোৱা নাছিল। দর্শক আৰু সমৰ্থকসকলৰ হৰ্ষধ্বনিত অৰণ্য ভূমি মুখৰিত হৈছিল। তেওঁলোকে ভাল পোৱা প্ৰতিযোগীসকলক সৰবে উৎসাহিত কৰিছিল। তুমুল কোলাহল পাহাৰত ঠেকা খাই প্ৰতি-ধ্বনিৰূপে উভতি আহিছিল আৰু উপসাগৰৰ নিকটবৰ্তী নিম্নভূমিৰ ওপৰেদি পাৰ হৈ গৈছিল। এই হুলস্থুল আৰু চিঞৰ-বাখৰৰ মাজতে জায়াছে সকলোকে চেৰ পেলাই শান্ত সলিলৰাশিৰ ওপৰেদি আগ বাঢ়ি গৈছিল। তেওঁৰ একেবাৰে পিছতে আছিল ক্লেন্থাছ। তেওঁৰ নাবিকসকল ব'ঠা মৰাত সুদক্ষ আছিল যদিও সৰল কাঠেৰে সজা গধুৰ জাহাজখনৰ গতিবেগ কম আছিল। সেইকাৰণেই তেওঁ পিছ পৰিল। তেওঁলোকৰ পিছত, প্ৰায় সমান ব্যৱধানতে থাকি প্ৰিষ্টিছ আৰু চেন্টৰ, এই দুখন জাহাজে ইখনে সিখনক পিছ পেলাবলৈ যৎপৰোনাস্তি চেষ্টা কৰিছিল। এবাৰ হয়তো প্ৰিষ্টিছ আগ বাঢ়িছিল কিন্তু পিছৰবাৰ বিৰাট চেন্টৰে অগ্ৰগতি লাভ কৰিছিল। দীৰ্ঘ নৌকাতলেৰে সমুদ্রমন্থন কৰি একোবাৰ দুয়োখন জাহাজেই সমানে সমানে চলিছিল।

জাহাজকেইখন শিলটোৰ কাষ চাপিছিল আৰু যি ঠাইৰ পৰা গতি পৰিবৰ্তন কৰিব লাগে সেই ঠাই পাওঁ পাওঁ হওঁতেই ইতিমধ্যে আগ বাঢ়ি থকা, সাময়িকভাৱে বিজয়ী জায়াছে তেওঁৰ গুৰিয়াল মিনোয়েটিছক চিঞৰি চিঞৰি ক'লে, "তুমি সোঁফালে ইমান আঁতৰেদি জাহাজখন চলাই নিছা কিয়? এইফালে চিধা চিধি পোনাই দিয়া। উপকূলৰ কাষে কাষে গৈ থাকা। বাওঁফালে থকা শিলত ব'ঠাৰ আগ লাগিলেও লাগক। পিছপৰা জাহাজকেইখন বহল পানীয়েদি যাওক।" কিন্তু মিনোয়েটিছে পানীত ভুৰি

থকা শিলত জাহাজে খুন্দা খাব পাৰে বুলি ভয় কৰি মুকলি সাগৰৰ ফালেহে জাহাজখন ঘূৰাই দিলে। পুনৰ চীৎকাৰ কৰি জায়াছে তেওঁক ওভোতাই আনিবলৈ চেষ্টা কৰি ক'লে, "মিনোয়েটিছ, বাট এৰি অবাটে গৈছা কিয় ? সৌ শিলবিলাকৰ ফালে জাহাজ চলাই দিয়া।" এনেতে তেওঁ পিছলৈ চাই দেখিলে যে ক্লেৰেস্থাছে গুৰি ধৰি জাহাজখন চমু বাট-টোৰেদি লৈ যাবলৈ প্ৰাণটাকি চেষ্টা কৰিছে। জায়াছৰ নৌকা আৰু ঢৌৱে খলকনি তুলি থকা শিলবিলাকৰ মাজেদিয়েই জাহাজ সৰকাই নিবলৈ ক্লেৰেস্থাছে বিপজ্জনকভাৱে পাৰি দিছিল। তেওঁ জায়াছক পিছ পেলাই, খুটাটো অতিক্ৰম কৰি নিৰাপদভাৱে মুকলি সাগৰলৈ জাহাজখন লৈ গ'ল। তাকে দেখি জায়াছৰ খং মূৰৰ চুলি পালেগৈ। তেওঁ নিজকে আৰু সংযত কৰি ৰাখিব নোৱাৰিলে। তেওঁৰ চকুপানী দুগালেদি বৈ গৈছিল। নিজৰ সম্মান আৰু নাবিকসকলৰ নিৰাপত্তাৰ বিষয়ে অকণো চিন্তা নকৰি তেওঁ প্ৰয়োজনতকৈ অধিক সতৰ্ক মিনোয়েটিছক জোৰেৰে ঠেলা মাৰি দিলে। গুৰিৰ পৰা ছিটিকি গৈ তেওঁ তললৈ মূৰ কৰি পানীত পৰিল। জাহাজখন সম্পূৰ্ণ নিয়ন্ত্ৰিত কৰি চলাই নিবৰ কাৰণে জায়াছ গুৰি ব'ঠাৰ ওচৰ চাপিল। নাবিকসকলক উৎসাহিত কৰি তেওঁ গুৰি ধৰিলে আৰু শিলৰ একেবাৰে ওচৰেদিয়েই জাহাজখন চলাই দিলে। ইতিমধ্যে মিনোয়েটিছে অতি কষ্টেৰে সাঁতুৰিব লগা হৈছিল। তেওঁৰ বয়স কম নাছিল, তদুপৰি তেওঁৰ কাপোৰ-কানি পানীত তিতি গধুৰ হৈ পৰিছিল। তেওঁ কোনোমতে ওপৰলৈ ওলাই আহি শিলটোলৈ উঠি গ'ল আৰু শুকান বালিত লাং খাই পৰিল। তেওঁ পানীত পৰাৰ পিছত সাঁতোৰ দিওঁতে আৰু নাকে-মুখে লুণীয়া পানী সোমোৱাত হেলাই-হেফাই উশাহ লওঁতে ট্ৰজানবিলাকে ৰগৰ পাই বাগৰি বাগৰি হাঁহিছিল।

এতিয়া পিছ পৰি থকা প্ৰতিযোগী দুজনে আশাৰ ৰেঙণি দেখিবলৈ পালে। ঘটনাক্ৰমে জায়াছৰ যাত্ৰা ব্যাহত আৰু বিলম্বিত হোৱাত ছাৰ্জিষ্টাছ আৰু মেনিষ্টিয়াছে তেওঁক চেৰ পেলাই যোৱাৰ এটা সুযোগ চকুৰ আগত দেখা পাই আনন্দ পালে। চাৰ্জিষ্টাছে শিলটোৰ ওচৰেদি মুকলি সাগৰৰ মাজেৰে মেনিষ্টিয়াছৰ আগে আগে যাবলৈ ধৰিলে; অৱশেষে জাহাজখন

আংশিকভাৱেহে আগ বাঢ়িব পাৰিছিল। কাৰণ তীব্ৰ প্ৰতিযোগিতাৰ মনোভাব লৈ প্ৰিষ্টিছ নামৰ জাহাজখনো অতি কোবাল গতিত আগৰ জাহাজখনৰ প্ৰায় সমান্তৰালভাৱেই চলিছিল। ইতিমধ্যে মেনিষ্ঠিয়াছে জাহাজৰ নাবিক-সকলৰ মাজলৈ গৈ তেওঁলোকক উৎসাহিত কৰি কৈছিল, "জোৰেৰে ব'ঠা মাৰাহঁক, মনত ৰাখিবা, তোমালোক এসময়ত হেক্টৰৰ সঙ্গী আছিলা। ট্ৰয়ৰ চৰম বিপৰ্যয়ৰ সময়ত মই তোমালোককেই লগত লৈছিলো। আফ্ৰিকাৰ উপসাগৰ, আয়নিয়ান সাগৰ আৰু মেলিয়াৰ ভয়াবহ তৰঙ্গৰ মাজতো তোমালোকে যি শক্তি আৰু সাহস প্ৰদৰ্শন কৰিছিলা, এতিয়া তাৰেই পৰিচয় দিয়া। প্ৰথম স্থান লাভ কৰা মোৰ উদ্দেশ্য নহয়। মই, মেনিষ্ঠিয়াছে, বিজয় গৌৰৱৰ মালা পিন্ধিবলৈও চেষ্টা কৰা নাই। তথাপি মোৰ ইচ্ছা—। কিন্তু হে নেপচুন, তুমি যাকেই ভাল পোৱা তেওঁকেই জয়যুক্ত কৰা। অৱশ্যে একেবাৰে পিছ পৰাৰ কথা ভাবিলেই দেখোন লাজ লাগে। নাবিকসকল, আমাৰ যাতে তেনে দুৰ্দশা নহয় তাৰ কাৰণেই প্ৰাণটাকি চেষ্টা কৰা।" নাবিকসকলে সমস্ত শক্তি প্ৰয়োগ কৰি কেঁকো-জেঁকোকৈ ব'ঠা মাৰিবলৈ ধৰিলে। তেওঁলোকৰ নৌকাদণ্ডৰ বলিষ্ঠ আঘাতত ব্ৰঞ্জৰ পাত মেৰিওৱা জাহাজখন কঁপি উঠিল। সমুদ্ৰই পিছফালে গতি কৰিলে। তেওঁলোকৰ ফেঁাপনি উঠিল আৰু অঙ্গ-প্ৰত্যঙ্গ অৱশ হৈ পৰিল; পিয়াহত অণ্ঠ-কণ্ঠ শুকাই গ'ল আৰু গাৰপৰা ঘামৰ সোঁত বলিল।

সামান্য এটা দুৰ্ঘটনাৰ কাৰণেই এই সাহসী নাবিকসকলে প্ৰত্যাশিত সন্মান লাভ কৰিবলৈ সমৰ্থ হ'ল। অধীৰ উত্তেজনাত ছাৰ্জিষ্টাছে নৌকাগ্ৰ শিলৰ ফালে বেছিকৈ চপাই দিলে। এতিয়া তেওঁৰ একালে আছিল মেনিষ্ঠিয়াছৰ জাহাজ আৰু আনফালে সামুদ্ৰিক প্ৰস্তৰ। অতি সঙ্কীৰ্ণ পথেৰে তেওঁ আগ বাঢ়িব লগা হ'ল আৰু দুৰ্ভাগ্যক্ৰমে আগ বাঢ়ি থকা শিলাখণ্ডৰ লগত তেওঁৰ জাহাজৰ সংঘৰ্ষ ঘটিল। প্ৰচণ্ড শব্দ হ'ল আৰু শিলত লাগি ব'ঠাবিলাক ভাগি গ'ল। জাহাজৰ অগ্ৰভাগ শিলৰ ওপৰলৈ উঠি গৈ ওলমি থাকিল। এইদৰে বাধাগ্ৰস্ত হোৱাত নাবিকবিলাকে জঁাপ মাৰি উচ্চস্বৰে চিঞৰিবলৈ ধৰিলে। লোহাৰ টুপী লগোৱা কিছুমান দীঘল খুটি আৰু চোকা বৰশি লৈ তেওঁলোকে ভগা ব'ঠাবিলাক পানীৰ পৰা তুলি ল'লে। কিন্তু মেনিষ্ঠিয়াছ এতিয়া অতি উল্লাসিত হ'ল আৰু

তেওঁৰ অৱস্থান অনুকূল হোৱাত আগতকৈয়ো বেছি উৎসাহিত হৈ আগ বাঢ়ি যাবলৈ ধৰিলে। দ্ৰুত তালত ব'ঠাবিলাক চলিছিল আৰু তেওঁৰ প্ৰাৰ্থনাৰ ফলস্বৰূপে এতিয়া পিছফালৰ পৰাও বতাহ এজাক বলিছিল। গতিকে তেওঁ উপকূলৰ কালে তৰিৎগতিৰে যাবলৈ ধৰিলে। তেওঁৰ অৱস্থা হৈছিল গুহা এটাৰ পৰা ভয়ত অকস্মাতে ওলাই অহা এজনী কপৌ চৰাইৰ দৰে। গুহাটোৰ ভিতৰত মৌচাক যেন শিলৰ খোপত তাই বাঁহ লয় আৰু তাতে তাইৰ পোৱালিবিলাক লুকাই থাকে। আতঙ্কত তাই পাখি চপচপাই বাহটোৰ পৰা মুকলি পথাৰৰ কালে উৰা মাৰি আহে; কিন্তু ক্ৰমাৎ দেখা যায়, তাই লাহে লাহে ডেউকা মাৰিবলৈ এৰি দি, স্থিৰ বায়ুত ভাঁহি থাকে আৰু উজ্জ্বল পোহৰৰ মাজেদি অভীষ্ট পথ বিচাৰি লয়। এতিয়া সেইদৰে মেনিষ্টিয়াছেও প্ৰিষ্টিছক দ্ৰুতগতিৰে পৰিচালনা কৰিছিল। তেওঁ শেষ পৰ্যায়ত উপনীত হৈছিল আৰু নিজস্ব গতিবেগত জাহাজখনে পানী কাটি গৈছিল। তেওঁক পিছ পেলাই অহা ছাৰ্জিষ্টাছে প্ৰথমে ওলাই থকা শিলবিলাকত ধৰি অঙ্ক পিছত বাম পানীত নামি জাহাজখন একৰাবলৈ অহোপুৰুষাৰ্থ কৰিছিল। তেওঁ সহায় বিচাৰি চিঞৰিছিল কিন্তু কাৰো সঁহাৰি পোৱা নাছিল। ভগা ব'ঠা মাৰি নাও চলাবলৈ তেওঁ চেষ্টা কৰিছিল। ইয়াৰ পিছত তেওঁ জায়াছৰ বিশাল কাইমেৰা জাহাজৰ লগ ধৰি সমানে সমানে পাৰি দিলে, কাৰণ গুৰিয়াল নথকাত জাহাজখন পিছ পৰিল

গতিকে, একমাত্ৰ ক্লেৰেন্থাছহে অকলশৰে লক্ষ্য স্থলৰ কাষ চাপিল। তেওঁৰ পিছে পিছে আহি থকা মেনিষ্টিয়াছে পাৰ্শ্বমানে শক্তি প্ৰয়োগ কৰি তেওঁক অতিক্ৰম কৰিবলৈ চেষ্টা কৰিছিল। এতিয়া স্বাভাৱিকভাবেই কলৰব তুমুল হৈ পৰিল। দৰ্শকসকলে তীব্ৰ উত্তেজনাত পিছে পিছে আহি থকা জাহাজখনক উদগনি দিছিল আৰু তেওঁলোকৰ নিনাদত গগণমণ্ডল মুখৰিত হৈছিল। এখন জাহাজৰ নাৱিকসকলে হাততে পায়ো এতিয়া নিশ্চিত সন্মান আৰু গৌৰৱ হেৰুৱাব লাগিব বুলি আশংকা কৰি প্ৰাণৰ বিনিময়তো সেই সন্মান ৰক্ষা কৰিবলৈ সচেষ্ট হৈছিল। সত্যলব্ধ সফলতাই আনখন জাহাজৰ নাৱৰীয়াসকলক শক্তি যোগাইছিল। আত্ম-বিশ্বাসে তেওঁলোকৰ মনোবল দৃঢ় কৰিছিল। বাস্তৱিকতে এতিয়া দুয়োখন জাহাজেই

হয়তো একেলগে লক্ষ্যস্থানত উপনীত হৈ সমভাবে পুৰস্কৃত হ'লহেঁতেন। পিছে ক্লৱেন্থাছে অতি কাতৰভাৱে প্ৰাৰ্থনা কৰি দুইহাত মেলি সমুদ্ৰৰ দেৱতাসকলক প্ৰণিপাত কৰি ক'লে, "হে সমুদ্ৰৰ অধিপতি দেৱতাসকল, তোমালোকৰ অধিকাৰত থকা বাৰিধাৰাৰ উপৰি ভাগেদিয়েই মই জাহাজ মেলি দিছো। যদি মোৰ মনোবাঞ্ছা পূৰ্ণ কৰা, মই এই উপকূলতে এটা বেদী নিৰ্মাণ কৰি ধকধকীয়া বগা গৰু এটা তোমালোকৰ নামত অতি আনন্দেৰে বলি দিম। পশুটোৰ অন্ত্ৰবিলাক তোমালোকৰ উদ্দেশ্যে উছৰ্গা কৰি সাগৰৰ লবণাক্ত তৰঙ্গত নিক্ষেপ কৰিম আৰু ফটিকাৰ ধাৰ যেন মদিৰাৰ সোঁত বোৱাই তোমালোকৰ তৰ্পণ কৰিম।" এইদৰেই তেওঁ প্ৰাৰ্থনা কৰিলে। তৰঙ্গমালাৰ তলত সমুদ্ৰৰ গভীৰ অভ্যন্তৰত থকা ফৰকাছৰ অনুচৰবৃন্দ, জলকুঁৱৰীসকল, কুমাৰী পেনপিয়া আদি দেৱ-দেৱীসকলে তেওঁৰ মিনতি শুনিবলৈ পালে। স্বয়ং সমুদ্ৰদেৱ পৰ্টুনাছে বিশাল কৰ যুগলেৰে চলন্ত জাহাজখন আগলৈ ঠেলি দিলে। ফলত দক্ষিণ বায়ুতকৈও অধিক বেগেৰে জ্যামুক্ত বাণতকৈও তীব্ৰতৰ গতিৰে জাহাজখন পাৰৰ ফালে চলি গৈ আহল-বহল পোতাশ্ৰয়ত লাগি নেদেখা হৈ পৰিল।

এঙ্কাইচিছ-তনয়ে প্ৰচলিত প্ৰথা অনুযায়ী সকলোকে সমবেত হ'বলৈ অনুৰোধ কৰিলে। তেওঁৰ দূতজনে উচ্চ কণ্ঠে ক্লৱেন্থাছক বিজয়ী বুলি ঘোষণা কৰিলে। ইনিয়াছে শ্যামল জয়মাল্যেৰে তেওঁৰ শিৰ বিভূষিত কৰিলে। তাৰ পিছত তেওঁ নাবিকসকলকো তেওঁলোকৰ অভিৰুচি মতে পুৰস্কৃত কৰিলে। জাহাজখনে প্ৰতি তিনিটাকৈ বলদ গৰু, প্ৰচুৰ মদ্য আৰু একোটাকৈ বৃহদাকৃতিৰ ৰৌপ্য মুদ্ৰা বিতৰণ কৰা হ'ল। তদুপৰি অধ্যক্ষসকলে বিশেষ বঁটা লাভ কৰিলে। বিজয়ী প্ৰতিযোগীজনক প্ৰদান কৰা হ'ল সোণৰ গুণাৰে কাৰ্‌চিপি কৰা আৰু মেলেবীয়া নগৰৰ ৰঙা কাপোৰেৰে দুতৰপীয়াকৈ পাৰি লগোৱা এখন গাত লোৱা চেলেং। বনৰাজি-বেষ্টিত ইডা পৰ্বতত তৰুণ ৰাজকোঁৱৰ গেনিমিডে হাতত বৰ্শা লৈ মৃগয়া কৰা দৃশ্য কাপোৰখনত ফুল বাছি ফুটাই তোলা হৈছিল। অতি উৎসাহেৰে চিকাৰ খেদি তেওঁ ৰুদ্ধ-শ্বাস হৈ পৰিছিল, আৰু এনেতে জুপিটাৰৰ অস্ত্ৰবাহী চৰাইটোৱে ইডা পৰ্ব্বতৰ পৰা চকুৰ পলকতে নামি আহি তেওঁক বৰশিৰ দৰে বেঁকা নখেৰে থাপ মাৰি ধৰি ওপৰলৈ উৰুৱাই লৈ গ'ল। তেওঁৰ বৃদ্ধ অধ্যাপকসকলে নিষ্ফলভাৱে ওপৰলৈ হাত মেলি

আছিল। আৰু চিকাৰী কুকুৰবিলাকে কোঁৱৰৰ পিছফালে ভুক্ ভুকাইছিল। সিইঁতৰ হিংস্ৰ নিনাদ শূন্যত বিলীন হৈছিল। ফাপোৰখনত এই পটটো নিপুণভাৱে তোলা হৈছিল। তাৰ পিছত ইনিয়াছে বাহুবলেৰে দ্বিতীয় স্থান অধিকাৰ কৰাজনক উপহাৰ দিলে এখন বৰ্ম। তিনিডাল সোণৰ ফিটা থকা এই জাখৰখনত মিহি হাকোটা লগোৱা আছিল। সুউচ্চ ইলিয়ামৰ প্ৰাচীৰৰ নামনিত খৰস্ৰোতা চিমইছ নদীৰ পাৰত তেওঁ ডিমলিয়াছক যুদ্ধত ঘটুৱাই এই বৰ্মখন লাভ কৰিছিল। আৰু এতিয়া তেওঁ ইয়াকে অৰ্পণ কৰিলে এজন যোদ্ধাক, যাতে তেওঁ এই কবচ সগৌৰৱে পৰিধান কৰি ৰণত আত্মৰক্ষা কৰিবলৈ সমৰ্থ হয়। এই বহুতৰপীয়া বৰ্মখন তেওঁৰ অনুচৰ ফিজিয়াছ আৰু ছাগাৰিছে কেঁকো জেঁকোকৈহে কঢ়িয়াই নিব পাৰিছিল, অথচ এসময়ত ডিমলিয়ছে এইখনকে পিন্ধি পলায়মান ট্ৰজান সৈন্যক খেদি লৰি যাব পাৰিছিল। ইনিয়াছে প্ৰদান কৰা তৃতীয় পুৰস্কাৰ আছিল দুখন ব্ৰঞ্জৰ কেৰাহী আৰু গাত ওখকৈ ফুল-জাৰি কৰা দুটা ৰূপৰ পাত্ৰ।

বঁটা বিতৰণীৰ ইতিমধ্যে সামৰণি পৰিছিল আৰু পুৰস্কৃত লোকসকলে কপালত ৰঙা-ফিটা মেৰিয়াই, উৎকৃষ্ট উপহাৰ লাভ কৰাৰ আনন্দত ইফালে-সিফালে বিচৰণ কৰিছিল। এনেতে কঠিন শিলৰ পৰা অতি কষ্ট আৰু কৌশলেৰে নিজকে মুক্ত কৰি ছাৰ্জিষ্টাছে জাহাজখন লৈ উপস্থিত হ'ল। তেওঁৰ কেইখনমান ব'ঠা ভাগিছিল আৰু এটা খলপা একেবাৰে অচল হৈ পৰিছিল। তেওঁক দেখি সকলোৱে প্ৰশংসা কৰা দূৰৰ কথা, মুখ বেঁকা কৰি হাঁহিছিল মাথোন। জাহাজখনৰ অৱস্থা আছিল ৰথৰ চকাই চেপা বা কোনোবাই খণ্ডত শিল দলিয়াই জখম কৰা এটা বাটত পৰি থকা আধামৰা সাপৰ দৰে। পলাই যাবলৈ ব্যৰ্থ প্ৰয়াস কৰি সাপটোৱে কেৰমেৰাই থাকে। তাৰ শৰীৰৰ এছোৱা সক্ৰিয় হৈ থাকে যদিও আনছোৱা আঘাতৰ ফলত শক্তিহীন হয়। সি পাক খাই খাই অতি কষ্টেৰে চুচৰি যায়। কিন্তু তথাপি তাৰ চকুহাল তিৰ্‌বিৰাই থাকে আৰু সি ফণা তুলি ফোঁচফোঁচায়। এতিয়া জাহাজখনৰ চলন শক্তিও তদ্ৰূপ হৈছিল। ইয়াৰ গতি মন্থৰ হৈ পৰিছিল। কিন্তু এনেকুৱা প্ৰতিকূল অৱস্থাৰ মাজতো পাল তৰি দি জাহাজখন পোতাশ্ৰয়ত উপনীত হৈছিল।

জাহাজখন উদ্ধাৰ কৰি ছাৰ্জিষ্টাছে নাবিকসকলক নিৰাপদে লৈ অহাত ইনিয়াছে বৰ ৰং পালে আৰু তেওঁলৈকো এটি পুৰস্কাৰ আগ বঢ়ালে। মিনাৰ্ভাৰ পূজাত পাৰদৰ্শিতা থকা ফলয়ী নামে ক্ৰীটৰ দাসী ছোৱালী এজনী এহাল যঁজা ল'ৰাৰে সৈতে তেওঁক উপহাৰ দিয়া হ'ল।

এই খেল সমাপ্ত হোৱাৰ পিছত সভাসদ্ধ ইনিয়াছে এখন ঘঁাহ গজি থকা সমতল পথাৰলৈ যাত্ৰা কৰিলে। পথাৰখনৰ চাৰিওফালে আছিল গছে-বনে ছাটি থোৱা পাহাৰৰ ক্ৰমাবনত পাদদেশ। ইয়াতে বহি নামনিৰ উপত্যকাত হোৱা ধাবন প্ৰতিযোগিতা চাবলৈ সুবিধা আছিল। কেইবা হাজাৰ মানুহৰ সৈতে ৰাজকুমাৰ ইয়ালৈ আহিল। সকলোৰে মাজতে এটা মঞ্চত তেওঁ উপবেশন কৰিলে। এই মঞ্চৰ পৰাই তেওঁ পুৰস্কাৰ ঘোষণা কৰি দৌৰ-প্ৰতিযোগিতাৰ কাৰণে উৎসাহী লোকসকলক আমন্ত্ৰণ জনালে। কেউফালৰ পৰা প্ৰতিযোগীসকল আগ বাঢ়ি আহিল। তেওঁলোকৰ কেইজনমান আছিল ট্ৰজান আৰু বাকীসকল চিচিলীয়। পোন প্ৰথমে অহাসকলৰ মাজত আছিল নাইচাছ আৰু ইউৰিয়েলাছ। ইউৰিয়েলাছ আছিল সুকুমাৰ, সুদৰ্শন আৰু তেজস্বী যুৱক। নাইচাছ তেওঁৰ তৰুণ বন্ধুৰ প্ৰতি নিস্বাৰ্থভাৱে অনুৰক্ত আছিল। তাৰ পাছত আহিল ৰজা প্ৰায়ামৰ বংশসম্ভূত ডায়ৰিছ আৰু তেওঁৰ পিছত উপস্থিত হ'ল একানিয়া দেশৰ চেলিয়াছ আৰু একাৰ্ডিয়াৰ টিজীয়া কুলৰ পেট্ৰন। হাবিৰ মাজত বাস কৰা দুজন চিচিলীয় লোকে তাৰ পিছত যোগ দিলে। তেওঁলোক আছিল এচেষ্টিছৰ পুৰণি বন্ধু হেলিমাছ আৰু পেনপিছ আৰু অনেক অখ্যাত লোক উপস্থিত হ'ল, যিসকলৰ নাম মানুহে এতিয়া পাহৰি গৈছে। ইনিয়াছে তেওঁলোকক সম্বোধন কৰি ক'লে, "মোৰ কথা সকলোৱে কাণ পাতি শুনা। শুনি তোমালোক নিশ্চয় সুখী হবাইক। তোমালোকৰ সকলোটিকে মই কিবা নহয় কিবা এপদ বস্তু উপহাৰ দিম। কঁাড়ৰ আগত লগোৱা লোহাৰ নিমজ আৰু চিকচিকীয়া এজোৰ জোং আৰু এখন দুফালে ধাৰ থকা কুঠাৰ তোমালোকৰ প্ৰতিজনেই নিজৰ বৰীয়াকৈ লাভ কৰিবা। তদুপৰি প্ৰথম তিনিটা স্থান অধিকাৰ কৰা সকলক মই জয়মাল্যৰে বৰণ কৰিম আৰু তেওঁলোক বিশেষভাৱে পুৰস্কৃত হ'ব। প্ৰথম স্থান লাভ কৰি বিজয়ী হোৱাজনক উপহাৰ দিম এটা সুসজ্জিত ঘোঁৰা, দ্বিতীয়জনে পাব আমাজোনসকলে

ব্যৱহাৰ কৰা ঠে্ছীয় তীৰেৰে পৰিপূৰ্ণ এটা ছোখৰ। ছোখৰটো কান্ধত আঁৰি লবলৈ সোণৰ চকাৰে এডাল বহল ফিটা লগোৱা থাকিব। তৃতীয়জনে ঘটিব গ্ৰীচ দেশৰ এই শিৰস্ত্ৰাণটো।"

তেওঁৰ কথা শেষ হ'লত ধাৱকসকলে নিজৰ নিজৰ ঠাই ল'লে। সঙ্কেত-ধ্বনি হোৱাৰ লগে লগে তেওঁলোকে প্ৰাথমিক অৱস্থানৰ পৰা খেল-পথাৰৰ মাজেদি দৌৰি যাবলৈ ধৰিলে। প্ৰবল গতিৰে আগ বাঢ়ি যাওঁতে তেওঁলো
মেঘপুঞ্জৰ দৰে দৃশ্যমান হৈছিল। লক্ষ্য স্থানত তেওঁলোক
আছিল। বায়ুতকৈও অধিক বেগেৰে, বিজুলী শি
নাইচাছে সকলোকে পিছ পেলাই গ'ল।
লাভ কৰিছিল। তেওঁৰ পি
চেলিয়াছে অনুধাবন
তৃতীয়জন

জয়লাভ কৰিলে। তেওঁৰ ঠিক পিছতেই আছিল হেলিমাছ আৰু ডায়ৰিছে তৃতীয় স্থান লাভ কৰিলে। ইয়াকে দেখি চেলিয়াছে বিৰাট প্ৰাকৃতিক ৰঙ্গালয়ৰ আগশাৰীত বহি থকা দৰ্শকসকলৰ আগত তেওঁক অন্যায়ভাৱে বাধা দি এই সন্মানৰ পৰা বঞ্চিত কৰা হৈছে বুলি প্ৰতিবাদ জনালে। কিন্তু ইউৰিয়েলাছৰ দাবীহে সকলোৱে সমৰ্থন কৰিলে। তেওঁৰ বিগলিত অশ্ৰু, তেওঁৰ সদ্য বিকশিত পুৰুষোচিত শক্তি আৰু আকৰ্ষণীয় সৌন্দৰ্যই সকলোকে মুগ্ধ কৰিছিল। ডায়ৰিছেও উচ্চৈস্বৰে আত্মপক্ষ সমৰ্থন কৰিছিল কাৰণে তেৱোঁ এটা পুৰস্কাৰৰ কাৰণে মনোনীত হৈছিল। কাৰণ চেলিয়াছে প্ৰথম স্থান লাভ কৰিলে তেওঁৰ নাম প্ৰথম তিনিজন বিজয়ীৰ তালিকাৰ পৰা বাদ পৰিব। সেইদেখি এই ক্ৰীড়া-প্ৰতিযোগিতাৰ মুখ্য পৰিচালক হিচাপে ইনিয়াছে মাত লগালে, "তৰুণ বন্ধুসকল, তোমালোকে পুৰস্কাৰ লাভ কৰিবাই। সেই বিষয়ে কোনো সন্দেহ নাই। কিন্তু মই এজন বন্ধুক অলপ সহানুভূতি দেখুৱাম, কাৰণ বিধিৰ বিপাকতহে তেওঁ কৃতকাৰ্যতা লাভ কৰিব নোৱাৰিলে।" এই বুলি কৈ তেওঁ চেলিয়াছক দীঘল কেশৰ আৰু সোণখটোৱা নখেৰে দোপ খাই থকা এটা সিংহৰ ছাল এখন উপহাৰ দিলে। ইয়াকে দেখি নাইচাছে ক'লে, "ভৰি পিছলি পৰা ধাবকসকলৰ প্ৰতি আপুনি সহানুভূতি দেখুৱাইছে। সাফল্য লাভ কৰিব নোৱাৰা প্ৰতিযোগী এজনকো যদি আপুনি এনে এটি সুন্দৰ উপহাৰ প্ৰদান কৰে, তেন্তে মোৰ অৱস্থাটোও আপুনি ন্যায়ভাৱে বিচাৰ কৰিবনে? কাৰণ যোগ্যতাৰ ফালৰ পৰা বিবেচনা কৰিলে মইহে জয়মাল্য পিন্ধিব লাগিছিল, পিছে চেলিয়াছৰ দৰে ভাগ্য মোৰ প্ৰতিও প্ৰতিকূল হৈছিল।" এই বুলি কৈ তেওঁ নিজৰ হাত-ভৰি আৰু মুখত লাগি থকা বোকা-মাটিবোৰ দেখুৱালে। মহানুভৱ আৰু মৰমিয়াল নেতাজনে মৃদু হাস্য কৰি ঢাল এখন আনিবলৈ আদেশ দিলে। এই ঢালখনৰ কাৰিকৰ আছিল ডিডিমাওন, নেপচুনৰ পবিত্ৰ মন্দিৰৰ পৰা এই ঢালখন গ্ৰীকবিলাকেই সংগ্ৰহ কৰিছিল। এই বাছকবনীয়া উপহাৰটি তেওঁ অভিজাত, তৰুণ প্ৰতিযোগীজনৰ হাতত অৰ্পণ কৰিলে।

দৌৰ-প্ৰতিযোগিতা আৰু পুৰস্কাৰ-বিতৰণীৰ সামৰণি পৰিল। ইয়াৰ পিছতে ইনিয়াছে ক'লে, "এতিয়া যিসকলৰ সাহস আৰু বিচক্ষণতা আছে, সেইসকলে হাতত চৰ্ম আচ্ছাদন পৰিধান কৰি এতিয়া মুষ্টিযুদ্ধত অংশ

গ্ৰহণ কৰক।" মুষ্টিযুদ্ধৰ কাৰণে তেওঁ দুটা পুৰস্কাৰ ঘোষণা কৰিলে। বিজয়ী প্ৰতিযোগীজনে লাভ কৰিব শিঙত সোণখটোৱা আৰু শিৰাভৰণযুক্ত এটা বলদ গৰু, পৰাজিত জনৰ ভাগত পৰিব এখন তৰোৱাল আৰু এটা শিৰস্ত্ৰাণৰ নিচুকনি বঁটা। খন্তেকৰ ভিতৰতে দানবৰ দৰে শক্তিশালী ডাৰিছে গুঞ্জন-ধ্বনিৰ মাজত গাত্ৰোত্থান কৰিলে। একমাত্ৰ ডাৰিছেইহে যুদ্ধত পেৰিছৰ সন্মুখীন হ'বলৈ সাহস কৰিছিল। অদ্বিতীয় হেক্টৰৰ সমাধিৰ কাষতে তেওঁ এমিকাছৰ বংশোদ্ভৱ বুলি গৌৰব কৰা বিশাল বপু বুটিছক ক্ষত-বিক্ষত কৰি হালধীয়া বালিৰ ওপৰত পেলাই লৈ বধ কৰিছিল। এতিয়া এই দীৰ্ঘদেহী ডাৰিছেই উন্নত শিৰেৰে মুষ্টিযুদ্ধৰ কাৰণে প্ৰস্তুত হৈ বিশাল স্কন্ধদেশ প্ৰদৰ্শন কৰি দক্ষিণ আৰু বাম কৰেৰে শূন্যত আস্ফালন কৰিলে। এতিয়া এজন সুযোগ্য প্ৰতিযোদ্ধাৰ প্ৰয়োজন হ'ল। কিন্তু সেই বিৰাট জনতাৰ কোনো এজন লোকেই হাতত চৰ্ম-আচ্ছাদন পৰিধান কৰি ডাৰিছৰ মুখা-মুখি হ'বলৈ সাহস কৰিব নোৱাৰিলে। ডাৰিছে তেওঁৰ লগত যুঁজ কৰিবলৈ কেনো আগ বাঢ়ি নাহে বুলি ভাবি গৰ্বিতভাৱে ইনিয়াছৰ ওচৰলৈ গৈ বাওঁহাতেৰে বলদ গৰুটোৰ শিঙত ধৰি মাত লগালে, "দেৱীপুত্ৰ, মুষ্টিযুদ্ধত নিজকে বিপন্ন কৰিবলৈ কোনো লোকে সাহ কৰা নাই। মইনো ইয়াত কিমান পৰ থিয় হৈ থাকিম? মই কিমান সময় অপেক্ষা কৰা উচিত হ'ব? মোক আপুনি সমিধান দিয়ক আৰু মই এই পুৰস্কাৰটো গ্ৰহণ কৰি লৈ যাওঁ।" তেতিয়া ডাৰ্ডানসকলে পুৰস্কাৰটো তেওঁকেই যথাবিহিতভাৱে প্ৰদান কৰিব লাগে বুলি চিঞৰি উঠিল। এনেতে গহীন গম্ভীৰ এচেষ্টিছে তেওঁৰ কাষতে বননিৰ ওপৰত বহি থকা এণ্টেলাছৰ মৃদু তিৰস্কাৰৰ সুৰত ক'লে, "এণ্টেলাছ, এসময়ত তুমি এজন বাহুবলী বীৰ আছিলা। এতিয়া তাকো পাহৰি গৈ তুমি হাত সাবটি থাকি এনে এটি চমৎকাৰ পুৰস্কাৰ বিনাযুদ্ধে আনক লৈ যাবলৈ দিবানে? ইৰিক্সৰ কি হ'ল? তেওঁ দেৱতুল্য গুৰু বুলি আমি গৌৰৱ কৰো। এতিয়া কোনোবাই আমাৰ কথা বিশ্বাস কৰিবনে? তোমাৰ নিজৰ সুখ্যাতিও চিচিলীত বিয়পি পৰিছে, তোমাৰ ঘৰতে দেখোন বহুত পুৰস্কাৰ গোট খাই আছে। এতিয়া সকলো অথলে যাবনে?" এণ্টেলাছে তৎক্ষণাৎ উত্তৰ দিলে, "যশগৌৰৱ মই ভাল পাওঁ,

আত্ম-সম্মানবোধ মোৰ অটুট আছে। ভয়ত মই কালৰি কাটিব খোজা নাই আচল কথাটো হ'ল, মোৰ বয়স বাঢ়িছে। এই বয়সত মোৰ ক্ষিপ্রতা কমি গৈছে। মোৰ তেজত আগৰ দৰে পিৰপিৰণি নাই ; মোৰ শক্তিহীন শৰীৰ এতিয়া শিথিল হৈ পৰিছে। মোৰ গাত যদি এতিয়া আগৰ দৰে ডেকা-তেজ থাকিলহেঁতেন তেন্তে সৌ নিলাজ, কথাচহকী মানুহটোয়ে ইমান বৰ বৰ কথা শুনাব নোৱাৰিলেহেঁতেন। তাৰ এটা সুবিধা আছে, তাৰ বয়স কম। এই ধুনীয়া গৰুটোৰ প্রতি অকণো লোভ নথকাকৈয়ে মই যুঁজত জঁাপ দিলোহেঁতেন। মোৰ সেইবিলাক ধান্দা নাই। পুৰস্কাৰলৈ মোৰ অকণো মোহ নাই।" এই বুলি আচল কথাটো ভাঙি-পাতি কৈ তেওঁৰ অতি গধুৰ এজোৰ চর্মাচ্ছাদন মাটিলৈ দলি মাৰি পঠিয়ালে। ইৰিক্সে মুষ্টিযুদ্ধ কৰাৰ সময়ত নিজে খণ্টা ছালৰ এই আচ্ছাদন হাতত বান্ধি লৈছিল।

সকলো স্তম্ভিত হ'ল। সেই সাতটা গৰু যে কিমান প্রকাণ্ড আছিল ! সীহ আৰু লোহাৰ তাঁৰেৰে চিলাই কৰি ঠৰঙা কৰি থোৱা সিহঁতৰ বিয়াগোম ছালবোৰ সকলোৰে চকুত পৰিল। কিন্তু স্বয়ং ডাৰিছ সকলোতকৈ বেছি বিস্মিত হৈছিল। তেওঁ ভয়ত হতভম্ব হ'ল আৰু যুঁজ নকৰো বুলি পিছ হুইকিলে। এন্কাইচিছৰ বীৰ আৰু নির্ভীক পুত্রই বৃষচর্মৰ ওজন পৰীক্ষা কৰি তাত লাগি থকা চামৰাৰ অসংখ্য ফিটাৰ পাকবোৰ লিৰিকি বিদাৰি চালে। তেতিয়া সেই বয়োবৃদ্ধ বীৰজনে অতি আবেগেৰে ইনিয়াছক সম্বোধন কৰি ক'লে, "আহা, স্বয়ং হাৰকিউলিছে ব্যৱহাৰ কৰা মুষ্টিযুদ্ধৰ আচ্ছাদন কেনে আছিল কল্পনা কৰাচোন। এই উপকূলতেই তেওঁ কিমানবিলাক ভয়ঙ্কৰ যুদ্ধত জড়িত হৈ পৰিছিল। এসময়ত তোমাৰ ভ্রাতা ইৰিক্সেই তোমাৰ চকুৰ আগতে পৰি থকা এই আচ্ছাদন পৰিধান কৰিছিল। তাত এতিয়াও তেজ আৰু লাওখোলাৰ টুকুৰা লাগি আছে। ইৰিক্সে ইয়াৰ সৈতেই শক্তিমান এলছাইডিছৰ সম্মুখীন হৈছিল। মোৰ গাত যেতিয়া যৌৱনোচিত তেজ আৰু বল আছিল তেতিয়া ময়ো ইয়াক নিয়মিতভাৱে ব্যৱহাৰ কৰিছিলো। কিন্তু হায়, এতিয়া মই বুঢ়া হ'লো। মোৰ মূৰৰ চুলি পকিল। পিছে ট্রয়বাসী ডাৰিছ, তুমি যদি এই অস্ত্রৰ আগলৈ আহিবলৈ সঙ্কোচ কৰা, যদি সত্যসন্ধ ইনিয়াছে মোৰ সমর্থক এছেষ্টিছৰ অনুমোদন ক্রমে এনে সিদ্ধান্তকে গ্রহণ কৰে, তেন্তে আমি যুদ্ধৰ চর্তবিলাক

পৰস্পৰৰ গ্ৰহণযোগ্য কৰিম। ইৰিঙ্গে ব্যৱহাৰ কৰা এই আচ্ছাদনলৈ তুমি ভয় কৰিব নালাগে, এতিয়া মনৰ ভয় দূৰ কৰা আৰু হাতৰ পৰা ট্ৰজান চৰ্ম খুলি পেলোৱা।

এই বুলি কৈ তেওঁ কান্ধৰ পৰা ছুওৰপীয়া কাপোৰখন খুলি পেলালে। তেওঁৰ অঙ্গ-প্ৰত্যঙ্গৰ বিশাল গ্ৰন্থি আৰু হাড়, শকত হাত-ভৰিবোৰ অনাবৃত হৈ পৰিল। ৰঙ্গভূমিৰ ঠিক কেন্দ্ৰস্থলত তেওঁৰ বিৰাট বপু দৃশ্যমান হ'ল। এনেকুৱাতে এন্ধাইচিছ-নন্দনে কৰ্তৃত্বশীলভাৱে দুযোৰ মুষ্টিযুদ্ধৰ সমান আকৃতিৰ আচ্ছাদন ওপৰলৈ দাঙি ধৰিছে। তেওঁ দুয়োজন প্ৰতিযোগীৰ হাতত সমান ওজনৰ এই হস্তত্ৰাণ পিন্ধাই দিলে। প্ৰত্যেকেই নিমিষতে আৰু তৎপৰতাৰে নিজৰ অৱস্থানলৈ গৈ আগ্ৰহেৰে ভৰিত আঙুলিৰ ওপৰত ভৰ দি উৎসাহেৰে ওপৰলৈ হাত দাঙি থিয় হৈ ৰ'ল। উন্নত শিৰেৰে আৰু নিৰাপদ দূৰত্বত তেওঁলোকে মুঠি মৰা হাতেৰে ইজনে সিজনক আক্ৰমণ আৰু প্ৰত্যাক্ৰমণ কৰি যুঁজ কৰিবলৈ ধৰিলে। দুয়োজন ক্ৰমে ৰণোন্মত্ত হৈ উঠিল। ডাৰিছ ডেকা আছিল আৰু তেওঁৰ পদক্ষেপ ক্ষিপ্ৰ আছিল। এণ্টেলাছৰ প্ৰকাণ্ড দেহত যথেষ্ট বল আছিল যদিও তেওঁৰ আঁঠু দুটা সিমান সুচল নাছিল। তদুপৰি তেওঁ কিছু থৰক-বৰক হৈছিল। তেওঁ কঁপিছিল আৰু দীঘল উশাহত তেওঁৰ বিশাল শৰীৰৰ মাংসপেশী আলোড়িত হৈছিল। দুয়োজন যোদ্ধাই বিপজ্জনকভাৱে পাৰস্পৰিক আক্ৰমণ চলাইছিল। কিন্তু তেওঁলোক লক্ষ্যভ্ৰষ্ট হৈছিল। গাঁত বা বুকুত লগা ঘোচাৰ শব্দ সঘনে শুনা গৈছিল। কাণ আৰু কপালৰ কাষেদিয়েই হস্ত-চালনা ক্ষিপ্ৰ হৈ উঠিছিল। প্ৰচণ্ড মুষ্ট্যাঘাত মুখমণ্ডলত পতিত হোৱাৰ ফলত হাড় ভাগি যোৱাৰ নিচিনা শব্দ হৈছিল। এণ্টেলাছ সুদৃঢ়ভাৱে থিয় হৈ আছিল। তেওঁ অঙ্গ-সঞ্চালন নকৰি একেঠাইতে ভৰ দি আছিল। তেওঁ মাথোন আঘাতৰ পৰা ৰক্ষা পাবলৈ সতৰ্ক দৃষ্টিৰে লক্ষ্য ৰাখি বাগি দি আছিল। ডাৰিছ আছিল প্ৰাচীন ভঙা যন্ত্ৰ লৈ সৰু প্ৰাকাৰযুক্ত নগৰ এখন আক্ৰমণ কৰা নতুবা পৰ্বতৰ ওপৰত অৱস্থিত দুৰ্গ এটা সশস্ত্ৰে অৱৰোধ কৰা এজন সেনাধ্যক্ষৰ দৰে। প্ৰতিটো ছিদ্ৰ, প্ৰতিটো পথ পৰীক্ষা কৰি অৱশেষত তেওঁ বিচক্ষণতাৰে সমগ্ৰ অৱস্থানসমূহ আৱিষ্কাৰ কৰিবলৈ সমৰ্থ হয় আৰু প্ৰয়োজন মতে শক্তি প্ৰয়োগ কৰি আৰু সদায় বিচিত্ৰ পদ্ধতিৰে আক্ৰমণ চলায়; কিন্তু তেওঁৰ সকলো প্ৰচেষ্টা ব্যৰ্থ হৈছিল।

এতিয়া এণ্টেলাছে আক্ৰমণৰ উদ্দেশ্যে সোঁহাত ওপৰলৈ তুলি সজোৰে মুষ্টিপাত কৰিলে ক্ষিপ্ৰ ডাৰিছে বিপদৰ আসন্নতা বুজিব পাৰি অতি তৎপৰভাৱে ফালৰি কাটি যোৱাত এণ্টেলাছৰ আক্ৰমণ ব্যৰ্থ হ'ল। শূন্যতে শক্তি প্ৰয়োগ কৰাৰ ফলত ভাৰসাম্য ৰাখিব নোৱাৰি ইউৰেমেন্থাছ অথবা বিশাল ইডা পৰ্বতত সশব্দে বাগৰি পৰা এজোপা ছিন্নমূল শূন্যগৰ্ভ দেৱদাৰু গছৰ দৰে, অতিকায় এণ্টেলাছ ভূপতিত হ'ল। ট্ৰজান আৰু ইটালীৰ যুৱকসকলো অদমনীয় উচ্ছ্বাসত জঁাপ মাৰি থিয় হ'ল আৰু তেওঁলোকৰ তুমুল নিনাদত আকাশ মুখৰিত হ'ল। এচেষ্টিছেই পোন প্ৰথমে উঠিল আৰু তেওঁৰ নিজৰ বাৰ্দ্ধক্যৰ কথা পাহৰি গৈ, গভীৰ সমবেদনাৰে প্ৰিয় বন্ধুজনক লৰালৰিকৈ মাটিৰ পৰা তুলি দিলে। সাহসী এণ্টেলাছ অলপো অপ্ৰস্তুত নহ'ল। তেওঁ নিৰ্ভীক আৰু অবিচলিতভাৱে পূৰ্বতকৈয়ো অধিক প্ৰচণ্ডতাৰে পুনৰ ৰণাঙ্গণলৈ উভতি আঁহিল। ক্ৰোধত তেওঁৰ শাৰীৰিক শক্তি উদ্দীপ্ত হৈছিল। নিজৰ শৌৰ্যবীৰ্যৰ প্ৰতি থকা আস্থাৰ লগত লজ্জা জড়িত হোৱাত এতিয়া তেওঁৰ বাহুবল বহুগুণে বৰ্দ্ধিত হৈছিল। প্ৰবল উত্তেজনাৰে এই দৈত্যকায় বীৰজনে তীব্ৰগতিৰে সমগ্ৰ ক্ৰীড়াভূমি অতিক্ৰম কৰি ডাৰিছক খেদি গ'ল। এতিয়া তেওঁ দুয়োহাতেৰে ডাৰিছক বাৰম্বাৰ প্ৰহাৰ কৰিছিল, নাছিল ক্লান্তি, নাছিল বিৰতি। ঘৰৰ চালত মেঘে ঢকা আঁকাশৰ পৰা সশব্দে শিল পৰাৰ দৰে ডাৰিছৰ দেহতো জাউৰিয়ে জাউৰিয়ে কিল পৰিছিল কিন্তু অৱশেষত অধিনায়ক ইনিয়াছে তেওঁৰ প্ৰচণ্ড ৰোষৰ অৱসান ঘটালে। এণ্টেলাছক এই বৰ্বৰ প্ৰতিশোধ পৰায়ণতাৰ পৰা নিবৃত্ত কৰিবৰ কাৰণে সিমানতে যুদ্ধখনৰ সমাপ্তি ঘোষণা কৰি তেওঁ একেবাৰে অশৰ হৈ পৰা ডাৰিছক উদ্ধাৰ কৰিলে। মৰম-সনা মাতেৰে তেওঁক সান্ত্বনা যাচি ইনিয়াছে ক'লে, "হায়, হতভগীয়া, তোমাক কিহে পাইছিল? এয়া যে বেলেগ ধৰণৰ পৰাক্ৰম আৰু দৈৱশক্তিও যে তোমাৰ প্ৰতি বিৰূপ সেই কথা তুমি বুজি পোৱা নাছিলানে? পৰমেশ্বৰৰ ইচ্ছা তুমি মানি লোৱা উচিত।" তেওঁ এইদৰে ক'লে আৰু তেওঁৰ আদেশত যুঁজাৰু দুজন নিৰস্ত হ'ল। বিশ্বস্ত সঙ্গীসকলৰ সহায়ত ডাৰিছ জাহাজলৈ গ'লগৈ। যন্ত্ৰণাত জৰ্জৰিত হৈ তেওঁ চলং পলংকৈ খোজ কাঢ়িছিল; তেওঁ মূৰটোও কাটিকৈ গৈছিল আৰু তেওঁ পিক পেলাওঁতে তেজ আৰু ভগা দাঁত বাহিৰ হৈছিল। তেওঁৰ হৈ আন

মানুহে শিৰস্ত্ৰাণ আৰু তৰোৱালখন ল'লে। জয়মাল্যৰ সৈতে বলিবৰ্দটো এণ্টেলাছৰ ভাগত পৰিল।

পণটো লাভ কৰি, গৰ্ব আৰু আনন্দত উচ্ছ্বসিত হৈ বিজেতাজনে ক'লে, "দেৱীপুত্ৰ আৰু অন্যান্য ট্ৰজানসকল, ডেকাকালত মোৰ গাত কিমান বল আছিল তোমালোকে নিশ্চয় জানিব পাৰিছা। তোমালোকে সন্মুহতে নিৰাপদে উদ্ধাৰ কৰি লৈ যোৱা ডাৰিছৰ মৃত্যুও কেনেকুৱা হ'লহেঁতেন, সেই কথাও তোমালোকৰ অবিদিত হৈ থকা নাই।" এইবুলি কৈ তেওঁ মুষ্টিযুদ্ধৰ পুৰস্কাৰ স্বৰূপে প্ৰদান কৰিবলৈ ওচৰতে ৰাখি থোৱা গৰুটোৰ ঠিক সমুখতে থিয় হ'ল। বিশাল হাতখনেৰে তেওঁ মুষ্টিযুদ্ধৰ চৰ্মখন ধাৰণ কৰি পশুটোৰ দুয়ো শিঙৰ মাজলৈ টোঁৱাই প্ৰহাৰৰ কাৰণে বুকু ফিন্দাই প্ৰস্তুত হ'ল। তাৰ পিছত তেওঁ ছালখনেৰে গৰুটোৰ মূৰত সজোৰে আঘাত কৰিলে। তাৰ লাওখোলা ভাগি চূৰ্চূমৈ হ'ল আৰু মগজৰ ঘিউ চাৰিওফালে ছিটিকি পৰিল। গৰুটোৰ প্ৰাণহীন দেহ মৃদু কম্পনেৰে মাটিত বাগৰি পৰিল। এণ্টেলাছে বাকপটুতা প্ৰদৰ্শন কৰি অতি আন্তৰিকভাৱে প্ৰাৰ্থনা জনাই ক'লে, "ইৰিছ, ডাৰিছৰ পৰিবৰ্তে এটি উত্তম উপহাৰ তোমাৰ প্ৰতি নিবেদন কৰিছো। আজিৰ জয়লাভৰ পিছত মোৰ এই চৰ্মাস্ত্ৰ বিসৰ্জন দিলো। মুষ্টিযুদ্ধত মোৰ যি পাৰদৰ্শিতা আছিল তাৰো আজিয়েই সামৰণি মাৰিলো।"

ইনিয়াছে শীঘ্ৰে ধনু-কাঁড় প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰিবলৈ ইচ্ছা কৰা লোকসকলক আহ্বান কৰিলে। পুৰস্কাৰ ঘোষণা কৰাৰ পিছত তেওঁ বলিষ্ঠ বাহুৰে ছেৰেষ্টাছৰ জাহাজৰ পৰা মাস্তুল এটা আনি থিয়কৈ পুতিলে আৰু লক্ষ্য হিচাপে উৰণীয়া কপৌ চৰাই এটা ৰচি এডালেৰে তাত বান্ধি দিলে। দলে দলে আহি ব্ৰঞ্জৰ শিৰস্ত্ৰাণ এটাত তেওঁলোকে ভাগ্য-পৰীক্ষা কৰিলে। প্ৰথমেই শৰ-সন্ধান কৰাৰ সুবিধা পালে হাইৰেটাছ-তনয় হিপ্পকুনে। হৰ্ষধ্বনিৰে তেওঁক বহুতেই সমৰ্থন জনালে। তেওঁৰ পিছত পাল পৰিল জাহাজ চলোৱা প্ৰতিযোগিতাত জয়লাভ কৰা মেনিষ্টিয়াছৰ। তেওঁ তেতিয়াও জয়মাল্য পৰিধান কৰি আছিল। তৃতীয়জন প্ৰতিযোগী হ'ল ইউৰিটিয়ন। তেওঁ আছিল কীৰ্তিমান পেণ্ডাৰাছৰ ভায়েক। এই পেণ্ডাৰাছেই সুবিখ্যাত যুদ্ধ-বিৰতি ভঙ্গ কৰিবলৈ আদেশ পাই অসংখ্য গ্ৰীক সৈন্যৰ মাজলৈ শৰ-সন্ধান কৰি আক্ৰমণৰ সূচনা কৰিছিল। ভাগ্য-পৰীক্ষাত নাম উঠা শেষ

জন লোক হ'ল এচেষ্টিছ। যুৱকসকলৰ বাবেহে বেছ উপযোগী এই প্ৰতিযোগিতাত যোগদান কৰিবলৈ তেওঁ সাহসেৰে আগ বাঢ়ি আহিছিল। গতিকে এতিয়া প্ৰতিযোগীসকলে শৰীৰৰ সমস্ত শক্তি প্ৰয়োগ কৰি টোণৰ পৰা কাঁড় লৈ ধনুগুৰ্ণ আকৰ্ষণ কৰিলে। প্ৰথমে হিপ্পকুনৰ ধনুৰ পৰাই ভীষণ টঙ্কাৰ শ্ৰুতিগোচৰ হ'ল আৰু তেওঁৰ শৰটো বতাহ ফালি তীব্ৰবেগেৰে শূন্যৰ মাজলৈ যাবলৈ ধৰিলে। পোনে পোনে গৈ কাঁড়ডাল মাস্তুলটোত লাগি কাঠত সোমাই ধৰিলে। মাস্তুলটো কঁপি উঠিল আৰু চৰাইজনীয়ে ভয়ত চপচপাবলৈ ধৰিলে। হিপ্পকুনৰ পিছত মেনিষ্টিয়াছে আগ্ৰহেৰে পিয়ৈ লক্ষ্য লৈ স্থিৰ দৃষ্টি ৰাখি বাণ নিক্ষেপ কৰিলে কিন্তু দুৰ্ভাগ্যক্ৰমে তেওঁ লক্ষ্য ভেদ কৰিব নোৱাৰিলে। চৰাইজনীৰ গাত নালাগি কাঁড়টো তাইৰ ঠেঙত বান্ধি থোৱা ৰচিডালত লাগিল। ফলত ৰচিডাল ছিগি গ'ল আৰু চৰাইজনীয়ে দক্ষিণা বতাহে কঢ়িয়াই অনা ক'লা মেঘৰ ফালে নিমিষতে উৰা মাৰিলে। কিন্তু এতিয়া ধনু-কাঁড হাতত লৈ সাজু থকা ইউৰিটিয়নে তেওঁৰ ভ্ৰাতাক স্তুতি কৰি, চকুৰ পলকতে মুকলি মনেৰে আকাশত উৰি থকা কপৌজনীলৈ লক্ষ্য কৰি শৰ-সন্ধান কৰিলে। ক'লা ডাৱৰৰ পটভূমিত বিচৰণ কৰি থকা চৰাইজনীক কাঁড়ে শালি পেলালে। নক্ষত্ৰখচিত মহা-শূন্যত চৰাইজনীৰ প্ৰাণবায়ু বিলীন হ'ল আৰু তাই মাটিত পৰিল। তাইৰ গাত বিদ্ধ হৈ থকা কাঁড়পাটো লগতে আছিল।

এতিয়া মাত্ৰ এচেষ্টিছহে বাকী থাকিল কিন্তু ইতিমধ্যে তেওঁৰ আশা-ভৰসা তল পৰিল। তথাপি বয়সত প্ৰবীণ হ'লেও তেওঁৰ যে ধনুৰ্বিদ্যাত দখল আছে, তাকে প্ৰতিপন্ন কৰিবলৈ তেওঁ আকাশলৈ তীব্ৰ টঙ্কাৰেৰে কাড় মাৰি পঠিয়ালে। এনেতে ভয়াবহ ভৱিষ্যতৰ আগ-জাননী দিয়া এটা অলৌকিক ঘটনা ঘটিল। কাৰণ পিছত ইয়াৰ গুৰুত্বপূৰ্ণ পৰিণতি পৰি-লক্ষিত হৈছিল। সেই সময়ত দৈৱজ্ঞসকলে এই উৎপাতৰ অমঙ্গলীয়া অৰ্থ ব্যাখ্যা কৰিলেও তেতিয়া তেওঁলোকৰ সতৰ্ক-বাণী বহুতো বিলম্বিত হৈছিল। এচেষ্টিছে নিক্ষেপ কৰা ইকৰাৰ কাঁড়পাত আকাশত ভাহি থকা মেঘৰ মাজত প্ৰবেশ কৰাৰ সময়ত জ্বলি উঠিল। ইয়াৰ গতিপথ অগ্নিশিখাই আলোকিত কৰিলে আৰু অৱশেষত ই মুমাই গৈ বায়ুমণ্ডলত অদৃশ্য হৈ পৰিল। কক্ষচ্যুত পৰ্ণীয়া তৰা এটাই আকাশত পোহৰৰ ৰেখা আঁকি তীব্ৰগতিৰে

তললৈ নামি আহোতে যেনেকুৱা হয়, তেতিয়া ঠিক তেনেকুৱা এটা দৃশ্যৰে উদ্ভৱ হৈছিল। চিচিলী আৰু ট্ৰয়ৰ লোকসকল আতঙ্কগ্ৰস্ত হৈ যেয়ে য'ত আছিল তাতে থৰ লাগিল আৰু তেওঁলোকে দেৱতাসকলক স্তুতি-মিনতি কৰিলে। কিন্তু তেওঁলোকৰ মহান নেতা ইনিয়াছে এই অলৌকিক ঘটনাটো সহজভাৱে গ্ৰহণ কৰিলে। তেওঁ এচেষ্টিছক আঁকোৱালি ধৰিলে। এচেষ্টিছেও এই প্ৰতীকৰ অৰ্থ উপলব্ধি কৰি আনন্দ পালে। ইনিয়াছে তেওঁক উদাৰ মনেৰে বহুতো উৎকৃষ্ট উপহাৰ প্ৰদান কৰি মাত লগালে, "হে মহাৰাজ, এই উপহাৰসমূহ গ্ৰহণ কৰক। কাৰণ অলিম্পাছৰ সৰ্বশক্তিমান অধিপতিজনে এই লক্ষণৰ দ্বাৰা ইয়াকে প্ৰবলভাৱে সকীয়াই দিছে যে আপুনিহে বিশেষ সম্মানৰ অধিকাৰী হ'ব লাগে। আপোনাক দিব খোজা এইপদ বস্তুৰ গৰাকী আছিল স্বয়ং বৃদ্ধ এস্কাইচিছ। এইটো হৈছে এটা সুৰাপাত্ৰ, ইয়াত খোদিত আছে কিছুমান চিত্ৰ। বহুদিন হ'ল, এই পাত্ৰটো মোৰ পিতাক থ্ৰেছৰ ৰজা চিছিয়াছে তেওঁৰ প্ৰীতি আৰু বন্ধুত্বৰ স্মৃতি-চিহ্ন স্বৰূপে অতিশয় সহৃদয়তাৰে প্ৰদান কৰিছিল।" এইদৰে কোৱাৰ লগে লগেই তেওঁ এচেষ্টিছক জয়মাল্যৰে বিভূষিত কৰিলে। তেৱেঁই সকলোকে পৰাজিত কৰি প্ৰথম পুৰস্কাৰ লাভ কৰিছে বুলি ঘোষণা কৰিলে। উদাৰচিতীয়া ইউৰিটিয়নেও তেওঁক উপেক্ষা কৰি আন এজনক এই সম্মান যচা দেখি অকণো ঈৰ্ষা প্ৰকাশ কৰা নাছিল। অথচ তেৱেঁইহে কাঁড়েৰে শালি আকাশত উৰি থকা কপৌ চৰাইটো মাটিত পেলাব পাৰিছিল। তেওঁ দ্বিতীয় পুৰস্কাৰটো গ্ৰহণ কৰিলে। যিজনে ৰচিডাল ছিঙিব পাৰিছিল আৰু যিজনে মাস্তুলটো শৰবিদ্ধ কৰিব পাৰিছিল তেওঁলোকক যথাক্ৰমে তৃতীয় আৰু চতুৰ্থ পুৰস্কাৰ প্ৰদান কৰা হ'ল।

প্ৰতিযোগিতাৰ অন্তত দৰ্শকসকল উঠি যোৱাৰ আগতে অধিনায়ক ইনিয়াছে ইউপিটাইডিছক মাতি আনিলে। বালক ইউলাছৰ শিক্ষক ইউপিটাইডিছ তেওঁৰ ঘনিষ্ঠ বন্ধু আছিল। ইনিয়াছে তেওঁক কাণে কাণে ক'লে, "বন্ধু, তুমি এটা কাম কৰা। এস্কেনিয়াছ আৰু তেওঁৰ বালকবাহিনী যদিহে এতিয়া অশ্বচালনাৰ কাৰণে প্ৰস্তুত হৈ আছে, তেনেহ'লে তেওঁক কোৱাগৈ যে তেওঁ এতিয়াই অস্ত্ৰ-শস্ত্ৰৰে সজ্জিত হৈ আহি ককাদেউতাকৰ শ্ৰাদ্ধ উপলক্ষে আমাৰ আগত সদল-বলে সামৰিক কৌশল প্ৰদৰ্শন কৰিব লাগে।"

তাৰ পিছত ইনিয়াছে ৰঙ্গভূমিত প্ৰবেশ কৰা লোকসকলক ওলাই আহিবলৈ আদেশ দিলে। খেলপথাৰখন এতিয়া একেবাৰে মুকলি হৈ থাকিব লাগিব বুলি তেওঁ সকলোটিকে বুজালে। এনেতে লেকাম লগোৱা তেজী ঘোঁৰাত উঠি জেউতি চৰাই, নিয়াৰিকৈ শাৰী পাতি আগবাঢ়ি অহা ল'ৰাহঁতক পিতৃসকলে দেখিবলৈ পালে। চিচিলী আৰু ট্ৰয়ৰ পুৰুষসকলে বিপুৰ হৰ্ষধ্বনিৰে তেওঁলোকক অভিবাদন জনালে। অতীজৰ পৰা চলি থকা ৰীতিমতে, লৰাহঁতক চুলি চেপেনা লগোৱা মালাৰে বান্ধি থোৱা আছিল। প্ৰতিজনৰ হাতত আছিল ঢুডালকৈ লোহাৰ জোং লগোৱা কাঠৰ বৰ্শা। কিছুমানৰ কান্ধত চিকমিকীয়া চোথৰ ওলমি আছিল। পাট সোণৰ ঘূৰণীয়া গলপতাই তেওঁলোকৰ ডিঙি আৰু বুকু শুৱনি কৰিছিল। তিনিজন অধ্যক্ষৰ সৈতে তিনিটা অশ্বাৰোহীৰ দল কুচ-কাৱাজৰ কাৰণে উপস্থিত হৈছিল। ছজন ল'ৰাৰে গঠিত দুটা উপদলে অধ্যক্ষজনক অনুসৰণ কৰিছিল। কাৰণ বাহিনীটো এইদৰেই বিভক্ত কৰি প্ৰতিটো বিভাগতে একোজন দলপতি নিযুক্ত কৰা হৈছিল। সকলোটিৰে অঙ্গ-সজ্জা চমৎকাৰ আছিল। সদৰ্পে আগ বাঢ়ি অহা তৰুণ অশ্বাৰোহীৰ এটা দলৰ নেতৃত্ব কৰিছিল কণিষ্ঠ প্ৰায়ামে। তেওঁ আছিল পলাইটিছৰ কীৰ্তিমান পুত্ৰ; তেওঁৰ নামে তেওঁৰ পিতামহৰ স্মৃতি বহন কৰিছিল আৰু ভৱিষ্যতে ইটালীৰ লোকসকলক নতুন বলেৰে বলীয়ান কৰিবলৈ তেওঁৰ সৌভাগ্য হৈছিল। তেওঁ থে্ছ দেশীয় পখৰা ঘোঁৰা এটাত উঠি আহিছিল। ঘোঁৰাটোৰ আগ ঠেং দুখনৰ আঁঠুৰ পৰা তলছোৱা শুকুলা আছিল আৰু কপালত এটা বগা ফোঁট আছিল। দ্বিতীয়জন নেতা আছিল আটিছ নামৰ এটি সৰু ল'ৰা। তেওঁ ইয়ুলাছৰ প্ৰিয়পাত্ৰ আছিল আৰু তেওঁৰ পৰাই লাটিন ভূমিত আটাই বংশৰ উদ্ভৱ হৈছিল। সৰ্বশেষত আছিল প্ৰিয়দৰ্শন ইয়ুলাছ। তেৱেঁই আছিল জাকত জিলিকা; তেওঁ এটা ছিডনীয় ঘোঁৰাৰ ওপৰত আৰোহণ কৰিছিল। এই ঘোঁৰাটো তেওঁক সুন্দৰী ডিডোৱে সৰল মনেৰে মৰমৰ চিন স্বৰূপে উপহাৰ দিছিল। বাকী অশ্বাৰোহী-সকলৰ বাহন আছিল চিচিলী দেশৰ ঘোঁৰা। এই ঘোঁৰাবিলাকৰ গৰাকী আছিল তেওঁলোকৰ পৰম বন্ধু প্ৰবীণ এচেষ্টিছ। ট্ৰজানসকলে হৰ্ষধ্বনি কৰি ল'ৰাহঁতক ওলগ জনালে। তেতিয়া তেওঁলোকৰ বুকু চপ্‌চপাইছিল

কিন্তু বয়োজ্যেষ্ঠসকলৰ লগত নিজৰ শাৰীৰিক সাদৃশ্য লক্ষ্য কৰি তেওঁলোক অতিশয় আনন্দিত হৈছিল।

এতিয়া অশ্বাৰোহীসকলে আকৰ্ষণীয়ভাৱে শোভাযাত্ৰা কৰি, আত্মীয়-কুটুম্বই চাই থকা অৱস্থাতে, উপবিষ্ট দৰ্শকমণ্ডলীৰ সন্মুখেদি পাৰ হৈ গৈছিল। এনেতে ইউপিটাইডিছে সকলোৰে শুনাকৈ চিঞৰি চিঞৰি আড়ম্বৰেৰে কুচ-কাৱাজ কৰিবলৈ তেওঁলোকক এটা দীঘলীয়া আদেশ দি সশব্দে সোকাঘাত কৰিলে। তেওঁলোক সাজু হ'ল। প্ৰথমে দলকেইটা সম বিভক্ত হ'ল আৰু আঁতৰা-আঁতৰিকৈ ঘোঁৰা মেলিলে। তাৰ পিছত তিনিজনীয়া উপদল একোটাই শাৰীৰ পৰা ওলাই আহি নাচৰ ছেৱত অশ্বচালনা কৰি বিভিন্ন ভঙ্গী দেখুৱালে। আন এটা খেলত তেওঁলোকে পিছলৈ উভতি আক্ৰমণৰ সূচনা কৰিলে, অৱশ্যে তেতিয়া তেওঁলোকে যাঠিবোৰ সক্ৰিয়ভাৱে তুলি লোৱা নাছিল। ইয়াৰ পিছত তেওঁলোকৰ বিন্যাসৰ পৰিৱৰ্তন হৈছিল। মাজত ব্যৱধান ৰাখি দুয়োমূৰে দুটা দল মুখামুখি হৈছিল। তেওঁলোকে চক্ৰাকাৰ গতিত পাক দিছিল আৰু সশস্ত্ৰ যুদ্ধৰ অভিনয় কৰি কেতিয়াবা হয়তো পৃষ্ঠপ্ৰদৰ্শন কৰি পলাই গৈছিল; আৰু কেতিয়াবা বৰ্শাৰে আক্ৰমণ কৰিবলৈ উদ্যত হৈছিল; তাৰ পিছত তেওঁলোকে শান্তি স্থাপন কৰি একেলগে শাৰী পাতি ঘোঁৰা চেকুৰাইছিল। কথিত আছে যে এসময়ত ক্ৰীটৰ পাৰ্বত্য অঞ্চলত এখন অতি গহন ঠাই আছিল। তাতে এটা সপিল পথ শিলৰ দেৱালে ঘেৰি থোৱাত চকুৰ আঁৰ হৈ পৰিছিল আৰু ইয়াৰ অসংখ্য শাখাই মানুহৰ মনত ভ্ৰম আৰু অনিশ্চয়তাৰ সৃষ্টি কৰিছিল। এই বাটৰ ৰহস্য কোনেও উদ্‌ঘাটন কৰিব পৰা নাছিল। তাৰ সন্ধেদ পাব পৰা কোনো শুংসূত্ৰও নাছিল। এনে এটা জটিল পৰিকল্পনাৰে তৰুণ ট্ৰজানসকলে বাট বুলি প্ৰহেলিকাৰ সৃষ্টি কৰিছিল। এনে আদি-অন্ত নথকা পথেৰে তেওঁলোকে আক্ৰমণ আৰু পলায়ন কৰিছিল। এনেকৈয়ে আফ্ৰিকা অথবা কাৰ্পেথীয়াৰ প্ৰণালীবিলাকৰ লুণীয়া পানীত ডলফিনবিলাকে ঢৌৰ মাজে মাজে সাঁতুৰি জলক্ৰীড়া কৰে। বহুত দিনৰ পিছত এস্কেনিয়াছে আলবালঙ্গাৰ চৌমেৰে প্ৰাচীৰ নিৰ্মাণ কৰাৰ সময়ত এনে ধৰণৰ অশ্বচালনা আৰু কৃত্ৰিম যুদ্ধৰ পুনৰ প্ৰৱৰ্তন

কৰিছিল আৰু তেওঁ ল'ৰাকালতে সমনীয়া ট্ৰজানসকলৰ সৈতে এই উৎসৱ যেনেদৰে পালন কৰিছিল ঠিক সেইদৰেই তৎকালীন লাটিনসকলক এই উৎসৱ পালন কৰিবলৈ শিক্ষা দিছিল। আলবাৰ লোকসকলে তেওঁলোকৰ সন্তি-সন্ততিক এই শিক্ষা প্ৰদান কৰিছিল। তেতিয়াৰে পৰা পৰম্পৰাক্ৰমে এই প্ৰাচীৰ প্ৰথা চলি আহিছিল আৰু ৰোমৰ যেতিয়া জয় জয় ময় ময় অৱস্থা, তেতিয়াও উত্তৰাধিকাৰসূত্ৰে প্ৰাপ্ত উৎসৱ উদ্‌যাপন কৰা হৈছিল। আজিকালিও ল'ৰাবিলাকক 'ট্ৰয়' আৰু দলটোক 'ট্ৰজান' বুলি অভিহিত কৰা হয়।

ইমানতে ইনিয়াছৰ পুণ্যশ্লোক পিতৃৰ স্মৃতিত অনুষ্ঠিত ক্ৰীড়া-কৌতুকৰ সামৰণি পৰিল।

ঠিক এই ক্ষণতে ভাগ্যৰ পৰিবৰ্তন ঘটিল আৰু অবিশ্বাস্যভাৱে ই ট্ৰজান-বিলাকৰ প্ৰতি প্ৰতিকূল হৈ পৰিল। খেল-ধেমালিৰ সময়ত তেওঁলোকে সমাধিৰ কাষত পূজা-সেৱা কঁৰি থাকোতেই, ছেটাৰ্ণ-তনয়া জুনোৱে আইৰিছক ট্ৰজান নৌ-বাহিনীৰ ওচৰলৈ পঠিয়াই দিলে। তেওঁৰ যাত্ৰা যাতে সুগম হয়, তাৰ কাৰণে আইৰিছক বায়ুৰ দৰে দ্ৰুতগামিনী কৰিলে। তেওঁৰ পূৰ্বৰ পৰা পোষণ কৰি ৰখা বিদ্বেষৰ তেতিয়াও শাম কটা নাছিল, এতিয়া বহুতো পৰিকল্পনাই তেওঁৰ মনত ভুমুকি মাৰিলে। হেজাৰ বৰণীয়া ৰামধনুৰেদি লৰালৰিকৈ নামি আহি কুঁমাৰী আইৰিছে অদৃশ্যভাৱে গন্তব্য স্থানলৈ উৰা মাৰিলে। বিৰাট জনসমাগম দেখা পাই তেওঁ উপকূল ভূমি পাৰ হৈ গ'ল আৰু অৰক্ষিত তৰীসমূহৰ সৈতে নিৰ্জন বন্দৰটো তেওঁৰ দৃষ্টি গোচৰ হ'ল। কিন্তু অলপ দূৰত, সাগৰৰ পাৰৰ আওহতীয়া অংশ এটাত কেইগৰাকীমান ট্ৰজান মহিলাই পৰলোকগত এক্কাইচিছক সুঁৱৰি শোক কৰি আছিল। অশ্ৰুপূৰ্ণ নয়নেৰে তেওঁলোকে গভীৰ সমুদ্ৰৰ ফালে দৃষ্টিপাত কৰিছিল। তেওঁলোক ক্লান্ত হৈছিল, বিস্তৰ্ণি বাৰিধাৰাৰ বুকুৰেদি অন্তহীন পথ অতিক্ৰম কৰি যোৱাৰ ভয়াবহ ভাবনাত তেওঁলোক বিচলিত হৈছিল। এই আপদীয়া নৌ-যাত্ৰাত তেওঁলোকৰ দুখ-দুৰ্গতিৰ সীমা নাছিল; তেওঁলোক অৱসন্ন হৈছিল। এতিয়া তেওঁলোক সকলোৰে ঐকান্তিক কামনা আছিল নিজৰবৰীয়াকৈ এখন নগৰ লাভ কৰা। অনিষ্টৰ পাতনি মেলাত সিদ্ধহস্তা আইৰিছ এতিয়া তেওঁলোকৰ ওচৰলৈ আহিল। দেৱীৰ বসন-ভূষণ পৰিত্যাগ কৰি তেওঁ টামাৰিয়ান ডৰিক্লাছৰ বৃদ্ধা পত্নী বিৰোৰ ৰূপ

ধাৰণ কৰিলে। তেওঁ সম্ভ্ৰান্ত কুলৰ মহিলা আছিল। তেওঁৰ কেইবাজনো পুতেক আছিল আৰু তেওঁৰ নামো সকলোৰে জনাজাত আছিল। এইদৰে ছদ্মবেশ ধৰি আইৰিছ ট্ৰয়ৰ মাতৃসকলৰ কাষ চাপিল আৰু তেওঁ এইদৰে মাত লগালে, "তোমালোকৰ দুখ কুলাই-পাচিয়ে নধৰা হৈছে। দুৰ্গৰ ভিতৰত, নিজৰ ঘৰতে যদি গ্ৰীকবিলাকৰ হাতত মৰিব পাৰিলাহেঁতেন। তোমালোক সঁচাকৈয়ে দুৰ্ভগীয়া। ভাগ্যই তোমালোকক কলৈ নি ক'ত মাৰেগৈ কি ঠিক আছে? ট্ৰয়ৰ পতনৰ পিছত সাতোটা গ্ৰীষ্ম পাৰ হৈ গ'ল। ইমান দিন আমি জলে-স্থলে ভ্ৰমি ফুৰিছো মাত্ৰ। কিমানবোৰ শিলাময় বিপদজনক পাহাৰৰ কাষেদিয়েই আহিলো; আকাশৰ কিমান তৰা আমাৰ মূৰৰ ওপৰেদি পাৰ হৈ গ'ল; ইটালী দেশ বিচাৰি কিমানবোৰ ঢৌৰ মাজে মাজে আহিলো; তথাপি দেশখনত দেখোন এতিয়াও ভৰি দিব পৰা নাই। কিন্তু এইখন হৈছে আমাৰ সহোদৰ ইৰিক্সৰ ৰাজ্য। আমি এচেষ্টিছৰ অতিথি। তেনেহ'লে আমি ইয়াতে থাকি নাযাওঁ কিয়? আমাৰ মানুহবিলাকে ইয়াতে নগৰ এখন নাপাতে কিয়? অ' মোৰ আপোনাৰ দেশ, হে আমাৰ গৃহদেৱতাসকল, তোমালোকক কি আমি মিছাতে শত্ৰুৰ হাতৰ পৰা উদ্ধাৰ কৰিলো? 'ট্ৰয়ৰ প্ৰাচীৰ' কি চিৰদিনৰ কাৰণে লুপ্ত হৈ যাব? হেক্টৰৰ নাম মনত পেলাবলৈ আমি কি জেন্থাছ আৰু চিমইছ নামৰ নদী দুখন কোনো ঠাইতে বিচাৰি নাপাম? আহাহঁক, তাতকৈ আমি আন এটা কাম কৰো। এই জাহাজবিলাকেই যৎকুটৰ ঘাই। এইবিলাক পুৰি পেলাওঁ। তোমালোকে মোক সহায় কৰা। মই এটা সপোন দেখিছিলো। কেছেন্দ্ৰাৰ প্ৰেতাত্মাই মোৰ হাতত জ্বলা জুই একুৰা দি কৈছিল, তোমালোকৰ ট্ৰয় ইয়াতে আছে, ইয়াতেই তোমালোকে ঘৰ এখন পাবা।' এতিয়া কামৰ সময়। এনে এটা ডাঙৰ কথা আমি উলাই কৰিব নোৱাৰো।. সৌৱা, চোৱা, চাৰিটাকৈ নেপচুনৰ বেদী। নেপচুনে নিজেই আমাক জুইৰ যোগান ধৰিছে, তদুপৰি সাহ-পিতো দিছে।" এই বুলি তেওঁ আগবাঢ়িল। উগ্ৰমূৰ্তি ধৰি তেওঁ জ্বলি থকা জুই একুৰা থাপ মাৰি আনি সোঁহাতেৰে টোৰ্ঁাই ভিৰাই দলি মাৰি পঠিয়ালে।

ট্ৰয়ৰ মহিলাসকল ভয়ত হতবুদ্ধি হ'ল। কিন্তু এতিয়া তেওঁলোকৰ ভিতৰত বয়োবৃদ্ধা আৰু ৰজা প্ৰায়ামৰ পুত্ৰসকলৰ ধাত্ৰী পীৰগোৱে চিঞৰি

চিঞৰি ক'লে, "আইসকল, ইয়ালৈ বিৰো অহা নাই। ৰিটিয়ামৰ কোনো নাৰী অথবা ডৰিক্লাছৰ বিধবা পত্নী এইয়া নহয়। সৌ চোৱা: দেৱীৰ দৰে ৰূপ, তিৰবিৰাই থকা চকু, কি আকৰ্ষণীয় চেহেৰা, কি খোজ-কাটল, কি মাত! কিয় মইতো বিৰোক লগ পোৱা বেছিদিন হোৱা নাই। তেওঁ তেতিয়া অসুস্থ আছিল আৰু এঙ্কাইচিছৰ শ্ৰাদ্ধ উপলক্ষে হোৱা এই আড়ম্বৰপূৰ্ণ অনুষ্ঠানত যোগ দিব নোৱাৰি তেওঁ বৰ দুখ পাইছিল।" পীৰগোৱে এইদৰে কোৱা সত্বেও নাৰীসকলৰ মনত প্ৰথমে অলপ খু-দুৱনি আছিল। তেওঁলোকে তেতিয়াও ঈৰ্ষাত আৰু অনিশ্চয়তাত জাহাজবিলাকৰ ফালে চাই আছিল। ভৱিষ্যত সাম্ৰাজ্যৰ সম্ভাৱনা আৰু সেই ঠাইতে থাকি যোৱাৰ প্ৰবল বাসনাৰ মাজত পৰি তেওঁলোক দুই নাৱত দুই ভৰি হৈছিল। ঠিক সেই সময়তে দেৱীগৰাকীয়ে পাখি মেলি আকাশলৈ উৰি গৈছিল আৰু ডাৱৰৰ পটভূমিত নিজকে দৃশ্যমান কৰি তৰিৎ গতিৰে উৰি যাওঁতে এখন বিয়াগোম ৰামধনুৰ সৃষ্টি হৈছিল। তেওঁৰ প্ৰস্থানত এই অলৌকিক ঘটনাটোৰ প্ৰতিক্ৰিয়া অধিক তীব্ৰ হৈ পৰিছিল। প্ৰবল উন্মাদনাত তেওঁলোকে কোলাহল কৰি জুহালৰ পৰা জুই লৈ আহিছিল; কিছুমানে জুইৰ কাৰণে যজ্ঞবেদী ফান ফান কৰিছিল আৰু গছৰ ডাল-পাত, জুলা জেঁাৰ আদি যিহকে পাই তাকে দলিয়াই দিছিল। অগ্নি দেৱতাই অবাধে জাহাজৰ কাঠ, তক্তা আসন, ব'ঠা আদি পুৰি ভস্মীভূত কৰিছিল।

এঙ্কাইচিছৰ সমাধিৰ কাষত আৰু প্ৰাকৃতিক ৰঙ্গালয়ত শাৰী পাতি বহি থকা লোকসকলে ইউমিনাছৰ পৰাই জাহাজত হোৱা অগ্নিকাণ্ডৰ বতৰা শুনিলে। আনকি তাৰ পৰাই তেওঁলোকে নিজ চকুৰে ধোঁৱা আৰু কিচকিচীয়া ক'লা ছাই ডাৱৰৰ দৰে ভাহি থকা দেখিবলৈ পালে। কদমত যোৱা চোৱাৰীবিলাকৰ আগে আগে উলাহত যোৱা এস্কেনিয়াছে উত্তেজিত হৈ তেওঁৰ অভিভাৱকসকলক বাধা দিবলৈ কোনো সুবিধা নিদি নৌ-শিবিৰৰ ফালে বেগেৰে ঘোঁৰা চেকুঁৱাই দিলে। তাত এতিয়া হুলস্থুল লাগিছিল। তেওঁ উচ্চৈস্বৰে ক'লে, "তোমালোক কিয় ইমান উন্মত্ত হৈ পৰিছা? ট্ৰয়ৰ হতভাগিনী নাৰীসকল, তোমালোকে কি কৰিবলৈ উদ্যত হৈছা? তোমালোকে য'ত অগ্নি-সংযোগ কৰিছা সেয়া শত্ৰু বা গ্ৰীক সৈন্যৰ ছাউনি নহয়। তোমালোকে ভৱিষ্যতৰ সকলো আশা ছাই কৰি দিলা।

চকু মেলি চোৱাহঁক, মই তোমালোকৰে এস্কেনিয়াছ।" তেওঁ শিৰস্ত্ৰাণটো খুলি তললৈ দলিয়াই দিলে। যুদ্ধৰ অভিনয় কৰি তেওঁ এই শিৰস্ত্ৰাণটোকে লাভ কৰিছিল। আৰু সেই সময়তে কোবাকুৰিকৈ আহি ইনিয়াছো তাত উপস্থিত হ'ল। তেওঁৰ লগত ট্ৰজানসকলো দৃঢ়ভাৱে অগ্ৰসৰ হৈছিল। নাৰীসকলে ভয়ত পিয়া-পি দি উপকূলৰ পৰা ইফালে সিফালে গৈ হাবিত বা গুহাৰ ভিতৰত লুকাই থাকিল। কৃতকৰ্মৰ বাবে তেওঁলোকৰ অন্তৰ আত্মগ্লানিৰে জৰ্জৰিত হৈছিল আৰু দিনৰ পোহৰত কোনোবাই দেখা পাব বুলি লাজত তেওঁলোক আঁতৰি গৈছিল। কিন্তু ইতিমধ্যে জুনোৰ প্ৰভাৱৰ পৰা মুক্ত হৈ তেওঁলোক প্ৰকৃতিস্থ হ'ল আৰু কোন শত্ৰু কোন মিত্ৰ বুজিব পাৰিলে।

কিন্তু ইয়াৰ পৰা প্ৰচণ্ড দাবানলৰ প্ৰলয়ঙ্কৰী শক্তিৰ অলপো হ্ৰাস নহ'ল। জাহাজৰ সেমেকা তলিখনৰ ফুটা আদি বন্ধ কৰিবলৈ ব্যৱহাৰ কৰা শনজাতীয় দ্ৰব্যৰ পৰা অব্যাহতভাৱে ধোঁৱা ওলাবলৈ ধৰিলে। লাহে লাহে বিয়পি পৰা সেই উত্তাপতে তক্তাবিলাক পুৰি গ'ল। পাতসমূহ এতিয়া বিপদাপন্ন হ'ল। অতিশয় সাহস আৰু বীৰত্বৰে তেওঁলোকে ধাৰাসাৰে পানী ঢালিছিল, কিন্তু সকলো প্ৰচেষ্টা ব্যৰ্থ হ'ল। তাৰ পিছত সন্তাসন্ধ ইনিয়াছে গাৰ কাপোৰ ফালি-ছিৰি কৰযোৰে ভগৱন্তৰ সহায় ভিক্ষা কৰি প্ৰাৰ্থনা কৰিলে, "হে সৰ্বশক্তিমান জুপিটাৰ, যদিহে তুমি ট্ৰজানবিলাকৰ প্ৰতি ৰুষ্ট নহয়, মানৱৰ দুখ-দুৰ্গতিৰ প্ৰতি যদি তোমাৰ অনুকম্পা আগৰদৰেই, অটুট হৈ আছে, তেন্তে এতিয়াও আমাৰ নৌ-বাহিনীটো অগ্নিশিখাৰ পৰা উদ্ধাৰ কৰা। হে পিতা, ট্ৰয়ৰ আশা-ভৰসাৰ ক্ষীণ বন্তিগছ যেন নুমাবলৈ নিদিয়া। আৰু যদিহে উচিত বুলি বিবেচনা কৰা, তেন্তে এতিয়া আমি যি কেইজন জীয়াই আছো তেওঁলোককো তোমাৰ ভয়ঙ্কৰ বজ্ৰেৰে হত্যা কৰা। তুমি মোক ইয়াতে নিজহাতে নিঠকৰা কৰি দিয়া।" তেওঁ এই প্ৰাৰ্থনা উচ্চাৰণ কৰাৰ লগে লগেই দুৰ্বাদল বৰষুণ আহিল। দশোদিশ অন্ধকাৰ কৰি অবিৰামভাৱে ধুমুহা মাৰিবলৈ ধৰিলে। গাজনি-ঢেৰেকনিত পৰ্বত-ভৈয়াম কঁপি উঠিল। দক্ষিণৰ পৰা বতাহ বলিল আৰু ক'লা মেঘে কলহৰ কাণে ঢল প্ৰবল বৰষুণত জাহাজ-বিলাক পানীৰে ভৰি পৰিল। আধা পোৰা কাঠবোৰৰ জুই পানীত তিতি

ঘুমাই গ'ল আৰু মাত্ৰ চাৰিখনৰ বাহিৰে বাকী সকলো নৌকা অগ্নিৰ গৰাহৰ পৰা ৰক্ষা পৰিল।

ট্ৰয়ৰ ৰাজকুমাৰ ইনিয়াছে এই নিদাৰুণ আঘাতত বিচলিত হৈ তেওঁৰ গধুৰ দায়িত্বৰ কথা চিন্তা কৰিবলৈ ধৰিলে। প্ৰতিটো দৃষ্টিকোণৰ পৰা তেওঁ বিকল্প ব্যৱস্থাবিলাকো বিচাৰ কৰি চালে। ভাগ্যৰ নিৰ্দেশ পাহৰি গৈ তেওঁ চিচিলীতেই স্থায়ীভাৱে বসবাস কৰিব নে ইটালীৰ উপকূল ভূমিৰ সন্ধানত পুনৰ সমুদ্ৰ-যাত্ৰা কৰিব, সেই বিষয়ে তেওঁ সুনিশ্চিত হ'ব পৰা নাছিল। কিন্তু ঠিক এই সময়তে বৃদ্ধ নটিছে তেওঁক পুনৰ সকীয়াই দিলে। ট্ৰাইটনীয় পালাছৰ ভবিষ্যৎ-বাণী সম্পৰ্কে নটিছৰ বাহিৰে আন কোনোৱেই পাৰঙ্গমতা লাভ কৰা নাছিল। এই বিদ্যাত তেওঁ বিচক্ষণ হৈ পৰিছিল আৰু দৈৱৰোষৰ কিবা গুৰুতৰ নিদৰ্শন দেখা দিলেই তেওঁ ততালিকে তাৰ প্ৰকৃত উত্তৰ দিব পাৰিছিল। অদৃষ্টই নিৰ্দ্ধাৰণ কৰা ভবিষ্যৎ ঘটনাৰ পম খেদি তেওঁ পূৰ্ব লক্ষণবিলাক বিশ্লেষণ কৰিব পাৰিছিল। নটিছে এতিয়া ইনিয়াছক সম্বোধন কৰি ক'লে, "দেৱীপুত্ৰ, অদৃষ্টৰ এই সঙ্কেত আমি গ্ৰহণ কৰা উচিত। আমি আৰু অগ্ৰসৰ হ'ম নে ন'হম সেই বিষয়ে এতিয়াই সিদ্ধান্ত ল'ব লাগিব। যিয়েই নঘটক, আমি দৈৱতকৈ পুৰুষ-কাৰকহে প্ৰাধান্য দিয়া ভাল হ'ব বুলি মোৰ বিশ্বাস। তাৰ দ্বাৰা আমি নিয়তিক বশ কৰিব পাৰিম। এচেষ্টিছ তোমাৰ বন্ধু, তেওঁ এজন ডাৰ্ডান আৰু তেওঁৰ ধমনিত দেৱতাৰ তেজ আছে। তেওঁক আস্থাভাজন কৰি লোৱা আৰু তেওঁ তাকে কামনা কৰে। তেওঁৰ লগত মিলি-জুলি নতুন আঁচনি তৈয়াৰ কৰা। আমাৰ যিসকলৰ জাহাজবিলাক পুৰিল, আমাৰ এই দুঃসাহসিক অভিযানত যিসকল নিৰাশজনকভাৱে ভাগৰি গৈ তোমাৰ মাত্ৰ বোজাহে বঢ়াইছে, সেইসকলক তেওঁৰ হাতত সমৰ্পণ কৰা। যিসকল বয়সত প্ৰবীণ, যিসকল নাৰী সমুদ্ৰ-যাত্ৰাত পৰিশ্ৰান্ত হৈছে আৰু তোমাৰ যিসকল সঙ্গীয়ে মনোবল হেৰুৱাই নতুন বিপদ আঁকোৱালি ল'বলৈ ভীতিগ্ৰস্ত হৈ পৰিছে সেইসকলক বাছি উলিওৱা। অৱসাদত যিসকল মুহ্যমান হৈ পৰিছে তেওঁলোকে চিচিলীতেই এখন প্ৰাচীৰাবৃত্ত নগৰ প্ৰতিষ্ঠা কৰক আৰু এচেষ্টিছৰ সম্মতি সাপেক্ষে তেওঁৰ নাম অনুসাৰেই নগৰখন এচেষ্টা বুলি অভিহিত হওক।"

এয়েই আছিল তেওঁৰ বয়োবৃদ্ধ বন্ধুৰ পৰামৰ্শ। কিন্তু এই প্ৰস্তাৱবিলাক শুনি তেওঁৰ চিন্তাৰ অগনি ভমক কৰি জ্বলিহে উঠিল। আগেয়ে কোনো দিন তেওঁৰ এনে মানসিক চাঞ্চল্য হোৱা নাছিল। কিন্তু এতিয়া তেওঁৰ চিত্ত নানা অভাৱনীয় উৎকণ্ঠাত জৰ্জৰিত হ'ল। এনেতে তমিস্ৰ ৰজনীয়ে উচ্চ আকাশমাৰ্গত ৰথ-চালনা কৰি নভোমণ্ডল আৱৰি ধৰিলে। তাৰ পিছত ইনিয়াছৰ পিতৃ এক্কাইচিছৰ ৰূপত এটি মূৰ্তি আকাশৰ পৰা ঋজুভাৱে নামি আহিল আৰু অকস্মাতে তেওঁৰ আগত আবিৰ্ভূত হৈ ক'বলৈ ধৰিলে, "পুত্ৰ, আজীৱন তুমি মোৰ প্ৰাণতকৈয়ো প্ৰিয় আছিলা। ট্ৰয়ৰ ভৱিষ্যতৰ গুৰুভাৰ তুমি বহন কৰিছা। স্বয়ং জুপিটাৰে মোক প্ৰেৰণ কৰিছে। তেৱেঁই অৱশেষত অনুকম্পা প্ৰদৰ্শন কৰি তোমাৰ নৌ-বাহিনী অগ্নিদগ্ধ হোৱাৰ পৰা ৰক্ষা কৰিলে। নটিছে দিয়া সৎপৰামৰ্শ নিচিন্তমনে গ্ৰহণ কৰা। সেয়ে উত্তম উপায়। ইটালী যাত্ৰাৰ কাৰণে তোমাৰ সাহসী আৰু বাছকবনীয়া সঙ্গীসকলক লগত লোৱা। লাটিয়ামত উপনীত হোৱাৰ পিছত তুমি এটা অসভ্য আৰু দুঃসাহসী জাতিক দমন কৰিব লাগিব। কিন্তু তাৰ আগতে তুমি যাব লাগিব প্লুটোৰ প্ৰেতপুৰীলৈ, অতিক্ৰম কৰিব লাগিব সুগভীৰ এভাৰ্ণাছ। তাতে তোমাৰ মোৰ লগত সাক্ষাৎ হ'ব। কাৰণ নিদাৰুণ নাৰকীয় পৰিবেশত মই আবদ্ধ হৈ থাকিব লগা হোৱা নাই। ৰসাতলৰ অন্ধকাৰেও মোক পৰশিব পৰা নাই। মই থাকো ইলিছিয়ামত, সাধুসন্তসকলৰ মাজত। এগৰাকী পুণ্যৱতী ছিবিলে তোমাক তালৈ বাট দেখুৱাই লৈ যাব। অৱশ্যে তাৰ আগতে কৃষ্ণবৰ্ণ পশু বলি দি তেজৰ সোঁত বোৱাব লাগিব। তাতে তুমি জানিব পাৰিবা তোমাৰ অধস্তন পুৰুষৰ কথা, জানিব পাৰিবা কেনে এখন প্ৰাচীৰাবৃত নগৰৰ তুমি অধিকাৰী হবা। এতিয়া মই বিদায় লওঁ। সেমেকা কুঁৱলিয়ে সৈতে ৰাতিৰ আধা ভাগ পাৰ হৈ গ'ল। অলপতে সূৰ্যোদয় হ'ব আৰু এতিয়াই ফোপনি উঠা ঘোঁৰাৰ নিশ্বাসৰ প্ৰখৰ তাপ মোৰ গাত লাগিছে।" তেওঁৰ কথা শেষ হ'ল। বতাহত মিলি যোৱা ধোঁৱাৰ দৰেই তেওঁ অদৃশ্য হ'ল। ইনিয়াছে কান্দি কান্দি ক'লে, "ইমান সোনকালে, ইমান তভাতৈয়াকৈ তুমি ক'লৈনো গুচি গ'লা? কোনকালে তুমি উৰা মাৰিলা? কাৰ পৰা ৰক্ষা পাবলৈ তুমি ইমান লৰালৰি কৰিছা? মোৰ আলিঙ্গনৰ পৰা কোনে

তোমাক বঞ্চিত কৰিলে ?" এইদৰে কৈ তেওঁ ছাইবিলাক খুচৰি দিলে আৰু তাৰ তলত থকা দলদলীয়া আঙঠাবিলাক ওলাই পৰিল। তেওঁ ট্ৰয়ৰ গৃহদেৱতাসকলক আৰু ৰূপালী চুলিৰ দেৱী ভেষ্টাক অতি ভক্তিভাবেৰে স্তুতি-মিনতি কৰি, তেওঁলোকৰ প্ৰতি লৱণ উছৰ্গা কৰিলে আৰু ধূপ-ধুনা জ্বলাই দিলে।

ইয়াৰ পিছতে তেওঁ শীঘ্ৰে সঙ্গীসকলক মাতিলে। প্ৰথমে এচেষ্টিছ আহিল। তেওঁ বন্ধুবৰ্গৰ আগত জুপিটাৰৰ নিৰ্দেশ, পিতাকৰ পৰামৰ্শ আৰু নিজৰ সিদ্ধান্ত প্ৰকাশ কৰিলে। এই আঁচনি সকলোৱে মনঃপুত হ'ল আৰু এচেষ্টিছেও ইনিয়াছৰ আদেশ মানি ল'লে। বৃদ্ধা নাৰীসকলক নতুন নগৰখনলৈ লৈ যোৱা হ'ল নাম-ধামলৈ ধাউতি নথকা লোকসকলৰ সৈতে তেওঁলোক তাতে থাকি গ'ল। বাকীবিলাকে জাহাজৰ বহনাবিলাক মেৰামতি কৰিলে, জয়ে পোৱা কাঠবোৰ বদলি কৰিলে আৰু নতুনকৈ বঠা, ৰচি, খুঁটি আদি লগালে। সংখ্যাত কম হ'লেও তেওঁলোক সাহসী যুঁজাৰু আছিল। ইতিমধ্যে ইনিয়াছে নগৰখনৰ সীমা নাঙলৰ সীৰলু এটাৰে চিহ্নিত কৰি তাতে ঘৰ-দুৱাৰবিলাক ভগাই দিলে। নগৰৰ এটা অংশ ইলিয়াম আৰু আনটো অংশ ট্ৰয় বুলি অভিহিত কৰিবলৈ তেওঁ আদেশ দিলে। ট্ৰজান এচেষ্টিছে এই ৰাজ্যৰ পৰিকল্পনাটো সংযমেৰে গ্ৰহণ কৰি বিধান সভাৰ কাৰণে এখন ঠাই নিৰ্বাচন কৰিলে, মন্ত্ৰীসকলক নিযুক্তি দিলে আৰু আইন-কানুন নিৰ্দ্ধাৰণ কৰিলে। তাৰ পিছত ইৰিক্সৰ গগনচুম্বী শৃঙ্গত ইডালীয় ভেনাছৰ এটা মন্দিৰ নিৰ্মাণ কৰালে। এখন উপবনেৰে মন্দিৰটো বেষ্টিত হৈ থাকিল। এই আহল-বহল উদ্যানখনে মন্দিৰৰ পবিত্ৰতা ৰক্ষা কৰিছিল। এঙ্কাইচিছৰ সমাধিৰ ৰক্ষণাবেক্ষণৰ বাবে এজন যাজকক নিযুক্তি দিয়া হ'ল।

এতিয়া মিত্ৰতা-সূত্ৰত আবদ্ধ এই লোকসকলে নদিন ধুমধুপালকৈ ভোজ খালে। বেদীবিলাকত পূজা-সেৱা কৰা শেষ হ'ল। মৃদু সমীৰণৰ পৰশত সমুদ্ৰই শান্তৰূপ ধাৰণ কৰিলে। তাৰ পাছত দক্ষিণ ফালৰ পৰা এজাক অনুকূল বতাহ আহিল আৰু সমুদ্ৰত পাৰি দিবলৈ তেওঁলোকক নিমন্ত্ৰণ জনালে। সাগৰৰ একা-বেঁকা পাৰত কান্দোনৰ ৰোল উঠিল। ওৰে দিন আৰু ওৰে ৰাতি ইজনে সিজনক সাবটি ধৰি তেওঁলোক একেলগে

থাকিল। ভয়াবহ সমুদ্ৰ-বক্ষত বিপদৰ সন্মুখীন হ'বলৈ সঙ্কোচ কৰা লোকসকলেও এতিয়া স্বেচ্ছাই নিৰ্বাসন বৰণ কৰি দূৰন্তৰ জলপথৰ সকলো দুখ-দুৰ্গতি সহ্য কৰিবলৈ আগ্ৰহ প্ৰকাশ কৰিছিল, আনকি মাতৃসকলেও সন্মতি জনাইছিল। ইনিয়াছে তেওঁলোকক প্ৰীতিপূৰ্ণ পৰিবেশত শান্তভাৱে সান্ত্বনা যাচিছিল। তেওঁ সজল নয়নেৰে তেওঁলোকক আত্মীয় এচেষ্টিচৰ হাতত গতাই দিছিল। তাৰ পিছত তেওঁ ইৰিক্সৰ উদ্দেশ্যে তিনিটা ভেড়া-পোৱালি আৰু ধুমুহা বতাহৰ প্ৰতি এটা পোৱালি বলি দিলে। এতিয়া বিদায়ৰ ক্ষণ উপস্থিত হ'ল। লঙ্গৰ উঠাবলৈ তেওঁ আদেশ দিলে। অগ্ৰ-বৰ্তী জাহাজখনৰ পিছফালৰ টিংটোত তেওঁ থিয় হ'ল। তেওঁৰ শিৰ জয়মালাৰে বিভূষিত আছিল আৰু তেওঁৰ হাতত আছিল এটা পূজাৰ পাত্ৰ। সমুদ্ৰৰ তৰঙ্গত তেওঁ বলিৰ মাংস নিক্ষেপ কৰি তৰল মদিৰা ঢালি দিলে। পিছফালৰ পৰা বলা এজাক বতাহ তেওঁলোকৰ যাত্ৰাপথৰ সঙ্গী হ'ল। তেওঁৰ অনুচৰসকলে অৰিয়া-অৰিকৈ কোবেৰে ব'ঠা মাৰিবলৈ ধৰিলে।

কিন্তু ইতিমধ্যে ভেনাছে নিদাৰুণ মানসিক যন্ত্ৰণাত নেপচুনৰ লগত কথোপকথন কৰি তেওঁৰ অন্তৰত পুঞ্জীভূত হৈ থকা অভিযোগবোৰ উজাৰি দিছিল। তেওঁ কৈছিল, "হে নেপচুন, জুনোৰ নিকৰুণ ক্ৰোধ আৰু অদমনীয় ইচ্ছাৰ তাড়নাত মই নানাবিধ কৌশল অৱলম্বন কৰিবলৈ বাধ্য হৈছো। প্ৰয়োজনৰ খাতিৰত নিতান্ত অসন্মানজনক হ'লেও, কাকুতি-মিনতি কৰিবলৈকো মই প্ৰস্তুত। ভাগ্যদেৱীসকলে তেওঁৰ বিৰোধিতাৰ অন্ত পেলাব পৰা নাই। জুপিটাৰৰ আদেশো ব্যৰ্থ হৈছে। সময় পাৰ হৈ গৈছে, তেওঁক পূজা-পাতল কৰা হৈছে, তথাপি তেওঁ কোমলা নাই। তেওঁৰ জিৰণি নাই। ফ্ৰিজীয়াৰ কেন্দ্ৰৰ পৰা ট্ৰয় নগৰক নিশ্চিহ্ন কৰি নিৰতিশয় ঘৃণাৰে নিৰ্বাসিত ট্ৰজানসকলক নিপীড়িত কৰিও তেওঁৰ হেঁপাহ পলোৱা নাই। ট্ৰয়ৰ পতনৰ পিছত মৃতকৰ অৱশিষ্ট অস্থি-ভস্মও তেওঁৰ অত্যা-চাৰৰ পৰা সাৰিব পৰা নাই। তেওঁৰ ক্ৰোধ কিয় ইমান প্ৰচণ্ড, মাত্ৰ তেওঁহে জানে। আফ্ৰিকাৰ সমুদ্ৰত তেওঁ কি ভয়ানক শক্তি জগাই তুলি-ছিল সেই বিষয়ে তোমাকেই মোৰ সাক্ষী মানিছো। তোমাৰ নিজৰ ৰাজ্যত হস্তক্ষেপ কৰি তেওঁ সমুদ্ৰ আৰু আকাশ উত্তাল কৰি তুলিছিল। অৱশ্যে

ইয়লাছৰ ধুমুহা বতাহৰ ওপৰত থকা তেওঁৰ নিৰ্ভৰশীলতা অথলে গ'ল। আৰু এতিয়া তেওঁ ট্ৰয়ৰ মাতৃসকলক বিপথে পৰিচালিত কৰিছে, অন্যায়-ভাৱে আমাৰ তৰীসমূহত অগ্নিসংযোগ কৰিছে আৰু তাৰ ফলত আমি আমাৰ ভালেমান লোকক আচহুৱা দেশ এখনত এৰি থৈ যাব লগা হৈছে, কাৰণ তেওঁলোকৰ জাহাজবোৰ ধ্বংস হ'ল, কিন্তু মই তোমাক প্ৰাৰ্থনা কৰি কৈছো, যদিহে মোৰ অনুৰোধ সীমা চেৰাই যোৱা নাই, আৰু যদিহে ভাগ্যদেৱীসকলে আমাক প্ৰাচীৰাবৃত নগৰ এখনৰ পৰা বঞ্চিত নকৰে, তেনেহ'লে তুমি এই অৱশিষ্ট যাত্ৰীসকলক তোমাৰ তৰঙ্গমালাৰ মাজেদি টাইবাৰৰ মোহনা পৰ্যন্ত নিৰাপদে পাৰি দিবলৈ অনুমতি দিয়া।"

তেতিয়া সমুদ্ৰাধিপতি ছেটাৰ্ণ-নন্দনে উত্তৰ দিলে, "ভেনাছ, তুমি জলধি-জলৰ পৰাই জন্ম লাভ কৰিছা। মোৰ এই সলিল সাম্ৰাজ্যত আস্থা ৰাখি তুমি বিচক্ষণতাৰ পৰিচয় দিছা। তোমাৰ বিশ্বাসৰ মই যোগ্য, কাৰণ সমুদ্ৰ আৰু আকাশত ঘটি থকা প্ৰচণ্ড বিক্ষোভবোৰ মই সততে দমন কৰো। স্থলভাগতো মই তোমাৰ ইনিয়াছৰ কম তত্ত্বাৱধান লোৱা নাই। জেন্থাছ আৰু চিময়ছ মোৰ সাক্ষী। যেতিয়া একিলিছে ৰুদ্ধশ্বাস ট্ৰজানসকলক দলে দলে প্ৰাচীৰৰ ফালে খেদি নি শ'লঠেকত পেলাই হেজাৰ হেজাৰ সৈন্যক হত্যা কৰিছিল, আৰু তাৰ ফলত যেতিয়া নদী ছুখনৰ গতি ৰুদ্ধ হৈ যোৱাত জেন্থাছে সমুদ্ৰাভিমুখে প্ৰবাহিত হ'ব নোৱাৰি আৰ্তনাদ কৰিছিল, তেতিয়া ময়েই শাৰীৰিক শক্তি আৰু দৈৱবলত অধিক বলীয়ান, সাহসী পেলিউছপুত্ৰৰ সন্মুখীন হোৱা ইনিয়াছক উদ্ধাৰ কৰিছিলো। মই তেওঁক কুঁৱলিৰ আৱৰণেৰে ঢাকি ধৰিছিলো। ট্ৰয় নগৰৰ পতন অৱশ্যম্ভাৱী বুলি জনা সত্ত্বেও মই তেওঁক ৰক্ষা কৰিছিলো, মই নিজ হাতে নিৰ্মাণ কৰা নগৰখনৰ প্ৰাচীৰ নিশ্চিহ্ন হোৱাটো ময়েই কামনা কৰিছিলো। মোৰ মনত এতিয়াও সেই অভিপ্ৰায়েই আছে। সেইকাৰণে তোমাৰ আশঙ্কা আঁতৰ কৰা। তোমাৰ মতে এভাৰ্ণাছেই ইনিয়াছৰ গন্তব্য স্থান। তেওঁ তাৰ বন্দৰত উপনীত হ'ব পাৰিব। মাত্ৰ এজন ট্ৰজানৰ মৃত্যুত তুমি কষ্ট পাবা। বহুতৰ পৰিবৰ্তে মাত্ৰ এজনেহে সাগৰৰ পানীত প্ৰাণ বিসৰ্জন দিব লগা হ'ব।" এইবিলাক প্ৰতিশ্ৰুতিৰে তেওঁ দেৱীগৰাকীক শান্ত কৰি তেওঁৰ মন প্ৰফুল্ল কৰিলে। তাৰ পিছত পিতা নেপচুনে সোণৰ খুঁৱলিত ঘোঁৰাহাল জুটি,

সিহঁতৰ ফেনাই থকা মুখত লেকাম লগাই বাঘজৰি ঢিলাকৈ হাতেৰে ধৰি নীল সাগৰৰ উপৰিভাগেদি ৰথখন বায়ুবেগে উৰুৱাই লৈ গ'ল, ঢৌবিলাক মাৰ গ'ল, ঘৰ্ঘৰ শব্দৰ সৃষ্টি কৰি চলি যোৱা চক্ৰনেমীৰ তলত সমুদ্ৰই শান্তৰূপ ধাৰণ কৰিলে। বিজন আকাশ প্ৰান্তত থকা ধুমুহা আৰু মেঘ শীঘ্ৰে পলাল। বিভিন্ন আকৃতিবিশিষ্ট তেওঁৰ পাৰিষদবৰ্গই তেওঁক অনুকৰণ কৰিছিল। তেওঁলোকৰ ভিতৰত আছিল দৈত্যাকায় সামুদ্ৰিক পশু, ফ্ৰকাছৰ প্ৰাচীন অনুচৰ বাহিনী, ইলোপুত্ৰ পেলিমন, ক্ষিপ্ৰ ট্ৰাইটনসকল, ফৰ্কাছৰ ভৃত্যবৃন্দ, বাম ভাগত ঠিটিছ, মিলাইট, কুমাৰী পেনপিয়া, নিছিয়া, স্পায়', থালিয়া আৰু ছাইমডিছ।

এতিয়া ৰাজকুমাৰ ইনিয়াছৰ অন্তৰ উৎকণ্ঠাৰ পৰিবৰ্তে আনন্দত উদ্দীপ্ত হৈছিল। তেওঁ মাস্তুলবিলাক শীঘ্ৰে পোনাই তাত মাৰলি বান্ধি পাল তৰি দিবলৈ আদেশ দিলে। ৰচিবিলাক কটকটীয়াকৈ বান্ধি জাহাজৰ দক্ষিণ ভাগত আৰু পাৰ্শ্বত সম্মিলিতভাৱে পালবিলাক সংযোগ কৰা হ'ল। পালবিলাক একেলগে দোলাই চ'তিবিলাক ওপৰলৈ থিয় কৰি দিছিল। প্ৰয়োজন অনুসৰি যথেষ্ট বতাহ আছিল আৰু নৌ-বাহিনীটো অবাধ গতিৰে আগ বাঢ়িছিল।

সকলোৰে আগত থাকি পলিনিউৰাছে এই সংঘবদ্ধ নৌ-বাহিনীটো পৰিচালনা কৰিছিল। বাকীবিলাকৰো তেৱেঁই পথ-নিৰ্দেশক আছিল। ইতিমধ্যে আকাশত সেমেকা বতাহ বলি ৰাতিৰ আগমন সূচনা কৰিছিল আৰু ব'ঠাৰ তলত কঠিন আসনত বহি থকা নাবিকবিলাকে সুখেৰে জিৰণি লৈছিল। এনেতে নিদ্ৰাদেৱতা নভোমণ্ডলৰ নক্ষত্ৰৰাজিৰ মাজৰ পৰা ক্ষিপ্ৰগতিৰে নামি আহিল আৰু কুঁৱলি কালি অন্ধকাৰ ছায়াবিলাক অপসৰণ কৰিলে। পলিনিউৰাছ, তুমি নিষ্পাপ! কিন্তু তেওঁ তোমাৰ কাষলৈ গৈ এটা ভয় লগা সপোন দেখুৱালে। ফৰবাছৰ ৰূপ ধৰি তেওঁ জাহাজৰ গুৰিত বহিল আৰু এইদৰে কথাৰ পাতনি মেলিলে, "আয়েচাছ-পুত্ৰ পলিনিউৰাছ, তোমাৰ কোনো সাহায্য নোহোৱাকৈ তৰীসমূহ সাগৰত উটি গৈছে। বতাহ অবিৰাম বলি আছে। এতিয়া বিশ্ৰামৰ সময়। তোমাৰ শিৰ অৱনত কৰা, ক্লান্ত চকুহালৰ কঠোৰ শ্ৰম দূৰীভূত কৰা। অলপ সময়ৰ বাবে হ'লেও ময়েই তোমাৰ দায়িত্ব গ্ৰহণ কৰিম।" তেওঁৰ ফালে নোচোৱাকৈয়ে

পলিনিউৰাছে উত্তৰ দিলে, "তোমাৰ কথা শুনি মই কি শান্ত আৰু তৰঙ্গহীন সাগৰৰ দ্বাৰা প্ৰভাৱিত হ'ম ? তুমি কি মোক এনে এটা দানৱক বিশ্বাস কৰিবলৈ কৈছা ? চোৱা, মুক্ত আকাশে বিশ্বাসঘাতকতা কৰি মোক বহুবাৰ বিভ্ৰান্ত কৰিছে। মই কি ইনিয়াছক প্ৰতাৰণাপূৰ্ণ বায়ুৰ হাতত সমৰ্পণ কৰিম ?" তেওঁ এইদৰেই ক'লে আৰু গুৰি ধৰা হাতমাৰিডাল জোৰেৰে মুঠি মাৰি ধৰিলে। খন্তেকৰ বাবেও তেওঁৰ মুঠিটো ঢিলা নহ'ল। তেওঁ স্থিৰভাৱে আকাশৰ তৰাবোৰ নিৰীক্ষণ কৰিলে। কিন্তু দেৱতাজনে মৃত্যু আৰু পাহৰণিৰ নদী লেঠেৰ নিদ্ৰালু নিয়ৰকণাৰে তিতি থকা ক্ষুদ্ৰ ডাল এটা হাতত লৈ অকস্মাতে পলিনিউৰাছৰ দুয়োটা কুমৰ ওপৰত জোঁকাৰি দিলে। প্ৰতিৰোধ কৰিবলৈ অসীম চেষ্টা কৰা সত্বেও তেওঁৰ জলক-তবক লাগি থকা চকুহাল মুদঁ খাই গ'ল আৰু তেওঁৰ অঙ্গ-প্ৰত্যঙ্গ শিথিল হৈ পৰিল। গভীৰ নিদ্ৰাত তেওঁ অচেতন হৈ নৌকাৰ পৰা উফৰি পৰিল। তেওঁ জোৰেৰে ধৰি থকা হাতমাৰিডাল আৰু গুৰিৰ একাংশ এৰাই গৈ তেওঁৰ হাতত লাগি আছিল। তেওঁ পানীত পৰা অৱস্থাতে সঙ্গীসকলক বাৰে বাৰে মাতি বিফল হৈছিল। দেৱতাজনে পাখি মেলি ত্বৰিৎ গতিৰে আকাশলৈ উৰি গ'ল। নৌ-বাহিনীটোও আগৰদৰেই নিৰাপদে আৰু নিৰ্ভয়ে গৈ থাকিল। কাৰণ পিতা নেপচুনে এই প্ৰতিশ্ৰুতিকে দিছিল। এইদৰে বহুদূৰ আগ বাঢ়ি তৰীসমূহ চাইৰেণে বাস কৰা পাহাৰটোৰ কাষ চাপিছিল। মানুহৰ জকাৰে বগা হৈ থকা এই পাহাৰটো অতিক্ৰম কৰা এসময়ত অসাধ্য আছিল। বহুতো দূৰত শিল আৰু তৰঙ্গৰ সংঘৰ্ষত হোৱা ভীষণ গৰ্জন শ্ৰুতিগোচৰ হৈছিল। গুৰিয়ালজন নথকাৰ কাৰণে নৌকাখন লক্ষ্যহীনভাৱে উটি গৈছে বুলি ইনিয়াছে এতিয়া বুজিব পাৰিলে। সেইকাৰণে তেওঁ মাজনিশা নিজেই গুৰি ব'ঠা হাতত ল'লে আৰু তেওঁৰ বন্ধুজনৰ চৰম দুৰ্দশাৰ কাৰণে দুখৰ হুমুনিয়াহ পেলাই ঢৌৰ মাজেদি জাহাজখন চলাই লৈ গ'ল, "হায় পলিনিউৰাছ, শান্ত সাগৰ আৰু মুকলি আকাশৰ প্ৰতি তোমাৰ অতিমাত্ৰাই আস্থা আছিল। সেইকাৰণে তুমি নগ্নদেহেৰে অজান উপকূলত চিৰদিন পৰি থাকিব লাগিব।"

## পাতাল প্ৰৱেশ

### ছয়

ইনিয়াছে এইদৰে কৈ উচুপি উচুপি কান্দিছিল। তাৰ পিছত তেওঁ নিজে নৌ-বাহিনী পৰিচালনা কৰাৰ দায়িত্ব গ্ৰহণ কৰিলে আৰু অৱশেষত সুকলমে ইউবিয়ান ভূমিৰ উপকূলত উপনীত হ'ল। তেওঁলোকে নৌকাৰ সমুখ ভাগ সাগৰৰ কালে ৰাখি লঙৰ পেলালে। লঙৰৰ চোকা দাঁতবিলাক পানীৰ তলত নিকপকপীয়াকৈ লাগি ধৰাত তৰীসমূহ নিৰাপদ হ'ল। তদুপৰি গুৰিৰ টিংবিলাকৰ গোলাকাৰ অংশ প্ৰায় পাৰলৈকে উঠি গৈছিল। ট্ৰজান যুৱকসকলৰ এটা দল পাশ্চাত্য ভূমিৰ উপকূললৈ উলাহেৰে নামি গ'ল। তেওঁলোকৰ কিছুমানে টিণ্ডিৰিৰ সহায়েৰে জুই ধৰিবলৈ ব্যস্ত হৈ পৰিল। আনবিলাকে চিকাৰ বিচাৰি হাবিত সোমাই বনবীয়া জীৱ-জন্তুৰ গছে-বনে ছাটি থোৱা চোংবিলাক চলাথ কৰিলে। পানী থকা নিজৰাৰ সন্ধান পোৱা মাত্ৰকে তেওঁলোকে সঙ্কেত-ধ্বনি কৰি বাকীবিলাকক জনাই দিছিল। কিন্তু সত্যসন্ধ ইনিয়াছে অকাশী সিংহাসনত অধিষ্ঠিত এপলোৰে শাসন কৰা অটব্য অৰণ্যৰ মাজলৈ যাত্ৰা কৰিলে। তাৰ সিপাৰে আছিল এটা বিৰাট গহ্বৰ। এই দুৰ্গম গুহাই ভয়ঙ্কৰী ছিবিলৰ আশ্ৰম। ইয়াতেই ভৱিতব্যৰ দেৱতাজনে তেওঁক দিব্যজ্ঞানেৰে অনুপ্ৰাণিত কৰে আৰু ভৱিষ্যতৰ গৰ্ভত নিহিত হৈ থকা ঘটনাবিলাক তেওঁৰ দৃষ্টি-গোচৰ হয়। ইতিমধ্যে তেওঁলোক ডায়েনাৰ উপবন আৰু তাত থকা সোণৰ মন্দিৰৰ ওচৰ চাপিছিল।

কথিত আছে যে মাইনছৰ অত্যাচাৰৰ পৰা পৰিত্ৰাণ পাবলৈ ডিডেলাছে বাহুত ডেউকা লগাই লৈ অতি দুঃসাহসিকতাৰে নিজৰ জীৱন বিপন্ন কৰি আকাশ মাৰ্গেদি উৰি আহি অচিন পথেৰে হিম-শীতল উত্তৰ দিশলৈ ভাহি গৈছিল। অৱশেষত তেওঁ ইউবিয়ান পাহাৰৰ ওপৰতে খন্তেক থমকি ৰৈছিল। এই অঞ্চলতে তেওঁ প্ৰথমে আশ্ৰয় লাভ কৰিলে আৰু লগে লগেই পাখি দুখন ফিবাছ এপলোৰ প্ৰতি উছৰ্গা কৰিলে। এটা বিৰাট

মন্দিৰো তেওঁ নিৰ্মাণ কৰিলে। মন্দিৰৰ তোৰণত তেওঁ এণ্ড্ৰজিয়ছৰ মৃত্যুৰ এটি চিত্ৰ অঙ্কিত কৰিলে। এথেন্সবাসীসকলে, সাতজন সাহসী ডেকাক বাৰ্ষিক ক্ষতিপূৰণ হিচাপে সমৰ্পণ কৰিবলৈ যি ভীষণ আদেশ পাইছিল, সেই আদেশ পালন কৰাৰ দৃশ্যও নিম্ন ভাগত ক্ষোদিত কৰা হৈছিল। ভাগ্য-পৰীক্ষাৰ কাৰণে ব্যৱহাৰ কৰা পাত্ৰটোও তাতে আছিল। সাগৰৰ পৰা বহুতো ওপৰলৈকে শুলাই থকা যিটো দ্বীপত নছছ নগৰ অৱস্থিত, সেই দ্বীপটোৰ ছবিয়ে তোৰণৰ আনটো অংশৰ সামঞ্জস্য ৰক্ষা কৰিছিল। ষাঁড় গৰুটোৰ পাশবিক প্ৰবৃত্তি, তাৰ লগত পেছিফিৰ গুপ্ত প্ৰণয় আৰু এই পঙ্কিল প্ৰেমৰ পৰিণতি হিচাপে জন্ম লাভ কৰা বৰ্ণ সঙ্কৰ সন্তান, জন্তু আৰু মানুহৰ আকৃতিবিশিষ্ট মিনটাৰ, এইবিলাক ছবিও তেওঁ শিলত কাটিছিল। তাত আৰু আছিল বিশদভাৱে অঁকা ক্ৰীটৰ অট্টালিকা আৰু সেই আউল লগা বাটটো, যাৰ অঁাত হয়তো কোনেও উলিয়াব নোৱাৰিব। কিন্তু আৰিয়েড়নিৰ প্ৰতি ডিডেলাছৰ অলপ সহানুভূতি আছিল। কাৰণ তেওঁৰ প্ৰেম আছিল অতি গভীৰ। অন্ধ কুঁৱৰীয়ে এডাল সূতাত ধৰি খুপি খুপি খোজ দিছিল আৰু সেই প্ৰাসাদটোৰ অকোৱা-পকোৱা, বিপদজনক বাটটো তেওঁৰ কাৰণে মুকলি হৈ আছিল। আৰু হায় আইকাৰাছ, এই চমৎকাৰ ভাস্কৰ্যত তুমিও প্ৰাধান্য লাভ কৰিলাহেঁতেন, কিন্তু শোকৰ প্ৰভাৱ আছিল অতি প্ৰবল। ডিডেলাছে তোমাৰ দুৰ্দশা সোণৰ ৰেখাৰে ফুটাই তুলিবলৈ দুবাৰো প্ৰয়াস কৰিছিল। কিন্তু প্ৰতিবাৰেই শোকাকুল পিতৃৰ হাতখন অচল হৈ পৰিছিল। ট্ৰজানবিলাকে প্ৰত্যেকটো ছবি তন্ন তন্নকৈ পৰীক্ষা কৰি তাত নিহিত হৈ থকা তাৎপৰ্য উদ্‌ঘাটন কৰিবলৈ সচেষ্ট হৈ থাকিলহেঁতেন, কিন্তু অগ্ৰৱৰ্তী একেটিছ এতিয়া উভতি আহিল। তেওঁৰ লগত আছিল কিবাছ আৰু ডায়েনাৰ পূজাৰিণী গ্লকাছদুহিতা ডেইফবি। ডেইফবিয়ে ৰাজকুমাৰক ক'লে, "এতিয়া ছবি চোৱা সময় নহয়, বন নলগোৱা সাতোটা গৰু আৰু সাতোটা দুবছৰীয়া বহা বহা ভেড়া এতিয়াই বলি দিয়া উচিত হ'ব।" এইদৰেই তেওঁ ইনিয়াছক সম্বোধন কৰিছিল। অনতিবিলম্বে ট্ৰজানসকলে তেওঁৰ আদেশ মতে বলি দিলে। তেতিয়া যাজ্ঞিকা ছিবিলে পাহাৰৰ ওপৰত থকা মন্দিৰলৈ তেওঁলোকক নিমন্ত্ৰণ কৰিলে।

ইয়ৰিয়ান পাহাৰৰ পাৰ্শ্বদেশত এটা কাট আছে আৰু এই কাটটোৱেই এটা প্ৰকাণ্ড গুহাত পৰিণত হৈছে। গুহাটোৰ এশখন মুখ আছে আৰু এশটা বাটেৰে তালৈ যাব পাৰি। এইবিলাক ছিদ্ৰৰ মাজেদিয়ে শতধা ধ্বনিত হৈ ছিবিলৰ উত্তৰ নিসৃত হয়। তেওঁলোক দুৱাৰ-মুখ পাওঁতেই কুমাৰীগৰাকীয়ে ক'লে, "তোমালোকে অনাগত দিনৰ বিষয়ে প্ৰশ্ন সোধাৰ সময় সমুপস্থিত। চোৱা, সোৱা, সোৱা দেৱতাজন ইয়াতে বিৰাজমান।" দুখন কপাটযুক্ত দুৱাৰৰ সমুখত এইদৰে উচ্চাৰণ কৰাৰ লগে লগেই তেওঁৰ চেহেৰা আৰু বৰণ সলনি হ'ল। চুলিবিলাক আউলি বাউলি হৈ পৰিল। তেওঁৰ বুকুখনে ঘনাই উঠা-নমা কৰিছিল। তেওঁৰ স্পন্দিত হৃদয় উত্তেজিত আৰু উন্মাদ হৈ পৰিছিল। তেওঁৰ শৰীৰৰ দীৰ্ঘতা বৃদ্ধি হোৱা যেন পৰিলক্ষিত হৈছিল। তেওঁৰ কণ্ঠস্বৰ আছিল অমানবীয়। কাৰণ দেৱতাজনে তেওঁক লম্ভিছিল আৰু অলৌকিক শক্তিৰে তেওঁক অনুপ্ৰাণিত কৰিছিল। তেওঁ চিঞৰি চিঞৰি ক'লে, "ট্ৰয়বাসী ইনিয়াছ, তুমি কিয় এতিয়াও সকলো ব্ৰত আৰু অঙ্গীকাৰ বিধিমতে পালন কৰা নাই? তুমি কিয় ইমান অলস হৈ আছা? তুমি স্তুতি-মিনতি নকৰা পৰ্যন্ত এই গহ্বৰৰ বিশাল দুৱাৰ নিৰ্বিকাৰভাৱে বন্ধ হৈ থাকিব।" ইয়াকে কৈ তেওঁ নীৰৱ হ'ব। ট্ৰজানবিলাকে ৰাজহাড়ত এটা হিম-শীতল শিহৰণ অনুভৱ কৰিলে। তেওঁলোকৰ নেতাজনে এতিয়া আন্তৰিক ভক্তিৰে গদ্ গদ্ হৈ প্ৰাৰ্থনা কৰিলে, "ফিবাছ ট্ৰয়ৰ অতি শোকৰ দিনতো নগৰখনৰ প্ৰতি অনুকম্পা প্ৰদৰ্শন কৰিছিল। একিলিছক লক্ষ্য কৰি শৰ-সন্ধান কৰাৰ সময়ত তুমিয়েই পেৰিছৰ হাত দুখনি পৰিচালিত কৰিছিলা। বিশাল মহাদেশবিলাকৰ মাজত প্ৰসাৰিত হৈ থকা বিপুল বাৰিধাৰাৰ বুকুৰেদি তৰীসমূহ পৰিচালনা কৰিবলৈ তুমিয়েইহে মোক প্ৰণোদিত কৰিছিলা, তোমাৰ নিৰ্দেশ মতেই মই সুদূৰ মেছিলিয়ান উপকূল আৰু উপসাগৰ দুখনে আবৰি থোৱা আফ্ৰিকাৰ স্থলভাগলৈ যাত্ৰা কৰিছিলো। আৰু এতিয়া আমি ইটালীৰ ছলনাময়ী বেলাভূমিত পদাৰ্পণ কৰিবলৈ সক্ষম হৈছো। এতিয়াৰ পৰা যেন ট্ৰয়ৰ অতীত দুৰ্ভাগ্যই আমাক আৰু অনুসৰণ নকৰে। আৰু হে দেৱ-দেৱীসকল, এসময়ত তোমালোকে ইলিয়াম আৰু ডাৰ্ডান ভূমিৰ অতুল ঐশ্বৰ্য দেখি ঈৰ্ষান্বিত হৈছিলা। স্বৰ্গীয় ন্যায়ধৰ্ম অবমাননা নকৰি

এসময়ত ট্ৰয়ৰ দুৰ্গ নিয়ন্ত্ৰণ কৰা জাতিটোক তোমালোকে এতিয়া ৰক্ষা কৰা আৰু হে পৰম পুণ্যৱতী ভৱিষ্যদ্বাদিনী, অনাগত দিনবোৰৰ কথা তোমাৰ নখ-দৰ্পণত। মোৰ ভাগ্যত নথকা হেতুকে মই এখন সাম্ৰাজ্য দাবী কৰা নাই। আমাক আৰু ট্ৰয়ৰ শক্তি আৰু অভিভাৱক স্বৰূপ আশ্ৰয়হীন দেৱতাসকলক অন্ততঃ থাকিবলৈ এই লাটিয়ামত অকণমান ঠাই দিয়া। আমাৰ লগতে তেওঁলোকেও ধুমুহা বতাহত উটি-বুৰি ফুৰিবলগীয়া হৈছে। তাতে মই এপলো আৰু ট্ৰিভিয়াৰ প্ৰতি উছৰ্গা কৰি এটা শুধ মাৰ্বল পাথৰৰ মন্দিৰ নিৰ্মাণ কৰিম আৰু এপলোৰ নামত কেইবাদিনো জুৰি মহাসমাৰোহেৰে উৎসৱ এটাও উদ্‌যাপন কৰিম। আৰু হে মহিয়সী জননী, মোৰ ৰাজ্যত প্ৰতিষ্ঠিত হ'ব এখনি পৱিত্ৰ তীৰ্থস্থান, তাত তোমাৰ দৈৱবাণীসমূহ সুৰক্ষিত হৈ থাকিব। তাত আৰু থাকিব সেই গোপন ৰহস্যবিলাক, যিবিলাক তুমি আমাৰ আগত প্ৰকাশ কৰিবা। তোমাৰ সেৱাৰ কাৰণে নিযুক্ত হ'ব পুণ্যবান যাজক। তোমাৰ ওচৰত মোৰ এটা মাত্ৰ অনুৰোধ, গছৰ পাতত তোমাৰ ভৱিষ্যতবাণীবিলাক লিপিবদ্ধ নকৰিবা, কাৰণ বতাহত সেইবিলাক খেলি-মেলি হৈ খেলনাৰ দৰে উৰি যাব। মই তোমাক মিনতি কৰি কৈছো, তুমি যেন নিজেই কথাবিলাক কৈ যোৱা।" তেওঁৰ অধৰ-নিসৃত প্ৰাৰ্থনা শেষ হ'ল।

ইতিমধ্যে দৈৱজ্ঞাগৰাকীয়ে গুহাটোৰ ভিতৰত ক্ষিপ্ৰভাৱে বিচৰণ কৰিছিল, কাৰণ তেওঁ তেতিয়াও এপলোৰ বশ্যতা স্বীকাৰ কৰা নাছিল। তেওঁ দেৱতাজনৰ প্ৰভাৱৰ পৰা মুক্ত হ'বলৈ চেষ্টা কৰিছিল। কিন্তু দেৱতাজনে তেওঁৰ বিকৃত মুখাবয়বৰ যন্ত্ৰণা তীব্ৰতৰ কৰি তেওঁৰ চিত্ত বিক্ষেপ নিয়ন্ত্ৰণ কৰিছিল। ক্ৰমাৎ তেওঁ অৱশ হৈ পৰিছিল আৰু এপলোৰ প্ৰবল ইচ্ছা শক্তিৰ ওচৰত নতশিৰ হৈছিল। সেইকাৰণে অৱশেষত সেই পৱিত্ৰ আশ্ৰমৰ এশখন প্ৰকাণ্ড দুৱাৰ মুকলি হৈ গ'ল আৰু তাৰ মাজেদি দূৰদৰ্শিনীৰ উত্তৰ ধ্বনিত হৈ উঠিল। "তোমালোকে সমুদ্ৰৰ বহুতো বিপৰ্যয় নিৰাপদে অতিক্ৰম কৰি আহিছা, কিন্তু এতিয়াও স্থল ভাগত বহুতো দুৰ্যোগ তোমালোকৰ কাৰণে অপেক্ষা কৰি আছে। লাভিনীয়াম ৰাজ্যত তোমালোক ডাৰ্ডানসকলে গুৰুতৰ বিপদৰ সন্মুখীন হ'ব লাগিব। তাৰবাবে তোমালোকে ভয় কৰিব নালাগে। কাৰণ সেইবিলাক বিপদে তোমালোকৰ

ক্ষতি কৰিব নোৱাৰিব। মই দেখিবলৈ পাইছো যুদ্ধ আৰু যুদ্ধৰ অবর্ণনীয় বিভীষিকা। টাইবাৰ নদীত ফেনে-ফোটোকাৰে অহা তেজৰ সোঁত মই দেখিছো। তাতো তোমালোকে পাবা এখন ছিমইছ, এখন জেম্বাছ আৰু এটা গ্ৰীক শিবিৰ। লাটিয়ামত আৰু এজন নতুন একিলিছ আৰু এজন দেৱীপুত্ৰ বিৰাজমান। ট্ৰজানবিলাকৰ মহাশত্ৰু জুনোও আঁতৰি নাথাকিব। আৰু ইতিমধ্যে তোমালোকে, অতি অসহায় অৱস্থাত, ইটালীৰ প্ৰতিটো জাতি আৰু প্ৰতিখন নগৰৰ ওচৰ চাপি অতি দীন-হীনভাৱে সাহায্য ভিক্ষা কৰিব লাগিব। তোমালোকে যাৰ আতিথ্য গ্ৰহণ কৰিবা তেওঁৰ পৰিয়ালৰ এগৰাকী অপৰিচিতা কন্যাৰ বিবাহেই ট্ৰজানবিলাকৰ ঘোৰ বিপৰ্যয়ৰ কাৰণ হ'ব। দুখ-কষ্টৰ ওচৰত হাৰ নামানি, অতি নিৰ্ভীকভাৱে তোমালোক ভাগ্যই নিৰ্ধাৰণ কৰা পথেদি অগ্ৰসৰ হ'ব লাগিব। তোমালোকে যাত্ৰা আৰম্ভ কৰাৰ আগতেই, আশাতীতভাৱে এখন গ্ৰীক নগৰৰ পৰাই তোমালোকৰ উদ্ধাৰৰ কাৰণে প্ৰথম পথটোৰ সন্ধান পাবা।"

কিউমিয়ান ছিবিলে তেওঁৰ গহ্বৰৰ পৰা এই ভয়ঙ্কৰ আৰু ৰহস্যময় ভৱিষ্যত বাণী প্ৰকাশ কৰিলে। দুৰ্বোধ্যতাৰ কুঁৱলিয়ে ঢকা এই সত্যবিলাক উচ্চাৰণ কৰোতে তেওঁৰ কণ্ঠস্বৰে গুহাটোৰ ভিতৰত গুম-গুমনিৰ সৃষ্টি কৰিছিল। এপলোৰ দ্বাৰা নিয়ন্ত্ৰিত হৈ, তেওঁৰ প্ৰৰোচনা মতেই ছিবিলে উন্মত্তভাৱে দেৱতাজনৰ জাগ্ৰত প্ৰভাৱৰ পৰা মুক্ত হবলৈ চেষ্টা কৰিছিল। তেওঁৰ এই প্ৰবল উত্তেজনা আৰু উন্মাদ অৱস্থাৰ অৱসান ঘটিল। তেওঁ নীৰৱ হোৱাৰ লগে লগেই ইনিয়াছে বীৰোচিত দৃপ্ততাৰে কবলৈ ধৰিলে, "হে কুমাৰী, অচিন বা অভাৱনীয় কোনো বিপদেই মোক বাধা দিব নোৱাৰে। মোৰ মনৰ অগোচৰত যেনে ধৰণৰ অঘটন ঘটিব পাৰে সেই সকলো ধৰণৰ প্ৰতিকূল অৱস্থা মই পাৰ হৈ আহিছো। কিন্তু তোমাৰ ওচৰত মোৰ এটা প্ৰাৰ্থনা আছে। কথিত আছে যে নৰকাধিপতিৰ প্ৰৱেশ-পথ ইয়াতে অৱস্থিত আৰু ইয়াৰে অন্ধকাৰ নিম্নভূমিৰ ওপৰেদি একিৰণ নদী বক্ৰভাৱে বৈ গৈছে। মোক অন্ততঃ এই আশীৰ্বাদ দিয়া যাতে প্ৰিয় পিতাৰ লগত মোৰ সাক্ষাৎ হয়। এই পবিত্ৰ দুৱাৰবিলাক উন্মুক্ত কৰি তুমি মোক কোন বাটেদি যাব লাগিব বুজাই দিয়া। এই কামেৰেই

—২১

মই তেওঁক বহন কৰিছিলো ; জ্বলন্ত অনলৰ মাজেদি, হাজাৰ বিজাৰ নিক্ষিপ্ত বৰ্ষাৰ মাজেদি মই তেওঁক শত্ৰুৰ ব্যুহৰ পৰা উদ্ধাৰ কৰি আনিছিলো। মোৰ সমুদ্ৰ-যাত্ৰা আৰু পৃথিবী পৰ্যটনত তেওঁ মোৰ লগতে থাকি সাগৰৰ আৰু বায়ু মণ্ডলৰ সকলো বিপদ মূৰ পাতি লৈছিল। বুঢ়া কালত, দুৰ্বল দেহেৰে এই কষ্ট সহ্য কৰা তেওঁৰ কাৰণে অসাধ্য হৈছিল। আৰু তেৱেঁই মোক তোমাৰ ওচৰলৈ আহি এই গুহামুখবিলাকত পূজা-পাতল কৰিবলৈ সকীয়াই দিছিল। হে সদাশয়া নাৰী, মই তোমাক মিনতি কৰি কৈছো, পিতা-পুত্ৰৰ প্ৰতি তুমি কৰুণা প্ৰদৰ্শন কৰা। কাৰণ এই কাম কৰিবলৈ তোমাৰ শক্তি আছে, সামৰ্থ্য আছে। হিকেটিয়ে তোমাক এভাৰ্ণাছ অৰণ্যৰ ভাৰ এনেয়ে দিয়া নাছিল। থে্ চীয় বীণাৰ তন্ত্ৰীত সুৰৰ ঝঙ্কাৰ তুলি অৰ্ফিউছে তেওঁৰ প্ৰিয়তমাৰ প্ৰেতাত্মাক দৰ্শন কৰিব পাৰিছিল। পলাক্সে পৰ্যায়ক্ৰমে ভায়েকৰ সৈতে মৃত্যু-বৰণ কৰি তেওঁক পুনৰ্জীৱিত কৰিব পাৰিছিল, এইদৰে তেওঁ বাৰে বাৰে মৃত্যু পথযাত্ৰী হৈছিল। এনেকৈ মহান থেচিউছে আৰু হাৰকিউলিছেও— কিন্তু এইবিলাক উল্লেখ কৰাৰ কি প্ৰয়োজন ? ময়ো পৰম পিতা জুপিটাৰৰ বংশোদ্ভৱ।”

বেদীখন হাতেৰে স্পৰ্শ কৰি তেওঁ এইদৰেই স্তুতি কৰিছিল। তেওঁ প্ৰাৰ্থনা কৰি থকা অৱস্থাতে দৈৱজ্ঞাগৰাকীয়ে উত্তৰ দিলে, “হে দেৱকুলসম্ভূত ট্ৰয়ৰ সন্তান, হে এঙ্কাইচিছৰ পুত্ৰ, এভাৰ্ণাছত অৱৰোহণ কৰা কঠিন নহয়। প্লুটৰ অন্ধকাৰ দুৱাৰ অহৰ্নিশে মুক্ত হৈ থাকে। কিন্তু সেই বাটেদি ওপৰলৈ উঠি আহি বাহিৰৰ বা পোৱাটোহে অতি কষ্টসাধ্য। মাত্ৰ কেইজনমান মানুহেহে অসাধ্য সাধন কৰিব পাৰিছে। তেওঁলোকৰ দেহত দেৱতাৰ তেজ আছিল। তেওঁলোক আছিল জুপিটাৰৰ স্নেহধন্য আৰু অনুগ্ৰহভাজন। অথবা তেওঁলোকৰ শৌৰ্য-বীৰ্য আছিল সাধাৰণ মানুহতকৈ উচ্চতৰ পৰ্যায়ৰ। গোটেই বাটছোৱাৰ দুয়োকাষে আছে অটব্য অৰণ্য। তদুপৰি বক্ৰগামিনী ক'ছিটাছ নদীৰ কাজল পানীয়ে চৌদিশ বেষ্টিত কৰি ৰাখিছে। তথাপি যদি তোমাৰ অন্তৰৰ অভিলাষ ইমান প্ৰবল আৰু ইমান প্ৰচণ্ড, তুমি যদি বৈতৰণীৰ সলিলৰাশি একাধিকবাৰ অতিক্ৰম কৰিবলৈ উদ্যত হৈছা, দুৱাৰকৈ নাৰকীয় অন্ধকাৰ ভেদ কৰি যাবলৈ ইচ্ছা কৰিছা, আৰু যদি তুমি এই উন্মাদ অভিযানত জাঁপ দিবলৈ সঁচাকৈয়ে বদ্ধ পৰিকৰ, তেনেহ'লে তাৰ

আগতে কি কৰিব লাগিব মন দি শুনা। এজোপা গছৰ অন্ধকাৰ ছায়াই এটি তৰুশাখা আবৰি ৰাখিছে। এই ডালটোৰ ঠানিবিলাক সোণৰ, পাত বিলাকো সোণৰ। পাতালৰ গৰাকী জুনোৰ প্ৰতি ইয়াক পবিত্ৰভাৱে উছৰ্গা কৰি থোৱা হৈছে। সমগ্ৰ অৰণ্যই ইয়াক সুৰক্ষিত কৰি ৰাখিছে। স্বল্পালোকিত উপত্যকাৰ তিমিৰৰাশিয়ে ইয়াক আবৃত কৰি থৈছে। কিন্তু এই ডালটোৰ পৰা সোণৰ ঠানি এটা সংগ্ৰহ কৰিব নোৱাৰিলে পাতাল প্ৰবেশৰ অনুমতি কাকো দিয়া নহয়, কাৰণ সুন্দৰী প্ৰছাৰপাইনে আদেশ দিয়া আছে যে এনে এটি উপহাৰ তেওঁৰ প্ৰতি বিশেষভাৱে নিবেদন কৰিব লাগিব। ডালটোৰ এটা অংশ ছিঙিলে তাৰ ঠাইত তেতিয়াই আন এটা পোখা ওলায়, সিয়ো সোণৰ আৰু ইয়াৰ আগটোৱেও সোণৰ পাত মেলে। সেই কাৰণে তুমি সচেষ্ট হৈ এই ডালটো বিচাৰিব লাগিব, বিচাৰি উলিয়াই নিৰ্ভয় মনেৰে ঠাল এটা ছিঙিব লাগিব। আৰু যদি ভাগ্যদেৱীসকলে প্ৰকৃততে তোমাকেই আহ্বান কৰিছে, তেনেহ'লে ঠানি এটা সহজে আৰু নিজে নিজেই এৰাই আহিব। কিন্তু ইয়াৰ ব্যতিক্ৰম হ'লে তুমি প্ৰাণটাকি চেষ্টা কৰিয়ো পাত এটাকে লবাব নোৱাৰিবা। আনকি তীখাৰ তৰোৱালেৰে কাটিবলৈও তোমাৰ শক্তিয়ে নুকুলাব। এতিয়া আৰু এটা কথা কওঁ শুনা। দৈৱবাণীৰ কাৰণে ইয়াত তুমি অপেক্ষা কৰি থকা সময়ত তোমাৰ বন্ধুৰ দেহা এটি প্ৰাণহীন হৈ পৰি আছে। হায়, তুমি এতিয়াও সেই কথা গম পোৱা নাই। মৃত্যুৱে তোমাৰ তৰীসমূহ অশুচি কৰিছে। তেওঁক উপযুক্তভাৱে সংকাৰ কৰিবা। প্ৰায়শ্চিত্তৰ কাৰণে প্ৰথমে ক'লা ভেড়া কেইটামান আগবঢ়াবা। ইয়াকে কৰিলেহে তুমি জীৱন্ত মানুহে বাট বিচাৰি নোপোৱা দেশখন আৰু বৈতৰণীৰ বনাঞ্চল দেখিবলৈ পাবা।" এইদৰে কৈ তেওঁ ওঁঠ জপালে আৰু নীৰৱ হ'ল।

ইনিয়াছে বিমৰ্ষভাৱে গুহাটোৰ পৰা বিদায় ল'লে। তললৈ মূৰ কৰি তেওঁ অনিশ্চিত ভৱিষ্যতৰ বিষয়ে গুণা-গঁথা কৰি আছিল। একান্ত অনুগত একেটিছে তেওঁৰ মন বুজি গভীৰ সহানুভূতি দেখুৱাই লগে লগে খোজ দিছিল। দৈৱজ্ঞাগৰাকীয়ে উল্লেখ কৰা মৃত বন্ধুজননো কোন হ'ব পাৰে আৰু কাৰ শৱ দেহনো তেওঁলোকে সংকাৰ কৰিব লাগিব সেই বিষয়ে তেওঁলোকে নানা জল্পনা-কল্পনা কৰি কথা পাতিছিল। তাৰ পিছত হঠাৎ তেওঁলোকে

আছি ঘটনা স্থলত উপস্থিত হ'ল। ভাটাৰ টানত সাগৰৰ পানী আঁতৰি যোৱাৰ ফলত শুকাই থকা উপকূলৰ একাংশত অকালতে নিষ্ঠুৰ মৰণে হৰি লৈ যোৱা ইয়লিড মিছেনাছৰ নিষ্প্ৰাণ দেহ তেওঁলোকে দেখিবলৈ পালে। তেওঁ আছিল শ্ৰেষ্ঠ ভেৰীবাদক। ব্ৰঞ্জৰ তূৰ্য-ধ্বনিৰে তেওঁ সকলোৰে অন্তৰত সাহস আৰু শক্তিৰ সঞ্চাৰ কৰি তেওঁলোকক ৰণদুৰ্মদ কৰি তুলিব পাৰিছিল। মিছেনাছ কীৰ্তিমান হেক্টৰৰ সহচৰ আছিল। হেক্টৰৰ কাষত থাকি তেওঁ সমৰৰ সন্মুখীন হৈছিল। তেওঁৰ হাতত থকা ৰণবাদ্য আৰু শক্তিশেলেই তেওঁৰ পৰিচয় দিছিল। একিলিছৰ হাতত হেক্টৰ নিহত হোৱাৰ পাছত এই সাহসী বীৰজনে ডাৰ্ডান ইনিয়াছৰ প্ৰতি আনুগত্য প্ৰদৰ্শন কৰি, যি সেৱা আগ বঢ়াইছিল সেয়া নিতান্ত অকিঞ্চিতকৰ নাছিল। কিন্তু পিছত তেওঁ বুদ্ধি-ভ্ৰষ্ট হ'ল। তেওঁ শঙ্খ-ধ্বনি কৰি সাগৰ তৰঙ্গিত কৰিছিল আৰু সঙ্গীতত তেওঁৰ সমসৰী নাই বুলি দেৱতাসকলকো তেওঁ উপেক্ষা কৰিছিল। হিংসাৰ বশবৰ্তী হৈ ট্ৰাইটনে তেওঁৰ প্ৰবল প্ৰতিদ্বন্দ্বীজনক শিলাসঙ্কুল, সফেন সমুদ্ৰত নিমজ্জিত কৰিছিল—যদিহে আমি এনে এটা ঘটনা বিশ্বাস কৰিব পাৰো।

ট্ৰজানসকলে সমবেত হৈ চিঞৰি চিঞৰি কান্দিছিল—আৰু সত্যসন্ধ ইনিয়াছৰ কান্দোনে সকলোকে চেৰ পেলাইছিল। অলপো পলম নকৰি উচুপি উচুপিয়েই তেওঁলোকে ছিবিলে কৰিবলৈ কোৱা সকলো কামকে সমাধা কৰিবলৈ লৰালৰি লগালে। গছৰ কুন্দাৰে তেওঁলোকে অতি ওখকৈ এটা চিতা নিৰ্মাণ কৰিব লগা হৈছিল। বনৰীয়া জন্তু আৰু ওখ গছেৰে ভৰা আদিম অৰণ্যত তেওঁলোকে প্ৰৱেশ কৰিলে আৰু শীঘ্ৰে বহুতো দেৱদাৰু গছ কাটি বগৰোৱা হ'ল। কুঠাৰৰ আঘাতত সবল গছবিলাক সৰব হৈ পৰিছিল। এছ, ওক আদি শুকাঠী গছবোৰ ফলা হৈছিল আৰু বিয়াগোম গছবোৰ পাহাৰৰ পৰা তললৈ বাগৰি আহিছিল।

বাকীসকলৰ লগতে ইনিয়াছেও হাতত হাথিয়াৰ লৈ সকলো কামতে আগ ভাগ লৈছিল আৰু তেওঁৰ সঙ্গীসকলক উদগনি দি আছিল। কিন্তু তেওঁ সীমাহীন অৰণ্যৰ ফালে সততে দৃষ্টিপাত কৰি নিৰাশ মনেৰে নিজৰ সমস্যাবিলাকৰ বিষয়েই চিন্তা কৰি আছিল। এইদৰে গুণা-গঁথা কৰি থাকোতে তেওঁ অকস্মাতে প্ৰাৰ্থনা কৰিলে, "এই বিশাল বনত সোণৰ

গছজোপা মই বাৰু ক'ত বিচাৰি পাম ? বেচেৰা মিছেনাছ, দৈৱজ্ঞাগৰাকীয়ে তোমাৰ বিষয়ে কোৱা কথা কিমান ফলিয়ালে ! সকলো আখৰে আখৰে মিলিল।” তেওঁ এইদৰে কোৱাৰ লগে লগেই এযুৰি কপৌ চৰাই হঠাতে উৰি আহি তেওঁ চাই থাকোতেই সেউজীয়া ঘাঁহনিত পৰিল। মহাবীৰ ইনিয়াছে তেওঁৰ মাকৰ কপৌহাল চিনি পাই, মনে মনে প্ৰাৰ্থনা কৰি ক'লে, “তোমালোকেই মোক বাট দেখুৱাই লৈ যোৱা, যদিহে প্ৰকৃততে বাট এটা আছে। তোমালোক অৰণ্যৰ মাজত থকা সেই মুকলি ঠাইখনলৈকে উৰি যোৱা, য'ত দেৱাশীষ স্বৰূপ গছজোপাৰ ছায়াই উৰ্বৰা ভূমি সুশীতল কৰিছে। আৰু হে মোৰ দিব্যৰূপিনী জননী, এই সঙ্কটপূৰ্ণ সময়ছোৱাত মোক যেন পাহৰি নোযোৱা।” এই বুলি কৈ তেওঁ থমকি ৰ'ল আৰু চৰাই হ'লেনো কি বাৰ্ত্তা আনিছে আৰু সিহঁত কোনফালেনো উৰি যাব তাকে ভালকৈ লক্ষ্য কৰিলে। কপৌযুৰিয়ে সময়ে সময়ে মাটিত পৰি কিবা খাইছিল, পিছত আকৌ উৰা মাৰিছিল, কিন্তু পিছে পিছে যোৱাজনৰ চকুৰ আঁৰ হোৱা নাছিল। সিহঁত উৰি গৈ বিষাক্ত এভাৰ্ণাছৰ প্ৰৱেশ-পথৰ ওচৰ পালেগৈ। ইয়াৰ পৰাই সিহঁতে মুকলি বতাহৰ মাজেদি বেগেৰে উৰি গ'ল আৰু অভিলষিত স্থানত উপনীত হৈ দুয়োটাই দুজোপা গছৰ আগত পৰিল। আৰু তাতে ডাল-পাতৰ তুলনামূলক বৈষম্যৰ মাজেদি সোণৰ জিলিঙনি চকুত পৰিছিল। যি জোপা গছ লহপহকৈ বাঢ়ে, সেইজোপা গছৰ গুটিৰ পৰা নগজিলেও, তাৰে গা-গছছোৱা মেৰিয়াই ধৰি, ৰঙা ৰঙা ফলেৰে দাৰুণ শীত কালতো হাবিৰ মাজত সেউজী বোলেৰে সজীৱ হৈ থকা বঘুমলাৰ লগত এই সোণৰ ঠানিটোৰ সাদৃশ্য আছিল আৰু মহীৰুহৰ নিবিড় ছায়াত ইয়াৰ ধাতবীয় পাতবিলাক মৃদু সমীৰণৰ পৰশত কণজুনাই আছিল। ইনিয়াছে তৎক্ষণাৎ ডালটো আঁজুৰি দৌৰাই আনিলে। সোনকালে এৰাই অহা নাছিল যদিও তেওঁ লুব্ধভাৱে ঠাল এটা ছিঙি ল'লে আৰু দূৰদৰ্শিনী ছিবিলৰ আশ্ৰমলৈ বাওনা হ'ল।

ইতিমধ্যে সাগৰৰ পাৰত মিছেনাছৰ অন্ত্যেষ্টিক্ৰিয়া সম্পন্ন কৰাৰ সময়ত ট্ৰজানবিলাকে গভীৰ শোকত অভিভূত হৈ হিয়া ধুনি কান্দিছিল। এমুঠি ছাইত পৰিণত হোৱা মিছেনাছৰ এভিয়া আৰু তেওঁলোকৰ খলাগ লবলৈ শকতি নাছিল। প্ৰথমে তেওঁলোকে মজবুত ভঙ্গাৰে এটা প্ৰকাণ্ড

চিতা নিৰ্মাণ কৰিছিল আৰু লগনীৰ কাৰণে তাত ধূপ খৰি জ্বলি দিছিল। তাৰ পিছত তেওঁলোকে চিতাৰ চৌদিশ সেউজীয়া লতা-পাতেৰে সজাই দিছিল আৰু সমুখত শেষ সংকাৰৰ চিন স্বৰূপে কেইজোপামান ছাইপ্ৰেছ গছ কই দিছিল। চিতাৰ ওপৰত স্থাপন কৰা অস্ত্ৰ-শস্ত্ৰবিলাকে তিৰবিৰাই ইয়াৰ শোভা বঢ়াইছিল। এটা দলে জুই ধৰি কেৰাহীত পানী উতলাইছিল আৰু বন্ধুজনৰ শীতল মৃতদেহ ধুৱাই অনুলেপন কৰিছিল। তেওঁলোকৰ বিলাপ তীব্ৰতৰ হৈছিল। অজস্ৰ অশ্ৰুপাতৰ পিছত শৱদেহ শেষ শয্যাত শায়িত কৰি মৃতকে ভাল পোৱা চোকা ৰঙৰ কাপোৰেৰে ঢাকি দিছিল। কেইজনমান ট্ৰজান বিষণ্নভাৱে বিৰাট শয্যাখন উত্তোলন কৰিবৰ কাৰণে অৱনত হৈছিল। তাৰ পিছত প্ৰাচীন প্ৰথামতে তেওঁলোকে আনফালে চাই জ্বলা জোঁৰ হাতত লৈ চিতাত অগ্নি-সংযোগ কৰিছিল। ধূপ-ধূনা, খাদ্য-সম্ভাৰ আৰু জিতফলৰ তেলেৰে হোম কৰাৰ পিছত চিতাগ্নি প্ৰবলভাৱে জ্বলি উঠিছিল—অৱশেষত যেতিয়া জুই নুমাল, তেতিয়া তেওঁ-লোকে অৱশিষ্ট জীয়া অঙঠাবিলাকত ফটিকা ঢালি দিছিল। কৰিয়নিয়াছে অস্থি সংগ্ৰহ কৰি ব্ৰঞ্জৰ পাত্ৰ এটাৰ ভিতৰত ভৰাই থৈছিল। লহপহীয়া জলফাই গছৰ পাতেৰে তিনিবাৰ শান্তি বাৰি সেচন কৰি তেওঁ বন্ধুসকলক শুচি কৰিছিল। তাৰ পিছতে তেওঁ শেষ বাক্য উচ্চাৰণ কৰিলে। সংকাৰ কৰা ঠাইত সত্যসন্ধ ইনিয়াছে এটা প্ৰকাণ্ড মৈদাম নিৰ্মাণ কৰিলে। মিছেনাছে ব্যৱহাৰ কৰা ব'ঠা আৰু ভেৰী মৈদামটোৰ ওপৰত স্থাপন কৰা হ'ল। এটা ওখ পৰ্বতৰ নামনিত থকা এই মৈদামটোৱে আজিও মিছেনাছ বুলি বিদিত হৈ শ শ বছৰ জুৰি তেওঁৰ নাম যুগমীয়া কৰি ৰাখিছে।

ইয়াৰ পিছত ইনিয়াছে ছিবিলৰ নিৰ্দেশবিলাক পালন কৰিবলৈ খৰখেদা লগালে। তাতে এটা প্ৰকাণ্ড আৰু বহল মুখৰ ওখোৰা-মোখোৰা গুহা আছিল। কলীয়া পানীৰে চপচপীয়া হৈ থকা হ্ৰদ এটাই আৰু অটব্য অৰণ্যই ইয়াক সুৰক্ষিত কৰি ৰাখিছিল। এই হ্ৰদটোৰ ওপৰেদি নিৰাপদভাৱে চৰাই এটাও উৰি যাব নোৱাৰিছিল, কাৰণ ইয়াৰ পৰা বিষাক্ত বাষ্প বাহিৰ হৈ বায়ুমণ্ডলত বিয়পি পৰিছিল। এই কাৰণেই গ্ৰীকবিলাকে এই ঠাইখনক "বিহঙ্গহীন আৰ্ৰ্ণছ" বুলি অভিহিত কৰিছিল। ইয়াতে যাজিকাগৰাকীয়ে

প্ৰথমে ক'লা গৰু চাৰিটা বান্ধি সিহঁতৰ কপালত মদ ঢালি দিছিল। তাৰ পিছত তেওঁ সিহঁতৰ শিঙৰ মাজৰ নোম ছিঙি প্ৰথম নৈবেদ্য হিচাপে হোমাগ্নিত আহুতি দিছিল। লগে লগে তেওঁ স্বৰ্গ আৰু নৰকত সমানে শক্তিশালিনী হিকেটিক উচ্চৈঃস্বৰে প্ৰাৰ্থনা কৰিছিল। আনবিলাক মানুহে ছুৰিৰে বলিৰ পশুবিলাকৰ নেলু ছিঙি সিহঁতৰ তপত তেজ বাতি পাতি ধৰিছিল। ' ইনিয়াছে এলাক্কুকলীয়া ভেড়া পোৱালি এটা তৰোৱালেৰে কাটি হিংসাৰ অধিষ্ঠাত্ৰী দেৱীসকলৰ জননী আৰু তেওঁৰ মহিয়সী ভগিনীৰ প্ৰতি নিবেদন কৰিছিল। প্ৰেতৰাজৰ কাৰণে বলি দিছিল এজনী বাজী গাই। এতিয়া তেওঁ বৈতৰণীৰ ৰজাজনক ৰাতিৰ ভাগ পূজা দিবলৈ যো-জা কৰিলে। তেওঁ মৰা ষাঁড় গৰু চাৰিটা গোটে গোটে জুইত জাপি সুগন্ধি জলফাই তেল সিহঁতৰ নাড়ি-ভুঁৰুত ঢালি দিলে। আৰু কি আচৰিত কথা! পুৱাৰ সুৰুযে ভুমুকি মৰাৰ অলপ আগতেই তেওঁলোকৰ ভৰিৰ তলত মাটি গুমগুমাই উঠিল; গছে-বনে ছাটি থোৱা পাহাৰৰ হেলনীয়া অংশবিলাক লৰিবলৈ ধৰিলে, পাতল আন্ধাৰৰ মাজেদি দেখা গ'ল ভুক ভুকাই থকা চিকাৰী কুকুৰৰ নিচিনা বিছুমান আকৃতি। দেৱীগৰাকী আহি নিচেই ওচৰ পাইছিলহি। যাজিকা-গৰাকীয়ে উচ্চৈঃস্বৰে ক'লে, "তোমালোকৰ যিসকলৰ অন্তৰ অশুচি ইয়াৰ পৰা আঁতৰি যোৱা, এই কাননৰ পৰা আঁতৰি যোৱা। কিন্তু ইনিয়াছ, তুমি হাতত তৰোৱাল লৈ আহি থাকা। এতিয়াহে তোমাৰ সাহস আৰু মনোবলৰ প্ৰয়োজন হৈছে।" ইমানকে কৈ তেওঁ মুক্ত হৈ থকা গুহাটোৰ ভিতৰলৈ অতি অধীৰভাৱে সোমাই গ'ল। ইনিয়াছেও নিৰ্ভয় মনেৰে তেওঁৰ পিছে পিছে যাবলৈ ধৰিলে।

হে আত্মাৰ অধিকাৰী দেৱতাসকল, হে শব্দহীন ছায়াৰাশি, হে মহাকাশ আৰু অগ্নিস্ৰোতা নদী, হে তমিস্ৰ ৰজনীৰ তলত থকা নিস্তব্ধ মহাশূন্য। মই যেন মোৰ আগত বিবৃত কৰা কথাবিলাকৰ বিৱৰণ দিওঁতে পাপৰ পৰা আঁতৰি থাকি তোমালোকৰ দৈৱিক সম্মতি সাপেক্ষে পৃথিৱীৰ অন্ধকাৰ গৰ্ভত নিহিত হৈ থকা সত্যবিলাক উদ্ঘাটন কৰিব পাৰো।

আন্ধাৰৰ মাজে মাজে তেওঁলোক অগ্ৰসৰ হৈছিল। নিবিড় ছায়াই তেওঁলোকক আবৰি আছিল। ঊৰ্ধত আছিল নিশাৰ নিৰ্জনতা। প্লুটোৰ শূন্য সাম্ৰাজ্যৰ মাজেদি তেওঁলোকে যাত্ৰা কৰিছিল; পাৰ হৈ গৈছিল

শাৰী শাৰী প্ৰাসাদ, য'ত নাছিল প্ৰাণৰ স্পন্দন। জুপিটাৰে যেতিয়া আকাশখন মেঘাবৃত কৰি ৰাখে, নিশাৰ অন্ধকাৰে যেতিয়া জগতৰ জ্যোতি হৰণ কৰে, তেনেকুৱা সময়ত চন্দ্ৰমাৰ চকামকা আৰু অস্পষ্ট পোহৰত অটব্য অৰণ্যৰ মাজেদি যোৱা মানুহৰ দৰে তেওঁলোক আগ বাঢ়ি গৈছিল। প্ৰবেশ কক্ষৰ সমুখত, ৰসাতলৰ ঠিক দুৱাৰ-মুখত ক্লেশ আৰু ক্ৰুদ্ধ চিত্ত-বেদনাই সন্তানৰ শয্যা ৰচনা কৰিছে। তাত বিৰাজ কৰিছে বিচিত্ৰ বিভীষিকা, তাত আছে অৱহেলিত, পৰিত্যক্ত জৰা, সন্ত্ৰাস, ক্ষুধা, অমঙ্গলৰ দূত, কুৎসিৎ দাৰিদ্ৰ্য, মৃত্যু আৰু বেদনা। আৰু আছে মৰণৰ কুটুম্বিনী নিদ্ৰা আৰু পাপ কৰ্মজনিত আবিল আনন্দ, প্ৰবেশ-পথৰ নিচেই কাষতে আছে যুদ্ধ, মৃত্যুৰ অগ্ৰদূত। হিংসাৰ দেৱীসকলৰ, আৰু ৰক্তবৰ্দ্ধনীৰে সৰ্পিল কেশদাম নিয়ন্ত্ৰিত কৰি ৰখা উন্মাদিনী বিপ্ৰতিপত্তিৰ লৌহ কক্ষও তাতে অৱস্থিত।

সোঁমাজতে আছে এজোপা প্ৰকাণ্ড আৰু ঘনছায়াবিশিষ্ট সৰল গছ। গছজোপাৰ বহুত বয়স হৈছে আৰু হাতৰ দৰে ইয়াৰ ডালবোৰ প্ৰসাৰিত। অলীক সপোনবিলাকে এই গছজোপাতে আশ্ৰয় লয় আৰু পাতৰ তলত লুকাই থাকে বুলি কথিত আছে, তদুপৰি তাত ভালেমান দানবাকৃতি, বৰ্ণ-সঙ্কৰ জাতীয় জীৱ আছে। প্ৰবেশ-দ্বাৰতে আছে চেণ্টৰৰ অশ্বশালা, অৰ্ধমানবী ছীলা, শতভুজ ব্ৰিয়াৰিয়াছ, ভীতি-সঞ্চাৰ কৰি ফোঁচফোঁচাই থকা এবিধ প্ৰাণী, আৰু অগ্নিশিখাৰে সজ্জিত কাইমেৰা, গৰ্গন, হাৰ্পি, ত্ৰিদেহবিশিষ্ট গেৰিয়নৰ অস্পষ্ট আকৃতি। এইবিলাক দেখা পাই ইনিয়াছে অকস্মাতে ভয় খালে। তেওঁ কিবা জন্তু ওচৰলৈ আহিব পাৰে বুলি খোলা তৰোৱাল হাতত লৈ আছিল। তেওঁৰ সঙ্গিনীয়ে সেইবিলাক অশৰীৰী কায়াহীন আৰু শূন্যতে ভাহি থকা বায়ৱীয় আকৃতি বুলি তেওঁক সকীয়াই নিদিয়া হ'লে তেওঁ আক্ৰমণ কৰিলেহেঁতেন আৰু অলীক ছায়াবিলাকৰ মাজেদিয়েই তৰোৱাল চলালেহেঁতেন।

এই ঠাইৰ পৰাই আৰম্ভ হৈছে সুগভীৰ ৰসাতলত অৱস্থিত একিৰণ নদীলৈ যোৱা পথ। অন্ধকাৰ, অতল আৰু পঙ্কিল গহ্বৰৰ প্ৰকাণ্ড আৰু সৰ্বগ্ৰাসী গৰ্ভত উতলি থকা ক্লেদ কঙ্কিটাছলৈ প্ৰবাহিত হয়। নদীৰ

পাৰঘাটৰ ৰখীয়াজনে পানীৰফালে সতর্ক দৃষ্টিৰে চাই থাকে। তেৱেঁই হৈছে ভয়ঙ্কৰ কেৰণ। তেওঁৰ দেহ বিকৃত, মলিন আৰু বীভৎস। তেওঁৰ থুঁতৰিত আছে দৰাদৰে পকা ডাড়ি। চকুহাল যেন অবিকল অগ্নিশিখা, তেওঁৰ কান্ধত গাঁঠি দি বান্ধি থোৱা লেতেৰা কাপোৰ এখন ওলমি থাকে। কেৰণে লগীৰে বা পালতৰি নৌকাখন চলায়। ক'লা বৰণৰ এই টুলুঙা নাওখনেৰে তেওঁ প্ৰেতাত্মাবিলাকক পাৰ কৰে। বৃদ্ধ হ'লেও তেওঁ দেৱতা আৰু সেইকাৰণে তেওঁৰ শৰীৰ সুস্থ আৰু শক্তিশালী। ইয়াতেই নদীৰ পাৰত অসংখ্য প্ৰেতাত্মাৰ সমাবেশ হৈছিল। তেওঁলোকৰ মাজত আছিল নাৰী আৰু বলবান পুৰুষ; জীৱিত কালত কঠোৰ কাৰ্যসম্পন্ন কৰা অসম সাহসী বীৰ, অবিবাহিত তৰুণ-তৰুণী, পিতৃ-মাতৃৰ চকুৰ আগতে চিতাত তোলা প্ৰাপ্তবয়স্ক পুত্ৰ। শৰৎ কালৰ শীত আৰম্ভ হওঁতেই সৰি পৰা গছপাত, নাইবা জাৰৰ দিনত সাগৰৰ মাজৰ পৰা উপকূলৰ ব'দ বিচাৰি উৰি অহা পখীৰ দৰেই তেওঁলোকৰ সংখ্যাও আছিল অগণন। প্ৰথমে পাৰ হৈ যাবলৈ অৰিয়া-অৰি কৰি প্ৰেতাত্মাবিলাকে হাত মেলি কেৰণৰ আগত কাও-বাও কৰিছিল। কিন্তু কাঠচিতীয়া নাৱৰীয়াজনে তেওঁলোকৰ কেই-জনমানক অ'ৰ ত'ৰ পৰা বাছি লৈ বাকীবিলাকক নদীৰ পাৰলৈ আহিবলৈ নিদি বলেৰে পিছলৈ ঠেলি দিছিল।

প্ৰেতাত্মাবিলাকৰ এই দুৰৱস্থা দেখি ইনিয়াছ ব্যথিত আৰু হতভম্ব হৈছিল। তেওঁ ক'লে, "হে কুমাৰী, নদীৰ পাৰত প্ৰেতাত্মাবিলাক কিয় গোট খাইছে? তেওঁলোকে কি বিচাৰিছে? পাৰঘাটত কোন পিছপৰি থাকিব লাগিব আৰু কাক এই নিৰানন্দ পথেদি সিপাৰলৈ নাৱেৰে লৈ যোৱা হ'ব, সেইকথা কেনেকৈ নিৰ্ণয় কৰা হয়?" দীৰ্ঘায়ু যাজিকাগৰাকীয়ে থাওকতে উত্তৰ দিলে, "দেৱকুলোত্তৰ এঙ্কাইচিছ-নন্দন, কছিটাছৰ গভীৰ জলধাৰা আৰু বৈতৰণীৰ সুঁতি এতিয়া তোমাৰ দৃষ্টিগোচৰ হৈছে। এই ভয়ঙ্কৰ শক্তিৰ নামত শপত খালে দেৱতাসকলেও তেওঁলোকৰ অঙ্গীকাৰ ভঙ্গ কৰিব নোৱাৰে। এই যে সমাবেশটো দেখিছা, তেওঁলোক হৈছে একেবাৰে অসহায়। তেওঁলোকক সংকাৰ কৰা হোৱা নাছিল। সৌ ৰখীয়াজন হৈছে কেৰণ, আৰু যিসকলক পাৰ কৰি নিয়া হৈছে তেওঁলোকক বিধিমতে

সমাধিষ্ঠ কৰা হৈছিল। অন্ত্যেষ্টিক্ৰিয়াৰ পৰা বঞ্চিত হোৱা মৃতকৰ আত্মাবিলাকক এই ভয়াবহ আৰু উত্তাল স্ৰোতস্বিনীৰ ওপৰেদি পাৰ কৰাটো নিষিদ্ধ। তেওঁলোক এই নদীৰ পাৰত এশ বছৰ অনাই-বনাই ফুৰিব লাগিব। তাৰ পিছতহে তেওঁলোকে বৈতৰণী পাৰ হৈ অভীষ্ট স্থানলৈ গমন কৰিব পাৰিব।" এঙ্কাইচিছৰ পুত্ৰ থমকি ৰ'ল। তেওঁ গভীৰভাৱে চিন্তা কৰিছিল আৰু দুৰ্ভগীয়া প্ৰেতাত্মাবিলাকৰ প্ৰতি তেওঁৰ অন্তৰ সমবেদনাৰে উপচি পৰিছিল। এতিয়া তেওঁ প্ৰেতাত্মাবিলাকৰ মাজত নিউকাম্পিছ আৰু অৰিন্টিছকো দেখা পাইছিল। তেওঁলোক এসময়ত লিছীয় নৌ-বাহিনীৰ অধ্যক্ষ আছিল। তেওঁলোকৰ মৃতদেহ সংকাৰ নকৰাৰ ফলত এতিয়া তেওঁলোকে বিষণ্ণভাৱে বৈতৰণীৰ পাৰত বিচৰণ কৰি আছিল। ইনিয়াছৰ লগত ট্ৰয়ৰ পৰা আহি থাকোতে, ধুমুহা বতাহত জাহাজ ডুবাত তেওঁলোকৰ সলিল সমাধি হৈছিল।

আফ্ৰিকাৰ পৰা যাত্ৰা কৰাৰ পিছত জাহাজৰ পৰা পানীত পৰি প্ৰাণ হেৰুওৱা গুৰিয়াল পলিনিউৰাছকো তাত ভ্ৰমি ফুৰা দেখা গৈছিল। আকাশৰ গ্ৰহ-নক্ষত্ৰ নিৰীক্ষণ কৰি থকা সময়তে তেওঁৰ এই অৱস্থা হৈছিল। অন্ধকাৰ ছায়াই আবৰি থকা কাৰণে ইনিয়াছে প্ৰথমে তেওঁক চিনিবই পৰা নাছিল। তেওঁ গম্ভীৰ হৈ আছিল। পিছত অৱশ্যে চিনি পাই ইনিয়াছেই প্ৰথমে মাত লগালে, "পলিনিউৰাছ, কোন দেৱতাই তোমাক আমাৰ মাজৰ পৰা আঁতৰাই নিলে? কাৰ কাৰণে তুমি মুকলি সাগৰত ডুবিব লগা হ'ল? মোক সকলো কথা কোৱা। এপলোৰ দৈৱবাণীয়ে মোক কোনো দিনেই প্ৰতাৰণা কৰা নাছিল। মাত্ৰ এইবাৰহে মই ঠগ খালো। তেওঁ ভৱিষ্যত বাণী কৰিছিল যে তুমি নিৰাপদে ইটালীৰ উপকূলত উপনীত হ'ব পাৰিবা। পিছে তেওঁৰ প্ৰতিশ্ৰুতিৰ মূল্য এয়েনেকি?" কিন্তু পলিনিউৰাছে উত্তৰ দিলে, "হে মোৰ ৰাজকুমাৰ এঙ্কাইচিছ-তনয়, এপলোৰ দৈৱবাণীয়ে আপোনাক বিপথে পৰিচালিত কৰা নাই। কোনো দেৱতায়ো মোক ডুবোৱা নাই। যাত্ৰাপথ নিৰ্ণয় কৰি মই গুৰিয়াল হিচাপে হাতমাৰি-ডালত ধৰি আছিলো কিন্তু বাট এৰি অবাটে গৈ মই হঠাতে ইমান জোৰেৰে আঁজোৰ মাৰি দিলো যে হাতমাৰিডাল ছিগি এৰাই গ'ল আৰু মই জপং কৈ পানীত পৰিলো। মাৰিডালো মোৰ হাততে আছিল। মই

নিষ্ঠুৰ সমুদ্ৰৰ নামত শপত খাই কৈছো যে মই নিজৰ কাৰণে ইমান ভয় কৰা নাছিলো। আপোনাৰ গুৰিয়াল আৰু গুৰি-ৰ'ঠা নাইকিয়া জাহাজখন উটি গৈ ক'ৰবাত খুন্দা খাব পাৰে বুলিহে মোৰ বেছি চিন্তা হৈছিল। কাৰণ তেতিয়া সাগৰত বৰ ঢৌ উঠিছিল। তিনি ৰাতি অবিৰাম গতিৰে ধুমুহা বলাৰ ফলত, দক্ষিণা বতাহে মোক উটুৱাই লৈ গৈছিল। আৰু তদুপৰি অসমী সমুদ্ৰত উত্তাল তৰঙ্গৰ আঘাতে মোক জৰ্জৰিত কৰিছিল। চতুৰ্থ দিনা ঢৌ এটাৰ ওপৰত ভাহি থাকি মই ৰিণিকি ৰিণিকি ইটালীৰ উপকূল ৰেখা দেখা পাইছিলো আৰু স্থল ভাগৰ ফালে লাহে লাহে সাঁতুৰি গৈছিলো। মই প্ৰায় কৃতকাৰ্যই হৈছিলো, কাপোৰ-কানিবোৰ তিতি গধুৰ হৈ পৰিছিল, তথাপি সেই অৱস্থাৰেই মই খহটা শিলৰ জোঙা অংশ এটা হাতেৰে খামুচি ধৰিবলৈ চেষ্টা কৰিছিলো। কিন্তু হায়, সেই সময়তে কিছুমান অসভ্য মানুহে অজানিতে মোক লোভনীয় চিকাৰ বুলি ঠাৱৰ কৰি মিট দাৰে মোৰ শৰীৰ থকা-সৰকা কৰিলে। এতিয়া মই নদীৰ ঢৌত ওপঙি থাকো আৰু বতাহে মোক পাৰৰফালে অথালি-পথালিকৈ উৰুৱাই নিয়ে। সেইকাৰণে মই আপোনাক মিনতি কৰি কৈছো, হে অপৰাজেয়, আকাশৰ উজ্জ্বল আলোকৰাশিৰ নামত, আপুনি উশাহ-নিশাহ লোৱা বতাহৰ নামত, আপোনাৰ পিতাক আৰু আপোনাৰ আশা-ভাৰসাৰ স্থল, বৰ্ধিষ্ণু সন্তান ইউলাছৰ নামত আপোনাক কাকুতি কৰি কৈছো, মোক এই দুৰ্দশাৰ পৰা পৰিত্ৰাণ কৰক। হয় আপুনি নিজেই মোৰ ওপৰত এমুঠি মাটি ছটিয়াই দিব; কাৰণ ভেলিয়াৰ বন্দৰলৈ যদি উভতি যায় তেনেহ'লে তাকে কৰা অসম্ভৱ নহয়। আৰু নহ'লে আপোনাৰ জননী, দেৱীগৰাকীয়ে কিবা এটা উপায় উদ্ভাৱন কৰিব পাৰে। কাৰণ দেৱতাসকলৰ সহায় নাপালে আপুনি এই মহানদী অতিক্ৰম কৰি নৰকৰ নিম্নভূমিত উপনীত হ'ব নোৱাৰে। আপোনাৰ এই দুৰ্ভগীয়া বন্ধুক আপোনাৰ লগতে পাৰ কৰি লৈ যাওক, যাতে মই পৰলোকত অকণমান শান্তি পাওঁ।" তেওঁৰ কোৱা শেষ হ'লত দৈৱজ্ঞাগৰাকীয়ে উত্তৰ দিলে, "পলিনিউৰাছ, তুমি কি সাহসত এনে এটা অসম্ভৱ আশা পোষণ কৰিছা? তোমাৰ অন্ত্যেষ্টিক্ৰিয়া হোৱা নাই, অথচ তুমি ভয়ঙ্কৰ আৰু নিৰ্মম বৈতৰণীৰ বাৰিধাৰা প্ৰত্যক্ষ কৰিবলৈ আগ্ৰহ প্ৰকাশ কৰিছা? নিৰ্দিষ্ট সময়ৰ আগতেই কি

তুমি পাৰলৈ আহিব খুজিছা। একমাত্ৰ প্ৰাৰ্থনাৰ দ্বাৰাই বিধিৰ বিধান পৰিবৰ্ত্তন কৰিব পাৰি বুলি কল্পনাও নকৰিবা। কিন্তু মোৰ কথা শুনা আৰু মনত ৰাখিবা। কাৰণ তেতিয়া হয়তো তুমি এই দুখৰ মাজতো অকণমান সান্ত্বনা পাবা। অলৌকিক শক্তিৰ প্ৰভাৱত ওচৰৰ বা দূৰ-দূৰণিৰ নগৰত বাস কৰা লোকসকলে বাধ্য হৈ তোমাৰ নশ্বৰ দেহাৱশেষৰ সংকাৰ কৰিব। তেওঁলোকে তোমাৰ সমাধিৰ ওপৰত এটা মৈদাম নিৰ্মাণ কৰি তালৈ প্ৰতি বছৰে পূজাৰ নৈবেদ্য পঠিয়াব। আৰু সেই ঠাইখনত চিৰদিন পলিনিউৰাছৰ নাম বিদিত হৈ থাকিব।" তেওঁৰ কথাত পলিনিউৰাছে সকাহ পালে আৰু খন্তেকৰ ভিতৰতে তেওঁৰ শোকাকুল অন্তৰৰ সকলো বেদনা অপসৃত হ'ল। তেওঁৰ নামতেই ঠাইখন জনাজাত হ'ব বুলি ভাবি তেওঁ বৰ আনন্দ পালে।

সেইদেখি তেওঁলোকে পূৰ্বৰ দৰেই আগ বাঢ়ি যাবলৈ ধৰিলে আৰু নদীখনৰ ওচৰ চাপিল। বৈতৰণীত তেতিয়াও ভাহি থকা নাৱৰীয়াজনে তেওঁলোকক নিসাৰ্ব সাৰ হাবিখনৰ মাজেদি পাৰৰ ফালে আহি থকা দূৰৰ পৰাই দেখা পাইছিল। এতিয়া তেওঁ প্ৰথমেই মাত লগাই তেওঁলোকক ভৎ'সনা কৰি ক'লে, "তোমালোক যেয়েই নোহোৱা মোৰ এই নদীৰ পাৰলৈ হাতত অস্ত্ৰ-শস্ত্ৰ লৈ কিয় আহিছা? তোমালোকৰ পৰিচয় মোক দিয়া। তোমালোকৰ উদ্দেশ্য কি? আৰু আগ নাবাঢ়িবা। ক'ৰ পৰা তোমালোক আহিছা এতিয়া কোৱা। এইখন তিমিৰ, নিদ্ৰা আৰু তন্দ্ৰালু ৰজনীৰ দেশ। জীৱন্ত লোকক নাৱেৰে বৈতৰণী পাৰ কৰোৱা মহা পাপ। হাৰ-কিউলিছ, থেছিয়াছ, পিৰিথাছ এওঁলোক দেৱতাৰ সন্তান আৰু অপৰাজেয় শক্তিৰ অধিকাৰী অথচ তেওঁলোককো পাৰ কৰিব লগীয়া হোৱাৰ কাৰণে মই এতিয়াও অনুশোচনা কৰো। হাৰকিউলিছ ইয়ালৈ আহিছিল নৰকৰ ৰখীয়া কুকুৰটো বলেৰে শিকলি লগাই চুৰ কৰি নিবৰ কাৰণে। ৰজাৰ সিংহাসনৰ সমুখতে তেওঁ এই কাম কৰিছিল। তেওঁ কঁপি কঁপি কুকুৰটো চেঁচোৰাই লৈ গৈছিল। থেছিয়াছ আৰু পিৰিথাছে প্লুটোৰ কুঁৱৰীক তেওঁৰ নিজৰ বিবাহ-কক্ষৰ পৰাই হৰণ কৰাৰ দায়িত্ব লৈছিল।" উত্তৰত এপলোৰ মুখপাত্ৰীগৰাকীয়ে সংক্ষেপে ক'লে, "আমাৰ উদ্দেশ্য অসৎ নহয়। এই অস্ত্ৰ-শস্ত্ৰ কোনো হিংসাত্মক কাৰ্যত ব্যৱহাৰ কৰিবলৈ অনা নাই। ভয় নকৰিবা।

প্ৰৱেশ পথৰ দানবাকাৰ ৰখীয়াটোৱে তাৰ নিৰ্জন গুহাত থাকি ভয়ঙ্কৰ নিনাদেৰে মহাশূন্য মুখৰিত কৰিব পাৰে, আতঙ্কত প্ৰেতাত্মাবিলাক শেঁতা পৰিব পাৰে, প্ৰছাৱপাইনে বিশ্বস্তভাৱে তেওঁৰ পিতৃব্যৰ দ্বাৰা ৰক্ষিত দুৱাৰৰ পিছফালে অপেক্ষা কৰিব পাৰে। ন্যায় ধৰ্ম আৰু ৰণনিপুণতাৰ কাৰণে প্ৰসিদ্ধ ট্ৰজান ইনিয়াছ পিতাকৰ সন্ধানত ৰসাতলৰ ঘোৰ অন্ধকাৰৰ মাজলৈ আহিছে। কিন্তু অতুলনীয় আনুগত্যৰ এই নিদৰ্শনেও যদি তোমাক প্ৰভাৱিত কৰিব নোৱাৰে, তেন্তে অন্ততঃ এই তৰুশাখা তুমি চিনিব পাৰিবা।" কাপোৰৰ মাজত লুকাই থোৱা ঠালটো তেওঁ উলিয়াই আনি কেৰণক দেখুৱালে। কেৰণৰ প্ৰচণ্ড ক্ৰোধ তেতিয়াই প্ৰশমিত হ'ল। তেওঁ নীৰৱ হ'ল। অতি সম্ভ্ৰমেৰে তেওঁ এই পৰম পৱিত্ৰ দৈৱ দণ্ডডাল দৰ্শন কৰিলে। এই দৃশ্য তেওঁ বহুকাল দেখা নাছিল। তেওঁ নাৱৰ নীলা টিংটো তেওঁ-লোকলৈ পোন কৰি পাৰলৈ চপাই আনিলে। বহনাত শাৰী পাতি বহি থকা প্ৰেতবিলাকক ঠেলিহেঁচি তেওঁ কিছু ঠাই আজৰি কৰিলে আৰু বিশাল বপু ইনিয়াছক তুৰন্তে নাৱত উঠাই ল'লে। তেওঁৰ ভৰত তাপলি মৰা নাওখনৰ ফুটাইদি কজলা পানী ভিতৰ সোমাল। তেওঁলোক নদীখন পাৰ হৈ গ'ল আৰু অৱশেষত কেৰণে ৰাজকুমাৰ আৰু যাজিকা দুয়োকে নিৰাপদে নল-খাগৰিৰে ভৰি থকা জলাহৰ পেৰপেৰিয়া বোকাত নমাই দিলে।

প্ৰকাণ্ড চাৰ্বেৰাছৰ তিনিখন মুখৰ পৰা নিসৃত হোৱা প্ৰচণ্ড নিনাদত ৰসাতলৰ সেই অংশ ধ্বনিত হয়। তেওঁলোকৰ সমুখৰ এটা গুহাত সেই দানবটো পৰি আছিল। কিন্তু যাজিকাগৰাকীয়ে তাৰ ডিঙিত মেৰ খাই থকা সাপবোৰ জিকাৰ খাই উঠা দেখি মৌ আৰু টোপনিৰ ঔষধ মিহলোৱা এটুকুৰা পিঠা তাৰফালে দলিয়াই দিলে। তিনিখন মুখ মেলি সেই ক্ষুধাতুৰ কুকুৰটোৱে পিঠাখন কামোৰ মাৰি ধৰিলে আৰু বিয়াগোম পিঠিৰে গুহাটোৰ ভিতৰখন জুৰি ধৰি শিথিলভাৱে বাগৰ দিলে। এতিয়া ৰখীয়াটো অচেতন হোৱাত ইনিয়াছে গুহাৰ দুৱাৰমুখলৈ পলকতে আগ বাঢ়ি গ'ল আৰু অতি ক্ষিপ্ৰভাৱে, য'ৰ পৰা কোনো দিন উভতি আহিব নোৱাৰি, সেই বৈতৰণীৰ তীৰ আৰু তৰঙ্গ অতিক্ৰম কৰি গ'ল।

লগে লগেই ক্ৰন্দন ধ্বনি শ্ৰুতিগোচৰ হ'ল। শিশুৰ প্ৰেতাত্মাবিলাকে প্ৰৱেশ পথৰ দুৱাৰ-ডলিতে বিননিৰ ৰোল তুলিছিল। জীৱনৰ মাধুৰ্যৰ

ভাগ ল'বলৈ সিহঁতৰ সময় নহ'ল। মহাকালে সিহঁতক মাকৰ বুকুৰ পৰা অকালতে হৰি লৈ আহিল। সিহঁতৰ পিছতে আছিল মিছা অভিযোগত প্ৰাণদণ্ডেৰে দণ্ডিত হোৱা সকল। কিন্তু ইয়াত বিচাৰকৰ সমষ্টি এটাই ন্যায়ভাবে ভাগ্য-পৰীক্ষা কৰি তেওঁলোকৰ স্থান নিৰ্দিষ্ট কৰি দিয়ে। প্ৰধান বিচাৰক মাইনছে নিজে পাত্ৰটো জোঁকাৰি মৌন প্ৰেতাত্মাৰ দল এটা আহ্বান কৰে আৰু তেওঁলোকে কি ভাৱে জীৱন নিৰ্বাহ কৰিছিল, তেওঁলোকৰ বিৰুদ্ধে কেনে অভিযোগ অনা হৈছিল, ..ই সকলোবিলাক কথা খৰচি মাৰি শুনে। এই শ্ৰেণীৰ প্ৰেতবিলাকৰ পিছত থাকে বিষাদগ্ৰস্তসকল। নিৰপৰাধ হ'লেও তেওঁলোকে জীৱনৰ প্ৰতি বীতৰাগ হৈ নিজ হাতেৰে নিজকে নাশ কৰে। এতিয়া আকাশৰ পোহৰ আৰু মুকলি বতাহ এধানিৰ কাৰণে তেওঁলোকে দাৰিদ্ৰ্য আৰু কঠোৰ ক্লেশ কিমান আগ্ৰহেৰে আঁকোৱালি ল'ব! কিন্তু দৈৱানুশাসন তেওঁলোকৰ ইচ্ছাৰ পৰিপন্থী। পঙ্কিল পিতনিখনৰ বেদনাৰে ভৰা পানীৰ মাজতে তেওঁলোক আবদ্ধ হৈ থাকিব লাগিব। বৈতৰণীৰ নটা সুঁতিয়ে তেওঁলোকক আবৰি ৰাখিব। ইয়াৰ পৰা অলপ আঁতৰতে আছে বেদনা-ভূমি বুলি বিদিত দশোদিশ জুৰি থকা এখন বিস্তীৰ্ণ প্ৰান্তৰ। চিৰ সেউজীয়া বনৰাজিৰ মাজে মাজে আছে কিছুমান নিৰ্জন পথ আৰু ব্যৰ্থ প্ৰেমৰ নিদাৰুণ যন্ত্ৰণাত যিসকল জৰ্জৰিত হৈছিল, তেওঁলোক ইয়াতে লুকাই থাকে। মৃত্যুৰ পিছতো তেওঁলোকে শোক আৰু বেদনাৰ পৰা নিষ্কৃতি নাপায়। এই অঞ্চলতে ইনিয়াছে ফিড্ৰা আৰু প্ৰকৃছক দেখা পাইছিল, নৃশংস পুত্ৰৰ হাতত ক্ষত-বিক্ষত হোৱা ইৰিফিলীয়ে শোকত মুহ্যমান হৈ তেওঁৰ দেহৰ আঘাতবিলাক দেখুৱাই ফুৰিছিল। আৰু আছিল ইভাডনি আৰু পেছিফী, তেওঁলোকৰ লগত আছিল লাওডামীয়া। যৌৱন কালত সাময়িকভাৱে পুৰুষত্ব লাভ কৰা চিনিউছক এতিয়া নাৰীৰ বেশত দেখা গৈছিল। কাৰণ দৈৱৰ বিধান মতে তেওঁ নিজৰ প্ৰকৃত ৰূপ ঘূৰাই পাইছিল।

আৰু তেওঁলোকৰ মাজতে ফিনিছীয় ডিডোও আছিল। তেওঁ ব্যাপক অৰণ্যৰ মাজত বিচৰণ কৰি ফুৰিছিল। তেওঁৰ ক্ষতৰপৰা তেতিয়াও তেজ ওলাই আছিল। ট্ৰয়ৰ বীৰ পুৰুষজন তেওঁৰ ওচৰত উপস্থিত হ'ল। তেওঁ কুঁৱলিৰ মাজেদি অস্পষ্টভাৱে ডিডোক চিনিব পাৰিলে। মাহটোৰ আৰম্ভণীতে

ভাবৰৰ মাজেদি জোনটো দেখিলে বা দেখা পাইছে বুলি ভাব হ'লে এজন মানুহৰ মনত যেনেকুৱা লাগে, তেওঁৰো তেনেকুৱাই লাগিছিল। তেওঁৰ চকুলোৱে বাধা মনা নাছিল আৰু তেওঁ প্ৰণয়ৰ সকলো মাধুৰ্য ঢালি মাত লগাইছিল, "অ' ডিডো, দুখিনী ডিডো মোৰ, মই শুনা বাতৰিটো তেন্তে মিছা নহয়। নিজৰ বুকুত নিজে তৰোৱাল বহুৱাই, তুমি ইয়াতে যাত্ৰাৰ সামৰণি মাৰিছাহি। হায়, ময়েই কি তোমাৰ মৃত্যুৰ কাৰণে দায়ী? নক্ষত্ৰ ৰাশিৰ নামত, দেৱতাসকলৰ নামত আৰু পৃথিৱীৰ গহনত যদি কোনো সত্য গোপন হৈ আছে, সেই সত্যবিলাকৰ নামত মই শপত খাই কৈছো, হে কুঁৱৰী, মই নিজৰ ইচ্ছাত তোমাৰ ৰাজ্যৰ পৰা আঁতৰি অহা নাছিলো। যি দৈৱশক্তিৰ দাৰুণ আদেশত আজি মই ৰাতিৰ ঘোৰ অন্ধকাৰত উৱলি যোৱা এই ৰসাতলৰ নিবিড় ছাঁয়াৰ মাজেদি বিচৰণ কৰি ফুৰিব লগা হৈছো সেই শক্তিৰ অলংঘনীয় প্ৰভাৱতহে মই তোমাৰ পৰা বিদায় ল'ব লগা হৈছিলো। মই জনা নাছিলো যে মোৰ দ্বাৰা পৰিত্যক্তা হৈ তুমি এনে প্ৰচণ্ড শোকত বিহ্বল হৈ পৰিবা। খন্তেক অপেক্ষা কৰা। মোৰ চকুৰ আগৰ পৰা আঁতৰি নাযাবা। কাক তুমি এৰি যাব খুজিছা? তোমাৰ লগত যে মই এতিয়া কথা পাতিব পাৰিছো সেয়া অদৃষ্টৰ শেষ অনুগ্ৰহ" এনেদৰে কথা কৈ ইনিয়াছে তেওঁক কোমলাবলৈ চেষ্টা কৰিছিল। কিন্তু ক্ৰোধত জ্বলন্ত হৈ তেওঁ অগ্নিদৃষ্টি নিক্ষেপ কৰিছিল, অৱশেষে তেওঁ তলমূৰা হৈ আছিল পাষাণীৰ দৰে তেওঁ থিয় হৈ আছিল আৰু ইনিয়াছৰ কথাই তেওঁক কিঞ্চিৎমানো বিচলিত কৰিব পৰা নাছিল। অৱশেষত তেওঁ উচাং মাৰি গুচি গ'ল আৰু তীব্ৰ ঘৃণাৰে অন্ধকাৰ অৰণ্যৰ মাজত প্ৰৱেশ কৰিলে। তেওঁৰ এসময়ৰ স্বামী ছাইকিয়াছে প্ৰেমৰ গভীৰতা প্ৰদৰ্শন কৰি, তাতেই তেওঁক প্ৰবোধ দিছিল। নিয়তিৰ এই অবিচাৰ দেখি ইনিয়াছ ব্যথিত হৈছিল, সজল নয়নেৰে আৰু আন্তৰিক সমবেদনাৰে তেওঁ যোৱাৰ-ফালে বহুত সময় একেথৰে চাই আছিল।

ইয়াৰ পিছত তেওঁ নিৰ্ধাৰিত যাত্ৰা-পথেদি প্ৰাণটাকি আগুৱাই যাবলৈ ধৰিলে। এতিয়া তেওঁলোক দূৰণিৰ এখন জনহীন প্ৰান্তৰত উপস্থিত হৈছিল। যুদ্ধত যশস্যা লাভ কৰাসকল ইয়াতেই বাস কৰে। টিডিউছ, পাৰ্থেনপেছিয়াছ আৰু আড্ৰাষ্টাছৰ ম্লান আৰু নিস্তেজ ছাঁয়ামূৰ্তিবিলাকক ইফালে সিফালে তেওঁ

দেখা পালে। ৰণত নিহত হোৱা যিসকল ডার্ডানৰ কাৰণে পার্থিব জগতত গভীৰ শোক প্ৰকাশ কৰা হৈছিল, তেওঁলোকো এতিয়া ইনিয়াছৰ দৃষ্টিগোচৰ হ'ল। তেওঁলোকৰ দীঘলীয়া শাৰী দেখি তেওঁ হুমুনিয়াহ পেলাইছিল। তেওঁলোকৰ মাজত আছিল গ্লকাছ, মিডন, থাৰ্ছিলকাছ, এণ্টিনৰৰ তিনি পুত্ৰ, চিৰিছৰ পূজাৰী পলিবয়েটিছ আৰু তেতিয়াও হাতত অস্ত্ৰ লৈ ৰথত ধৰি থকা ইডিয়াছ। প্ৰেতাত্মাসকলে ইনিয়াছক বেৰি ধৰিছিল। এবাৰ চায়েই তেওঁলোক সন্তুষ্ট হ'ব পৰা নাছিল, তেওঁলোকে তেওঁৰ কাষে কাষে গৈ, কথা পাতি, তেওঁনো কিয় আহিছে সেই বিষয়ে তেওঁৰ নিজ মুখৰ পৰাই শুনিবলৈ আগ্ৰহ কৰিছিল। কিন্তু গ্ৰীক সেনাপতিসকল আৰু আগামেমননৰ নেতৃত্বত পৰিচালিত হোৱা সৈন্যবিলাকে তেওঁক দেখা পাই প্ৰবল আতঙ্কত কম্পমান হৈছিল। তেওঁলোকৰ অস্ত্ৰ-শস্ত্ৰ আন্ধাৰত জিলিকি উঠিছিল। পূৰ্বে জাহাজৰ ফালে পলাই যোৱাৰ দৰেই তেওঁলোকৰ একাংশই এতিয়া পলায়ন কৰিছিল; আনবিলাকে অস্ফুটভাৱে চিঞৰিবলৈ ধৰিছিল। ৰণ-নিনাদৰ চেষ্টা কৰোতে তেওঁলোকৰ মুখবিলাকহে মাথোন মেল খাই গৈছিল।

আৰু এতিয়া ইনিয়াছে প্ৰায়াম-পুত্ৰ ডেইফবাছক ক্ষত-বিক্ষত অৱস্থাত দেখিবলৈ পালে। তেওঁৰ মুখমণ্ডল আৰু হাত দুখন পাশৱিকভাৱে খণ্ডিত বিখণ্ডিত হৈছিল। কৰ্ণচ্ছেদ কৰি তেওঁৰ মস্তক বিকৃত কৰা হৈছিল, নাকটো কাটি পেলোৱাৰ ফলত এটা বীভৎস ক্ষতৰ সৃষ্টি হৈছিল। তেওঁ নিজৰ কুৎসিৎ ৰূপটো প্ৰকট কৰিবলৈ ইচ্ছা নকৰি পলাই যাবলৈ চেষ্টা কৰোতেই, অন্ধকাৰত ইনিয়াছে তেওঁক চিনিব পাৰিলে আৰু এইদৰে মাত লগালে, "মহাবাহু ডেইফবাছ, টিউছাৰৰ অভিজাত বংশধৰ, কোনে তোমাৰ ওপৰত এনে বৰ্বৰ প্ৰতিশোধ ল'লে? কোনে তোমাক পৰাভূত কৰিলে? মই কোৱা শুনিছো যে ট্ৰয়ৰ সেই শেষ ৰজনীত, তুমি অসংখ্য গ্ৰীকক নিধন কৰি অৱসাদগ্ৰস্ত হৈ মৃতদেহৰ স্তূপৰ ওপৰত পৰি আছিলা। মই নিজেই ৰিটিয়ান উপকূলত তোমাৰ সমাধি নিৰ্মাণ কৰি তিনিবাৰ তোমাৰ প্ৰেতাত্মাক উচ্চৈঃস্বৰে আহ্বান কৰিছিলো। তোমাৰ নাম আৰু তোমাৰ অস্ত্ৰ-শস্ত্ৰ সেই সমাধিত বিৰাজমান। কিন্তু, বন্ধু মোৰ, মোৰ বিদায়-ক্ষণত, জন্মভূমিৰ মাটিত সৎকাৰ কৰিবলৈ মই তোমাক দেখা পোৱা নাছিলো।"

প্ৰায়াম-পুত্ৰই উত্তৰ দিলে, "বন্ধু, তুমি তোমাৰ কাম সম্পূৰ্ণ কৰিছা। ডেইকবাচৰে নহয়, তেওঁৰ প্ৰেতাত্মাৰো সকলো ঋণ তুমি পৰিশোধ কৰিছা। মোৰ নিজৰ দুৰ্ভাগ্য আৰু স্পাৰ্টান হেলেনৰ নিৰ্মম বিদ্বেষৰ কাৰণেইহে মই এনে নিকৰুণ যন্ত্ৰণা ভোগ কৰিব লগা হ'ল। তেবেঁই মোৰ দেহত এইবিলাক স্মৃতিচিন এৰি থৈ গ'ল। তুমি নজনা নহয়, সেই নিশা আমি কিমান ভ্ৰান্তভাৱে আনন্দত অতিবাহিত কৰিছিলো। অতি ভালকৈ সেই কথা মনত আছে, নেথাকি উপায় নাই। সাক্ষাৎ নিয়তিৰ দৰে সেই ঘোঁৰাটোৱে তাৰ গৰ্ভত অস্ত্ৰ-শস্ত্ৰেৰে সজ্জিত অসংখ্য সৈনিক ধাৰণ কৰি আমাৰ সুৰক্ষিত দুৰ্গৰ ভিতৰলৈ জঁপিয়াই আহি থাকোতে, তেওঁ শাস্ত্ৰসম্মত নৃত্যৰ অভিনয় কৰি, ট্ৰয়ান ৰমণীৰ এটা দল নগৰৰ মাজেদি পৰিচালনা কৰিছিল; তেওঁলোকে তুমুল ধ্বনিৰে বেকাচৰ পূজামন্ত্ৰ উচ্চাৰণ কৰিছিল আৰু হেলেনে তেওঁলোকৰ মাজৰ পৰাই জ্বলা জুই একুৰা ওখকৈ দাঙি ধৰি আমাৰ দুৰ্গ শিখৰৰ পৰাই গ্ৰীকবিলাকক এইদৰে আহ্বান কৰিছিল। তেতিয়া মই আছিলো সৰনশীয়া বিবাহ-কক্ষত। উৎকণ্ঠাত অৱশ হৈ মই গভীৰ নিদ্ৰাত অভিভূত হৈ আছিলো। মৃত্যুৰ প্ৰশান্তিৰ দৰে সুখদায়ক, গভীৰ বিশ্ৰামে মোক অচেতন কৰি ৰাখিছিল। ইতিমধ্যে সেই ঘৃণিতা নাৰীয়ে আমাৰ ঘৰত থকা সকলো অস্ত্ৰ আঁতৰাই লৈ গৈছিল; আনকি প্ৰথমে মোৰ বিশ্বস্ত তৰোৱালখনকে গাৰুৰ তলৰ পৰা চুৰ কৰি নিছিল। তাৰ পিছত তেওঁ দুৱাৰখন খুলি মেনিলাছক ঘৰৰ ভিতৰত সোমাবলৈ দিছিল। তেওঁ ভাবিছিল যে পূৰ্বৰ স্বামীক এই উপকাৰ কৰি তেওঁ অতীতৰ পাপ আৰু কলঙ্কৰ পৰা পৰিত্ৰাণ পাব পাৰিব। কিন্তু কথাটো ইমান দীঘলীয়া কৰাৰ প্ৰয়োজন কি? সিহঁত আমাৰ বিবাহ-কক্ষলৈ হুৰমুৰকৈ সোমাই আহিল; কাষত আছিল ইউলিচিছ, পাপ-কৰ্মত উচটনি দিবলৈ সদায় সাজু। হে দেৱতাসকল, প্ৰতিশোধৰ কাৰণে প্ৰাৰ্থনা উচ্চাৰণ কৰা মোৰ অধৰৰ দৰেই তোমালোক পবিত্ৰ। এনেকুৱা বিভীষিকাৰ ভাগ এটা গ্ৰীকবিলাককো যেন তোমালোকে প্ৰদান কৰা। বাৰু, সেইবোৰ যি হ'ল হ'ল, এতিয়া তোমাৰ কথা মোক কোৱা; জীয়াই থকা অৱস্থাতে কি দুঃসাহসী কাৰ্যত ব্ৰতী হৈ তুমি ইয়ালৈ আহিছা? সাগৰত বাট হেৰুৱাই

তুমি ইয়ালৈ আহিবলৈ বাধ্য হ'লানে দেৱতাসকলৰ সতৰ্ক বাণীয়ে তোমাক নিৰ্দেশ দিয়াতহে আহিছা? যদি নহয়, তেন্তে নিয়তিৰ কেনেকুৱা নিৰ্বন্ধত পৰি, তুমি এই তিমিৰাবৃত, অব্যক্ত ৰাজ্যৰ ৰবিৰ কিৰণে স্পৰ্শ কৰিব নোৱাৰা নিৰানন্দ নিলয়ত উপনীত হৈছাহি?"

কিন্তু এইদৰে কথোপকথন চলি থাকোতেই ঊষাদেৱীয়ে হেঙুলি ৰথত অৰোহণ কৰি গগন মণ্ডলৰ উচ্চতম অংশত উপস্থিত হৈছিল। তেওঁলোকে এইদৰে কথা পাতি অৱশিষ্ট সময়খিনি অতিবাহিত কৰিলেহেঁতেন। কিন্তু এনেতে, তেওঁৰ কাষত থকা ছিবিলে ইনিয়াছক থাওকতে সতৰ্ক কৰি ক'লে, "ইনিয়াছ, এতিয়া সাঁজ লাগিব। তথাপি আমি চকুপানী টোকোতেই সময় পাৰ হৈ গৈছে। ইয়াতে বাটটো দুভাগ হৈছে। সোঁফালৰ বাটেৰে গ'লে আমি পৰাক্রমী প্লুটোৰ প্রাচীৰ পাৰ হৈ ইলিছিয়াম ওলাব পাৰিম। আনটো বাটেদি বাওঁফালে পাপীবিলাকে নাস্তিক টাৰ্টাৰাছৰ ওচৰলৈ গৈ অবিলম্বে পাপৰ প্রায়শ্চিত্ত কৰে।" ডেইফবাছে উত্তৰ দিলে, "পূজনীয়া ছিবিল, খং নকৰিবা। মই বিদায় লৈ প্রেতাত্মাসকলৰ লগত থাকিমগৈ। মই পুনৰ অন্ধকাৰৰ মাজত মিলি যাম। ট্রয়ৰ গৌৰৱ, তুমি তোমাৰ বাটেদি আগ বাঢ়া, মোৰ নিচিনা দুৰ্দশা যেন তোমাৰ নহয়।" তেওঁৰ কথা শেষ হ'ল। তেওঁ ক্ষিপ্রভাৱে গুচি গ'ল।

ইনিয়াছে চাৰিওফালে চালে। অকস্মাতে বাওঁফালে এটা শিলৰ নামনিত অৱস্থিত আহল-বহল দুৰ্গ প্রাকাৰ তেওঁৰ দৃষ্টি-গোচৰ হ'ল। তিনিখন বৃত্তকাৰ দেৱালে ইয়াক বেৰি আছিল। অগ্নিস্রোতা এখন নদী তীব্রবেগেৰে প্রবাহিত হৈছিল। প্রবল সোঁতত উটি যোৱা শিলবিলাকে গৰ্জন কৰিছিল। এয়ে আছিল টাৰ্টাৰিয়া ফ্লেজিথন, নৰকৰ অগ্নিগৰ্ভা নদী। বিপৰীতফালে আছিল এখন প্রকাণ্ড তোৰণ আৰু অতি কঠিন পদাৰ্থৰে নিৰ্মিত কিছুমান স্তম্ভ সেইবিলাক স্থানচ্যুত কৰা, মানুহৰ কথাই নাই, স্বৰ্গৰ দেৱতাৰো অসাধ্য আছিল। এটা লৌহ স্তম্ভই আকাশ স্পৰ্শ কৰিছিল আৰু তাৰ ওপৰত, ৰক্তাক্ত বসন পৰিধান কৰি টিছিফনী বহি আছিল। তেওঁ আছিল অহৰ্নিশে প্রবেশ-পথৰ বিনিদ্র প্রহৰী। ভিতৰৰ পৰা আৰ্তনাদ স্পষ্টভাৱে শুনা গৈছিল। অতি নৃশংসভাৱে বেত্রাঘাত কৰা আৰু লোহাৰ শিকলি টানি নিওঁতে হোৱা ঝনঝননিৰ শব্দও শ্রুতিগোচৰ হৈছিল। ইনিয়াছ থমকি

ৰ'ল। ভিতৰৰ পৰা অহা আৰ্তনাদ আৰু কোলাহল শুনি তেওঁ ভয় খাই সুধিলে, "কুমাৰী, কেনেধৰণৰ পাপ ইয়াত আছে মোক স্পষ্টভাৱে কোৱা। পাপীবিলাকক কেনেকৈ শাস্তি দিয়া হয়? এই ভয়ঙ্কৰ ক্ৰন্দন ধ্বনি কেনেকৈ নিসৃত হয়?"

এতিয়া দূৰদৰ্শিনী গৰাকীয়ে ক'বলৈ ধৰিলে, "ট্ৰয়ৰ কীৰ্তিমান বীৰ, নিষ্পাপ অন্তঃকৰণৰ এজন মানুহে এই প্ৰৱেশ-দ্বাৰত ভৰি দিয়াটো নিষিদ্ধ। কিন্তু হিকেটিয়ে যেতিয়া মোক এভাৰ্ণাছ অৰণ্যৰ কৰ্তৃত্ব অৰ্পণ কৰিছিল, তেতিয়া তেওঁ মোক সমগ্ৰ নৰকৰ মাজেদি লৈ গৈ, দৈৱশক্তিয়ে বিধান কৰা শাস্তিৰ কথা মোৰ আগত বৰ্ণনা কৰিছিল। নচছৰ ৰাজমান্থাছে ইয়াত ৰাজত্ব কৰিছে। তেওঁৰ শাসন অতি নিদাৰুণ। প্ৰতিটো প্ৰৱঞ্চনাৰ কথা তেওঁ মন দি শুনে আৰু প্ৰতিটো দোষৰ বাবে শাস্তি বিহে। প্ৰতিটো পাপীক পাপ স্বীকাৰ কৰিবলৈ বাধ্য কৰে আৰু পাপ খণ্ডনৰ কাৰণে কি প্ৰায়শ্চিত্ত কৰিলে তাকো সুধি লয়। পাপ গোপন কৰি কল্পিত আনন্দত প্ৰায়শ্চিত্ত কৰিবলৈ নৌ-পাওঁতেই সিহঁতৰ মৃত্যু হয়। লগে লগে ভীষণা টিছিফনীয়ে হাতত দণ্ড লৈ পাপীবিলাকৰ ওপৰত জঁপিয়াই পৰি সিহঁতক বেত্ৰাঘাত কৰে। তেওঁ বাওঁহাতেৰে সিহঁতৰ ওপৰত বিষাক্ত সাপ কিছুমান ধৰি থাকে। তেওঁৰ দুৰ্দান্ত সঙ্গিনীসকলকো সমূহীয়াকৈ মাতি আনে। চোৱা, পবিত্ৰ দুৱাৰবিলাক এতিয়া মুকলি হৈছে। দুৱাৰৰ কজ্জাবিলাক কেৰকেৰাইছে। সেই শব্দ ভয়াবহ। প্ৰৱেশ-পথত কেনে ধৰণৰ বৰীয়া বহি আছে আৰু কেনে ভয়ঙ্কৰ মূৰ্তিবিলাকে তাত পহৰা দিছে তুমি দেখিবলৈ পাইছা। ভিতৰত তাতোকৈয়ো বেছি ভয়ানক দানৱাকৃতি হাইড্ৰা এজনীয়ে পঞ্চাশখন কেটোৰ ক'লা মুখ মেলি বহি আছে। সকলোৰে শেষত সেয়া টাৰ্টাৰাছ। আকাশলঙঘা অলিম্পাছ আমাৰ পৰা যিমান উচ্চতাত আছে তাতকৈ দুগুণ দূৰত্বত থাকি তেওঁ নামনিৰ আন্ধাৰলৈ মুখ কৰি হামিয়াইছে। প্ৰাচীন পৃথিৱীৰ সন্তান, তৰুণ তেজৰ অধিকাৰী টাইটানসকলে, বজ্ৰাঘাতত পতিত হৈ, এই ৰসাতলৰ গভীৰতম অংশত যন্ত্ৰণাত ছটফটাই আছে। আৰু মই ইয়াতে দেখিছিলো এলয়াছৰ দৈত্যকায় পুত্ৰদ্বয়ক। তেওঁলোকে নিজহাতে ধ্বংস সাধন কৰি জুপিটাৰক তেওঁৰ সাম্ৰাজ্যৰ পৰা বিতাৰিত কৰাৰ প্ৰচেষ্টাত বিশাল স্বৰ্গপুৰী আক্ৰমণ কৰিছিলো। ইয়াতে মই

ছেলমনিয়াছকো দেখা পাইছিলো। জুপিটাৰে অলিম্পাছৰ পৰা নিক্ষেপ কৰা বজ্ৰ অনুকৰণ কৰাৰ অপৰাধত তেওঁ সমুচিত দণ্ড ভোগ কৰিছিল। চাৰিটা ঘোঁৰাই টনা ৰথত আৰোহণ কৰি আৰু হাতত এডাল জোঁৰ লৈ তেওঁ বিজয় গৰ্বেৰে এলিছ নগৰলৈ যাত্ৰা কৰিছিল, গ্ৰীকসকলৰ দ্বাৰা পৰিবৃত হৈ তেওঁ এনে সন্মান দাবী কৰিছিল, যি সন্মান একমাত্ৰ দেৱতা-সকলৰহে প্ৰাপ্য। নিৰ্বোধ! উন্মাদ! নহ'লেনো বাৰু ব্ৰঞ্জৰ ঝনঝননি আৰু অশ্ব-ক্ষুৰ ধ্বনিৰে অননুকৰণীয় জলদবাহী ঝটিকা আৰু বজ্ৰক উপহাস কৰিবলৈ কোনোবাই সাহস কৰিব পাৰেনে? এতিয়া পৰম পিতাই ঘন মেঘৰ মাজেদি অশনি নিক্ষেপ কৰিলে—সাধাৰণ ধূপখৰিৰ ধোঁৱাই থকা জোঁৰ একুৰা তেওঁ প্ৰয়োগ কৰা নাছিল—আৰু এজাক প্ৰচণ্ড বা-মৰলিৰ সহায়ত তেওঁ ছেলমনিয়াছক ভূপতিত কৰিলে আৰু টিটিয়ছকো তাত দেখা গৈছিল। সকলোৰে জননী স্বৰূপা পৃথিৱীৰ তেওঁ আছিল পোষ্যপুত্ৰ। তেওঁৰ দেহে একুৰি সাতবিঘা মাটি জুৰি আছে। এটা প্ৰকাণ্ড শগুনে বেঁকা ঠোঁটেৰে তেওঁৰ চিৰদিন অক্ষয় হৈ থকা আগ মগজ খাই থাকে আৰু তীব্ৰ যন্ত্ৰণাৰ সৃষ্টি কৰি তেওঁৰ নাড়ী-ভুঁৰ খুচৰি খাদ্যৰ সন্ধান কৰে। বুকুৰ গভীৰ ক্ষতটোও তাৰ পৰা সাৰি নাযায়। কিন্তু পুনৰ মাংসকোষ-বিলাক পূৰ হৈ যায় আৰু এই কাৰ্য অবিৰাম চলি থাকে। লাপিঠা, ইক্সিয়ন আৰু পিৰিথাছৰ কথা বৰ্ণনা কৰাৰ প্ৰয়োজন আছে জানো? আৰু আছে ফ্লেজিয়াছ ক'লা বৃহৎ পাথৰ এটা তেওঁৰ মূৰৰ ওপৰত পৰো পৰো হৈ ওলমি থাকে। টেণ্টেলাছৰ চকুৰ আগতে থাকে সোণালী চকী-মেজ। এই পাপীজনৰ সমুখত নানাবিধ ৰাজভোগ্য, উপাদেয় আহাৰ সজাই থোৱা হয়। কিন্তু ইয়াৰ নিচেই কাষতে অতি বীভৎস ৰাক্ষসী কিছুমান থাকি সেই খাদ্য কাকো স্পৰ্শ কৰিবলৈ নিদিয়ে। সিহঁতে হাতত জ্বলা জোঁৰ লৈ জঁপ মাৰি উঠি আহি মেঘৰ গাজনিৰ দৰে কোলাহল কৰে। ইয়াত সেইসকল আছে, যিসকলে জীয়াই থাকোতে নিজৰ ভাই-ককাইক ঘিণ কৰিছিল, মাক-বাপেকৰ গাত হাত তুলিছিল, পোষ্যবৰ্গক প্ৰতাৰণা কৰিছিল, আৰু ধন-সোণ পালে, আন কাকো তাৰ ভাগ নিদি আত্মসাৎ কৰিছিল, এনে ধৰণৰ পাপী সঁচাকৈয়ে অসংখ্য। ব্যভিচাৰৰ কাৰণে যিবিলাকক হত্যা কৰা হৈছিল, নিজৰ ৰজাক নিৰ্লজ্জভাৱে বিশ্বাসঘাতকতা কৰি যিবিলাকে

অন্যায় ৰণত অংশ গ্ৰহণ কৰিছিল, সেই সকলোৱেই শাস্তিৰ অপেক্ষাত ইয়াতে বন্দী হৈ আছে। সিহঁতৰ কি শাস্তি হয়, নতুবা কি ভয়ঙ্কৰ বিপৰ্যয় সিহঁতৰ কপালত আছে, সেইবিলাক আৰু নুসুধিবা। কিছুমানে মস্ত মস্ত শিল চোঁচোৰাইছে। কিছুমানক চকাৰ মাজত বান্ধি ওলোমাই থোৱা হৈছে থেছিয়াছে নিৰাশভাৱে বহি আছে, ভৱিষ্যতেও সেইদৰেই বহি থাকিব। অতিশয় যন্ত্ৰণাত ফ্লেছিয়াছে অন্ধকাৰৰ মাজেদি আৰ্তনাদ কৰি মানব জাতিক সকীয়াই দিছে, "সাৱধান, ন্যায় ধৰ্মৰ অনুশীলন কৰা, দেৱতাসকলক নিন্দা নকৰিবা। আৰু ইয়াতে আছে এনে লোক, যিজনে স্বৰ্ণৰ বিনিময়ত জন্মভূমিক স্বেচ্ছাচাৰী তাৰ কৱলত সমৰ্পণ কৰিছিল। এজনে ভেটী খাই এবাৰ কিছুমান আইন প্ৰণয়ন কৰি পিছত পুনৰ সকলোবিলাক বাতিল কৰি দিছিল। আৰু এজনে নিষিদ্ধ বিবাহৰ কাৰণে নিজৰ জীয়েকৰ কোঠাত বলেৰে প্ৰৱেশ কৰিছিল। এই সকলোবিলাকেই নিজ ইচ্ছাৰে মহাপাতকত লিপ্ত হৈছিল। মোৰ এশখন জিভা, এশখন মুখ আৰু লোহাৰ দৰে কঠিন কণ্ঠস্বৰ থাকিলেও, অপৰাধৰ বিভিন্ন ৰূপ আৰু তাৰ বিভিন্ন শাস্তিৰ বৰ্ণনা দিবলৈ সক্ষম নহওঁ।"

এই উক্তিৰ পিছত এপলোৰ বৃদ্ধা ভৱিষ্যদ্বাদিনী গৰাকীয়ে পুনৰ ক'লে, "কিন্তু এতিয়া আহি থাকা, তোমাৰ প্ৰকৃত কৰ্তব্য এতিয়াও সম্পন্ন হোৱা নাই। গতিকে লৰালৰি কৰা। আমি বেগেৰে যোৱাই ভাল। সোৱা, মই দুৰ্গ প্ৰাকাৰ দেখা পাইছো। চাইক্লপ্সৰ অগ্নিকুণ্ডত এইবিলাক তৈয়াৰ কৰা হৈছিল। আমাৰ বিপৰীত ফালে থকা তোৰণৰ সিংহদ্বাৰো চকুত মোৰ পৰিছে। ইয়াৰ শাসকজনৰ নিৰ্দেশ মতে আমি তাতেই নৈবেদ্য উছৰ্গা কৰিব লাগিব।" তেওঁলোক টিমিক চামাক পোহৰত সেই বাটটোৰেদি খৰতকীয়া খোজেৰে যাবলৈ ধৰিলে আৰু শীঘ্ৰে দুৱাৰখনৰ কাষ চাপিল। ইনিয়াছে ক্ষিপ্ৰভাৱে প্ৰৱেশ কৰি, পৰিষ্কাৰ পানী গাত ছটিয়ালে আৰু সমুখৰ দুৱাৰ-ডলিত সেই ডালটো থিয়কৈ থৈ দিলে।

এইখিনি কৰাৰ পিছত দেৱীগৰাকীৰ প্ৰতি থকা তেওঁলোকৰ কৰ্তব্য সম্পূৰ্ণ হ'ল। আৰু এতিয়া তেওঁলোকে আনন্দ ধামত প্ৰৱেশ কৰিলে। সৌভাগ্যাৰণ্যৰ এই মনোৰোম শ্যামল ভূমিত পুণ্যাত্মাসকল বাস কৰে। এই সমতল অঞ্চল বিস্তীৰ্ণ আকাশৰ উজ্জ্বল দীপ্তিৰে আলোকিত। ইয়াতে

থাকি তেওঁলোকে আছুতীয়াকৈ বেলি আৰু তৰা দেখা পায়। এই জ্যোতির্ময় পুণ্যাত্মাসকলে খেল-পথাৰৰ ঘাঁহৰ দলিছাত একেলগে গোট খাই ক্রীড়া-কৌতুক কৰি অঙ্গ সঞ্চালন কৰিছিল। আনবিলাকে সঙ্গীতৰ তালে তালে নৃত্য কৰিছিল। আৰু ইয়াতে থ্ৰেছীয়ান দ্ৰষ্টা অৰ্ফিউছে, সুদীৰ্ঘ বসন পৰিধান কৰি, সাতোটা সুৰৰ লহৰেৰে, আঙুলিৰে বা এডাল হাতীদাঁতৰ শলাৰে আল ধৰি, তেওঁলোকৰ ছন্দময় গতিৰ লগত সঙ্গতি ৰাখিছিল। ইয়াতে আছিল টিউছাৰৰ প্ৰাচীন বংশ, ঐশ্বৰ্য-বিভূতিৰ দিনত জন্ম গ্ৰহণ কৰা সাহসী, সুদৰ্শন বীৰসকল, ইলাছ, আছাৰেকাছ আৰু ট্ৰয়ৰ প্ৰতিষ্ঠাতা ডাৰ্ডানাছ। ইনিয়াছে বিস্ময়েৰে তেওঁৰ সমুখত অচলভাৱে পৰি থকা ৰথ আৰু অস্ত্ৰ-শস্ত্ৰবিলাক দৰ্শন কৰিলে। বৰ্শাবিলাক মাটিত খুচি থোৱা আছিল। ঘোঁৰাবিলাকে মুকলি মনেৰে চৰণীয়া পথাৰত ঘাঁহ খাই আছিল। ইহলোকত শান্তিৰে সমাধিস্থ হোৱাৰ পিছতো, তেওঁলোকে জীয়াই থাকোতে যিবিলাক তেজী ঘোঁৰা প্ৰতিপালন কৰি সন্তোষ পাইছিল, এতিয়া পৰলোকতো সেইবিলাক তেওঁলোকৰ লগতে আছিল। আৰু বিস্মিত ইনিয়াছে দেখা পাইছিল তেওঁৰ সোঁৱে-বাৱেঁ, কেউফালে তৃণ-ভূমিৰ মাজত এটি সমবেত প্ৰশস্তি গীত গাই আত্মহাৰা হোৱা ভালেমান লোকক। সুগন্ধি সৰল গছে ছাটি পোৱা এখন বনত তেওঁলোকে বাস কৰিছিল। এৰিডেনাছ নদী সেই অৰণ্যৰ মাজেদি যেনে-যোটোকাৰে উপৰিভাগৰ ফালে বৈ গৈছে। জন্মভূমিৰ কাৰণে যুদ্ধ কৰি আহত হোৱা লোকৰ দল এটাও ইয়াতে আছে। অন্যান্যসকল জীৱিত কালত আছিল নিষ্কলুষ যাজক, নতুবা বিশ্বস্ত ভৱিষ্যতদ্ৰষ্টা, যিসকলৰ বাণীয়ে এপলোক লাজত পেলোৱা নাছিল। কিছুমানে সুচতুৰ উদ্ভাৱনাৰ দ্বাৰা জীৱনৰ মাধুৰ্য বঢ়াইছিল, কিছুমানে মৰম চেনেহেৰে নিজৰ সুখ্যাতি ৰাখি আহিছিল। সকলোটিয়েই কপালত বৰফৰ দৰে বগা বন্ধনী পৰিধান কৰিছিল। তেওঁলোক সমবেত হোৱাত ছিবিলে সকলোৰে লগত আলাপ কৰিছিল। সমাবিষ্ট হোৱা প্ৰেতাত্মাসকলৰ মাজত মুছেইয়াছ স্তম্ভৰ দৰে ওখ হৈ জিলিকি আছিল। ছিবিলে তেওঁক বিশেষভাৱে সম্বোধন কৰি ক'লে, "হে পুণ্যাত্মাসকল, আৰু বিশেষকৈ হে সুশীল কবিবৰ, এঙ্কাইচিছ ক'ত আছে? তেওঁক বাৰু কোন ঠাইত বিচাৰি পোৱা হ'ব? কাৰণ ৰসাতলৰ মহানদীবিলাক পাৰ হৈ

আমি তেওঁৰ সন্ধানত এইখিনি পাইছোঁহি।" মহান বীৰজনে লগে লগেই সংক্ষেপে উত্তৰ দিলে, "আমাৰ কাৰো নিৰ্দিষ্ট নিবাস নাই। গছ-বনৰ ছাঁত বা নদীৰ পাৰৰ নিমজ বালিত আমি জিৰণি লওঁ। নিজৰাৰ পানী পাই লহপহীয়া হৈ থকা তৃণভূমিতো আমি বাস কৰো। কিন্তু যদি তোমালোকে একান্ত ইচ্ছা কৰিছা, তেন্তে মোৰ লগতে এই টিলাটোৰ ওপৰলৈ উঠি আহা, তাৰ পৰাই মই তোমালোকক সুগম বাট এটা দেখুৱাই দিব পাৰিম।" এই বুলি কৈ তেওঁ আগ বাঢ়ি গ'ল। টিলাটোৰ ওপৰত থিয় হৈ তেওঁলোকে পোহৰত জিলিকি থকা ঠাই এখন নামনিত দেখা পালে। সেই দেখি তেওঁলোকে তললৈ নামিবলৈ ধৰিলে।

এতিয়া সামন্ত এস্কাইচিছে সেউজীয়া তৃণগুল্মৰে ঢাক খাই থকা গভীৰ উপত্যকা এটাত আবদ্ধ হৈ থকা প্ৰেতাত্মা কিছুমানক দেখি অতি আগ্ৰহেৰে নিৰীক্ষণ কৰিছিল। কাৰণ পৃথিৱীৰ পোহৰলৈ উভতি যোৱাটো তেওঁলোকৰ ভাগ্যত আছিল। ঘটনাক্ৰমে তেওঁ নিজৰ ভৱিষ্যত বংশধৰ, নাতি-পুতি-সকল আৰু তেওঁলোকৰ ভাগ্য, স্বভাব-চৰিত্ৰ আৰু ভাবী কীৰ্তি-কলাপ— এই সকলোবিলাকৰ এটা সমীক্ষা কৰিছিল। এনেতে ঘাঁহনিৰ ওপৰেদি তেওঁৰ ফালে কোবাকুবিকৈ আহি থকা ইনিয়াছক দেখা পাই তেওঁ নিৰতিশয় আনন্দত পুতেকৰ ফালে হাত দুখনি মেলি দিছিল। তেওঁৰ দুগালেদি চকুপানী বৈ আহিল। তেওঁৰ মুখৰ পৰা ওলাল, "অৱশেষত তুমি আহিলা! তুমি যে সত্যনিষ্ঠ সেই বিষয়ে তোমাৰ পিতাৰৰ অলপো সন্দেহ নাছিল। বিশ্বস্ততাৰ কাৰণেই তোমাৰ এই দুঃসাহসী যাত্ৰা সফল হৈছে। পুত্ৰ, মই সঁচাকৈয়ে তোমাৰ মুখখন চাব পাৰিমনে? তোমাৰ কণ্ঠস্বৰ মই শুনিব পাৰিমনে? কিমান পৰিচিত সেই মাত! তোমাৰ লগত মই বাৰু কথাও পাতিব পাৰিমনে? গুণা-গঁথা কৰি মই প্ৰকৃততে আশা কৰিছিলো যে এই ঘটনা ঘটিব; কিমান দিন লাগিব তাকো মই গণনা কৰি থৈছিলো। মোৰ সেই হিচাপ ভুল হোৱা নাই। তুমি কত দেশ, কত মহাসাগৰ অতিক্ৰম কৰিব লগা হৈছিলা, ধুমুহা-বতাহে তোমাৰ যাত্ৰা কিমান বিপদজনক কৰি তুলিছিল! ভাবিলেই ভয় লাগে। অৱশেষত এতিয়া তোমাক আদৰি ল'ব পাৰিছো। আফ্ৰিকাৰ ৰাজশক্তিয়ে তোমাৰ অনিষ্ট কৰিব পাৰে বুলিয়ো মোৰ আশঙ্কা হৈছিল।" ইনিয়াছে উত্তৰ দিলে, "পিতা, আপোনাৰ বিষণ্ণ ছায়ামূৰ্তি মই

দেখা পাইছিলো, আৰু সেইকাৰণেই মই এই ৰাজ্যলৈ আহিবলগীয়া হৈছে। মোৰ নৌ-বাহিনী ইট্ৰুস্কান সাগৰৰ উপকূলত বান্ধি থোৱা আছে। পিতা, আপোনাৰ হাতখনি মই বাৰু অকণমান পৰশ কৰি চাব পাৰিমনে? আপোনাক এবাৰ সাবটি ধৰিব পাৰিমনে? হে পিতা, মোক নিৰাশ নকৰিব।" এইদৰে কৈ থাকোতে তেওঁৰ মুখখনি চকুৰ পানীৰে তিতি গৈছিল। তিনিবাৰ তেওঁ পিতাকৰ ডিঙিত আঁকোৱালি ধৰিব খুজিছিল। কিন্তু তিনিওবাৰেই তেওঁ বিফল মনোৰথ হৈছিল। অলীক সপোনৰ দৰে, এছাটি বতাহৰ দৰে পিতাকৰ সূক্ষ্মদেহ তেওঁৰ ধৰা-ছোৱাৰ বাহিৰত আছিল।

আৰু এতিয়া ইনিয়াছে উপত্যকাটোৰ সিমূৰে, ভালেমান আঁতৰত, বতাহত সোঁ সোঁৱাই থকা এখন ডাঠ হাবি দেখা পাইছিল। শান্তি নীড়সমূহৰ সমুখেদি বৈ যোৱা লিঠে নদীখনো তেওঁৰ দৃষ্টিগোচৰ হৈছিল। গ্ৰীষ্মৰ এটি ফৰকাল ৰাতিপুৱা যেতিয়া মৌ-মাখিবিলাক তৃণ-ভূমিত ফুলি থকা নানাবিধ ফুলত জাকে জাকে পৰে, যেতিয়া শুকুলা লিলি ফুলবিলাকে দশোদিশ জিলিকায় আৰু সমগ্ৰ সমতল অঞ্চল মৌ-মাখিৰ গুণ গুণনিত মুখৰিত হয়, ঠিক সেইদৰেই এই নদীৰ চাৰিওফালে বিভিন্ন জাতিৰ লক্ষ লক্ষ প্ৰেতাত্মাই বিচৰণ কৰি ফুৰিছিল। এই আকস্মিক দৃশ্য দেখি ইনিয়াছ উচপ্ খাই উঠিল, তেওঁ কিংকৰ্তব্যবিমূঢ় হৈ, তেওঁৰ সন্মুখত থকা নদীখননো কেনে ধৰণৰ আৰু পাৰত শাৰী পাতি থকা অসংখ্য প্ৰেতসকলনো কোন সেই বিষয়ে তেওঁৰ সন্দেহ নিৰসন কৰিবলৈ ইচ্ছা প্ৰকাশ কৰিছিল। পিতাক এঙ্কাইচিছে ক'লে, "এই আত্মাবিলাকে পুনৰ জনম ল'ব লাগিব। তেওঁলোকে লিঠে নদীৰ পানী পান কৰি যন্ত্ৰণাৰ পৰা মুক্তি পাব; পূৰ্বজন্মৰ সকলো স্মৃতি মনৰ পৰা লোপ পাব। তেওঁলোকৰ বিষয়ে ক'বলৈ আৰু নিজে তেওঁলোকক তোমাক দেখুৱাই দিবলৈ মই বহুত দিনৰ পৰাই ইচ্ছা কৰি আছো। এওঁলোকেই আমাৰ বংশত জন্ম গ্ৰহণ কৰিব, সেইকাৰণে মই তেওঁলোকৰ বিষয়ে পুঙ্খানুপুঙ্খভাৱে তোমাৰ আগত ক'ব খুজিছো। ইটালী দেশত উপনীত হ'ব পাৰি তুমি নিশ্চয় আনন্দ লাভ কৰিছা। এই কথা জানিলে আৰু বেছি ৰং পাবা।" "হে পিতা, ইহঁতৰ মাজৰ পৰা কিছুমান আমাৰ আকাশৰ তলত থকা পৃথিৱীখনলৈ পুনৰ উভতি যাব; যন্ত্ৰণাৰ মাজত আকৌ ইহঁতৰ জন্ম

হ'ব, এই কথা কি মই বিশ্বাস কৰিব লাগে? এই দুৰ্ভগীয়াহঁতে কিয়নো পুনৰ জনম ল'বলৈ হেঁপাহ কৰিছে?" "তোমাক সকলো কথা বিবৰি কম আৰু তোমাৰ কৌতূহল নিবাৰণ কৰিম।" এঙ্কাইচিছে একাদিক্ৰমে সত্য-বিলাক প্ৰকাশ কৰি কবলৈ ধৰিলে।

"প্ৰথমে শুনা, জল-স্থল, নভোমণ্ডল, চন্দ্ৰমাৰ দীপ্তিময় ৰূপ, সুবিশাল সূৰ্য নক্ষত্ৰমণ্ডলী, এই সকলোটিৰে একোটি আত্মা আছে। তদুপৰি আছে চিত্ত। এই বিৰাট বিশ্ব-চৰাচৰত চিত্তই ব্যাপ্তি লাভ কৰিছে। সকলো জড় পদাৰ্থতেই প্ৰাণৰ সঞ্চাৰ কৰিছে। এই আত্মা আৰু চিত্তৰ পৰাই জীৱৰ উৎপত্তি হৈছে। মানুহ, পশু-পক্ষী, মহাসাগৰৰ মসৃণ উপৰি ভাগৰ তলত থকা অদ্ভুত প্ৰাণী, এই সকলোবিলাকৰে সৃষ্টিৰ মূলতে আছে এই আত্মা আৰু চিত্ত। সিহঁতৰ মৌলিক শক্তি অনলৰ দৰে, উৎপত্তি হৈছে অমৰাৱতীৰ পৰা, অৱশ্যে যিমান দূৰ পৰ্যন্ত সিহঁত দৈহিক পাপৰ দ্বাৰা বাধাগ্ৰস্ত নহয়, পাৰ্থিৱ সংসৰ্গ আৰু দৈহিক পাপৰ দ্বাৰা সিহঁতৰ বোধহয় শক্তি আচ্ছন্ন নহয়। এই শৰীৰটোৱেই হৈছে ভয়, কাম, হৰ্ষ আৰু বিষাদৰ হেতু। এই ছিদ্ৰহীন অন্ধকাৰ কাৰাগাৰত বন্দী হৈ থকা কৰণেই সিহঁতে মুক্ত আকাশলৈ অব্যাহতভাৱে দৃষ্টিপাত কৰিব নোৱাৰে। আৰু বাস্তৱিকতে সিহঁতৰ অন্তিম দিনটোত যেতিয়া জীৱনৰ জেউতি হেৰাই যায়, সেইদিনাও সিহঁতৰ বিষণ্ণ আত্মাবিলাকে দৈহিক বিষয়বাসনাৰ কবলৰ পৰা পৰিত্ৰাণ নাপায়। কাৰণ বদ্ধমূল পাপ বহুদিন ধৰি বিচিত্ৰভাৱে অন্তৰত বাহ বান্ধি থাকে আৰু ইয়াক নাশ কৰিব নোৱাৰি। সেইকাৰণেই আত্মাবিলাকে নৰক-যন্ত্ৰণা ভুগিব লাগে: পাপৰ কাৰণে শাস্তিভোগ কৰিব লাগে। কিছুমানক নিঃসহায়ভাৱে বান্ধি ওলোমাই থোৱা হয়, সিহঁতক সদায় বতাহে কোবাই থাকে। কিছুমানে বিশাল আবৰ্তৰ মাজত থাকি পাপ স্খলন কৰে নহ'লে অগ্নিকুণ্ডত দগ্ধ হৈ পঙ্কিলতাৰ পৰা পৰিত্ৰাণ পায়। প্ৰাক্তন কৰ্মফল অনুসৰি আমি ৰসাতলত উপযুক্ত একোখন ঠাই পাওঁ। পিছত আমাক বিস্তীৰ্ণ ইলিছিয়ামত মুক্তভাৱে বিচৰণ কৰিবলৈ অনুমতি দিয়া হয়। আমাৰ অল্প সংখ্যক আত্মাইহে এই আনন্দ ধামত বাস কৰিব পাৰে। বহুদিনৰ পিছত, একোটা কালচক্ৰ সম্পূৰ্ণ হ'লে দূৰপনেয় সুকঠিন পাপ-

বিলাকো মোচন হয়, আত্মাৰ কলুষ অপসৃত হয়। এক পবিত্ৰ আৰু উজ্জ্বল উপলব্ধি, ভৌতিক অগ্নিৰ এটি স্ফুলিঙ্গ তাত বিৰাজ কৰে। এনেভাৱে বছৰৰ এটা কালচক্ৰ অতিবাহিত কৰাৰ পিছত, ঈশ্বৰে তেওঁলোকক সদলবলে লিঠে নদীলৈ মাতি পঠিয়ায়। যেতিয়া তেওঁলোকে মুক্ত আকাশৰ ফালে যাত্ৰা কৰে আৰু যেতিয়া তেওঁলোকৰ মনত নতুন দেহত প্ৰবেশ কৰি জন্ম লাভ কৰাৰ আশাই ভুমুকি মাৰে তেতিয়াই ভগৱন্তই তেওঁলোকৰ পূৰ্ব স্মৃতি বিলুপ্ত কৰিবৰ কাৰণেই এই কাম কৰে।"

এঙ্কাইচিছৰ কথা শেষ হ'ল। এতিয়া তেওঁ পুতেকক ছিবিলৰ সৈতে প্ৰেতাত্মাসকলৰ বিৰাট সমাবেশৰ মাজলৈ লৈ গ'ল। তেওঁলোক কথা-বাৰ্তা পাতি ব্যস্ত হৈ আছিল। তেওঁ এডোখৰ ওখ ঠাই বিচাৰি উলিয়ালে। তাৰপৰা প্ৰেতাত্মাসকলৰ দীঘলীয়া শাৰী স্পষ্টভাৱে চকুত পৰিছিল। প্ৰত্যেকজনকে তাৰ পৰা লক্ষ্য কৰি চিনি পাব পৰাৰ সুবিধা আছিল। তেওঁ ক'লে, "শুনা, এতিয়া মই তোমাৰ অদৃষ্টৰ কথা ব্যক্ত কৰিম। ডাৰ্ডানাছৰ বংশধৰসকল ভৱিষ্যতে কেনে যশ-গৌৰৱৰ অধিকাৰী হ'ব, আৰু ইটালীত জন্মলাভ কৰা তোমাৰ অধস্তন পুৰুষসকল কেনেকুৱা হ'ব, সেই কথা মই কোনো লুক-ঢাক নকৰাকৈ প্ৰকাশ কৰিম। আমাৰ বংশত জন্ম লাভ কৰিবলৈ বহুতো খ্যাতিমান আত্মাই ইয়াতে অপেক্ষা কৰি আছে। সৌৱা চোৱা, এজন তৰুণ যোদ্ধাই ভোটা বৰ্শা এপাটত আঁউজি আছে। তেঁৱেই সৰ্বপ্ৰথমে মৰ্ত্যলোকলৈ গমন কৰিব। ইটালীয় ৰক্ত ধাৰণ কৰি তেওঁ পৃথিৱীৰ বায়ুমণ্ডলৰ তলত জন্ম গ্ৰহণ কৰিব। আলবা দেশত তেওঁ চিলভিয়াছ নামেৰে জনাজাত হ'ব। তোমাৰ পুত্ৰৰূপে তেওঁৰ জন্ম হ'ব তোমাৰ মৃত্যুৰ পিছত। তোমাৰ কুঁৱৰী লাভিনীয়াই তেওঁক হাবিৰ মাজত তুলি-তালি ডাঙৰ-দীঘল কৰিব। তেওঁ ৰজা হ'ব আৰু ৰজাৰ জনক হ'ব। তেওঁৰ দ্বাৰা প্ৰতিষ্ঠিত আমাৰ বংশই আলবালঙ্গাৰ পৰা শাসন কৰিব। তেওঁৰ নিচেই ওচৰতে থকাজন ট্ৰয় জাতিৰ গৌৰৱৰ স্থল প্ৰকাছ। তাৰ পিছত ক্ৰমান্বয়ে আঁছে কেপীছ, নুমিটৰ আৰু ইনিয়াছ চিলভিয়াছ। শেষৰজনৰ যোগেদি তোমাৰ নাম পুনৰ জিলিকি উঠিব। যুদ্ধ-বিগ্ৰহ আৰু ন্যায়পৰায়ণতা উভয়তে সমানে বিচক্ষণ হৈ তেওঁহে প্ৰকৃততে আলবাৰ সিংহাসনৰ অধিকাৰী হ'ব। চোৱা, কেনে বীৰ পুৰুষ তেওঁলোক! তেওঁলোকৰ

কিমান শক্তি! ৰাজমুকুটৰ দৰে তেওঁলোকে পৰিধান কৰা পত্ৰৰাজিয়ে কেনেকৈ তেওঁলোকৰ কপালত ছাঁয়া বিস্তাৰ কৰিছে? পৰ্বতৰ উচ্চ শিখৰত তেওঁলোকে নমেন্টাম, গেবাই, ফিডেনী নগৰ, কলেটিয়া দুৰ্গ নিৰ্মাণ কৰিব, আৰু প্ৰতিষ্ঠা কৰিব পম্পিয়াই নগৰ, য'ত অৱস্থিত হ'ব ইনুৱাছ, ব'লা আৰু ক'ৰাৰ সৈন্যাবাস। এতিয়া এইবিলাক নাম কোনেও নাজানে, কিন্তু ভৱিষ্যতে এদিন এই নামবিলাকেই বিখ্যাত হৈ পৰিব।

"আৰু আছে, মাৰ্চপুত্ৰ ৰমুলাছে এদিন ককাকৰ লগত ফুৰাচকা কৰিব। তেওঁ হ'ব এছাৰকাছৰ কুলসম্ভূত। ষিগবাকী জননীয়ে তেওঁক প্ৰতিপালন কৰিব, তেওঁৰ নাম হ'ব ইলিয়া। লক্ষ্য কৰাচোন, তেওঁৰ শিৰত আছে যুগল কিৰীটি। নিজৰ প্ৰতীকৰ দ্বাৰাই তেওঁৰ পিতাকে তেওঁক ঊৰ্ধলোকৰ গৌৰৱোজ্জ্বল জীৱনৰ বাবে চিহ্নিত কৰিছে। চোৱা বৎস, তেওঁ ৰাজপদত অধিষ্ঠিত হোৱাৰ পিছৰ পৰাহে ৰোম নগৰ প্ৰসিদ্ধ হ'ব, তোমাৰ শাসন সমস্ত পৃথিৱী ব্যাপি প্ৰসাৰিত হ'ব আৰু ইয়াৰ কীৰ্তি অলিম্পাছৰ উচ্চ শিখৰ পৰ্যন্ত বিয়পি পৰিব। ৰোমৰ সাটোতা দুৰ্গ এখন মাত্ৰ প্ৰাচীৰৰ দ্বাৰা আবৃত হ'ব; বহুতো বীৰ পুৰুষে জন্ম লাভ কৰি এই নগৰ ধন্য কৰিব। এই নগৰ তুলনীয় হ'ব বিৰিছিণ্টাছৰ মাতৃৰ লগত; তেওঁ সুদীৰ্ঘ মুকুট শিৰত ধাৰণ কৰি ফ্ৰিজীয়াৰ নগৰবিলাক ৰথত উঠি ভ্ৰমণ কৰে; দৈৱশক্তিসম্পন্ন এটি সুখী পৰিয়ালৰ তেওঁ জননী। এশজন নাতিয়েকক তেওঁ মৰম-চেনেহ কৰে। এওঁলোকো স্বৰ্গবাসী, অমৰাৱতীৰ উচ্চতাত এওঁলোকৰ আলয়। এতিয়া নয়ন দুটি মেলি সৌফালে দৃষ্টিপাত কৰা, সেই পৰিয়ালটি দেখিছানে? তেওঁলোক প্ৰকৃত ৰোমান। এইটি হৈছে চিজাৰৰ পৰিয়াল। এওঁলোক ইয়ুলাছৰ বংশধৰ। জ্যোতিৰ্ময় স্বৰ্গ-ধামত এওঁলোকৰ স্থান নিৰ্দিষ্ট হৈ আছে। যিজনৰ নাম তুমি আগতীয়াকৈ শুনিছা, সেই আগাষ্টছ চিজাৰ সৌজনেই। এওঁ দেৱকুলসম্ভূত, চেটাৰ্ণে এসময়ত ৰাজত্ব কৰা লাটিয়াম ৰাজ্যত তেওঁ পুনৰ্বাৰ স্বৰ্ণ যুগ প্ৰৱৰ্তন কৰিব। আমাৰ সাম্ৰাজ্যখন তেওঁ আফ্ৰিকা আৰু সুদূৰ ভাৰতবৰ্ষৰ সীমা পাৰ হৈ জ্যোতিষ্ক মণ্ডলীৰ কক্ষপথৰ বাহিৰত থকা মহাদেশ পৰ্যন্ত বিস্তৃত কৰিব। এই মহাদেশ সূৰ্যৰ বাৰ্ষিক গতিবো বহিভূত। ইয়াতেই স্বৰ্গ-বাহক আটলাছে তাৰকাখচিত আৱৰ্তনশীল ভূ-মণ্ডল স্কন্ধ দেশত ধাৰণ কৰি থাকে।

আনকি এতিয়াও তেওঁৰ অভ্যুত্থানৰ বহু পূবেই কাস্পিয়ান ৰাজ্য আৰু মিয়টিছ হ্ৰদৰ চৌদিশে থকা দেশবোৰ তেওঁৰ আগমনৰ আগজাননী পাই ভয়ত কম্পমান হৈ আছে। নীল নদীৰ সপ্তধা বিভক্ত মোহনাত বিৰাজ কৰিছে আতঙ্ক আৰু বিশৃঙ্খলা। সঁচা কথা, হাৰকিউলিছে ব্ৰঞ্জৰ খুৰা থকা হৰিণীজনীক শৰবিদ্ধ কৰি ইৰিমেন্থাছ অৰণ্যত শান্তি স্থাপন কৰিছিল, তেওঁৰ ধেনু-কাঁড় দেখি লাৰ্ণাই ভয় খাইছিল; কিন্তু তেৱোঁ তাৰ কাৰণে পৃথিৱীখন ইমান দূৰ অতিক্ৰম কৰিব লগা হোৱাই নাছিল। ন্যাছাৰ উচ্চ শিখৰৰপৰা আঙুৰ লতাৰ বাঘজৰিৰে বাঘবিলাকক বিজয় গৰ্বেৰে পৰিচালনা কৰাৰ সময়ত বেকাছেও ইমান সুদীৰ্ঘ পথ পৰ্যটন কৰা নাছিল। এতিয়া কাৰ্যৰ দ্বাৰা আমাৰ বীৰত্ব সাব্যস্ত কৰিবলৈ সঙ্কোচ কৰাৰ কিবা থল আছেনে? ইটালীৰ মাটিত অচল-অটলভাৱে থিয় হবলৈ আমি ভয় কৰিব লাগেনে?

"কিন্তু অলপ আলৰি কাটি থকা সেইজননো কোন? তেওঁৰ শিৰত জয়মাল্য আৰু হাতত পূজাৰ সামগ্ৰী। তেওঁৰ চুলি আৰু থুঁতৰিত থকা পকা ডাঢ়ি মই চিনিব পাৰিছো। তেওঁ হৈছে নুমা; ৰোমৰ সেইজন ৰজা যিজনে আমাৰ নগৰখনত আইন-কানুনৰ ভিত্তি স্থাপন কৰিব; ক্ষুদ্ৰ কিউৰিছ ৰাজ্য আৰু ইয়াৰ অনুৰ্বৰ ভূমিৰ পৰা তেওঁ নিমন্ত্ৰিত হ'ব এখন বৃহৎ সাম্ৰাজ্যলৈ। তেওঁৰ উত্তৰাধিকাৰী টাল্লাছে স্বদেশত বিৰাজ কৰি থকা শান্তি বিপন্ন কৰি তুলিব; বিজয় গৌৰৱৰ প্ৰতি আসক্তিহীন হৈ পৰা আৰামপ্ৰিয় জাতিবিলাকৰ বিৰুদ্ধে তেওঁ যুদ্ধ ঘোষণা কৰিব। তেওঁৰ ঘনিষ্ঠ অনুগামী হৈছে এঙ্কাছ. তেওঁ আত্ম-প্ৰতিষ্ঠাৰ প্ৰয়াসী, জনপ্ৰিয়তাৰ বতাহৰ বা ল'বলৈ তেওঁ এতিয়াও ভাল পায়। টাৰকুইন বংশ আৰু প্ৰতিহন্তা ব্ৰুটাছৰ অভিমানী আত্মাক অবলোকন কৰিবলৈ তোমাৰ ইচ্ছা আছেনে? পুনৰ উদ্ধাৰ কৰা ৰাজদণ্ড দৰ্শন কৰিবানে? প্ৰজাসকলৰ দ্বাৰা নিৰ্বাচিত হৈ শাসকৰ ক্ষমতাত অধিষ্ঠিত হোৱা প্ৰথম লোক হ'ব ব্ৰুটাছ, তেওঁৰ হাতত থাকিব ঘাতকৰ নিষ্ঠুৰ কুঠাৰ। স্বাধীনতাৰ মহান নামত, তেওঁ যুদ্ধ-বিগ্ৰহ আৰম্ভ কৰিব আৰু পিতা হৈয়ো নিজৰ পুত্ৰক প্ৰাণদণ্ডেৰে দণ্ডিত কৰিব। কি পৰিতাপৰ কথা? পিছৰ পুৰুষে তেওঁৰ বিচাৰ যেনেকৈয়ে নকৰক, এই কথা নিশ্চিত যে দেশপ্ৰেম সদায় জয়যুক্ত হ'ব; আৰু হ'ব যশস্যাৰ প্ৰতি থকা অপৰিসীম অনুৰাগ। কিন্তু মন কৰাচোন, দূৰত সৌৱা

ভিচাই আৰু ভ্ৰমি ; পৰন্ত চালনাত নৃশংস টৰ্কোৱেটাছ, আৰু ধ্বজ-ৰক্ষক কেমিল্লাছ।

"আৰু সেই আত্মাবিলাকলৈ লক্ষ্য কৰা, তেওঁলোকৰ সুযোগ্য হাতত অস্ত্ৰ-শস্ত্ৰবিলাক চিকমিকাই আছে। তেওঁলোকৰ মাজত এতিয়া সম্প্ৰীতি বিৰাজ কৰিছে। এই ঘোৰ অন্ধকাৰত আবদ্ধ হৈ থকা দিনকেইটাত তেওঁলোক সেইদৰেই থাকিব। কিন্তু এবাৰ পৃথিৱীৰ পোহৰলৈ ওলাব পাৰিলেই তেওঁলোকৰ মাজত আৰম্ভ হ'ব মাৰাত্মক সংগ্ৰাম, যুদ্ধৰ যাতনা আৰু পাৰস্পৰিক সংঘৰ্ষৰ ফলত হোৱা হত্যালীলা। নিজৰ কন্যাৰ প্ৰতি থকা মৰম-চেনেহ পাহৰি গৈ এজন চিজাৰে মনিকাছ দুৰ্গৰ পৰা আল্পছ পৰ্বতৰ দুৰ্গম পথেদি যুদ্ধ যাত্ৰা কৰিব আৰু পূবফালে, তেওঁৰ পথৰুদ্ধ কৰি অসংখ্য সৈন্য-সামন্ত লগত লৈ ৰণৰ কাৰণে অপেক্ষা কৰি থাকিব সেই চিজাৰৰে জামাতা পম্পে। হে মোৰ সন্তানসকল, এনেকুৱা বিদ্বেষপূৰ্ণ ৰণত তোমালোক মত্তলীয়া নহবা। জন্মভূমিৰ অক্ষয় শক্তি আপোনঘাতী কাৰ্যত প্ৰয়োগ নকৰিবা। হে মোৰ বংশধৰসকল, স্বৰ্গধামৰ পৰাই তোমালোক মৰতলৈ নামি আহিছা। তোমালোকেই প্ৰথমে দয়া আৰু ক্ষমাৰ নিদৰ্শন দেখুৱা উচিত, তোমালোকেই প্ৰথমে মাৰণাস্ত্ৰ বিসৰ্জন দিয়া কৰ্তব্য!

"সেইটো চোৱা, সেইজন মামিয়াছ; কৰিন্থ জয় কৰি গ্ৰীকবিলাকক নিধন কৰাৰ পিছত তেওঁ বিজয়োল্লাসত সুউচ্চ কেপিটলৰ ৰাজপথেদি ৰথ চলাই যাব। তাতে থকা এমিনিয়াছ পলাছে আৰ্গছ, আৰু আগামেমননৰ নিজ ৰাজ্য মিছিনী নিৰ্মূল কৰিব, একিলিছৰ বংশধৰ বাহুবলী পাৰ্ছিয়াছ আৰু ইয়াছিছক নিজহাতে নিপাত কৰিব। এইদৰেই তেওঁ ট্ৰয়ৰ পূৰ্বপুৰুষসকলৰ হৈ আৰু ট্ৰয় ৰাজ্যত থকা মিনাৰ্ভাৰ মন্দিৰ অপবিত্ৰ কৰাৰ কাৰণে প্ৰতিশোধ ল'ব। মহান কেটো, আৰু ক'চাছ, গ্ৰেকাছ আৰু তেওঁৰ পুত্ৰ-পৰিজন, যুদ্ধত অশনি সদৃশ, আফ্ৰিকাৰ সংহাৰস্বৰূপ ছিপিয়ৰ বংশধৰ দ্বয়, দাৰিদ্ৰ্যবলত বলীয়ান ফেব্ৰিচিয়াছ, নিজে হলকৰ্ষণ কৰি বীজ বপন কৰা ৰেগুলাছ চেৰেনাছ, তোমালোকক নশলাগি কোন থাকিব পাৰে? ফেবিয়ান বংশৰ বীৰসকল, মই যেতিয়া ক্লান্ত হৈ পৰিম, তেতিয়া তোমালোকে মোক ক'লৈ তৎপৰতাৰে লৈ যাবা? তুমি ফেবিয়াছ, সেই বংশৰ তুমিয়েই শ্ৰেষ্ঠ পুৰুষ, আৰু মেক্সিমাছ, নিষ্ক্ৰিয়ভাৱে থাকিও তুমি সাফল্যমণ্ডিত হ'বা।

মই নিশ্চিতভাৱে বিশ্বাস কৰিছো, অন্যান্যবিলাকেও কলা-কুশলতাৰ পৰিচয় দিব পাৰিবা। ব্ৰঞ্জৰ জীৱন্ত প্ৰতিমা নিপুণ হাতেৰে গঢ়িব পাৰিবা, মাৰ্বল শিল কাটি নিৰ্মাণ কৰা মূৰ্তিত থাকিব প্ৰাণৰ স্পন্দন! যুক্তি-তৰ্কত বাক্‌-পটুতাৰ পৰিচয় দিব পাৰিবা, গ্ৰহ-নক্ষত্ৰৰ গতি নিৰ্ণয় কৰিবলৈ সক্ষম হ'বা, তাৰকাৰাশিৰ উদয়াস্ত নিৰ্ধাৰণ কৰিব পাৰিবা। কিন্তু ৰোমানসকল, তোমালোকে মনত ৰাখিব লাগিব যে স্বকীয় ক্ষমতাৰে তোমালোকে প্ৰজাসকলক শাসন কৰিব লাগিব, কৰ্ম-কুশলতাৰে শান্তি প্ৰতিষ্ঠা কৰিব লাগিব। দুষ্টক দমন আৰু শিষ্টক পালন কৰিব লাগিব।"

সামন্ত এঙ্কাইচিছে ইমানতে তেওঁৰ বক্তব্যৰ সামৰণি মাৰিলে। বিস্ময়ত দুয়ো নিমগ্ন হৈ আছিল। এনেতে তেওঁ পুনৰ আৰম্ভ কৰিলে, "চোৱা, চমৎকাৰ লুণ্ঠিত সামগ্ৰী আহৰণ কৰি মাৰ্চেলাছে কেনেকৈ জাকত জিলিকি আহি আছে, সকলো যোদ্ধাৰ মাজত বিজয়ী অধিনায়কজনে কেনেকৈ দৃষ্টি আকৰ্ষণ কৰিছে। শত্ৰুৰ প্ৰচণ্ড আক্ৰমণ প্ৰতিহত কৰি তেওঁ ৰোমক পুনৰ শক্তিশালী কৰি তুলিব, অশ্বাৰোহী বাহিনীৰে যুদ্ধ কৰি কাৰ্থেজিনীয়ান আৰু গল বিলাকক পৰাস্ত কৰিব আৰু তৃতীয় বাৰৰ বাবে অধিকৃত অস্ত্ৰ-শস্ত্ৰসমূহ পিতা কুইৰিনাছৰ প্ৰতি উছৰ্গা কৰিব।"

কিন্তু এই সময়তে ইনিয়াছে তেওঁৰ কাষে কাষে আহি থকা এজন যুৱকক দেখা পাইছিল। যুৱকজন অতি সুদৰ্শন আছিল আৰু তেওঁ চিক্-মিকাই থকা কবচ পৰিধান কৰিছিল। কিন্তু তেওঁ তলমূৰ কৰি আছিল আৰু তেওঁৰ মুখত আছিল বিষাদৰ ছাঁয়া। ইনিয়াছে পিতাকক সুধিলে, "পিতা, মাৰ্চেলাছৰ লগে লগে গৈ থকা সেইজননো কোন? তেওঁ কি আমাৰ উত্তৰ পুৰুষ? আমাৰ এই দীঘলীয়া বংশটোতে তেওঁৰ জন্ম হ'ব নেকি? তেওঁৰ কেনে ব্যক্তিত্ব আৰু আভিজাত্য ফুটি উঠিছে, তেওঁৰ অনুচৰসকলে বিপুল হৰ্ষধ্বনি কৰিছে। কিন্তু তেওঁৰ মূৰৰ ফালে নিশাৰ অন্ধকাৰ ভাহি আছে, গাঢ় ছাঁয়াই তেওঁক আৱৰি ধৰিছে।" সজল নয়নেৰে এঙ্কাইচিছে উত্তৰ দিলে, "বাছা, তোমাৰ সতি-সন্ততিৰ কপালত কিমান নিদাৰুণ দুখ আছে সেই কথা জানিবলৈ ইচ্ছা নকৰিবা। ভাগ্যৰ ফেৰত তেওঁ জগতত থন্তেক থাকিয়েই বিদায় ল'ব লাগিব। হে দেৱতাসকল, তোমালোকৰ বৰৰ প্ৰভাৱত ৰোমানসকল প্ৰবল পৰাক্ৰমী হ'ব বুলিয়েই

তোমালোকে সিদ্ধান্ত কৰিছা। তেওঁৰ মনোৰম নগৰখনৰ কাষতে থকা ৰণদেৱতাৰ উপত্যকাখন সাহসী সৈনিকসকলৰ করুণ ক্ৰন্দন ধ্বনিৰে মুখৰিত হ'ব। হে টাইবাৰ নদী, নব নিৰ্মিত সমাধিৰ কাষেদি বৈ যাওঁতে তুমি শবদেহৰ অনুগমন কৰা কেনে এটি শোভাযাত্ৰা দেখিবলৈ পাবা! আমাৰ ট্ৰয় বংশৰ কোনো এজন কুমাৰেই লাটিন পূৰ্বপুৰুষসকলৰ আশা-ভাৰসা তেওঁৰ দৰে জগাই তুলিব নোৱাৰিব। উত্তৰ কালত প্ৰতিষ্ঠিত হ'ব লগা ৰমুলাছৰ ৰাজ্যত জন্মলাভ কৰা কোনো এজন সন্তানেই তেওঁৰ দৰে গৌৰৱৰ ভাগী হ'ব নোৱাৰিব। হে ন্যায়পৰায়ণতা, প্ৰাচীন বিশ্বস্ততা, হে অপৰাজেয়, পদাতিক বা মুখ ফেনাই থকা, ঘোঁৰাৰ অঙ্কুশ-তাড়িত অশ্বৰ আৰোহীয়েও যুদ্ধত তেওঁৰ হাতৰ পৰা নিৰাপদে সাৰি যাব নোৱাৰিব। হে দুৰ্ভগীয়া কুমাৰ, কেনেবাকৈ যদি তুমিও নিৰ্মম নিয়তিৰ অমোঘ বিধানৰ পৰা মুক্ত হ'ব পাৰা, তেন্তে তুমিও মাৰ্চেলাছৰ দৰেই পৰাক্ৰমী হ'ব পাৰিবা। শুভ্ৰ কুসুমৰ অঞ্জলি দিয়া। ময়ো ৰঙা ফুল ছটিয়াই দিম। মোৰ নাতিৰ আত্মাৰ প্ৰতি এইদৰেই আন্তৰিকতা প্ৰদৰ্শন কৰি মই মোৰ নিষ্ফল কৰ্তব্য পালন কৰিম।"

এইদৰেই তেওঁলোকে উজ্জ্বল কুঁৱলিয়ে আবৰি ৰখা বিস্তীৰ্ণ সমতল ভূমি বিচৰণ কৰি তাত থকা সকলো বস্তু সমীক্ষা কৰিছিল। এঙ্কাইচিছে পুতেকক প্ৰতিটো দৃশ্য দেখুৱাই ভৱিষ্যত গৌৰৱৰ প্ৰবল বাসনাৰে তেওঁৰ কল্পনা উদ্দীপিত কৰিছিল। অদূৰ ভৱিষ্যতত কেনে ধৰণৰ যুদ্ধ-বিগ্ৰহ হ'ব, সেই বিষয়ে তেওঁ পুতেকক আগতীয়াকৈ কৈছিল। লাতিনাছ আৰু লৰেণ্টাইন জাতিবিলাকৰ বিৱৰণ দি, প্ৰতিটো পৰীক্ষা কেনেকৈ সহ্য কৰিব পাৰিব বা কেনেকৈ তাৰ পৰা ৰক্ষা পাব, সেই বিষয়েও তেওঁ পুতেকক বিশেষভাৱে বুজাই কৈছিল।

নিদ্ৰাৰ দুখন দুৱাৰ আছে, তাৰে এখন শিঙৰ। এইখনেদি প্ৰকৃত প্ৰেতাত্মাবিলাক সহজে ওলাই যাব পাৰে। আনখন চিকচিকীয়া হাতী-দাঁতেৰে, অতি নিপুণভাৱে নিৰ্মিত। কিন্তু দিনৰ পোহৰতে প্ৰেতাত্মাসকলে এই দুৱাৰেদি অলীক ছায়ামূৰ্তিবিলাকক প্ৰেৰণ কৰে। সকলো কথা কোৱা শেষ হোৱাৰ পিছত এঙ্কাইচিছে ছিবিল আৰু পুতেক ইনিয়াছক আগ বঢ়াই লৈ গৈ হাতীদাঁতৰ দুৱাৰখনেদি উলিয়াই পঠিয়ালে। ইনিয়াছে সাগৰৰ পাৰে পাৰে পোন বাটেদি নৌ-বাহিনীৰ ফালে যাত্ৰা কৰি সঙ্গীসকলৰ মাজত উপস্থিত হ'লগৈ। তাৰ পিছত তেওঁ কেয়েটা বন্দৰৰ অভিমুখে জাহাজ মেলি দিলে। লঙ্গৰ খুলি দিয়াৰ পিছত উপকূলৰ সমান্তৰালভাৱে নৌ-বাহিনী যাবলৈ ধৰিলে।

## সাত

### লাটিয়ামত যুদ্ধ

ইনিয়াছৰ বৃদ্ধা ধাত্ৰী কেয়েটা, তুমি আজি মৰিও অমৰ। ইটালীৰ উপকূল ৰেখা তুমি ধন্য কৰিলা কাৰণ তাত তোমাৰ নাম যুগমীয়া হৈ নতুন এটি কিম্বদন্তীৰ সৃষ্টি কৰিলে। তোমাৰ প্ৰতি থকা আমাৰ ভক্তি আৰু শ্ৰদ্ধাই তোমাৰ সমাধি সযত্নে ৰক্ষা কৰিছে য'ত তোমাৰ নশ্বৰ দেহ পঞ্চভূতত বিলীন হৈ গ'ল, আমাৰ মহান পাশ্চাত্য ভূমিৰ সেই ঠাইখনত তোমাৰ নাম অম্লান হৈ আছে। ইয়াতে যদি যশ-গৌৰব নাই তেন্তে আছে ক'ত? সত্যনিষ্ঠ ইনিয়াছে উপযুক্তভাৱে তেওঁৰ অন্ত্যেষ্টিক্ৰিয়া সম্পন্ন কৰিবলৈ চেষ্টাৰ ত্ৰুটি কৰা নাছিল। তেওঁৰ সমাধিৰ ওপৰত এটি মৈদাম সুদৃঢ়ভাৱে নিৰ্মাণ কৰা হ'ল। ইয়াৰ পিছত, গভীৰ সমুদ্ৰই যেতিয়া সাম্যৰূপ ধাৰণ কৰিলে, তেতিয়া তেওঁ সেই পোতাশ্ৰয় ত্যাগ কৰি অবিচলিতভাৱে গন্তব্য পথেদি আগবাঢ়ি যাবলৈ ধৰিলে। জোনাক ৰাতি অনুকূল বতাহ বলাত তেওঁৰ যাত্ৰাপথ সুগম হ'ল। তেওঁলোকে উপকূলৰ ওচৰ চাপি চাৰ্চিৰ ৰাজ্য পাৰ হৈ গ'ল। সূৰ্য দেৱতাৰ এই লখিমী জীয়ৰীগৰাকীৰ প্ৰমোদ কাননত সঙ্গীতৰ সুৰ সদায় বাজি থাকে। তেওঁৰ মনোৰম ৰাজ কাৰেঙত সুগন্ধি চন্দন কাঠেৰে জুই ধৰা হয়, আৰু ৰাতি তাৰ পোহৰত, মকৰাজালৰ দৰে মিহি সূতাৰ মাজেদি শ্ৰুতিমধুৰ ধ্বনিৰে তেওঁৰ মাকো চলি থাকে। শেষ নিশা তেওঁৰ প্ৰাসাদত আবদ্ধ হৈ থকা সিংহৰ ক্ৰুদ্ধ গৰ্জন শুনা গৈছিল। ভেড়া ছাগলীৰ নিচিনাকৈ গড়ালত ভৰাই থোৱা থৰভা নোমৰ গাহৰি আৰু ভালুকৰ ভয়ঙ্কৰ চিঞৰ আৰু আন্ধাৰত অস্পষ্টভাৱে বৈ থকা প্ৰকাণ্ড কুকুৰ-নেটিয়া বাঘৰ গোজৰণিও কাণত পৰিছিল। এই সকলো-বিলাকেই এসময়ত মানুহ আছিল, কিন্তু এতিয়া দেৱীগৰাকীয়ে প্ৰয়োগ কৰা আসুৰিক ঔষধৰ ক্ৰিয়াত সকলোবিলাক পশুত পৰিণত হৈছিল। কিন্তু ধৰ্মনিষ্ঠ ট্ৰজানবিলাক যাতে পোতাশ্ৰয়লৈ আহি এই কুহকিনীৰ কবলত পৰিব লগা নহয়, তাৰ কাৰণে নেপচুনে অনুকূল বতাহেৰে জাহাজৰ পালবিলাক

ফিটফিটীয়া কৰি দিছিল আৰু এইদৰেই মায়াবী উপকূলৰ সমীপৱৰ্ত্তী সোঁতাৰ পৰা তেওঁলোকক ৰক্ষা কৰিছিল। তেওঁলোক যেন উটি থকা বাম পানী পাৰ হৈ গৈ এইদৰেই শীঘ্ৰে সাৰি যাবলৈ সক্ষম হৈছিল।

আৰু এতিয়া অৰুণোদয়ৰ ৰক্তিম আভাই সমুদ্ৰ উদ্ভাসিত কৰিছিল, তেওঁলী ৰথত আৰোহণ কৰি উষাদেৱীয়ে আকাশমণ্ডলৰ পৰা হিৰণ কিৰণ ঢালিছিল। এনেতে বতাহ বন্ধ হৈ গ'ল আৰু অকস্মাতে বায়ুমণ্ডল স্তব্ধ হৈ পৰিল। সাগৰৰ স্থিৰ আৰু চিকমিকাই থকা পানীত ব'ঠাবিলাক প্ৰায় অচল হৈ গ'ল। ঠিক সেই সময়তে ইনিয়াছে সুদূৰ উপকূলত এখন অটব্য অৰণ্য দেখিবলৈ পালে। এই অৰণ্যৰ মাজেদিয়েই টাইবাৰ নদী বালিৰে হালধীয়া বোল ধৰি, নাচি-বাগি, ঢৌ খেলি বৈ আহি সবেগে সাগৰত পৰিছিল। নদীৰ সুঁতিত বা পাৰত বাহ লোৱা নানাবিধ বিহঙ্গৰ কাকলিয়ে বতাহত সুললিত সুৰৰ সৃষ্টি কৰিছিল। সিহঁত হাবিখনৰ চাৰিওফালে উৰি ফুৰিছিল। গতি পৰিবৰ্তন কৰি জাহাজবিলাক পাৰৰ ফালে চলাই দিবলৈ ইনিয়াছে সঙ্গীসকলক সঙ্কেত দিলে। প্ৰফুল্ল মনেৰে তেওঁ ছাঁ পৰি থকা নদীখনৰ মোহনাৰ ওচৰ চাপিল।

হে সৰগৰ দেৱী, তোমাৰ কৃপাত যেন এতিয়া মই প্ৰাচীন লাটিয়ামৰ ৰজাসকলৰ নাম, অতীতৰ ইতিহাস আৰু বিদেশী সৈন্যসকলে পোন প্ৰথমে ইটালীৰ উপকূললৈ নৌ-বাহিনী লৈ অহাৰ সময়ত দেশখনৰ ভিতৰুৱা অৱস্থা কেনে আছিল, সেই সকলোবিলাক কথা যেন বৰ্ণনা কৰিব পাৰোঁ। প্ৰথমখন যুদ্ধ কেনেকৈ আৰম্ভ হ'ল সেই কথাও এতিয়া মই স্মৰণ কৰিম। হে দেৱী, মই তোমাৰ আজ্ঞাধীন কৰি, মোক তুমি অনুপ্ৰাণিত কৰা। মই বিবৃত কৰিম এখন ভয়ঙ্কৰ যুদ্ধ আৰু কিছুমান খণ্ড যুদ্ধৰ কাহিনী। মই ক'ম ৰাজকুমাসকলৰ কথা, গৰ্বৰ কাৰণেই তেওঁলোকে মৃত্যু-বৰণ কৰিবলগীয়া হ'ল। ইট্ৰুৰিয়াৰ এটা সেনা-বাহিনী আৰু অস্ত্ৰ-শস্ত্ৰেৰে সজ্জিত হৈ থকা সমগ্ৰ ইটালীৰ ইতিবৃত্ত মই প্ৰকাশ কৰিম। বহুতো গুৰুত্বপূৰ্ণ ঘটনাৰ বিচিত্ৰ গতি মোৰ চকুৰ আগত জিলিকি উঠিছে, আৰু মই আৰম্ভ কৰিছো এক অভিনৱ অভিযান।

ৰজা লাটিনাছে বহুদিন ধৰি নগৰ আৰু গাঁও-ভুঁই শান্তিৰে শাসন

কৰি আছিল। এতিয়া তেওঁ বুঢ়া হৈছিল। আমি জনামতে তেওঁ আছিল ফনাছ আৰু মাচিয়া নামৰ এগৰাকী অপেশ্বৰীৰ পুত্ৰ। পাইকাছ ফনাছৰ পিতৃ আছিল। তেওঁ নিজকে ছেটাৰ্ণৰ নাতি বুলি পৰিচয় দিছিল। ছেটাৰ্ণেই আছিল সেই বংশৰ আদি পুৰুষ। কিন্তু ঈশ্বৰৰ ইচ্ছাত লাটিনাছৰ পুত্ৰ সন্তান নাছিল, নাছিল উত্তৰাধিকাৰী। যৌৱনৰ দুৱাৰডলি অতিক্ৰম কৰাৰ সময়তে তেওঁৰ পুতেকৰ মৃত্যু হৈছিল। মাত্ৰ এগৰাকী কন্যাইহে তেওঁৰ ঘৰ শুৱনি কৰিছিল আৰু সেই সুৰম্য ৰাজকাৰেংৰ ভৱিষ্যৎ নিৰ্ভৰ কৰিছিল এই জীয়ৰীগৰাকীৰ ওপৰতে। বছৰৰ পিছত বছৰ বাগৰিল আৰু ৰাজকুমাৰী গাভৰু হ'ল। তেওঁৰ কাৰণে এজন পাত্ৰৰ প্ৰয়োজন হৈ পৰিল। লাটিয়াম আৰু ইটালীৰ সকলো ঠাইৰ পৰাই বিয়াৰ প্ৰস্তাৱ আহিবলৈ ধৰিলে। পাণি-প্ৰাৰ্থীসকলৰ ভিতৰত ৰূপে-গুণে শ্ৰেষ্ঠ আছিল টাৰ্ণাছ। পূৰ্ব পুৰুষসকলৰ যশ-গৌৰৱ আৰু ৰাণীৰ তেওঁৰ প্ৰতি থকা অকৃত্ৰিম স্নেহ, এই দুটা কাৰণত টাৰ্ণাছৰ নিৰ্বাচনেই প্ৰায় সুনিশ্চিত হৈছিল, তদুপৰি ৰাণীয়ে জীয়েকক শীঘ্ৰে তেওঁৰ হাতত সমৰ্পণ কৰিবলৈ অভিলাষ কৰিছিল। কিন্তু বিধাতা পুৰুষে ভালেমান অশুভ আৰু ভয় লগা লক্ষণৰ সৃষ্টি কৰি বাটত হেঙাৰ পাতিলে।

ৰাজকাৰেংৰ মাজ ভাগত আৰু অন্তঃপুৰৰ ওখ ওখ চালবিলাকৰ ওচৰতে আছিল অজস্ৰ শ্যামল পাতেৰে ঢাক খাই থকা এজোপা লৰেল গছ। এই গছজোপা আছিল অতি পৱিত্ৰ আৰু সকলোৱে ইয়াক সমীহ কৰি চলিছিল। কথিত আছে যে সামন্ত লাটিনাছে ৰাজধানী নিৰ্মাণ কৰি থাকোতে এই গছজোপা আৱিষ্কাৰ কৰিছিল। তেওঁ ফিবাছৰ নামত গছজোপা উছৰ্গা কৰিলে আৰু প্ৰজাবিলাকক ইয়াৰ নাম অনুসৰি লৰেণ্টাইন বুলি অভিহিত কৰিলে। অকস্মাতে সকলোকে আচৰিত কৰি, ঘনমেঘৰ দৰে এজাক মৌমাখি এদিন ফৰকাল বতৰত সৰবে উৰি আহি গছজোপাৰ আগত পৰিল আৰু ইটোৰ গাত সিটো লাগি সেউজীয়া পাতেৰে ভৰি থকা ডাল এটাত একেলগে থুপ খালে। এজন দৈৱজ্ঞই লগে লগে ঘোষণা কৰিলে, "এজন বিদেশী বীৰ মোৰ দৃষ্টিগোচৰ হৈছে। তেওঁ অতি সোনকালে এই ঠাই পাবহি। এই মৌমাখিৰ জাকটোৰ দৰেই এটা সৈনা-বাহিনী সেই ফালৰ পৰাই আহি থকা মই দেখিবলৈ পাইছো। আমাৰ

দুৰ্গ শিখৰত তেওঁলোকে প্ৰভুত্ব বিস্তাৰ কৰিব।” তদুপৰি ৰজাই পৱিত্ৰ ধূপ খাৰবে যজ্ঞকুণ্ড প্ৰজ্বলিত কৰাৰ সময়ত কুমাৰী লাভিনীয়া পিতাকৰ কাষতে থিয় হৈ আছিল। কিন্তু ভয়ানক কাণ্ড! তেওঁৰ দীঘল চুলিটাৰিত জুই লাগিল আৰু তেওঁৰ সমস্ত আভৰণ হুতাশনে সশব্দে গ্ৰাস কৰিলে। তেওঁ অনিন্দনীয় অলকৰাশি আৰু ৰত্নখচিত চমৎকাৰ কিৰীটি দগ্ধ হ'ল। ৰক্তিম ধোঁৱাই তেওঁক ঢাকি ধৰিলে। তেওঁৰ শৰীৰৰ পৰা ওলোৱা জুইৰ ফিৰিঙতি গোটেই কাৰেঙটোত বিয়পি পৰিল। এই অতি দুখ লগা দৃশ্যটো কোনো কোনোৱে অলৌকিক ঘটনা বুলি উল্লেখ কৰিলে। দূৰদৰ্শী-সকলে ক'লে যে তেওঁৰ ভাগ্য অতি উত্তম আৰু তেওঁৰ যশস্যা বৈ বৈ যাব। কিন্তু জাতিটোৰ কাৰণে এই ঘটনাটোৱে এখন ভয়ঙ্কৰ যুদ্ধৰহে আগজাননী দিলে।

এইবিলাক অলৌকিক ঘটনাত আতঙ্কিত হৈ লাটিনাছে দৈৱাদেশৰ প্ৰত্যাশাত তেওঁৰ পিতাক, ত্ৰিকালদৰ্শী ফনাছৰ পৱিত্ৰ পীঠলৈ যাত্ৰা কৰিলে। এলবুনীয়াৰ নামনিত থকা অৰণ্যত তেওঁ আকাশীবাণীৰ কাৰণে প্ৰতীক্ষা কৰি থাকিল। এইখনেই বৃহত্তম অৰণ্য আৰু ইয়াৰ শব্দ এটা সুগভীৰ কুণ্ডত প্ৰতিধ্বনিত হয়। তাৰপৰা গন্ধকৰ ধোঁৱা ওলাই অন্ধকাৰ বনভূমি বিষাক্ত কৰে। ইটালী আৰু ইনট্ৰিয়াৰ সকলো জাতিয়ে, মনত সংশয় হ'লে এই ঠাইতে দৈৱবাণীৰ কাৰণে প্ৰাৰ্থনা কৰে। তাত এজন যাজকে প্ৰথমে পূজা-পাতল কৰি, বলি দিয়া পশুৰ ছাল মাটিত পাৰি, ৰাতিৰ নিস্তব্ধতাত তাতে কাটি হৈ নিদ্ৰাদেৱীক নিমন্ত্ৰণ জনায়। টোপনিত তেওঁ কিছুমান অলৌকিক মূৰ্তি শূন্যতে ভাঁহি থকা দেখা পায় আৰু অনেক ধৰণৰ মাতো তেওঁৰ কাণত পৰে। দেৱতাসকলৰ লগত তেওঁৰ আলাপ হয়, আনকি ৰসাতলৰ গভীৰতাত থকা প্ৰেতাত্মাবিলাকৰ লগতো তেওঁ কথা পাতিব পাৰে। এতিয়া জনক লাটিনাছ নিজে এই ঠাইলৈ আহিল। তেওঁৰ উদ্দেশ্য আছিল দেৱতাসকলৰ পৰা এটা সিদ্ধান্ত লাভ কৰা। তেওঁ এশ দুবছৰীয়া নোমাল ভেড়া ছাগলী বলি দিবলৈ আনুষ্ঠানিকভাৱে আয়োজন কৰিলে। এই পশুবিলাকৰ ৰাশীকৃত ছালৰ ওপৰত তেওঁ পৰি থাকিল। হঠাতে অৰণ্যৰ মাজৰ পৰা উচ্চ কণ্ঠত এটা উত্তৰ আহিল, “পুত্ৰ, তোমাৰ কন্যাক কোনো লাটিন পুৰুষৰ লগত বিয়া দিবলৈ মন নেমেলিবা। বিয়াৰ

সকলো আয়োজন প্ৰস্তুত হ'লেও তাত আস্থা নাৰাখিবা। বহুতো অপৰি-চিত মানুহ ইয়ালৈ আহিব, বিবাহ, সূত্ৰে তেওঁলোক তোমাৰ কুটুম্ব হ'ব। এই অপৰিচিত লোকসকলৰ ৰক্ত আমাৰ ৰক্তৰ লগত মিলিত হ'ব আৰু তাৰ ফলত আমাৰ নাম আৰু সুখ্যাতি দেৱলোক পৰ্যন্ত বিয়পি পৰিব। সমগ্ৰ পৃথিৱী তেওঁলোকৰ বংশধৰসকলৰ পদানিত হ'ব, পূব আৰু পশ্চিমত অৱস্থিত বিস্তীৰ্ণ মহাসাগৰত আলোক বিতৰণ কৰি উভতি অহা দিবাকৰৰ কক্ষপথে জুৰি থকা ভূমণ্ডল তেওঁলোকৰ ইচ্ছাৰ দ্বাৰা নিয়ন্ত্ৰিত আৰু পৰিচালিত হ'ব।” নৈশ নিস্তব্ধতাৰ মাজত পিতাক ফনাছৰ পৰা শুনা এই উত্তৰ আৰু সতৰ্ক-বাণী লাটিনাছে গোপন কৰি নাৰাখিলে। বৰঞ্চ এই বাতৰি ইটালীৰ নগৰে-চহৰে সদৰী হৈ পৰিল। এই ঘটনা ঘটিছিল ট্ৰয়ৰ বীৰসকলে ঘাঁহ-বনে ছাটি থোৱা নদীৰ পাৰত জাহাজবিলাক বন্ধাৰ সময়তে।

প্ৰধান সেনাপতিসকলক আৰু সুদৰ্শন ইয়ুলাছক লগত লৈ ইনিয়াছ এজোপা ওক গছৰ তলত বহিল। তেওঁলোকে খাবলৈ আয়োজন কৰিছিল। জুপিটাৰৰ দ্বাৰা অনুপ্ৰাণিত হৈ তেওঁলোকে মেজ বা কোনো বাচন-বৰ্তন ব্যৱহাৰ নকৰি দেৱী চিৰিছৰ দান স্বৰূপ বননিৰ ওপৰতে পিঠা-পনাবিলাক ৰাখিছিল। গ্ৰামাঞ্চলৰ পৰা সংগ্ৰহ কৰা নানান ফল-মূল ঘাঁহনিৰ ওপ-ৰতে দমাই থোৱা আছিল। খোৱা বস্তু শেষ হ'ল, কিন্তু তেওঁলোকৰ ভোক নুগুচিল। গতিকে তেওঁলোকে যিবিলাক ঘাঁহ-বনৰ ওপৰত থোৱা বস্তুবিলাক থৈছিল, সেইবিলাককে ছিঙি ছিঙি চোবাবলৈ ধৰিলে। ইয়াত নিশ্চয় অদৃষ্টৰ হাত আছিল। ইয়ুলাছে ধেমালিৰ সুৰত মাত লগালে, ‘আমি আহাৰ খোৱা মেজকে চোবাইছো দেখোন।' তেওঁ ইয়াকেহে মাথোন কৈছিল। তেওঁৰ মন্তব্য যেতিয়াই শ্ৰুতিগোচৰ হ'ল, তেতিয়াই এই কথা প্ৰতীয়মান হ'ল যে তেওঁলোকৰ দুখ-দুৰ্দশাৰ অৱসান হৈছে। ইনিয়াছে পুতেকে উচ্চাৰণ কৰা শব্দকেইটাৰ অলৌকিক তাৎপৰ্য উপলব্ধি কৰিলে আৰু গভীৰ শ্ৰদ্ধা-সম্ভ্ৰমত লগে লগেই তেওঁক নীৰৱে থাকিবলৈ আদেশ দিলে। তাৰ পিছত তেওঁ লৰালৰি কৈ প্ৰাৰ্থনা কৰিলে, “বিধাতাই আমাৰ কাৰণে নিৰ্দিষ্ট কৰি থোৱা হে দেশ, তোমাক নমস্কাৰ, আমাক কোনো দিনেই বিফল মনোৰথ নকৰা হে ট্ৰয়ৰ গৃহদেৱতাসকল, তোমালোকক

নমস্কাৰ, ইয়াতেই গঢ়ি উঠিব তোমালোকৰ মন্দিৰ। এইখনেই তোমালোকৰ নিজৰ দেশ। মোৰ মনত পৰিছে পিতাৰ এষাৰ বাক্য। অদৃষ্টৰ এটা গোপন ৰহস্য তেওঁ মোৰ আগত ব্যক্ত কৰি কৈছিল, 'পুত্ৰ, যেতিয়া তোমালোক এটা অচিন উপকূলত উপনীত হবা, যেতিয়া তোমালোকৰ খোৱা বস্তুৰ নাটনি হ'ব তেতিয়া ভোকত কাতৰ হৈ তোমালোকে ভোজনা-ধাৰকে ভক্ষণ কৰিবা। তোমালোক যিমানেই ক্লান্ত নোহোৱা, পাহৰি নাযাবা যে অৱশেষত তোমালোকে এখন থকা ঠাই বিচাৰি পাইছা। সেইকাৰণে· অযাবত সময় খৰচ নকৰি তোমালোকে গৃহ নিৰ্মাণৰ কাৰণে স্থান নিৰ্বাচন আৰু যত্ন সহকাৰে প্ৰতিৰক্ষাৰ ব্যৱস্থা কৰিবা।' তেওঁ উল্লেখ কৰা ক্ষুধা অৱশেষত আমি অনুভৱ কৰিলো ; আমাৰ দুৰ্যোগ এতিয়া সীমিত হৈ গ'ল। এতিয়া সাজু হোৱা, অৰুণোদয়ৰ লগে লগে আমি বুকুত বল বান্ধি এই নতুন দেশখন ঘূৰি-পকি চাম ; এইখননো কি ৰাজ্য, ইয়াৰ অধিবাসী-সকলনো কোন আৰু তেওঁলোকৰ প্ৰাচীৰাবৃত ৰাজধানীখননো ক'ত অৱস্থিত, সেই সকলোবিলাকৰ আঁতি-গুৰি উলিয়াব লাগিব। আমি জাহাজ ঘাটৰ পৰা বিভিন্ন পথেদি যাত্ৰা কৰিম। ইতিমধ্যে জুপিটাৰৰ প্ৰতি সুৰাৰ তৰ্পণ কৰা, মোৰ পিতা এঙ্কাইচিছক প্ৰাৰ্থনা আৰু আৱাহন কৰা, আৰু মেজত সুৰাপাত্ৰ সজোৱা।" ইয়াকে কৈ তেওঁ পত্ৰপল্লৱেৰে শিৰ বিভূষিত কৰিলে। তেওঁ সেই ঠাইৰ অধিষ্ঠাতা দেৱতাজনৰ সকলো দেৱ-দেৱীৰ ভিতৰত প্ৰথম পূজ্য পৃথিৱীক, অপেশ্বৰীসকলক আৰু তেতিয়াও তেওঁলোকৰ অপৰিচিত হৈ থকা নদীবিলাকক স্তুতি-মিনতি কৰিলে। উদীয়মান তাৰকাৰাশিৰে সৈতে বিভাৱৰী, ইডা পৰ্বতত থকা জুপিটাৰ, ফ্ৰিজীয়াৰ জননী ছিবিল ক্ৰমে পাতাল আৰু স্বৰ্গত বাস কৰা পিতৃ-মাতৃ, সকলোকে তেওঁ আৱাহন কৰিলে। পৰম পিতাই পলকতে তিনিবাৰ নিৰ্মল আকাশৰ পৰাই বজ্ৰধ্বনি কৰিলে। তেওঁ স্বহস্তে আলোড়িত কৰা স্বৰ্ণমেঘ অন্তৰীক্ষত জিলিকি উঠিল। প্ৰতিশ্ৰুতি প্ৰাচীৰাবৃত পুৰীখন প্ৰতিষ্ঠা কৰাৰ দিন সমাগত বুলি ট্ৰজান-বিলাকৰ মাজত এটা জনশ্ৰুতি তুৰন্তে বিয়পি পৰিল। তেওঁলোকে প্ৰতিদ্বন্দ্বিতামূলকভাৱে ভোজনৰ আয়োজন কৰিবলৈ উঠিপৰি লাগিল। এই সুমঙ্গলসূচক লক্ষণ দেখা পাই তেওঁলোকে সুৰাৰ পিয়লা পূৰ্ণ কৰিলে।

পুৱাৰ সূৰ্যৰ প্ৰথম পোহৰে ধৰাতল আলোকিত কৰিলে। নগৰ, উপকূল আৰু ৰাজ্যখন অনুসন্ধান কৰিবৰ কাৰণে ট্ৰজানসকল দিহাদিহি গ'ল। মুমিকাছৰ নিজৰা, টাইবাৰ নদী আৰু সাহসী লাটিন জাতিৰ বাসস্থান তেওঁলোকে আৱিষ্কাৰ কৰিলে। এতিয়া এঙ্কাইচিছ-পুত্ৰই এশজন ৰাজদূত নিৰ্বাচন কৰিলে আৰু তেওঁলোকক জিতপত্ৰৰ মালা পৰিধান কৰি, উপঢৌকন সহ, সুৰমা নগৰখনলৈ গৈ ট্ৰজানবিলাকৰ প্ৰতি ৰজাৰ সহৃদয়তা প্ৰাৰ্থনা কৰিবলৈ আদেশ দিলে। তেওঁলোকে তুৰন্তে আজ্ঞা শিৰোধাৰ্য কৰি ক্ষিপ্ৰগতিৰে খোজ দিলে ইতিমধ্যে ইনয়াছে য'ত ভৱিষ্যতে গড় বন্ধা হ'ব, সেই অংশ এটা অগভীৰ বৃত্তাকাৰ খালেৰে চিহ্নিত কৰিলে। তেওঁ নতুন উদ্যমেৰে নব-নিৰ্বাচিত স্থানত তেওঁলোকৰ প্ৰথম ঘৰটো সাজি উলিয়ালে সাগৰৰ পাৰত থকা এই ঘৰটোৰ চাৰিওফালে চাপ বান্ধি, দেৱাৰ দিয়া হৈছিল আৰু ঘৰটো দেখিবলৈ এটা শিবিৰৰ নিচিনা হৈছিল।

এতিয়া তৰুণ ট্ৰজানসকলে গন্তব্য স্থানত উপনীত হৈ সুউচ্চ দুৰ্গ প্ৰাকাৰ আৰু লাটিন লোকসকলে বাস কৰা অট্টালিকাবিলাক দেখিবলৈ পালে। তেওঁলোক প্ৰাচীৰৰ কাষ চাপিল। নগৰৰ উপকণ্ঠত কিশোৰ, প্ৰথম যৌৱনৰ লাৱণ্যত উদ্ভাসিত যুৱকসকলে অশ্বচালনা কৰিছিল; ধূলিৰ মাজত ৰথ নিয়ন্ত্ৰণ বিদ্যা আয়ত্ত কৰিছিল, কঠিন ধনুৰ্গুণ অনুশীলন কৰিছিল আৰু সুদৃঢ় বৰ্শা সবেগে নিক্ষেপ কৰিছিল। তেওঁলোকৰ মাজত ধাৱন, মুষ্টি-যুদ্ধ আদিৰ প্ৰতিযোগিতা চলিছিল। এনে সময়তে এজন দূত ঘোঁৰাৰে আহি বৃদ্ধ ৰজাক বাৰ্তা দিলে যে কিছুমান দীৰ্ঘদেহী, অপৰিচিত লোক আচহুৱা সাজ-পাৰ পিন্ধি ৰাজধানীত উপস্থিত হৈছেহি ৰজাই তেওঁলোকক প্ৰাসাদৰ ভিতৰলৈ লৈ আহিবলৈ আদেশ দিলে। ৰাজসভাৰ মাজত থকা পৈত্ৰিক সিংহাসনত তেওঁ উপবেশন কৰিলে।

লৰেণ্টাইন পাইকাছৰ ৰাজকাৰেং আছিল এটি অতি সুৰম্য অট্টালিকা। এই উচ্চ প্ৰাসাদটোৰ ভাৰ বহন কৰিছিল এশটা স্তম্ভই। নগৰৰ উচ্চতম স্থানত ই অৱস্থিত আছিল। তৰু-বীথিকাৰে আবৃত আৰু ঐতিহ্যগত মহিমাৰে মহীয়ান এই ৰাজভৱনৰ ৰূপ আছিল ভীতি সঞ্চাৰক। সাফল্য-পূৰ্ণ শাসন প্ৰত্যাশী, প্ৰতিজন ৰজাই অভিষেকৰ সময়ত ইয়াতে ৰাজদণ্ড হাতত লৈ সিংহাসনত আৰোহণ কৰিছিল। এই ৰাজপ্ৰাসাদে সময়ত মন্দিৰৰ

কামো কৰিছিল। লাটিনবিলাকে ইয়াতে ছিনেট সভা বহুৱাইছিল আৰু পবিত্ৰ ভোজ আদিও ইয়াতে অনুষ্ঠিত হৈছিল। প্ৰচলিত প্ৰথা অনুযায়ী প্ৰধান লোকসকলে ভেড়া ছাগলী বলি দিছিল আৰু সকলোটিয়ে একেলগে বহি ভোজন কৰিছিল।

প্ৰবেশ-দুৱাৰ পাৰ হৈয়েই পোৱা প্ৰাঙ্গণত আছিল দেৱদাৰু কাঠেৰে নিৰ্মিত পূৰ্ব পুৰুষসকলৰ মূৰ্তি। এইবিলাক একাদিক্ৰমে সজাই থোৱা হৈছিল। তাত আছিল ইটালাছ, কঁচি এখন হাতত লৈ থকা পিতা ছাবিলাছ, বৃদ্ধ ছেটাৰ্ণ, দুমুখীয়া জেনাছ আৰু আৱন্তণীৰে পৰা ৰাজত্ব কৰা অন্যান্য নৃপতি আৰু প্ৰাছিল জন্মভূমিৰ কাৰণে যুদ্ধ কৰি আহত হোৱা বীৰসকলৰ প্ৰতিমূৰ্তি। পবিত্ৰ স্তম্ভবিলাকত আঁৰি থোৱা হৈছিল অনেক ধৰণৰ অস্ত্ৰ-শস্ত্ৰ, শত্ৰুৰ পৰা অধিকাৰ কৰা ৰথ, বেঁকা ধাৰ থকা কুঠাৰ, শিৰস্ত্ৰাণৰ চূড়া, প্ৰকাণ্ড অৰ্গল, বৰ্শাৰ ফলক, ঢাল আৰু জাহাজৰ আগত থকা চৰাইঠোঁটীয়া অংশবিশেষ। অশ্বদমন পাইকাছৰ মূৰ্তিও তাতে আছিল, তেওঁৰ অঙ্গত আছিল ৰাজকীয় বস্ত্ৰ আৰু হাতত আছিল কুইৰিনাছ-দত্ত দণ্ড, যাৰ সহায়ত ভৱিষ্যত-বাণী কৰিব পাৰি। তেওঁ বাওঁহাতেৰে ধাৰণ কৰিছিল এখন পবিত্ৰ ঢাল। কাঞ্চন বৰ্ণা চাৰ্চিৰ লগত তেওঁৰ বিবাহ হৈছিল। ক্ৰোধত অভিভূত হৈ চাৰ্চিয়ে তেওঁক যাদুদণ্ডেৰে আঘাত কৰিলে আৰু ঔষধ প্ৰয়োগ কৰি তেওঁক ৰংচঙীয়া পাখিৰ চৰাই এটালৈ ৰূপান্তৰিত কৰিলে।

এই দেৱ-মন্দিৰতে এতিয়া লাটিনাছে ৰাজসিংহাসনত বহি আছিল। ৰাজসভালৈ তেওঁ ট্ৰজানবিলাকক মাতি পঠিয়ালে। তেওঁলোক প্ৰবেশ কৰাৰ পিছত তেৱেঁই প্ৰথমে মাত লগাই তেওঁলোকক সম্বোধন কৰি ক'লে, "ডাৰ্ডানসকল, তোমালোকে আমাৰ দেশ অভিমুখে সমুদ্ৰ যাত্ৰা কৰাৰ আগৰেপৰা আমি তোমালোকৰ বিষয়ে শুনিছো। ইতিমধ্যে আমি তোমালোকৰ আঁতিগুৰি জানিব পাৰিছো। তোমালোক কোন জাতিৰ মানুহ, তোমালোকৰ ৰাজধানী ক'ত আছিল, সেই বিষয়েও আমি নজনা নহয়। এতিয়া কোৱা, তোমালোক ইয়ালৈ কিয় আহিছা? নীল সাগৰৰ বুকুৰেদি ইটালীৰ উপকূললৈ ইমান দূৰ অহাৰ প্ৰয়োজনেই বা কি? তোমালোকে বাট ভুল কৰিলানেকি? নাবিকবিলাক সাগৰত সততে বহুতো বিপদ-বিঘিনীৰ

সন্মুখীন হ'বলগা হয়—ধুমুহা বতাহে তোমালোকক ইয়ালৈ উটুৱাই আনিলে-নেকি? আমাৰ এই নদীখনৰ পাৰত তোমালোকে জাহাজ বান্ধিছা। আমাৰ আতিথ্য গ্ৰহণ কৰিবলৈ আৰু আমাৰ লাটিন লোকসকলৰ মন পাবলৈ তোমালোকে সংকোচ কৰাৰ কোনো কাৰণ নাই। তেওঁলোকে ছেটাৰ্ণৰ বংশধৰ। ন্যায়পৰায়ণতাৰ কাৰণে তেওঁলোকে আইন-কানুনৰ ওপৰত নিৰ্ভৰ কৰিব নালাগে। নিজৰ স্বাধীন বিচাৰ-বুদ্ধি মতেই তেওঁলোক ন্যায়নিষ্ঠ। প্ৰাচীন দেৱতাজনৰ ঐতিহ্য তেওঁলোকে জীয়াই ৰাখিছে। তদুপৰি মোৰ মনত পৰিছে আমাৰ বয়োবৃদ্ধ লোকসকলে কোৱা এটি কাহিনী—কালৰ সোঁতত এই কাহিনী এতিয়া মানুহে প্ৰায় পাহৰি গৈছে। সেই কাহিনী হৈছে ডাৰ্ডানাছৰ, ইটালীৰ উপকূলৰ পৰা যাত্ৰা কৰি, সুদীৰ্ঘ পৰ্যটনৰ পিছত তেওঁ কেনেকৈ থেছীয়ান ছামছত উপনীত হ'লগৈ। সেই ঠাই এতিয়া ছামথেছ বুলি জনাজাত। তাৰ পিছত তেওঁ ফ্ৰিজীয়াৰ ইডা পৰ্বতৰ নামনিত থকা নগৰবিলাকত উপস্থিত হ'লগৈ। স্বদেশ ইট্ৰুছিয়াৰ পৰা তেওঁ কৰিথাছলৈ গৈছিল। তৰাবোল দিয়া আকাশত সোণালী কাৰেঙত আজি তেওঁ প্ৰতিষ্ঠিত। দেৱতাসকলৰ লগতে তেৱোঁ এখন বেদীৰ অধি-কাৰী হৈছে।

তেওঁৰ কথা শেষ হ'ল। ইলিয়নিয়াছে উত্তৰ দিলে, "হে মহাৰাজ, হে ফনাছৰ অদ্বিতীয় পুত্ৰ, তৰঙ্গিত সমুদ্ৰ অথবা আকাশ ক'লা কৰি অনা ধুমুহা বতাহে আমাক আপোনাৰ ৰাজ্যলৈ উটুৱাই অনা নাই। নক্ষত্ৰ বা বেলাভূমিয়েও আমাক পথচ্যুত কৰা নাই। নিজৰ ইচ্ছামতে আৰু নিজৰ বুদ্ধিৰ বলতহে আমাৰ সঙ্গীসকল এই নগৰত উপনীত হৈছেহি। আমাৰ সাম্ৰাজ্য এসময়ত আছিল পৃথিৱীৰ ভিতৰতে শ্ৰেষ্ঠ আৰু প্ৰবল পৰাক্ৰমী। সূৰ্য দেৱতাৰ কক্ষ পথত আৰু এনে এখন সাম্ৰাজ্য নাছিল। এই সাম্ৰাজ্যৰ পৰা আমি নিৰ্বাসিত হ'লো। জুপিটাৰ আমাৰ বংশৰ প্ৰতিষ্ঠাতা, প্ৰতিজন ডাৰ্ডানে ইয়াত গৌৰব বোধ কৰে। আমাৰ ৰজাজন জুপিটাৰৰ মহান আত্মীয়। তেওঁ হৈছে ট্ৰয়ৰ ইনিয়াছ আৰু তেৱেঁই আমাক ইয়ালৈ প্ৰেৰণ কৰিছে। নিৰ্মম মিছিনীৰ পৰা ইডাৰ উপত্যকালৈকে প্ৰবাহিত হোৱা ঝটিকা কিমান ভয়াবহ আছিল আৰু নিয়তিৰ নিৰ্দেশত য়ুৰোপ আৰু এচিয়া, এই মহাদেশ দুখন লগ লাগি কি বিপৰ্যয়ৰ সৃষ্টি কৰিলে সেই কথা কাৰো

অবিদিত নহয়। আনকি অছিনাছ নদীৰ য'ত আবৰ্তন হৈছে, পৃথিবীৰ, সেই সুদূৰ শেষ প্ৰান্তত বাস কৰা লোকসকলেও এই কথা জানে। পাঁচখন দেশৰ কেন্দ্ৰস্থল, সূৰ্যৰ প্ৰখৰ তাপত দগ্ধ হৈ বহুত আঁতৰত থকা দেশখনৰ লোকেও এই ঘটনা শুনিছে। সেই মহাপ্ৰলয়ৰ পিছত বহুতো বিস্তীৰ্ণ মহাসাগৰ পাৰ হৈ আমি ইয়াত উপস্থিত হৈছোঁহি। আমাৰ গৃহদেৱতা-সকলৰ কাৰণে আমাক লাগে এখনি আশ্ৰয়। আমি ভিক্ষা কৰিছো উপকূলৰ সামান্য এটি অংশ। তাৰ পৰা কাৰো অনিষ্ট নহয়। আৰু আমি বিচাৰিছো পানী আৰু বতাহ, যাক সকলোৱে স্বাধীনভাৱে ভাগ কৰি ল'ব পাৰে। আমাৰ পৰা আপোনাৰ ৰাজ্যৰ মান-সন্মান ক্ষতিগ্ৰস্ত নহয়। বাস্তৱিকতে আপোনাৰ লাটিনীয় সুখ্যাতিৰ বৃদ্ধিহে হ'ব। এনে দয়া-মমতাৰ কাৰণে আমাৰ কৃতজ্ঞতা চিৰদিন অম্লান হৈ থাকিব আৰু ট্ৰজান-বিলাকক উদাৰভাৱে আশ্ৰয় দিয়াৰ কাৰণে ইটালীবাসীসকলে কোনো দিনে অনুশোচনা কৰিব লগা নহয়। ইনিয়াছৰ অদৃষ্ট আৰু তেওঁৰ শক্তিশালী দক্ষিণ পাণিৰ নামত শপত খাই মই আপোনাৰ আগত এই কথা উচ্চাৰণ কৰিছো। তেওঁৰ সেই হাতখনিৰ শক্তিৰ কথা শত্ৰু—মিত্ৰ সকলোৱে জানে। বহুতো জাতি আৰু উপজাতিয়ে আমাৰ মিত্ৰতা কামনা কৰি আমাৰ লগত মিলিত হ'বলৈ বিচাৰিছে। আজি আমি প্ৰাৰ্থীৰ দৰে আপোনাৰ প্ৰতি শান্তিৰ প্ৰতীক স্বৰূপ উলৰ ফিটা আগবঢ়াইছো, সেইবাবে আপুনি আমাক উপহাস নকৰিব। দৈৱবাণীৰ নিৰ্দেশত আমি বাধ্য হৈ অন্য সকলো দেশ নেওচা দি একমাত্ৰ আপোনাৰ ৰাজ্যলৈহে আহিছো। কাৰণ ইয়াতে ডাৰ্ডনাছৰ জন্ম হৈছিল। এপলোৱে আমাক ইয়ালৈকেহে পঠাইছে। কঠোৰভাৱে আদেশ দি তেওঁ আমাক এট্ৰুৰিয়াৰ টাইবাৰ নদী আৰু নুমিকাছৰ নিজৰা থকা দেশখনলৈ ঠেলি-হেচি আগবঢ়াই দিছে। ইনিয়াছে তেওঁৰ পূৰ্বৰ বিভৱ-ৰাশিৰ পৰা বাছি বাছি দুই-এপদ ক্ষুদ্ৰ উপহাৰ আপোনাৰ প্ৰতি নিবেদন কৰিছে। ভস্মীভূত ট্ৰয় নগৰৰ পৰা তেওঁ এই বস্তুকেইপদ উদ্ধাৰ কৰিছিল। এইটো হৈছে সোণৰ ভৃঙ্গাৰ। পূজাত সুৰাৰ তৰ্পণ কৰাৰ সময়তে তেওঁৰ পিতাক এংকাইচিছে এই পাত্ৰ ব্যৱহাৰ কৰিছিল। এয়া হৈছে ৰাজদণ্ড, এইটো এটা পবিত্ৰ কিৰীটি আৰু এয়া ট্ৰজান ৰমনীসকলে বোৱা কাপোৰ।

তেওঁৰ সাম্ৰাজ্যৰ প্ৰজাসকলৰ কাৰণে আইন প্ৰবৰ্তন কৰাৰ সময়ত প্ৰায়ামে পূৰ্ব প্ৰথা অনুসৰি এই সকলোবিলাক ব্যৱহাৰ কৰিছিল।"

ইলিয়নিয়াছৰ এই বক্তৃতা শুনাৰ সময়ত লাটিনাছে স্থিৰভাৱে তললৈ চাই আছিল। তেওঁ নিশ্চল হৈ আছিল, অৱশ্যে তেওঁৰ চিন্তাশীল চকু দুটি চঞ্চল হৈ আছিল। জীয়েকৰ বিয়াখনৰ বিষয়ে তেওঁ ভাৱনাত বিভোৰ হৈ আছিল আৰু সেইকাৰণে ৰক্ত বস্ত্ৰখনৰ সূচি শিল্প অথবা ৰজা প্ৰায়ামৰ সেই ৰাজদণ্ডয়ো তেওঁক বিচলিত কৰিব পৰা নাছিল। বৃদ্ধ ফ'নাছৰ আকাশীবাণীয়ে তেওঁৰ অন্তৰত গভীৰ সঁচ বহুৱাইছিল আৰু তেওঁ তাকে ভাবি গুণি আছিল। ইনিয়াছেই নিশ্চয় হ'ব তেওঁৰ কন্যাৰ সেই বৰ, কাৰণ বিধিৰ বিধান মতে বিদেশৰ পৰাহে তেওঁ আহিব লগা আছিল। তেওঁৰে সৈতে সমান ক্ষমতাৰ অধিকাৰী হৈ সেই দেশ শাসন কৰিবৰ কাৰণে আহুত হোৱা লোক নিশ্চয় এইজনেই, এই ৰাজকুমাৰজনৰ উত্তৰ-পুৰুষসকলেই এসময়ত পৰম প্ৰতাপী বীৰ বুলি পৰিগণিত হ'ব আৰু তেওঁলোকে নিজৰ বাহুবলেৰে সমগ্ৰ পৃথিৱী জয় কৰিব। অৱশেষত তেওঁ ৰংমনেৰে মাত লগালে, "দেৱতাসকলে এই অভিযান সাফল্যমণ্ডিত কৰি তেওঁলোকৰ ভৱিষ্যত-বাণী সাৰ্থক কৰি তোলক। ট্ৰয়বাসী, তোমালোকৰ মনোবাঞ্ছা পূৰ্ণ কৰা হ'ব। তোমাৰ উপহাৰবিলাকো মই দ্বিধাহীনভাৱে গ্ৰহণ কৰিছোঁ। যিমান দিন লাটিনাছ ৰজা হৈ থাকিব সিমানদিন এই উৰ্বৰা ভূমিত, তোমালোকৰ খাদ্য শস্যৰ নাটনি নহ'ব আৰু ট্ৰয়বাসীৰ সকলো সম্পদ তোমালোকে ভোগ কৰিব পাৰিবা। মাত্ৰ ইনিয়াছ নিজে ইয়ালৈ অহা উচিত, যদিহে সঁচাকৈয়ে তেওঁ আমাৰ সঙ্গ লাভ কৰিবলৈ আৰু আমাৰ আতিথ্য গ্ৰহণ কৰি আমাৰ মিত্ৰৰূপে স্বীকৃত হ'বলৈ ইচ্ছা কৰিছে। আমাৰ মাজত ইতিমধ্যে বন্ধুত্বপূৰ্ণ সম্বন্ধ গঢ়ি উঠিছে ; সেইকাৰণে তেওঁ আমাক দৰ্শন দিবলৈ সংকোচ কৰাৰ কোনো কাৰণ নাই। চোৱা, তোমাৰ যুৱৰাজৰ লগত কৰমৰ্দন নকৰা পৰ্যন্ত আমাৰ সকলো আদান প্ৰদান অসম্পূৰ্ণ হৈ থাকিব। এতিয়া তুমি মোৰ পৰা এই বাৰ্তা তেওঁলৈ লৈ যোৱা। মোৰ এজনী ছোৱালী আছে। তাইক মই আমাৰ ৰাজ্যৰ মানুহৰ লগত বিয়া দিবলৈ অনুমতি পোৱা নাই। মোৰ পিতাৰ মতামত বিচাৰিছিলোঁ। তেওঁৰ পৰা মই উত্তৰ পাইছোঁ। তেওঁ এনে বিবাহ সমৰ্থন কৰা নাই। তদুপৰি কিছুমান

দৈবিক লক্ষণ দেখা পাইছো। সেইবিলাকৰ পৰাও এই কথা প্ৰতীয়মান হৈছে যে বাহিৰৰ পৰা অহা লোকৰ জগতত্তে তাইৰ বিবাহ হ'ব। লাটিয়ামৰ ভৱিষ্যত এইদৰেই নিৰ্ধাৰিত হৈছে। আমাৰ এই বিদেশী কুটুমসকলে আমাৰ লগত হাত মিলাই, আমাৰ জাতিটোৰ সুখ্যাতি নক্ষত্ৰলোক পৰ্যন্ত বিস্তাৰিত কৰিব। যদিহে মোৰ এই অনুভূতিজনক জ্ঞান প্ৰকৃত সত্যৰ ওচৰ চাপিব পাৰে তেন্তে এয়ে মোৰ বিশ্বাস আৰু এয়ে মোৰ অভিলাষ যে ভাগ্যই ইনিয়াচকে নিৰ্দেশিত কৰিছে।"

এইদৰে স্পষ্টভাৱে সকলো কথা প্ৰকাশ কৰাৰ পিছত লাটিন সামন্তজনে ৰাজকীয় অশ্বশালাৰ পৰা কিছুমান বছা বছা ঘোঁৰা উলিয়াই আনিলে। সযত্ন পালিত তিনিশ ঘোঁৰা সেই ৰেখ ছলীয়া ঘৰবিলাকত বান্ধি থোৱা আছিল। পদমৰ্যাদা অনুসৰি প্ৰতিজন ট্ৰজানক একাদিক্ৰমে একোটাকৈ ঘোঁৰা প্ৰদান কৰা হ'ল। প্ৰতিটো ঘোঁৰাই আছিল বায়ুবেগী কাৰচিপি কৰা ৰঙা কাপোৰৰ জীনপোচেৰে সিহঁত শুৱনি হৈ আছিল আৰু সিহঁতৰ ডিঙিৰ পৰা বুকুলৈকে ওলমি আছিল সোণৰ বলয়। সিহঁতৰ জীনবিলাকো আছিল সোণৰ আৰু তাৰ লগত খাপ খোৱাকৈ মুখত কেঁচা সোণৰ লেকামো লগোৱা আছিল। ইনিয়াছ অনুপস্থিত থকাত লাটিনাছে তেওঁৰ কাৰণে এহাল ঘোঁৰাৰে সৈতে এখন ৰথ পঠিয়াই দিলে। এই ঘোঁৰাহালৰ গাত আছিল উচ্চৈঃশ্ৰবাৰ তেজ। সিহঁতৰ নাকৰ পৰা উত্তপ্ত নিশ্বাস বাহিৰ হৈছিল। সুচতুৰা চাৰ্চিয়ে পিতাক সূৰ্যদেৱতাৰ পৰা চুৰ কৰি অনা অশ্বৰ লগত এজনী অশ্বিনীৰ সংযোগ ঘটুৱাই এবিধ বৰ্ণ-শঙ্কৰ বাজীৰ সৃষ্টি কৰিছিল; সিহঁত আছিল তাৰেই সঁচ। লাটিনাছ প্ৰদত্ত উপহাৰ আৰু বাৰ্তা বহন কৰি ইনিয়াছৰ অনুচৰসকল ঘোঁৰাত উঠি উন্নত শিৰেৰে উভতি গ'ল। এইদৰেই তেওঁলোকৰ শিবিৰলৈ আনিছিল শান্তিৰ সন্দেশ।

কিন্তু, য'তেই বাঘৰ ভয় ত'তেই ৰাতি হয়! জুপিটাৰৰ ক্ৰুদ্ধা মহিষী ঠিক সেই সময়তে ইনাকাছৰ নগৰী আৰ্গছৰ পৰা আকাশ মাৰ্গেৰে ৰথত উঠি উভতি আহিছিল। তেওঁ চিচিলীৰ পেকিনাছ অঞ্চলত ৰথৰ পৰা তললৈ চাওঁতে দূৰত ডাৰ্ডান নৌ-বাহিনীৰে সৈতে উৎফুল্ল ইনিয়াছক দেখা পালে। জাহাজবিলাক ঘাটতে এৰি থৈ আহি উপকূল ভূমিত থান-থিত

লৈ তেওঁলোকে ঘৰ-দুৱাৰ সাজি থকাও জুনোৱে লক্ষ্য কৰিছিল। তেওঁৰ মনত মৰ্মান্তিক বেদনা অনুভৱ কৰিলে, কঠোৰভাৱে শিৰ সঞ্চালন কৰি তেওঁ অনৰ্গলভাৱে অন্তৰত তোলপাৰ লগাই থকা ভাববিলাক ব্যক্ত কৰি ক'লে, "আহা, ট্ৰয়ৰ পৰা অহা এই মানুহবোৰ, ইহঁতক যে মই কিমান, কিমান ঘিণা কৰো। ইয়াতো ইহঁতে বিধিপথালি দিছেহি। ছিজিয়াৰ মুকলি পথাৰত ইহঁত মৰিহাজি জাহ যোৱাৰ আশা আছিল জানো? ফান্দৰ পৰাও ইহঁত সাৰি আহিল। ট্ৰয় নগৰ পুৰি ছাই হৈ গ'ল, তথাপি ইহঁত নমৰিল। যুদ্ধৰ মাজেদি জুইৰ মাজেদিও ইহঁতে বাট বিচাৰি পালে। তেনেহ'লে এতিয়া কি মই মানি লম যে মোৰ দৈৱশক্তি নিঃশেষ হ'ল? নিষ্ফল হ'ল? মোৰ সকলো ঘৃণা আৰু বিদ্বেষৰ কোনো ফল নধৰিল আৰু সেইকাৰণে এতিয়া মই হাত সাৱটি বহি থাকিম? কিন্তু ট্ৰজানবিলাকে যেতিয়া নিজৰ ঘৰৰ পৰাই খেদা খালে, তেতিয়া সাগৰৰ ঢৌবিলাকৰ ওপৰেদিও মই সিহঁতক সক্ৰোধে অনুসৰণ কৰিছিলো, আৰু সেই নগণ্য নিৰ্বাসিত মানুহবোৰক সমুদ্ৰ যাত্ৰাৰ প্ৰতিটো পৰ্যায়ত মই লগ পাইছিলো। সাগৰ আৰু আকাশৰ সকলো শক্তি ট্ৰজানবিলাকৰ বিৰুদ্ধে প্ৰয়োগ কৰা হ'ল, কিন্তু কি বিড়ম্বনা। ছাৰ্টিছ, ছীলা আৰু কেৰিবডিছৰ বিভীষিকা মোৰ কি কামত লাগিল? অৱশেষত সিহঁতৰে অভীষ্ট সিদ্ধি হ'ল, সমুদ্ৰ-বক্ষৰ সকলো বিপদৰ পৰা পৰিত্ৰাণ পাই, মোৰ ভাবুকিৰপৰা মুক্ত হৈ সিহঁতে এতিয়া টাইবাৰ নদীৰ পাৰত আশ্ৰয় লাভ কৰিছে। কিন্তু ৰণদেৱতায়ো দেখোন সেই লাপিথ নামৰ ৰাক্ষস জাতিটোক বিনাশ কৰিব পাৰিছিল। দেৱতাসকলৰ জনকজনৰ অনুমতি ক্ৰমেই কেলিডন, ডায়েনাৰ ক্ৰোধৰ বলি হৈছিল। সিহঁতে কি ইমান পাপ কৰিছিল যাৰ কাৰণে লাপিথবিলাকৰ আৰু কেলিডনৰ চৰম দুৰ্দশা ঘটিল? কিন্তু মই জুপিটাৰৰ ৰাজমহিষী হৈয়ো, ইনিয়াছৰ হাতত পৰাজিত হ'লো। মইতো চেষ্টাৰ ত্ৰুটি কৰা নাছিলো। যেছ মোৰ স্বৰ্গীয় শক্তি যদি ইমান হীনবল হয়, তেনে-হ'লে মই অন্য শক্তিৰ সহায়ত হ'লেও বিল, ঘোলা নকৰাকৈ নেৰিছো। স্বৰ্গৰ ইচ্ছাৰ বিৰুদ্ধে একো কৰিব নোৱাৰিলে মই নাৰকীয় বিভীষিকাৰ সৃষ্টি কৰিম। অৱশ্যে মই স্বীকাৰ কৰিছো, লাটিয়ামত সিংহাসন লাভ কৰাৰ পৰা মই ইনিয়াছক বাধা দি ৰাখিব নোৱাৰো', বিধিৰ অলংঘনীয়

বিধানমতে লাভিনীয়া তেওঁৰ কুঁৱৰী হ'ব। তথাপি মই এই কাৰ্যক্ৰম দীঘলীয়া কৰিব পাৰো, এই গুৰুত্বপূৰ্ণ ঘটনাবিলাকো মই বিলম্বিত কৰিব পাৰো। হয়, এই দুয়োজন ৰজাৰ প্ৰজাবিলাকক নিৰ্মূল কৰিব পাৰো। প্ৰচুৰ ৰক্তপাতৰ বিনিময়তহে ৰাজকুমাৰীৰ ইনিয়াছৰ লগত পৰিণয় হ'ব। কুমাৰী, তোমাৰ বিবাহৰ যৌতুক হ'ব তেজ, ট্ৰজান আৰু ৰুটুলীয়ানৰ তেজ। তোমাৰ বিয়াৰ পৌৰোহিত্য কৰিব স্বয়ং যুদ্ধদেৱীয়ে। জলন্ত হুতাশনৰ লগত স্বপ্নতে সহবাস কৰি হিকুবাই প্ৰসব কৰা সন্তানে বিবাহোৎসৱত প্ৰলয় দাবানলৰ সৃষ্টি কৰে। কিন্তু তেওঁ এই বিষয়ত অকলশৰীয়া নহয়। ভেনাছেও তেনেকুৱা এজন পুত্ৰৰে জন্ম দিছে আৰু এজন দ্বিতীয় পেৰিছৰ মাতৃত্ব লাভ কৰিছে। এই পুত্ৰই ট্ৰয়ৰ নৱ-নিৰ্মিত দুৰ্গ প্ৰাকাৰৰ বিনাশ সাধন কৰিব।"

ইয়াকে কৈ তেওঁ ভয়ঙ্কৰ মূৰ্তি ধৰি ধৰাতললৈ তীব্ৰবেগেৰে নামি আহিল। আতঙ্কৰ দেৱীসকলে বাস কৰা নাৰকীয় অন্ধকাৰৰ মাজৰ পৰা তেওঁ সকলো দুখ-বিষাদৰ সৃষ্টিকাৰিণী এলেক্টোক আহ্বান কৰিলে। এওঁ যুদ্ধৰ বিভীষিকা, উন্মত্ত ক্ৰোধ, বিশ্বাসঘাতকতা, অপায় অমঙ্গলযুক্ত প্ৰত্যাপবাদ আদিত আনন্দ লাভ কৰে। তেওঁ হৈছে এজনী দানৱী, তেওঁ নানা ৰূপ ধাৰণ কৰে, তেওঁৰ স্বভাৱ অতি হিংস্ৰ আৰু তেওঁৰ মূৰত অসংখ্য ক'লা ক'লা সাপে মেৰ পাতি থাকি জঁটাৰ সৃষ্টি কৰে। পিতাক প্লুটো আৰু নিজৰ টাৰ্টাৰীয় ভগিনীসকলেও তেওঁক ঘৃণা কৰে। জুনোৱে এতিয়া এলেক্টোক সম্বোধন কৰি এইবিলাক কথাৰে তেওঁক উত্তেজিত কৰি তুলিলে।

"হে কুমাৰী, হে তিমিৰ তনয়া, অনুগ্ৰহ কৰি মোক এটা উপকাৰ কৰা। মোৰ প্ৰতি অনুষ্ঠিত হোৱা পূজা-পাতল, মোৰ মান-সন্মান যাতে ক্ষুণ্ণ নহয়, ম্লান নহয়, তাৰ কাৰণে তুমি মোৰ হৈ এটা কাম কৰা। এই কাম কৰি তুমি নিশ্চয় পৰিতৃপ্ত হবা। ইনিয়াছৰ সঙ্গীসকলে যাতে লাটিনাছ ৰাজ্যত বৈবাহিক সম্পৰ্ক স্থাপন কৰি ইটালীদেশৰ প্ৰভুত্ব বিস্তাৰ কৰিব নোৱাৰে তাৰ বাবে তুমি সক্ৰিয় হোৱা। মৰম-চেনেহৰ এনাজৰিৰে বান্ধ খাই থকা ভাই-ককাইৰ মাজতো কেনেকৈ সশস্ত্ৰ যুদ্ধৰ সৃষ্টি কৰিব পাৰি সেই কাৰ্যও তোমাৰ অবিদিত নহয়। বিদ্বেষ আৰু ঘৃণাৰ দ্বাৰা তুমি এখোখন ঘৰ উজাৰ কৰিব পাৰা, তাৰ চাৰিবেৰৰ মাজত ব্যাপক যন্ত্ৰণা

আৰু মৃত্যুৰ সৃষ্টি কৰিব পৰা। তুমি অলেখ অপকৰ্ম কৰিবলৈ সক্ষম, তোমাৰ দুষ্ট বুদ্ধিৰো সীমা নাই। তোমাৰ উৰ্বৰ মস্তিষ্ক সক্ৰিয় কৰি তোলা। শান্তিৰ যিখন চুক্তি সম্পাদিত হৈছে, সেই চুক্তি ধূলিসাৎ কৰা। অভিযোগ, প্ৰত্যাভিযোগ আদিৰ দ্বাৰা সংগ্ৰাম বীজ বপন কৰা। তাৰ পুৰুষসকলে যেন একে উৎসাহতে অস্ত্ৰ-শস্ত্ৰ বিচাৰে, দাবী কৰে আৰু হাতত তুলি লয়।

গৰ্গনৰ গৰলেৰে পৰিপূৰ্ণ হৈ এলেক্টোৱে তেতিয়াই যাত্ৰা কৰিলে। তেওঁ লাটিয়ামৰ লৰেন্টাইন শাসকজনৰ সুউচ্চ ৰাজপ্ৰাসাদত উপস্থিত হ'ল। তাতে তেওঁ ৰাণী আমাতাৰ অন্বেষণৰ বাবে দুৱাৰ-মুখত নীৰৱে অপেক্ষা কৰি থাকিল। ট্ৰজানবিলাকৰ আগমন আৰু টাৰ্ণাছৰ বন্দবস্ত হৈ থকা বিয়াখন ভগাৰ সম্ভাৱনা দেখি ভাৱনাত তেওঁৰ নাৰীসুলভ মন অতি উৎকণ্ঠিত হৈ পৰিছিল। এতিয়া দুষ্টা দেৱীজনীয়ে তেওঁৰ নীলা চুলিটাৰৰ পৰা এটা সাপ টানি মাৰি আনি আমাতাৰ কাষলে দলিয়াই দিলে। সাপটো তেওঁৰ বুকুৰেদি বগাই গৈ যাতে একেবাৰে অন্তৰত প্ৰৱেশ কৰে তাৰ কাৰণেই তেওঁ এই মাৰ্গৰ আশ্ৰয় লৈছিল। কাৰণ তাৰ ফলত ৰাণী উন্মান হৈ ৰাজপৰিয়ালত চৰম অশান্তিৰ সৃষ্টি কৰিব। সাপটোৱে তেওঁৰ কাপোৰৰ ওপৰেদি মেৰমেৰাই গৈ লাহে লাহে তেওঁৰ মসৃণ বক্ষদেশত মেৰখাই, তেওঁৰ শৰীৰত বিষাক্ত প্ৰাণবায়ু সঞ্চাৰিত কৰিলে। ৰাণীয়ে সাপটোৰ পৰশ অনুভৱ কৰা নাছিল যদিও এতিয়া তাৰ বিষক্ৰিয়াত উন্মাদিনী হৈ পৰিল। ভয়ঙ্কৰ সৰীসৃপটো এতিয়া ৰাণীৰ সুবৰ্ণ কণ্ঠাভৰণত পৰিণত হৈ তেওঁৰ কেশবন্ধনীৰ লগত সংযুক্ত হ'ল চুলিৰ লগত বান্ধ খাই এতিয়া ই গাত লাগি থাকিল। তৰল গৰল ছালৰ ওপৰেদি লাহে লাহে দেহত প্ৰৱেশ কৰি তেওঁৰ ইন্দ্ৰিয়বিলাক আচ্ছন্ন কৰি পেলালে। তেওঁৰ অস্থি-মজ্জাৰ মাজেদি উত্তপ্ত তৰঙ্গ প্ৰবাহিত হ'ল। কিন্তু তথাপি বক্ষ-পঞ্জৰৰ মাজত অৱস্থিত তেওঁৰ হৃৎপিণ্ডটোৰ দহন আৰম্ভ নোহোৱা পৰ্যন্ত তেওঁ জীয়েকক সাবটি ধৰি আগন্তুক বিয়াখনৰ চিন্তাত চকুপানী টুকি মৰম সনা মাতেৰে কৈছিল।

'হে পিতা, লাভিনীয়াক এতিয়া নিৰ্বাসিত ট্ৰজানবিলাকলৈকে বিয়া দিব লাগিবনেকি? তোমাৰ নিজলৈ আৰু নিজৰ ছোৱালীজনীলৈয়ো কি অকণো দয়া মায়া নাই? আৰু মাকজনীৰ কি হ'ব? উত্তৰ ফালে বতাহ বলিলেই তেওঁৰ বুকু উদং কৰি দস্যুইঁতে ছোৱালীজনী লৈ সাগৰৰ মাজত

উধাও হ'ব। তথাপি এই কথা কি সত্য নহয় যে ক্রিজাইয়াৰ সেই ভেড়া-ৰখীয়াজনে লাচিডিমনৰ বুকুৰ পৰাই লিডাৰ কন্যা হেলেনক ট্ৰয়ৰ নগৰলৈ হৰণ কৰি লৈ যোৱা নাছিল? তোমাৰ অঙ্গীকাৰৰ কথা পাহৰি গ'লানেকি? প্ৰজাসকলৰ প্ৰতি আগতে তোমাৰ কিমান চিন্তা-ভাৱনা আছিল! তোমাৰ আত্মীয় টাৰ্ণাছৰ লগত কতবাৰ তুমি মিত্ৰতা সূত্ৰত আবদ্ধ হৈছিলা? লাটিনাবিলাক লগত অন্তৰ্বিবাহ কৰিব লগা পাত্ৰজনক যদি বিদেশতহে বিচাৰি উলিয়াব লাগে, ইয়াৰ যদি কোনো বিকল্প নাই আৰু তোমাৰ পিতৃ ফনাছে যদি তোমাক অন্য উপায় দিয়া নাই, তেন্তে মই কওঁ, যিখন দেশ আমাৰ নহয় আৰু আমাৰ শাসন-যন্ত্ৰৰ দ্বাৰা নিয়ন্ত্ৰিত হোৱা নাই সেইখনেই বিদেশ। মই ইয়াকো বিশ্বাস কৰো যে দেৱতাসকলে সূচনা কৰা লক্ষণ-বিলাকৰো অৰ্থ ইয়ানেই। তদুপৰি টাৰ্ণাছৰ গুৰি গোষ্ঠী বিচাৰ কৰিলে জানিব পাৰিবা যে ইনেকাছ আৰু এক্ৰিচিয়াছ তেওঁৰ পূৰ্বপুৰুষ আৰু তেওঁ প্ৰকৃততে মিছিনী নগৰৰহে মানুহ "

এইদৰে অনুনয়-বিনয় কৰি তেওঁ লাটিনাছৰ প্ৰত্যয় জন্মাবলৈ চেষ্টা কৰিছিল, কিন্তু সকলো অথলে গ'ল। লাটিনাছ অচল-অটল হৈ থাকিল। তেওঁৰ মতৰ পৰিবৰ্তন নহ'ল। ইতিমধ্যে সৰ্পবিষ তেওঁৰ সমস্ত শৰীৰত বিয়পি পৰিল, ইয়াৰ বিষাক্ত প্ৰভাৱত হতভগীয়া মহিলাগৰাকীৰ মনত বিভ্ৰমৰ সৃষ্টি হ'ল। এই ঐন্দ্ৰজালিক শক্তিৰ ক্ৰিয়াত তেওঁৰ হিতাহিত জ্ঞান লোপ পালে আৰু সকলো বিচাৰ-বুদ্ধি হেৰুৱাই উন্মাদিনীৰ দৰে নগৰৰ ৰাজপথেদি লৰি-ঢাপৰি মাৰলৈ ধৰিলে। ৰচিৰে মেৰিয়াই থোৱা লাটুম এটা লʼৰাবিলাকে আহল-বহল মুকলি কোঠা এটাত বৃত্তাকাৰ গতিত ঘূৰাই থাকে, খেলাত মগ্ন হৈ সিহঁতে লাটুমটো জোৰেৰে মাৰি পঠিয়ায় আৰু কিশোৰ-সুলভ বিস্ময়ত সিহঁতে স্তব্ধ হৈ এই কাঠৰ ঘূৰ্ণীয়মান বস্তুটো নিৰীক্ষণ কৰি অৱশেষত পুনৰ তাক নিক্ষেপ কৰে। লাটুম এটাৰ দৰেই ৰাণীয়ে উন্মাদ গতিত নগৰখনত ঘূৰি ফুৰিছিল আৰু নাগৰিকসকলে তেওঁক নিতান্ত অৱজ্ঞাৰ দৃষ্টিৰে চাইছিল। বেকাছৰ শক্তিয়ে তেওঁক প্ৰভাৱান্বিত কৰিছে বুলি ভাও ধৰি তেওঁ হাবি-বননিৰ মাজলৈও গুচি গৈছিল আৰু এইদৰেই তেওঁ এটা গুৰুতৰ পাপত লিপ্ত হ'বৰ উপক্ৰম কৰিছিল। গছে-বনে ঢাকি থোৱা পাহাৰৰ মাজত তেওঁ জীয়েকক লুকুৱাই

খৈছিল, যাতে তেওঁৰ বিয়াখন হৈ নুঠে আৰু ট্ৰজানবিলাক এনে এটি কন্যা ৰত্নৰ পৰা বঞ্চিত হয়। তেওঁ চীৎকাৰ কৰিছিল, আৰ্তনাদ কৰিছিল আৰু চিঞৰি চিঞৰি কৈছিল, "হে বেকাছ, তোমাৰ বাহিৰে আন কোনেও এই কন্যা লাভ কৰিব নোৱাৰে। চোৱা, তোমাৰ প্ৰতি সম্মান প্ৰদৰ্শন কৰি তাই তোমাৰ কোমল পত্ৰদণ্ড ধাৰণ কৰিছে। তোমাক প্ৰদক্ষিণ কৰি তাই নৃত্য কৰিছে, একোছা চুলি তোমাৰ পৱিত্ৰ নামত উছৰ্গা কৰিছে।" এই বাৰ্তা শীঘ্ৰে চাৰিওফালে বিয়পি পৰিল। প্ৰতিগৰাকী জননীৰ মন নতুন বাসস্থান এখন বিচাৰি লোৱাৰ উন্মত্ত বাসনাত উত্ৰাৱল হৈ পৰিল। অতি কম সময়ৰ ভিতৰতে তেওঁলোকে নিজৰ ঘৰ-দুৱাৰ এৰি গুচি গ'ল। তেওঁলোকৰ কণ্ঠদেশ আছিল বিঙ্গ আৰু বতাহত তেওঁলোকৰ চুলিবিলাক আউলি বাউলি হৈছিল। আনবিলাকে পহুছাল পৰিধান কৰি হাতত দ্ৰাক্ষালতাৰ দণ্ড লৈ, তীব্ৰ নিনাদেৰে আকাশ মুখৰিত কৰিছিল। তেওঁলোকৰ মাজতে আছিল আমাতা। তেওঁ অতিশয় ব্যাকুলভাৱে ধূপখৰিৰ একুৰা জ্বলা জেঁৰ ওপৰলৈ দাঙি ধৰি, ৰক্তিম নয়নেৰে চাৰিওফালে দৃষ্টিপাত কৰি তেওঁৰ কন্যাৰ আৰু টাৰ্ণাছৰ বিবাহৰ গীত গাইছিল। হঠাতে তেওঁ জান্তৱ ভীষণতাৰে গৰ্জন কৰি ক'লে, "লাটিয়ামৰ মাতৃসকল, শুনাহঁক, প্ৰতিজনীয়ে শুনা, য'তেই আছা তাৰ পৰাই শুনা, তোমালোকৰ বিশ্বস্ত হিয়াত অভাগিনী আমাতাৰ কাৰণে যদি অকণমানো সহানুভূতি আছে, আৰু মাতৃসকলৰ অধিকাৰৰ প্ৰতি যদি তোমালোকৰ বিবেকৰ সমৰ্থন আছে, তেন্তে তোমালোকে কেশবন্ধনী খুলি মোৰ লৈতে এই উদ্দাম উৎসৱত যোগদান কৰা।"

এলেক্টোৰ প্ৰৰোচনাত ৰাণীৰ এনে অৱস্থাই হৈছিল। বেকাছৰ শক্তিৰ দ্বাৰা বশীভূত হৈ তেওঁ বনাঞ্চল শ্বাপদসঙ্কুল বিজন প্ৰদেশত বিচৰণ কৰি ফুৰিছিল। আৰু এতিয়া সেই ভয়ঙ্কৰী দেৱীয়ে বাতুলতাৰ তীব্ৰ ক্ৰিয়া দেখা পালে। লাটিনাছৰ ঘৰখন ছাৰখাৰ কৰাই তেওঁৰ উদ্দেশ্য আছিল আৰু তেওঁৰ অভিলাষ পূৰ্ণ হোৱাত, কলীয়া ডেউকাত ভেঁজানি দি তেওঁ লগে লগেই টাৰ্ণাছৰ প্ৰাচীৰাবৃত নগৰ অভিমুখে উৰা মাৰিলে। কটুলীয়ান বীৰ টাৰ্ণাছৰ স্বভাৱ বৰ উগ্ৰ আছিল। কথিত আছে যে দক্ষিণ বতাহে পাৰলৈ উটুৱাই অনাত ডানিয়ে আৰ্গছৰ দেশান্তৰী লোকসকলৰ কাৰণে এই

নগৰখন প্ৰতিষ্ঠা কৰিছিল। অতি প্ৰাচীন কালত আমাৰ পূৰ্বপুৰুষসকলে এই নগৰখনৰ নাম দিছিল আৰ্দিয়া। এতিয়া এই নগৰখনৰ প্ৰখ্যাত, পুৰণি নামটোহে মাথোন সাৰ। আগৰ ঐশ্বৰ্য-বিভূতি একোৱেই নাই। ইয়াতে, মাজনিশাৰ এটা অন্ধকাৰ ক্ষণত, টাৰ্ণাছ সুউচ্চ প্ৰাসাদৰ ভিতৰত, গভীৰ নিদ্ৰাত অভিভূত হৈ আছিল। এলেক্টোৱে তেওঁৰ ভয়াবহ প্ৰকৃতি আৰু বীভৎস আকৃতি পৰিত্যাগ কৰি এজনী বৃদ্ধাৰ ৰূপ ধৰিলে। তেওঁৰ কপালত বাৰ্দ্ধক্যৰ আঁচোৰ পৰিছিল; পকা চুলিত তেওঁ এডাল ফিটা মেৰিয়াই লৈছিল। এতিয়া তেওঁৰ চেহেৰা হৈছিল মন্দিৰৰ ৰক্ষীয়া আৰু জুনোৰ বৃদ্ধা দাসী কেলিবিৰ দৰে। এই ৰূপতেই তেওঁ তৰুণ ৰাজকুমাৰজনৰ ওচৰত উপস্থিত হৈ ক'লে, "টাৰ্ণাছ, সকলো প্ৰচেষ্টা ব্যৰ্থ হৈ যাব আৰু তুমি নিৰ্বিকাৰ হৈ চাই থাকিবা? যি ৰাজদণ্ডৰ তুমিহে প্ৰকৃত অধিকাৰী, সেই ৰাজদণ্ড কি তুমি ট্ৰয়ান উপনিবেশীবিলাকৰ হস্তগত হ'বলৈ এৰি দিবা? ৰজাই তোমালৈ বিয়া দিবলৈ ৰজা সন্মত নহয়। নিজৰ তেজৰ বিনিময়ত যি যৌতুক তোমাৰহে একমাত্ৰ প্ৰাপ্য, তাৰ পৰা তুমি বঞ্চিত হৈছা। এটা বিদেশীয়ে এতিয়া ক'বৰাৰপৰা আহি সিংহাসন লাভ কৰিব। তোমাৰ কি অৱস্থা! ইমানদিনৰ বিপদ-বিঘিনি মূৰ পাতি ল'লা আৰু তাৰ বাবে কাৰো পৰা অকণমান শলাগ পোৱাটো দূৰৰ কথা, সকলোৰে ঠাট্টিয়াতৰহে পাত্ৰ হৈছা। হাতুৰিয়াৰ সৈন্য সামন্তৰ বিনাশৰ বিনিময়ত লাভ কৰা পাছিবে লাটিন-বিলাকক আবৰি ৰাখা। শুনা, তুমি সুখেৰে শুই থাকোতে তোমাক আগত সকলো কথা মুকলিভাৱে ভাঙি-পাতি ক'বলৈ পৰমেশ্বৰী চেটাৰ্ণ-দুহিতা জুনোৱে স্বয়ং মোক আদেশ দিছে। সেইকাৰণে কাণ পাতি শুনা, বুকুত বল বান্ধি লোৱা। তোমাৰ সৈন্যদলক অস্ত্ৰ-শস্ত্ৰেৰে সজ্জিত কৰি যুদ্ধ যাত্ৰা কৰা। সিহঁতৰ ৰঙচঙীয়া জাহাজবিলাক জ্বলাই দিয়া। আৰু তাৰ লগতে আমাৰ মহানদীখনৰ বন্দৰত আশ্ৰয় লোৱা ফ্ৰিজিয়ান সামন্তসকলকো দাহ কৰা। স্বৰ্গৰ দেৱতাসকলৰ এয়ে সুনিশ্চিত আদেশ। আৰু যদি ৰজা লাটিনাছে স্বইচ্ছাৰে তোমাৰ বিবাহ-প্ৰাৰ্থনা প্ৰত্যাখ্যান কৰে তেন্তে তেওঁক জনাই দিয়া, তাৰপৰা তেওঁৰ কিমান ক্ষতি সাধন হ'ব; বীৰ টাৰ্ণাছৰ অস্ত্ৰবল তেওঁ পৰীক্ষা কৰি চাওক।"

—২৭

ইয়াকে শুনি তৰুণ ৰাজকুমাৰজনে তেওঁৰ ভবিষ্যত বাণীৰ প্ৰতি কটাক্ষ কৰি ক'বলৈ ধৰিলে, "তুমি হয়তো ভাবিছা, টাইবাৰ নদীত প্ৰবেশ কৰা নৌ-বাহিনীটোৰ বিষয়ে মই একোকে নাজানো, তোমাৰ ধাৰণা সত্য নহয়। মই সেই বিষয়ে সম্পূৰ্ণ অৱগত। মোক আতঙ্কিত কৰিবৰ কাৰণে এই ভাবুকিবিলাক উদ্ভাৱনা কৰিবৰ প্ৰয়োজন নাই। তদুপৰি, জুনোৰ মোলৈ মৰম আছে, তেওঁ মোক পাহৰি যোৱা নাই। কিন্তু তুমি জৰাজীৰ্ণ। তুমি শুকাই-খীণাই গৈছা। সত্য অন্বেষণৰ সেই ফলপ্ৰসূ সময় তুমি অতিক্ৰম কৰি আহিলা। সেইকাৰণে তুমি এতিয়া অবাবতে অস্থিৰ আৰু উৎকণ্ঠিত। তুমি কল্পনাপ্ৰসূত আতঙ্কত বিভ্ৰান্ত হৈছা। তুমি বিবদমান নৃপতিসকলৰ বিষয়ে এইদৰে নোহোৱা নোপোজা কথাবোৰ বলকিছা। দেৱতাসকলৰ মন্দিৰ আৰু মূৰ্তিবিলাক ৰক্ষা কৰাৰ দায়িত্বহে তোমাৰ। যুদ্ধ কৰা আৰু শান্তি প্ৰতিষ্ঠা কৰা মানুহৰ কাম, কাৰণ সেই দায়িত্ব তেওলোকৰ।"

এই উত্তৰত এলেক্টো খঙত জ্বলি উঠিল। আচৰিত কথা কৈ থকা অৱস্থাত যুৱৰাজজনৰ হাত-ভৰি কঁপিবলৈ ধৰিলে। তেওঁৰ চকু থৰ লাগিল এই হিংস্ৰ দেৱীজনাৰ ক্ৰোধ, হাজাৰ হাজাৰ সাপৰ ফোঁচফোঁচনিত সৰৱ হৈ পৰিছিল, তেওঁৰ আচল ৰূপ অতিশয় ভয়াবহভাৱে প্ৰকাশিত হৈছিল। তাৰ পিছত তেওঁ বেঁকা হৈ টাৰ্ণাচৰ ফালে জ্বলন্ত দৃষ্টিৰে চালে। তেওঁ দ্বিধাগ্ৰস্তভাৱে উত্তৰ দিবলৈ চেষ্টা কৰিছিল, কিন্তু দেৱীয়ে তেওঁক ঠেলা মাৰি থৈ চুলিৰ পৰা দুটা থৰণা সাপ আঁজোৰ মাৰি আনিলে। চাবুক-ডালেৰে চেটেপকৈ মাৰি তেওঁ উন্মত্তভাৱে ক'বলৈ ধৰিলে, "চা মই কোন, মই জৰাজীৰ্ণ। মই শুকাই-খীণাই গৈছো। সত্য অন্বেষণৰ সেই ফলপ্ৰসূ সময় মই অতিক্ৰম কৰি আহিলো। সেইকাৰণে এতিয়া মই অবাবতে অস্থিৰ আৰু উৎকণ্ঠিত! মই কল্পনাপ্ৰসূত আতঙ্কত বিভ্ৰান্ত হৈছো! মই বিবদমান নৃপতিসকলৰ বিষয়ে এইদৰে নোহোৱা নোপোজা কথাবোৰ বলকিছো? এতিয়া আকৌ এইফালে চা, মই আহিছো সেই ঠাইৰ পৰা য'ত ভয়ঙ্কৰী গৰ্গনবিলাকে বাস কৰে। এয়া মোৰ হাতত আছে যুদ্ধ আৰু মৃত্যু।" এইবুলি কৈ তেওঁ ৰাজকুমাৰক লক্ষ্য কৰি এডাল জ্বলা জোঁৰ দলিয়াই দিলে। তেওঁৰ বুকু কলীয়া ধোঁৱাৰে পুঁৰলি-কুঁৰলি কৰি জুইকুৰা জ্বলি পাৰিল।

ভীষণ ভয়ত টাৰ্ণাছৰ টোপনি ভাগিল। তেওঁৰ শৰীৰ ঘৰ্মাক্ত হৈ পৰিল। হিতাহিত জ্ঞান হেৰুৱাই তেওঁ গুজৰি গুমৰি শয়ন-কক্ষ আৰু গোটেই ঘৰখনৰ ভিতৰত অস্ত্ৰ-শস্ত্ৰ বিচাৰিবলৈ ধৰিলে। ৰক্ত-লিপ্সা, ৰণৰ উন্মাদনা আৰু সৰ্বগ্ৰাসী ক্ৰোধত তেওঁ অভিভূত হ'ল। তপত কেৰাহীৰ তলত শুকান খৰি জ্বালি দপদপীয়া জুই একুৰা জ্বলালে পানী বক্ বক্ কৰি উতলিবলৈ ধৰে, উতলা পানী কেৰাহীখনে ধৰি ৰাখিব নোৱাৰা হয়, ক'লা ক'লা ভাপ ওলাবলৈ ধৰে আৰু অৱশেষত ওপৰলৈ ফেন উঠি পানীখিনি পাত্ৰটোৰ পৰা বাগৰি যায়। তেওঁৰ মনৰ অৱস্থা তেনেকুৱাই হৈছিল।

সেইকাৰণে টাৰ্ণাছে তৰুণ সেনাপতিসকলক লাটিনাছৰ বিৰুদ্ধে যুদ্ধ-যাত্ৰা কৰিবলৈ আদেশ দি দেশত অশান্তিৰ সূচনা কৰিলে। তেওঁৰ অজ্ঞাত সংগ্ৰামৰ কাৰণে সকলো সাজু হ'ল। শত্ৰুক সীমান্তৰ সিপাৰলৈ খেদি ইটালী ৰাজ্য ৰক্ষা কৰিবলৈ তেওঁ সকলোকে সকীয়াই দিলে। তেওঁ দৃঢ়ভাৱে কৈছিল যে ট্ৰজান আৰু লাটিন দুয়ো পক্ষকে তেওঁ অকলেই বধে পাৰিব। এইদৰে আদেশ দিয়া পাছত তেওঁ দেৱতাসকলৰ প্ৰতি যাগ-যজ্ঞ আগ কৰিলে। এতিয়া ৰুটুলীয়সকলে পৰস্পৰক উৎসাহিত কৰি ৰণৰ কাৰণে প্ৰস্তুত হ'ল। টাৰ্ণাছৰ আবেদনে সকলোৰে অন্তৰ স্পৰ্শ কৰিব পাৰিছিল; তেওঁৰ আকৰ্ষণীয় দেহ সৌষ্ঠৱ, ৰাজকীয় বংশ মৰ্যাদা আৰু তেওঁ বলিষ্ঠ দক্ষিণ বাহুৰে লাভ কৰা মহান সাফল্য, এইবিলাকে মানুহক মুগ্ধ কৰিছিল।

টাৰ্ণাছে ৰুটুলীয়সকলক ৰণৰ প্ৰেৰণা যোগাই থকাৰ সময়ত, এলেক্টোৱে নাৰকীয় পাখিৰে উৰা মাৰি ট্ৰজানবিলাকৰ ওচৰ পালেগৈ। নতুন এটা কৌশল উদ্ভাৱনা কৰিলে। উপকূলৰ যি অংশত সুদৰ্শন ইয়ুলাছে বনৰীয়া জন্তু চিকাৰ কৰিছিল আৰু ফান্দপাতি ধৰিছিল, তেওঁ সেই ঠাইখন ভালকৈ নিৰীক্ষণ কৰিলে। ৰসাতলৰ এই দেৱীগৰাকীয়ে তেওঁৰ চিকাৰী কুকুৰবিলাকক হঠাতে বলিয়া কৰি পেলালে। এটা পৰিচিত গন্ধেৰে সিহঁতক প্ৰভাৱিত কৰাৰ ফলত, কুকুৰবিলাকে বিজুলী বেগেৰে পহু খেদি যাবলৈ ধৰিলে। এই ঘটনাই ভৱিষ্যত দুৰ্যোগৰ মূল কাৰণ আছিল; ই গাঁৱৰ মানুহবিলাকৰ মনত যুদ্ধৰ অগনি জ্বলাই দিলে। কাৰণ যিটো পহু সিহঁতে খেদি গৈছিল, সেইটো

আছিল এটা সুন্দৰ শিঙাল শৰ। মাকৰ গাখীৰ এৰাৰ আগতেই তাক টাইৰাছ আৰু তেওঁৰ পুতেকহঁতে ধৰি আনি বৰ মৰম-চেনেহেৰে পুহিছিল। এই টাইৰাছেই সেই বিস্তীৰ্ণ অঞ্চলটো ৰজাৰ হৈ শাসন কৰিছিল আৰু ৰজাৰ গৰু-ম'হবিলাকো তেওঁৰ তত্বাৱধানতে আছিল। টাইৰাছৰ জীয়েক ছিলভিয়াই এই পহু পোৱালিটোক শিকাই-বুজাই লৈছিল। আৰু সি বনৰ পশু হ'লেও তেওঁ তাক অতি যত্নেৰে প্ৰতিপালন কৰিছিল ; আনকি তাক নিতৌ ভাল পানীৰে গা ধুৱাইছিল আৰু তাৰ শিঙত মালা পিন্ধাই শুৱনি কৰি ৰাখিছিল। পোহনীয়া পহুটো তেওঁৰ বশ হৈ পৰিছিল আৰু সি তেওঁলোকৰ লগত একেলগে খাইছিল। তথাপি সি মুকলি মনেৰে হাবি-বনত চৰি ফুৰিছিল আৰু ৰাতি পলমকৈ হ'লেও তাৰ সুপৰিচিত ঘৰখনলৈ উভতি আহিছিল।

ইয়ুলাছে চিকাৰ কৰি থাকোতে, তেওঁৰ কুকুৰবিলাকে গোন্ধটোৰ অনুসৰণ কৰি এই শৰ পহুটোৰ পিছে পিছেই খেদি গৈছিল। সেই সময়ত সি অকলশৰে ঘূৰি-পকি নদীখনৰ নামনিৰ ফালে আহি গৰমত পাৰৰ সেউজীয়া গছ-বনৰ তলত জিৰণি লৈছিল। খেদাত ইয়ুলাছেও যোগ দিলে ; বিশেষ খ্যাতি লাভৰ আশাত তেওঁ উদ্দীপ্ত হৈ পৰিছিল। হয়তো কোনোবা দেৱতাৰ দ্বাৰা পৰিচালিত হোৱাৰ বাবে তেওঁৰ হাতৰ লক্ষ্য অব্যৰ্থ হৈছিল আৰু তেওঁ সন্ধান কৰা শৰপাট তীব্ৰবেগে গৈ পহুটোৰ পেটত সোমাল। শৰাহত এই চতুষ্পদী জীৱটোৱে ঘৰলৈ দৌৰি গৈ চুচৰি চুচৰি তাৰ গঁড়ালত সোমাই যন্ত্ৰণাত ছটফটাবলৈ ধৰিলে। তাৰ গাটো তেজেৰে লুটুৰি পুটুৰি হৈছিল আৰু সি সাহায্যৰ কাৰণেই যেন বিনাবলৈ ধৰিলে। সকলোৱে তাৰ চিঞৰ শুনিবলৈ পালে। ল'ৰাহঁতৰ বায়েক ছিলভিয়াই সকলোতকৈ আগতে সক্ৰিয় হ'ল। বাহুত হাতেৰে চপৰিয়াই তেওঁ প্ৰতিকাৰৰ কাৰণে সকলোকে মাতিলে আৰু লগে লগেই গাঁৱৰ খামি-ডাঠ মানুহবোৰ গোট খালেহি। তেওঁলোক ইমান বেগাই অহাৰ কাৰণটো হ'ল—সেই হিংস্ৰ ৰাক্ষসীজনী তেতিয়া হাবিতে লুকাই আছিল—খঙৰ ভমকত চকুৰ আগত যিহকে পাই তাকে হাতত লৈ সিহঁত আহিল, এটাৰ হাতত আহিল এডাল আধাপোৰা খৰি, আন এটাই আনিছিল গাঁঠি থকা টোকোন এডাল। টাইৰাছে ভৃত্যবিলাকক মাতিলে। তেওঁ এডাল ওক কাঠ ফালি আছিল আৰু সেই সময়ত

ফাটবিলাকত গোঁজ মাৰিছিল। খংত টিড়িৰি ভুলা হৈ তেওঁ কুঠাৰ এখনকে হাতত তুলি ল'লে।

ইমানখিনি কৰাৰ পিছত, সেই নিমম দেৱীয়ে সুবিধাজনক ঠাই এডোখৰৰ পৰা আৰু অনিষ্ট কৰাৰ সময় সুযোগ গমি-পিটি ঘোঁৰাশালৰ গুথ মুখচত পৰিলগৈ। তাৰ পৰাই তেওঁ গৰখীয়াবিলাকে বজোৱা পেঁপা এটাত ফু দিলে। বেঁকা শিঙা এটাত তেওঁ নাৰকীয় নিনাদৰ সৃষ্টি কৰিলে। সেই ভয়াবহ নির্ঘোষত হাবি-বন কঁপি উঠিল, অৰণ্যৰ গভীৰ অংশও সেই ধ্বনিত মুখৰিত হ'ল। বহুত দূৰত থকা ডায়েনাৰ সৰোবৰত শব্দ-তৰঙ্গ ঠেকা খালেগৈ; নাৰ নদীৰ গন্ধকময়, ধবল জল আৰু ভেলিন হ্ৰদৰ উৎসতো সেই ৰব শ্ৰুতি-গোচৰ হ'ল। সেই আহ্বানত গাঁৱৰ আবৰি মানুহবিলাক উচপ্‌ খাই তীব্ৰ বেগে দৌৰাই আহিল। শিঙাৰ এনে অশুভনীয়া মাত শুনি হাতত অস্ত্ৰ-শস্ত্ৰ লৈ চাৰিওফালৰ পৰা আহি তেওঁলোক গোট খালেহি। সিফালে, ট্ৰজান-বিলাকে এনিয়াছক সহায় কৰিবলৈ শিবিৰৰ পৰা এজাক যুঁজাৰু পঠিয়াই দিলে। যুদ্ধৰ কাৰণে সকলোৰে শাৰী পাতি থিয় হ'ল। এতিয়া এই যুদ্ধখন, গাঁৱলীয়া কাজিয়াত ব্যৱহাৰ কৰা লাঠি বা কাঠৰ আগ পুৰি জোঙা কৰা যাঠি আদিৰে আবদ্ধ হৈ নাথাকিল। দুমুখীয়া তৰোৱাল হাতত লৈ তেওঁলোকে হয় মৰিম, নহয় মাৰিম এনে ভাবত যুঁজিবলৈ ধৰিলে। উন্নত অসিৰ ধূসৰ দীপ্তিত ৰণক্ষেত্ৰ জিলিকি উঠিছিল। সূৰ্যৰ কিৰণত ব্ৰঞ্জৰ কৱচ তিৰবিৰাইছিল, প্ৰতিফলিত পোহৰত আকাশৰ কলীয়া ডাৱৰ উজ্জ্বল হৈ পৰিছিল। প্ৰভঞ্জনৰ প্ৰথম প্ৰবাহত তৰঙ্গমালাই শুকুলা ৰূপ লয়, সমুদ্ৰৰ আলোড়নত সিহঁতে উত্তোলিত হৈ আকাশ স্পৰ্শ কৰে। যুদ্ধ ক্ষেত্ৰৰ অৱস্থাও এনেকুৱাই হৈছিল।

টাইৰাছৰ জেষ্ঠপুত্ৰ তৰুণ আলমো দ্ৰুতগ গতিত অহা কাঁড় এপাটৰ আঘাতত ধৰাশায়ী হ'ল। তেওঁ একেবাৰে আগত থাকি যুঁজ কৰিছিল। তেওঁৰ ডিঙিৰ তলতে শৰপাট সোমাল; তেওঁৰ কোমল কণ্ঠনলী আৰু বায়ুনলী ৰক্তাপ্লুত হৈ ৰুদ্ধ হৈ গ'ল। তেওঁৰ কাষতে বহুতো যোদ্ধা বাগৰি পৰিল। তেওঁলোকৰ ভিতৰত আছিল গালাচিয়াছ। শান্তিৰ কাৰণে হস্তক্ষেপ কৰিবলৈ যাওঁতে তেওঁ নিহত হ'ল। সেই সময়ত ইটালীবাসীসকলৰ মাজত তেৱেঁই আছিল অতি ধৰ্মপৰায়ণ, তদুপৰি তেওঁ এজন আঢ্যৱন্ত জমিদাৰ আছিল। তেওঁৰ

আছিল পাঁচোটা ভেড়াৰ আৰু পাঁচোটা গৰু-ম'হৰ পাল। এই বলাক সদায় হাবিত চৰাই ঘৰলৈ আনি বান্ধি থোৱা হৈছিল। এশখন হালেৰে তেওঁ খেতি কৰিছিল।

লৈয়াম অঞ্চলত এইবিলাক ঘটনা ঘটি আছিল আৰু ৰণদেৱতাই কোনো এটা পক্ষৰ প্ৰতি অনুগ্ৰহ প্ৰদৰ্শন কৰা নাছিল। ইতিমধ্যে এলেক্টোৰে পূৰ্বৰ প্ৰতিশ্ৰুতি মতে ৰণক্ষেত্ৰ তেজেৰে ৰাঙলী কৰি কৃতকাৰ্যতাৰ আনন্দত পাশ্চাত্য ভূমি পৰিত্যাগ কৰিলে। তেওঁ আকাশী-পথেদি উৰি গৈ বিজয়োল্লাসেৰে জুনোক ক'লে, "চোৱা, তুমি বিচৰা বিবাদখন আৰম্ভ হৈ গ'ল। যুদ্ধৰ বিভীষিকাই ইয়াক সুনিশ্চিত কৰি তুলিছে। তেওঁলোকে যে মিত্ৰতাপাশত আবদ্ধ হৈ পুনৰ শান্তি প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হ'ব তাৰ সম্ভাৱনা কিমান আছে, তুমি নিজেই চাই লোৱা। ইটালীয়সকলৰ তেজ এইবাৰ ট্ৰজানবিলাকৰ গাত সানি দিছো। তোমাৰ সম্মতি সাপেক্ষে মই আৰু বহুত বেছি কৰিব পাৰো। উৰা-বাতৰিৰ সহায়ত মই প্ৰতিবেশী নগৰবিলাকক যুদ্ধত লিপ্ত কৰিব পাৰিম, সিহঁতক ৰণোন্মাদ কৰি যুদ্ধৰ অগ্নিত জাপ দিব পাৰিম। দেশখনৰ প্ৰতিটো অংশৰ পৰা সাহায্যৰ কাৰণে সৈন্যবাহিনী আগবাঢ়ি আহিব। সমগ্ৰ গ্ৰামাঞ্চল সংগ্ৰামে গ্ৰাস কৰিব।" তেতিয়া জুনোৱে উত্তৰ দিলে, "যথেষ্ট হৈছে, আতঙ্ক আৰু বিশ্বাসে মানুহৰ মন ক্ষিপ্ত কৰি তুলিছে। যুদ্ধৰ কাৰণে যিখিনি উত্তেজনা লাগে সেইখিনি এতিয়া আহি গৈছে। অস্ত্ৰেৰে, হাতেৰে, মানুহে যুঁজ-বাগৰ চলাই থাকিব। প্ৰথম অৱস্থাত সিহঁতে দৈৱক্ৰমে যিবিলাক অস্ত্ৰ পাইছিল, সেইবোৰত এতিয়া তেজৰ দাগ লাগিল। ভেনাচৰ পুত্ৰ প্ৰবৰ আৰু ৰজা লাটিনাছে এতিয়া এইবিলাক বিধানেৰেই বিয়াখন পাতিব পাৰিব। কিন্তু এটা কথা। অলিম্পাছৰ উচ্চ শিখৰত ৰাজত্ব কৰা বিশ্বপিতৃয়ে তুমি সঘনে স্বৰ্গৰ ঠিক নিম্নভাগতে থকা আকাশৰ উপবিভাগলৈ এইদৰে অহা-যোৱা কৰা দেখি অসন্তুষ্ট হ'ব পাৰে। তুমি যোৱাগৈ, আৰু দিবা এটা অনিষ্ট কৰাৰ সুবিধা ওলালে, মই যি হয় কৰিম।" ছেটাৰ্ণ দুহিতাই এইদৰেই তেওঁক সমিধান দিলে। হিংসাৰ সেই দেৱীগৰাকীয়ে সাপৰ কোঁচকোঁচনিৰ শব্দ তুলি আকাশৰ উচ্চতাৰ পৰা কছিটাছ নদীৰ পাৰত থকা নিজৰ ঘৰলৈ উৰা মাৰিলে। ইটালীৰ মাজ ভাগত পৰ্বতীয়া অঞ্চলত এখন ঠাই আছে। এই ঠাইখন পুৰাণপ্ৰসিদ্ধ, দেশ-বিদেশৰ মানুহে

ইয়াৰ কথা জানে। এই ঠাইখনেই হৈছে আম্প্‌্ছেক্‌টাছৰ বন্দৰ। গছৰ ডাল-পাতে আবৰি থোৱা কাৰণে ইয়াত আন্ধাৰে ঘোপ মাৰি আছে। দুয়ো ফালৰ পৰাই গছে-বনে ছাটি থোৱা পাহাৰ আগবাঢ়ি আহি ঠাইখন সঙ্কীৰ্ণ কৰি তুলিছে। ঠিক মাজতে প্ৰবাহিত হৈছে এখন ফেনিল, খৰস্ৰোতা নদী। ইয়াৰ প্ৰবল সোঁত শিলত ঠেকা খোৱাৰ ফলত তুমুল গৰ্জনৰ সৃষ্টি হয়। তাতে আছে এটা ভয়ঙ্কৰ গহ্বৰ, নৃশংস প্লুটোৰ ৰাজ্যলৈ সেইফালেদিয়েই ৰস্তাহ সোমায়। তাৰ অতল স্পৰ্শ শিলাময় গভীৰতাৰ মাজেদিয়েই একিৰণ নদী সশব্দে প্ৰবাহিত হৈছে। অমঙ্গলীয়া শক্তিৰ অধিকাৰিণী ৰাক্ষসীজনী সেই ফালেদিয়েই তীৰবেগে তললৈ নামি গ'ল, তাইৰ উপস্থিতিৰ পৰা পৃথিৱী আৰু আকাশ মুক্ত হ'ল।

ইতিমধ্যে ছেটাৰ্ণ-নন্দিনীয়ে ৰাজকীয় মহিমাৰে যুদ্ধখন শেষবাৰৰ কাৰণে সজাই তুলিলে। যুদ্ধত অংশ গ্ৰহণ কৰা সকলোবিলাক পশুৰক্ষকে হিল-দ'ল ভাঙি নগৰলৈ যাত্ৰা কৰিলে। তৰুণ আলমো আৰু মুখ বিকৃত হৈ পৰা গালাচিয়াছকে ধৰি সকলোবিলাক নিহত লোকক লগত লৈ তেওঁলোকে দেৱতাসকলক স্তুতি-মিনতি আৰু লাটিনাছক কাকৌ-কাকুতি কৰিছিল। টাৰ্ণাছো নগৰত উপস্থিত আছিল। যেতিয়া অগ্নিময়ী ভাষাৰে এই ৰক্তপাতক, অতি তীব্ৰভাবে গৰিহণা দিয়া হৈছিল, তেতিয়া তেওঁ সেই ৰণলিপ্সাৰ জুইত ঘিউ ঢালি মন্তব্য কৰিছিল যে ট্ৰজানবিলাকক ৰাজশক্তিৰ ভাগ ল'বলৈহে নিমন্ত্ৰণ কৰি অনা হৈছে। লাটিন আৰু ফ্ৰিজীয়ান ৰক্তৰ মিলন ঘটোৱাৰ চেষ্টাত তেওঁক নিজৰ ঘৰৰ পৰাই বিতাৰিত কৰা হৈছে। ইয়াৰ পিছতে বেকাছৰ দ্বাৰা প্ৰভাৱিত হৈ অগাধ অৰণ্যত উন্মত্তভাৱে অনাই বনাই ফুৰা মহিলাসকলৰ আত্মীয়বিলাকো আহি উপস্থিত হ'ল। আমাতাৰ অসীম প্ৰতিপত্তিৰ ওপৰত ভাৰসা কৰি তেওঁলোকেও ৰণদেৱতাক প্ৰসন্ন কৰাৰ কাৰণে চিঞৰি চিঞৰি আৰু নেৰানেপেৰাভাৱে খাটনি ধৰিলে। ধ্বংসৰ পথত আগবাঢ়ি যোৱা এই সমগ্ৰ জাতিটোৱে এখন প্ৰলয়ঙ্কৰী যুদ্ধৰ সৃষ্টি কৰিবলৈ বদ্ধ পৰিকৰ হৈছিল। কিবা এটা অশুভ শক্তিয়ে তেওঁলোকক সৰগৰ সতৰ্ক বাণী আৰু ভগৱানৰ অভিপ্ৰায় অৱজ্ঞা কৰি যাবলৈ উচটাই দিছিল। অৰিয়া-অৰি কৰি তেওঁলোকে লাটিনাছৰ কাৰেং বেৰি ধৰিলে। ঢেউ সাগৰৰ মাজত

থকা শিল এটাৰ দৰে অচল–অটল হৈ থাকিল। প্ৰস্তৰটোত প্ৰকাণ্ড তৰঙ্গই আঘাত কৰে, কিন্তু সকলো আঘাত প্ৰতিহত কৰি বিশাল শিলটো সুদৃঢ়ভাৱে থিয় হৈ থাকে, ফেনাময় ঢৌ আৰু সামুদ্ৰিক উদ্ভিদ শিলটোৰ গড়াত ঠেকা খাই ভয়ঙ্কৰ গৰ্জনৰ সৃষ্টি কৰে; কিন্তু সকলো বৃথা। তাৰ গাত খুন্দা খাই একো তিষ্ঠিব নোৱাৰে কিন্তু এই বৃদ্ধ সামন্তজনে প্ৰজাৰ এই উন্মাদ সঙ্কল্প অস্বীকাৰ কৰিব নোৱাৰিলে। কাৰণ ঘটনাবিলাক জুনোৰ ইচ্ছাৰ আনুকূল্যে প্ৰবাহিত হৈছিল। দেৱতাসকলক মিনতি জনাই আৰু অসতৰ্ক বতাহৰ গতিৰ ফালে অসহায়ভাৱে লক্ষ্য কৰি তেওঁ মাথোন অশ্ৰু মোচন কৰি এইদৰে বিলাপ কৰিছিল, "হায়, হায়, আমাৰ সৰ্বনাশ হ'ল। আমি ধুমুহাৰ মুখত পৰিছো। প্ৰজাসকল, তোমালোকৰ কলুষিত ৰক্তৰ কাৰণে এদিন প্ৰতিফল পাবাইক। হায় টাৰ্ণাছ, তুমি দুষ্কৰ্মৰ ফল এদিন ভীষণভাৱে ভুগিব লাগিব। হয়তো তুমি এদিন ভক্তিৰে দেৱ-দেৱীসকলৰ নাম স্মৰণ কৰিবা, কিন্তু তেতিয়া অতি পলম হৈ যাবগৈ। মোৰ অৱশ্যে অন্তিম কাল উপস্থিত হৈছেহি। কিন্তু এই পোতাশ্ৰয়ৰ ঠিক সম্মুখ ভাগতেই মোৰ শেষ সংকাৰো শান্তিৰে কৰিব পৰা নহ'ব।" তেওঁ আৰু একো ক'ব নোৱাৰিলে। ৰাজ্যৰ শাসন পৰিত্যাগ কৰি তেওঁ কাৰেঙৰ ভিতৰত সোমাই থাকিল।

পাশ্চাত্য ভূমি লাটিয়ামত এটা পবিত্ৰ প্ৰথা আছিল, আলবাৰ নগৰবিলাকে এই প্ৰথা পালন কৰিছিল। পৃথিৱীৰ শ্ৰেষ্ঠ নগৰী ৰোমতো, ৰোমবাসীসকলে মাৰ্ছৰ উপাসনাৰে গোটাই, হাইকাৰ্নিয়ান, আৰব আদি জাতিবিলাকৰ বিৰুদ্ধে ভয়ানক সামৰিক অভিযান আৰম্ভ কৰোতে, অৰুণোদয়ৰ দেশ ভাৰতবৰ্ষলৈ যাত্ৰা কৰোতে, পাৰ্থিয়ানবিলাকক আমাৰ পতাকাবিলাক ওভোতাই দিবলৈ আদেশ দিয়াৰ সময়ত, এই প্ৰথা আজিও উদযাপন কৰে। যুদ্ধৰ দুখন তোৰণ আছে, মানুহে সেই বুলিয়েই কয়। এই দুৱাৰ দুখন অতি পবিত্ৰ, কাৰণ মানুহে সম্ভ্ৰম কৰি চলা এই দুৱাৰতে নিৰ্মম মাৰ্ছৰ ভীষণ অস্তিত্ব জাগ্ৰত হৈ আছে। ব্ৰঞ্জৰ পাত আৰু মজবুত লোহাৰে সুৰক্ষিত এই দুৱাৰ দুখন বন্ধ হৈ থাকে, দুৱাৰ-ডলিৰ পৰা কিঞ্চিৎ মাত্ৰও লৰচৰ নকৰি জেনাছে তাত অবিৰাম পহৰা দি থাকে। নগৰ-প্ৰধানসকলে ৰণৰ সিদ্ধান্ত গ্ৰহণ কৰিলে, প্ৰাচীন ৰোমান ৰাজবেশেৰে সজ্জিত শাসকজনে নিজ হাতেৰে এই দুৱাৰ মুকলি কৰে। সন্ধিযুক্ত খুটাবিলাকৰ পৰা তেতিয়া

আৰ্তনাদ নিসৃত হয়। তেৰেঁই এইদৰে ৰণৰ আহ্বান কৰে আৰু পুৰুষ-সকলে তেওঁকে অনুসৰণ কৰে, ব্ৰঞ্জৰ ৰণভেৰীয়ে কৰ্কশ ধ্বনিৰে অনুমোদন জনায়।

এই প্ৰথা অনুযায়ী এতিয়া ইনিয়াছ আৰু তেওঁৰ সঙ্গীসকলৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰি ভয়ঙ্কৰ তোৰণ দুৱাৰ মুক্ত কৰিবলৈ লাটিনাছক অনুৰোধ কৰা হ'ল। কিন্তু এই বৃদ্ধ শাসকজনে দুৱাৰ স্পৰ্শ কৰাৰ কথা সহ্যও কৰিব নোৱাৰিলে। এই বিৰক্তিকৰ কৰ্তব্যৰ পৰা পিছ হুহকি গ'ল। তেতিয়া দেৱৰাণী জুনো স্বৰ্গৰ পৰা নামি আহি নিজ হাতেৰে বন্ধ দুৱাৰ ঠেলি দিলে, দ্বাৰ সন্ধি আৱৰ্তিত হ'ল আৰু যুদ্ধৰ লৌহদ্বাৰ উন্মুক্ত হৈ পৰিল।

ইটালী আছিল শান্তিপ্ৰিয় দেশ, যুদ্ধৰ আহ্বানত এই দেশ কোনো-দিনে জাগি উঠা নাছিল। কিন্তু এতিয়া ইয়াতো ৰণৰ অগনি জ্বলি উঠিল। তেওঁলোকৰ এটা পদাতিক বাহিনী সমতল অঞ্চলেদি যাত্ৰা কৰিবলৈ সাজু হ'ল। কিছুমানে ওখ ওখ ঘোঁৰাত উঠি ধূলি উৰুৱাই চেকুৰ মেলিলে। অস্ত্ৰৰ সন্ধানত সকলোৱে খোৰ্চাল কৰি ছিল। কিছুমানে তেল-টেঙা ঘঁহি ঢাল-বিলাক চিকচিকীয়া কৰিছিল। যঠিৰ জোঙবিলাকত টোকা দিছিল আৰু কুঠাৰ-বিলাক শাণত ধৰাইছিল। অতি উলাহেৰে তেওঁলোকে ধ্বজা উৰাইছিল আৰু ৰণবাদ্যৰ ধ্বনি শুনিছিল। পাঁচখন মহানগৰীত কমাৰশাল বহুৱাই অস্ত্ৰাগাৰ-বিলাক পৰিপূৰ্ণ কৰা হৈছিল। এই পাঁচখন নগৰ আছিল—পৰাক্ৰমী আটিনা, গৰ্বিত টাইবাৰ, আৰ্ডিয়া, ক্ৰুষ্টা মেৰিয়াম আৰু স্তম্ভশোভিত এন্টেম্‌নি। তেওঁ-লোকে শিৰস্ত্ৰাণ নিৰ্মাণ কৰিছিল আৰু ঢালৰ ফুল কটা উঠঙা অংশটোত লগাবলৈ উইল'কাঠ বেঁকা কৰি বাৰ তৈয়াৰ কৰিছিল। বহুতে ব্ৰঞ্জৰ বৰ্ম আৰু ৰূপৰ পাট পিটি টোপ সাজিছিল। কৃষিৰ সঁজলি, শস্যৰ অংশ আদিৰ কথা পাহৰি গৈ তেওঁলোকে এইবিলাক কামত লাগিছিল। ঘৰত থকা পৈত্ৰিক তৰোৱালখন ভাটিত দি নতুনকৈ গঢ় দিছিল। এনেতে ৰণভেৰী বাজি উঠিল। যুদ্ধৰ অৰ্থ সূচোৱা সংকেত বিয়পি পৰিল। কোনোৱে কঁপা হাতেৰে শিৰস্ত্ৰাণ ধৰি ঘৰলৈ লৰ মাৰিলে, কোনোৱে চিঁহিয়াই থকা ঘোঁৰা ৰথত জুটিলে

আৰু ঢাল, সোণৰ তিনিডলীয়া ফিটা লগোৱা জাখৰ আদিৰে সজ্জিত হৈ কঁকালত তৰোৱাল বান্ধি ল'লে।

হে দেৱীসকল, হেলিকনৰ দুৱাৰ মুকলি কৰি তোমালোকে মোক অনুপ্ৰাণিত কৰা; যুদ্ধত যোগ দিবলৈ কোন কোন ৰজা আহিছিল, তেওঁলোকৰ প্ৰত্যেকৰে লগত কেনে ধৰণৰ সৈন্যবাহিনী আহি সমতল ভূমিত সমাবিষ্ট হৈছিল, সেই প্ৰাচীন ইটালীৰ উৰ্বৰা ভূমিত কোনবিলাক বীৰ শ্ৰেষ্ঠ বুলি পৰিগণিত হৈছিল আৰু দেশখনত জাগি উঠা উদ্দীপনা কেনেকুৱা অস্ত্ৰৰ যোগেদি প্ৰতিভাত হৈছিল, এই সকলোবিলাক কথা যেন মই বৰ্ণনা কৰিব পাৰো। তোমালোকৰ ঐশ্বৰিক শক্তি আছে আৰু সেইকাৰণে সকলো ঘটনা তোমালোকৰ মনত আছে। কিন্তু এই মহান ইতিহাসৰ কিঞ্চিৎ প্ৰতিধ্বনিহে মোৰ শ্ৰুতিগোচৰ হৈছে।

সশস্ত্ৰ সৈন্য লগত লৈ প্ৰথমেই ৰণলৈ ওলাই আহিছিল দেৱ-দ্বেষী, ক্ৰোধোন্মত্ত মেজেন্টিয়াছ। ইট্ৰুছিয়া সীমান্তৰ পৰা এওঁ আহিছিল। তেওঁৰ পুতেক লচাছ লগে লগে আহিছিল। দৈহিক সৌন্দৰ্যত তেওঁক লৰেণ্টাইন বীৰ টাৰ্ণাছৰ বাহিৰে আন কোনেও চেৰ পেলাব পৰা নাছিল। অশ্বদমন লচাছে যুদ্ধত হিংস্ৰ জন্তুকো পৰাভূত কৰিব পাৰিছিল; কিন্তু তেওঁলোক মিছাকৈয়ে আহিল। পিতাকৰ নিষ্ঠুৰ আচৰণত তেওঁ জৰ্জৰিত হৈছিল, কিন্তু প্ৰকৃততে তেওঁৰ পিতাক মেজেন্টিয়াছ নহৈ এজন ভাল মানুহহে হোৱা উচিত আছিল।

তেওঁলোকৰ পিছতে আহিছিল হাৰকিউলিছ-তনয় আভেন্টিনাছ। পিতাকৰ দৰেই তেওঁ সুদৰ্শন আছিল। তেওঁ সদৰ্পে জয়মাল্য ভূষিত ৰথ এখন তৃণভূমিৰ ওপৰেদি চলাই আহিছিল। তেওঁৰ অশ্বই এই সন্মান লাভ কৰিছিল। তেওঁৰ ঢালখনত পিতাকৰ কুলমৰ্যাদাসূচক, ফণাযুক্ত এটা হাইড্ৰা ক্ষোদিত কৰা আছিল। আভেণ্টাইন পৰ্বতৰ অৰণ্যত আভেন্টিয়াছৰ অজ্ঞাতভাৱে জন্ম হৈছিল। তেওঁৰ মাক ৰিয়া আছিল এগৰাকী যাজিকা, মৰণশীলা ৰমণী হ'লেও তেওঁৰ মিলন হৈছিল এজন দেৱতাৰ লগত। কাৰণ সেই সময়তে গেৰিয়নক হত্যা কৰি বিজয় গৌৰৱেৰে টিৰিন্থিয়ান হাৰকিউলিছে লৰেণ্টাইনসকলে খেতি কৰা পথাৰত উপস্থিত হৈ তেওঁৰ স্পেইন দেশীয় গাই গৰুবিলাকক ইট্ৰুৰিয়াৰ এখন নদীত গা ধুৱাইছিল। তেওঁৰ যুঁজাৰু

সৈনিকসকলৰ হাতত আছিল যাঠি আৰু বৰ্শা, কিন্তু তেওঁলোকে শাণিত তৰোৱাল আৰু দাবেলীয় কৃপাণেৰেও যুদ্ধ কৰিব পাৰিছিল। তেওঁলোকৰ সেনাপতিজনে ঠৰঙা নোমৰ বিয়াগোম সিংহৰ ছাল এখন কান্ধত আঁৰি লৈ পদব্ৰজে প্ৰাসাদলৈ গৈছিল। ছালখন তেওঁ মূৰলৈকে টানি লৈ ঈষৎ হাঁসাত দন্ত বিকশিত কৰিছিল। হৰকিউলিছৰ এই বেশত তেওঁৰ চেহেৰা হিংস্ৰ হৈ পৰিছিল।

ইয়াৰ পিছত টাইবাৰ দুৰ্গৰ পৰা আহিছিল দুজন ককাই-ভাই। তেওঁলোকৰ তৃতীয়জন সহোদৰৰ নাম অনুসৰি প্ৰজাবিলাক টাইবাৰটাছ বুলি খ্যাত হৈছিল। তেওঁলোক আছিল বেটিনাছ আৰু শক্তিমান কোৰাছ। আৰ্গাইভ ৰক্ত শৰীৰত থকা এই যুৱক দুজনে অগ্ৰবৰ্ষণৰ মাজেদিও পাৰ হৈ গৈ সকলোৰে আগত থাকি শত্ৰুক আক্ৰমণ কৰিব পাৰিছিল। মেঘাত্মজ চেণ্টৰযুগলে তুষাবাবৃত অথিছ আৰু ইমন পৰ্বতৰ উচ্চ শিখৰৰ পৰা বিদ্যুৎ বেগে নামি যাওঁতে অৰণ্যই তেওঁলোকক বাট এৰি দিয়ে আৰু তেওঁলোকৰ গচকত গছৰ ডালবিলাক মৰমৰাই উঠে। এই চেণ্টৰ দুজনৰ দৰেই তেওঁলোকে যুদ্ধ কৰিছিল।

প্ৰিনেষ্টি নগৰৰ প্ৰতিষ্ঠাতা কেকুলাছো ৰণলৈ আহিছিল। তেওঁ ভালকানৰ পুত্ৰ বুলি উত্তৰ পুৰুষে বিশ্বাস কৰে। কৃষি পাম এখনৰ গোহালি এটাত তেওঁৰ জন্ম হৈছিল। ভৱিষ্যতে ৰাজ-সিংহাসন লাভ কৰা এই নৱজাত শিশুটি জুহালৰ ওচৰতে পৰি আছিল। তেওঁৰ লগত আহিছিল এদল গ্ৰাম্য প্ৰজা। তেওঁলোকক ভালেমান আঁতৰত থকা গাঁৱৰ পৰা মাতি অনা হৈছিল। কাৰণ তেওঁলোকৰ ঘৰ আছিল প্ৰিনেষ্টি পৰ্বতৰ উচ্চতাত অৱস্থিত জুনোৰ নামত উছৰ্গা কৰা গোবাইৰ কৃষি ক্ষেত্ৰত। এই পৰ্বতত নিজৰাধৌত শিলবিলাক ছিদ্ৰযুক্ত আৰু ইয়াৰ কাষেদিয়েই শীতল আনিয় নদী বৈ গৈছে। তেওঁলোকৰ লগতে আছিল আনাগ নিয়াৰ উৰ্বৰ ভূমিত অথবা অমাছেনাছ নদীৰ পাৰত বাস কৰা লোকসকল। এই সৈন্য বাহিনীৰ সকলোটি অস্ত্ৰ আৰু ঢাল-বৰ্ম আদিৰে সজ্জিত নাছিল। ঘৰ্ঘৰাই চলা ৰথো সকলোৰে নাছিল। বেছি ভাগৰে হাতত আছিল সীহৰ বাটলুগুটি মৰা ধনু। কিন্তু কিছুমানৰ দুয়োহাতত দুডালকৈ বৰ্শা আছিল। শিৰস্ত্ৰাণ হিচাপে সিহঁতে পিন্ধিছিল বাঘ-ছালৰ মুগা ৰৰণীয়া টুপী। সিহঁতৰ সোঁ

ভৰিত কেঁচা ছালৰ জোত। আছিল কিন্তু বাওঁ ভৰি আছিল খালি। সেইদৰে আহোঁতে সিহঁতৰ খোজৰ চিন জিলিকি উঠিছিল।

ইতিমধ্যে নেপচুনৰ পুত্ৰ, অশ্বদমন মেছাপাছ আহি উপস্থিত হৈছিল। সৰগৰ বিধানমতে তেওঁৰ অগ্নি বা লৌহ নিৰ্মিত অস্ত্ৰ প্ৰয়োগৰ দ্বাৰা নৰহত্যা কৰা নিষেধ আছিল। কিন্তু এতিয়া তেওঁ হাতত তৰোৱাল লৈ, ৰণাভ্যাস পাহৰি গৈ সহজভাৱে শান্তিত জীৱন যাপন কৰা জন-জাতীয় মানুহ কিছুমানক একত্ৰিত কৰি যুদ্ধত যোগ দিলেহি। সিহঁতৰ কিছুমানৰ ঘৰ আছিল ফেছেনিয়াম দুৰ্গত, আৰু কিছুমান আছিল এতিয়া ভৈয়ামত বাস কৰা ফেলিস্কান। আনবিলাকে খলা-বমা ছৰেক্টি পাহাৰৰ নামনিত আৰু ছিমিনাছ পৰ্বতৰ সমীপবৰ্তী সৰোবৰৰ পাৰত অৱস্থিত ক্লেভিনিয়ামৰ পথাৰত বাঁকাপেনাৰ পবিত্ৰ বনভূমিত বাস কৰিছিল। ৰজাৰ গুণানুকীৰ্তন কৰি গীত গাই তেওঁলোক ছন্দোময় গতিত আগবাঢ়ি আহিছিল। ডাৱৰৰ মাজে মাজে উৰি অহা বৰফৰ দৰে বগা ৰাজহাঁহবিলাকে যেতিয়া ডিঙি মেলি সংযত সুৰেৰে গান গায়, নদ-নদী আৰু এচিয়াৰ জলাহ-বিলাবত সিহঁতৰ সঙ্গীত ধ্বনিত প্ৰতিধ্বনিত হয়। এতিয়া মানুহে ব্ৰঞ্জাস্ত্ৰ ধাৰণ কৰা সৈন্য বাহিনীটোক সাগৰৰ সুগভীৰ জলৰ পৰা পাৰলৈ সৰবে উৰি অহা এজাক চৰাই বুলিহে ধাৰণা কৰিছিল।

আৰু চোৱা। প্ৰাচীন ছেবাইন ৰক্ত ধাৰণ কৰা ক্লচাছে লগত এটি বলিষ্ঠ বাহিনী লৈ ক্ষিপ্ৰ গতিৰে আহিছিল। কিন্তু তেওঁ অকলেই এশ-টাকো বলে পাৰিছিল। ক্লডিয়ান জাতি আৰু সেই বংশৰ তেৱেঁই পূৰ্বপুৰুষ। ছেবাইনসকলক ৰোমত প্ৰতিষ্ঠিত কৰাৰ পাছত এই বংশই সমগ্ৰ লাটিয়ামতে বিস্তৃতি লাভ কৰিছে। ক্লচাছৰ লগত এটা সুবৃহৎ সৈন্যদল আহিছিল। তাৰে কিছুমান প্ৰাচীন কুইৰিনাছৰ অনুচৰ আছিল, আনবিলাক আমেটাৰ্ণাম, ইৰিটাম আৰু জলফাই গছৰ দেশ মুটুস্কাৰ পৰা আহিছিল। নমেণ্টাম নগৰ, চোকা ধাৰ থকা শিলাখণ্ডেৰে ভৰা টেট্ৰিকা পাহাৰৰ ওচৰত থকা ভেলিয়াম সৰোবৰৰ উপকূলস্থ ৰজিয়া, কাস্পেৰিয়া, ফৰুলি আৰু হিমেলা নদীৰ ওচৰে পাজৰে থকা ঠাইবিলাকৰ পৰাও অসংখ্য সৈনিক আহিছিল। টাইবাৰ আৰু ফাবাৰিছ নদীৰ পানীয়ে বিসকলৰ

পিপাসা দূৰ কৰে, হিম-শীতল নাৰ্ছিয়াৰ যিসকল অধিবাসী তেওঁলোকেও যোগ দিছিল ; আৰু আহিছিল ইট'ৰ সৈন্যদল, লাটিন প্ৰজাৰে গঠিত বাহিনী। ছুৰ্ভাগ্যৰ সূচনা কৰা আলিয়া নদীয়ে যি দেশ বিভক্ত আৰু বিধৌত কৰিছে সেই দেশৰ সেনাও ৰণলৈ আহিছিল। নিৰ্মম কালপুৰুষ শীতকালত যেতিয়া তৰঙ্গ ৰাশিৰ মাজত মাৰ যায়, তেতিয়া লিবিয়াৰ ফেনিল সমুদ্ৰত যিমান লহৰ উঠে, তেওঁলোকৰ সংখ্যাও আছিল তদ্ৰূপ। হাৰ্মাছৰ সমতল ভূমিত ৰ'দৰ তাপত শুকাই যোৱা শস্যৰ থোক অথবা লিছিয়াৰ সোণালী ধাননি পথাৰৰ দৰেই সৈন্যসকলৰ ঘন সমাবেশ ঘটিছিল। ঢালৰ ঝনঝননি উঠিছিল আৰু পদভৰত মেদিনী কম্পমান হৈছিল।

ইয়াৰ পিছতে আগমেমননৰ মিত্ৰ আৰু ট্ৰয়ৰ ঘোৰ শত্ৰু হালিচাছে ৰথত অশ্ব সংযোজন কৰিছিল। টাৰ্ণাছৰ সাহায্যাৰ্থে হাজাৰ হাজাৰ গৰ্বিত লোকক তেওঁ পৰিচালিত কৰিছিল। তাৰে কিছুমানে দ্ৰাক্ষালতাৰে সমৃদ্ধ মাছিক দেশৰ মাটি চহ কৰিছিল, কিছুমানক আৰুস্কানৰ নেতাসকলে ৰুখ পৰ্বত বা ছিভিছিনিয়াৰ টেয়াম অঞ্চলৰ পৰা প্ৰেৰণ কৰিছিল। কিছুমান কালিছৰ পৰা খোজ কাঢ়ি আহিছিল, কিছুমানে বালিচৰেৰে ভৰা ভলটাৰ্ণাছ নদীৰ পাৰত বাস কৰিছিল। তদুপৰি আছিল ছাটি-কুলাৰ কিছুমান বৰ্বৰ মানুহ, আৰু অস্কানবিলাকৰ ভালেমান বাহিনী। নমনীয় চৰ্ম ৰজ্জুৰ সহায়ত নিক্ষেপ কৰিব পৰা কিছুমান কাঠৰ গোলক সিহঁতৰ হাতত আছিল। সিহঁতৰ বাওঁহাতত আছিল চামৰাৰ এবিধ সৰু ঢাল, আৰু সঙ্কুল যুদ্ধত সিহঁতে এবিধ চুটি তৰোৱাল ব্যৱহাৰ কৰিছিল। এই বাহিনীত ইবেলাছৰ নামো উল্লেখ কৰিব লাগিব। প্ৰবাদ আছে যে কাপ্ৰিয়া দেশৰ টেলিবই নগৰত ৰাজত্ব কৰা টেলনে বুঢ়া কালত ছেবেথিছ নামে অপেশ্বৰী এগৰাকীৰ গৰ্ভত এটি পুত্ৰ সন্তান উৎপাদন কৰিছিল। উত্তৰাধিকাৰতে সন্তুষ্ট নাথাকি তেওঁ ছাৰাষ্টিয়ান উপজাতিসকলে বাস কৰা ছাৰ্নাছৰ জলধাৰাই পথালি যোৱা বিস্তীৰ্ণ দেশখন নিজৰ ৰাজ্যত চামিল কৰিবলৈ ইচ্ছা কৰিছিল। কক্ৰি, বাটুলাম আৰু ছেলেম্‌নাৰ কৃষি ক্ষেত্ৰ-বিলাকৰ অধিবাসীসকলক, আৰু আবেলাৰ দুৰ্গ প্ৰাকাৰৰ উচ্চতাৰপৰা দেখা পোৱা আপেল ফলৰ উদ্যান য'ত আছে তাত বাস কৰা লোক-

সকলক বশীভূত কৰিবলৈয়ো তেওঁ মন মেলিছিল। টিউটন-বিলাকৰ দৰে এই মানুহবিলাকেও বুমেৰাং ব্যৱহাৰ কৰিব শিক্ষা পাইছিল। গছৰ বাকলি সিহঁতে মূৰত পিন্ধিয়াই লৈছিল। ব্ৰঞ্জৰ পাত লগোৱা, চিকমিকাই থকা ঢাল আৰু ব্ৰঞ্জৰ তিৰবিৰাই থকা তৰোৱাল তেওঁলোকৰ হাতত আছিল।

যুদ্ধত সৌভাগ্য আৰু সফলতা লাভ কৰা উফেন্‌ছ নামে এজন কীৰ্তিমান ৰাজকোঁৱৰ ৰণলৈ সাজি-কাচি আহিছিল পাৰ্বত্য নাৰ্ছি দেশৰ পৰা। তেওঁৰ জাতিসকল ইকুইকুলান নামে জনাজাত। ইহঁত আন মানুহতকৈ অসভ্য আৰু কঠিন ভূমিত বাস কৰি সাধাৰণতে হাবিত চিকাৰ কৰি ফুৰে। হাল বাওঁতেও ইহঁতে অস্ত্ৰ-শস্ত্ৰ লৈ থাকে। সিহঁতে লুটপাত কৰি পোৱা ধন-সম্পত্তি ঘৰ চপাই বৰ আনন্দ পায় আৰু সেয়ে সিহঁতৰ জীৱিকা।

মাৰুভিয়ান জাতিৰ যাজক এজনো তালৈ আহিছিল। তেওঁ শিৰ-স্ত্ৰাণৰ ওপৰত শ্যামল জিত পত্ৰ পৰিধান কৰিছিল। এওঁৱেই আছিল অসম সাহসী অম্ব্ৰো, ৰজা আৰ্কিপ্পাছে তেওঁক পঠাই দিছিল। অম্ব্ৰো আছিল সাপৰ ওজা। তেওঁ হাতেৰেই বা ফোঁপা বজাই জল-স্থলে থকা সকলো বিষ সাপকে টোপনিত অচেতন কৰিব পাৰিছিল। সিহঁতৰ ক্ৰোধ তেওঁ দমন কৰিব পাৰিছিল আৰু নিজৰ বিদ্যাৰে সাপে খোৱা মানুহকো আৰোগ্য কৰিবলৈ সমৰ্থ হৈছিল। কিন্তু ডাৰ্ডান শক্তিশেলৰ আঘাত নিৰাময় কৰিবলৈ তেওঁৰ সামৰ্থ্য নাছিল। তেওঁৰ নিদ্ৰাবাণ আৰু মাৰ্ছিয়ান পৰ্বতত সংগ্ৰহ কৰা ঔষধবিলাকে তেওঁৰ শৰীৰৰ ক্ষত শুকুৱাব নোৱাৰিলে। আঞ্জিটিয়াৰ বনভূমি আৰু স্বচ্ছ লহৰেৰে ভৰা ফুছিল সৰোবৰে তেওঁৰ কাৰণে চকুপানী টুকিছিল; ফটিকৰ ধাৰ যেন পানীয়ে তেওঁৰ কাৰণে শোক কৰিছিল।

হিপ্পলিটাছ-নন্দন ভাৰ্বিয়াছে চমৎকাৰ বেশত যুদ্ধলৈ আহিছিল। এই কীৰ্তিমান পুত্ৰক তেওঁৰ জননী আৰিছিয়াই ৰণলৈ পঠাইছিল। ইজিৰিয়াৰ অৰণ্যত তেওঁ প্ৰতিপালিত হৈছিল। এই অৰণ্যৰ কাষতে এখন জলাহ আছে। তাৰ ওচৰতে থকা হ্ৰদ এটাৰ পাৰত আছে ডায়েনাৰ মন্দিৰ। উত্তম উপচাৰেৰে তাত পূজা কৰিলে অভীষ্ট সিদ্ধি হয়। মাহীমাকৰ ষড়যন্ত্ৰত হিপ্পলিটাছৰ মৃত্যু হয়, ভয়ত জাওৰ খাই দৌৰি অশ্ব এজাক

ঘোঁৰাৰ গচকত তেওঁৰ দেহ ছিন্ন ভিন্ন হৈছিল। এইদৰে তেওঁ নিজৰ তেজেৰে পিতৃ-ঋণ পৰিশোধ কৰিছিল। কিন্তু এপলোৰ ঔষধ আৰু ডায়েনাৰ স্নেহত তেওঁ পুনৰ জীৱন লাভ কৰিলে। তেওঁ মুকলি আকাশৰ তলৈ আহি পুনৰ সৰগৰ তৰা চাব পৰা হ'ল। কিন্তু মৰণশীল মানুহ এটাই ৰসাতলৰ অন্ধকাৰৰ পৰা ওলাই আহি জীৱনৰ জেউতি চুৱাই পোৱাত পৰম পিতা কুপিত হ'ল। এনে মৃত সঞ্জীৱনীৰ আৱিষ্কাৰক, এপলো-পুত্ৰ ইস্কুলাপিয়াছক তেওঁ বজ্ৰাঘাত কৰি বৈতৰণীৰ জললৈ নিক্ষেপ কৰিলে। কিন্তু দয়ালু ডায়েনাই হিপ্পলিটাছক এঠাইত অতি গোপনে লুকুৱাই থলে। দেৱীৰ তত্ত্বাৱধানত তেওঁ ইজিৰিয়াৰ অৰণ্যত আবদ্ধ হৈ থাকিব লগা হ'ল। ইটালীৰ এই বনভূমিত অজ্ঞাতবাস কৰোতে তেওঁ নাম লৈছিল ভাৰ্বিয়াছ। কঠিন খুৰাযুক্ত ঘোঁৰাবিলাক ডায়েনাৰ মন্দিৰ বা পবিত্ৰ উপবনৰ ওচৰ চাপিব নোৱাৰে, কাৰণ সাগৰৰ পানীৰ পৰা ভয়ানক জীৱ এটা ওলাই অহাত ঘোঁৰাকেইটাই উচপ্ খাই ৰথখনেৰে সৈতে ৰাজকুমাৰক পাৰতে পেলাই দিলে। কিন্তু তথাপি তেওঁক পুত্ৰই তেজী ঘোঁৰাই টনা ৰথ সবেগে সমতল অঞ্চলৰ মাজেদি চলাই ৰণলৈ আহিছিল।

অগ্ৰবৰ্তী সৈন্যসকলৰ মাজত থাকি টাৰ্ণাছে ইতস্ততঃ বিচৰণ কৰিছিল, তেওঁ আনবিলাকতকৈ এবেগেতমান ওখ আছিল আৰু চমৎকাৰ অস্ত্ৰ-শস্ত্ৰ হাতত লৈ তেওঁ জাকতজিলিকা হৈ পৰিছিল। তেওঁৰ দীৰ্ঘ শিৰস্ত্ৰাণত তিনিডাল পাখি আছিল আৰু মুখৰ পৰা এট্নাৰ অগ্নি-শিখা উদ্গীৰণ কৰা এটা কাইমেৰা তাৰ ওপৰতে আছিল। প্ৰচুৰ ৰক্ত প্লাৱনত যেতিয়া যুদ্ধৰ অৱস্থা অতি ভয়ঙ্কৰ হৈ পৰিছিল তেতিয়া তাৰ গৰ্জন তীব্ৰতৰ হৈছিল, তাৰ মুখনিসৃত অগ্নিয়ে উন্মত্ত আৰু ভীতিসূচক ৰূপ ধাৰণ কৰিছিল। আয়োৰ স্বৰ্ণৰেখাঙ্কিত চিত্ৰই তেওঁৰ ঢালখনক এটা বিশেষ মৰ্যাদা দিছিল। তেওঁক দেখা গৈছিল এজনী গাই গৰুৰ ৰূপত, শিং দাঙি থকা থিয় নোমৰ গাই গৰু এজনীৰ আকৃতি—এটা ভয়াবহ প্ৰতীক-আৰু আছিল আয়োৰ কুমাৰিত্ব ৰক্ষাৰ কাৰণে ব্ৰতী আৰ্গাছ, এটা ৰূপৰ পাত্ৰৰ পৰা পানী ঢালি এখন নদীৰ সৃষ্টি কৰা ইনাকাছৰ ছবিও তাত ক্ষোদিত আছিল। অগণন পদাতিক সৈন্যই টাৰ্ণাছক অতি ওচৰৰ পৰা অনুসৰণ কৰিছিল।

এই বাকবতী বাহিনীৰ বেহুৰে সমগ্ৰ সমতল অঞ্চল নিসদ্ধি ব ৰি পেলাইছিল। আৰ্গছৰ পুৰুষসকল, আৰঙ্কান বাহিনী, ৰুটুলীয়ান, ছিকানীয়ান, ছাক্ৰানীয়ান চিত্ৰাঙ্কিত ঢাল ধাৰণ কৰা লাবিকান—এই লোকসকলে যুদ্ধ-ক্ষেত্ৰ আগুৰি ধৰিছিল। তেওঁলোকৰ লগত সমাবিষ্ট হৈছিল টাইবাৰ আৰু নুমিকাছ নদীৰ পবিত্ৰ পাৰত খেতি কৰা কৃষকসকল, ৰুটুলীয়ান পাহাৰত হালবোৱা খেতিয়কসকল, চাৰ্চাই অন্তৰীপৰ যিবিলাক কৃষিক্ষেত্ৰ জুপিটাৰৰ দ্বাৰা অধিকৃত, ফেৰণীয়াৰ যিবিলাক শ্যামল বনাঞ্চলে মন-প্ৰাণ জুৰ কৰে; সেইবিলাক ঠাইৰ মানুহো আহি গোট খাইছিল। ছাটাৰাৰ কল্ললা জলাহ য'ত অৱস্থিত, শীতল উফেন্‌ছ্‌ নদী য'ৰ পৰা ভৈয়ামৰ মাজেদি বৈ গৈ অৱশেষত সমুদ্ৰত লীন গৈছে, সেইবিলাক ঠাইৰ পৰাও যুঁজাৰু আহি যোগ দিছিল।

তেওঁলোকৰ লগতে আহিছিল কেমিল্লা। তেওঁ আছিল ভলছিয়ান কুমাৰী, ব্ৰঞ্জৰ অস্ত্ৰ-শস্ত্ৰেৰে সুসজ্জিত সৈন্য বাহিনী এটা তেওঁ পৰিচালনা কৰিছিল। তেওঁ আছিল এগৰাকী বীৰাঙ্গনা, সূতা কটা বা উল গোঁঠাৰ কাৰণে তেওঁ জন্ম লোৱা নাছিল, নাৰী হ'লেও তেওঁ যুদ্ধৰ বিভীষিকাৰ সমুখীন হ'ব পাৰিছিল, তেওঁৰ গতিবেগে বতাহকো চেৰ পেলাব পাৰিছিল। তেওঁ হয়তো এডালো থোক নিছিগাকৈ পকাধানৰ ওপৰেদিয়েই দৌৰি যাব পাৰিব, ভৰিৰ গোৰোহা নিতিতাকৈ সাগৰৰ ঢৌ অতিক্ৰম কৰি যাব। ঘৰৰ তিৰোতা আৰু পথাৰত কাম কৰা ডেকা ল'ৰা সকলোৰেই একেলগে আহি তেওঁৰ ফালে তধা লাগি চাইছিল! কি ৰাজকীয় জাকজমকভাৱে তেওঁ নিটোল বাহু দুটি ৰক্ত বসনেৰে আবৃত কৰিছিল! চুলিটাৰিত কি চমৎকাৰ সোণৰ হাৰে শোভা কৰিছিল। মেষপালকে ব্যৱহাৰ কৰা সেউজীয়া কাঠৰ দণ্ড এডালত তীক্ষ্ণ ফলক লগাই আৰু লিছিয়া দেশৰ টোণ কান্ধত লৈ তেওঁ কেনেকৈ খোজ দিছিল! তেওঁক সকলোৰে মুগ্ধভাৱে নিৰীক্ষণ কৰিছিল। বিস্ময়ত সকলো বিহ্বল হৈছিল।

# আঠ

## আৰ্কেডিয়াত ইনিয়াছ

টাৰ্ণাছে লৰেণ্টাইন দুৰ্গৰ ওপৰত যুদ্ধৰ পতাকা উত্তোলন কৰিলে। তেওঁৰ চেষ্টাত ঘোঁৰাবিলাক জাঙুৰ খাই উঠিল। অস্ত্ৰৰ ঝনঝননি আৰু ৰণভেৰীৰ কৰ্কশ নিনাদত দশোদিশ মুখৰিত হ'ল। খন্তেকতে মানসিক ভাৰসাম্যৰ অৱসান ঘটিল; সংগ্ৰামৰ উত্তেজনাত সমগ্ৰ লাটিয়ামত প্ৰবাহিত হ'ল। যুৱকসকল ৰক্তৰ কাৰণে উন্মাদ হৈ পৰিল। মেছাপাছ, উফেন্স আৰু দেৱ-দ্বেষী মেজেণ্টিয়াছ আদি সেনাপতিসকলে ব্যাপক অঞ্চল এটাৰ খেতিয়কসকলৰ পথাৰৰ শস্য বলেৰে কাঢ়ি লৈ আহিল। সাহায্য ভিক্ষাৰ কাৰণে মহাবীৰ ডায়মিডিছৰ নগৰলৈ ভেনুলাছক প্ৰেৰণ কৰা হ'ল। ট্ৰজানবিলাকে লাটিয়ামত কেনেকৈ খোপনি পুতিছেহি; পৰাজিত ইনিয়াছে গৃহদেৱতাসকলক লগত লৈ, বিধাতাৰ নিৰ্দেশ মতে তেৱেঁই সেই ৰাজ্যৰ ৰজা হ'ব বুলি কেনেকৈ প্ৰচাৰ কৰিছেহি; কেনেকৈ অসংখ্য প্ৰজাই তেওঁৰ আনুগত্য স্বীকাৰ কৰিলে আৰু কেনেকৈ তেওঁৰ নাম লাটিন ভূমিত বিখ্যাত হৈ পৰিল, এই সকলোবিলাক কথা বিবৰি ক'বলৈ তেওঁক ভাৰ দিয়া হৈছিল। প্ৰাথমিক কাৰ্যবিলাকত ইনিয়াছৰ কি উদ্দেশ্য নিহিত আছিল আৰু ভাগ্য সুপ্ৰসন্ন হ'লে, যুদ্ধখনৰ কেনে ফলাফল তেওঁ কামনা কৰিছিল, সেই কথা ডায়মিডিছৰ অবিদিত নাছিল, বৰং তেওঁৰ টাৰ্ণাছ বা ৰজা লাটিনাছতকৈয়ো এই বিষয়ে অধিক দূৰদৃষ্টি আছিল।

লাটিয়ামত এনেকুৱা এটা অৱস্থা বিৰাজ কৰিছিল। লাওমিডনৰ বংশৰ বীৰজনৰ আগত সকলো ঘটনা স্পষ্ট হৈ পৰিছিল আৰু তেওঁৰ উৎকণ্ঠাৰ সীমা নাছিল। এই ঘোৰ সঙ্কটৰ পৰা পৰিত্ৰাণ পাবলৈ তেওঁ অনেক কথাই চিন্তা কৰিছিল আৰু তেওঁৰ মনত সঘনে ইটোৰ পিছত সিটো ভাৱৰ সঞ্চাৰ হৈছিল। এটা জলাশয়ত ৰ'দ পৰিলে নতুবা

জোনৰ পোহৰ প্ৰতিফলিত হ'লে তাৰ পানীত জিৰবিৰণি উঠে আৰু এক বিস্তীর্ণ অঞ্চল প্ৰতিভাত কৰি এই দীপ্তিয়ে বায়ুমণ্ডল ভেদ কৰি অন্তৰীক্ষৰ উচ্চতা স্পৰ্শ কৰেগৈ। তেতিয়া ৰাতি গম্ভীৰ হৈ আহিছিল আৰু সমগ্ৰ পৃথিৱীৰ পশু-পক্ষী গভীৰ ক্লান্তিত অকাতৰে নিদ্ৰা গৈছিল। ট্ৰয়ৰ সামন্ত ইনিয়াছৰ অন্তৰ তেতিয়া যুদ্ধৰ বিভীষিকাৰ কথা কল্পনা কৰি বিহ্বল হৈ পৰিছিল। আকাশৰ শীতল উচ্চতাৰ তলত থাকি তেওঁ নদীৰ পাৰত দীঘল দি পৰিছিল আৰু একেবাৰে শেষ নিশাতহে তেওঁৰ অকণমান টোপনি আহিছিল। তেনেকুৱাতে পপলাৰ পাতে ছাটি থোৱা মনোৰম জলভাগৰ পৰা এই ঠাইৰ অধিষ্ঠিত দেৱতা, স্বয়ং বৃদ্ধ টাইবাৰ তেওঁৰ সন্মুখত আবিৰ্ভূত হ'ল। তেওঁ এখনি ধোঁৱা বৰণীয়া পাতৰ কাপোৰ গাত মেৰিয়াই লৈছিল আৰু জলজ উদ্ভিদৰ ছায়া-ঘন মালাৰে তেওঁৰ শিৰ বিভূষিত আছিল। ইনিয়াছৰ সকলো মানসিক যন্ত্ৰণাৰ উপশম কৰি তেওঁ এইদৰে মাত লগালে "হে দেৱবংশসম্ভূত, বীৰ, ট্ৰয় নগৰ শত্ৰুৰ হাতৰ পৰা উদ্ধাৰ কৰি তুমি ইয়ালৈ লৈ আহিছা, তুমি অনন্ত কাল সেই নগৰ ৰক্ষা কৰি থাকিব পাৰিবা; এই লৰেণ্টাইন ৰাজ্য আৰু লাটিন ভূমি তোমাৰ কাৰণেই প্ৰতীক্ষা কৰি আছে। শুনা, এয়েই তোমাৰ নিৰ্দেশিত দেশ, তোমাৰ গৃহদেৱতাসকলৰ এয়েই সুনিশ্চিত নিলয়। পিছ হুঁহকি নাযাবা। যুদ্ধৰ সূচনা দেখি ভয় নকৰিবা। কাৰণ দেৱতাসকলৰ প্ৰবল ক্ৰোধ আৰু বিদ্বেষৰ সামৰণি পৰিছে আৰু মোৰ এই আশ্বাস তুমি যাতে অলীক সপোন বুলি ঠাৱৰ নকৰা, তাৰ বাবে ইয়াতে এটা চিন ৰাখিম। উপকূল ভাগৰ ওচৰত থকা এজোপা ওক গছৰ তলত এজনী প্ৰকাণ্ড বগা গাহৰি মাটিত শুই আছে। তাইৰ লগত আছে ত্ৰিশটা সদ্যজাত পোৱালি সিহঁতো তাইৰ দৰেই বগা। সিহঁতে তাইৰ ওহাৰত মুখ দি আছে। সেয়েই হ'ব তোমাৰ নগৰখনৰ স্থান আৰু তাতেই তোমাৰ দুখ-কষ্টৰ ওৰ পৰিব। আজিৰ পৰা ডেৰ কুৰি বছৰৰ পিছত এস্কেনিয়াছে আলবা নামে এখন প্ৰসিদ্ধ নগৰ প্ৰতিষ্ঠা কৰিব। মোৰ এই ভৱিষ্যদ্বাণী ব্যৰ্থ নহয়। এতিয়া মন দি শুনা, এইবিলাক সমস্যাৰ আহুকলীয়া পথ তুমি কেনেকৈ সফলভাৱে পাৰ হৈ যাব পাৰিবা, মই তাকে সংক্ষেপে ক'ম। এই দেশতে পালাছৰ বংশধৰ বুলি বিদিত

আৰ্কেডিয়ান নামে এটা জাতি আছে সিহঁত ৰজা ইভেণ্ডাৰৰ অনুগত আৰু তেওঁকেই সিহঁতে সদায় মান্য কৰি আহিছে। পূৰ্বে পুৰুষৰ নামত; তেওঁলোকে পাৰ্বত্য প্ৰদেশত পালান্টিয়াম বুলি নগৰ এখন প্ৰতিষ্ঠা কৰিছে। এই আৰ্কেডিয়ানবিলাক লাটিনবিলাকৰ লগত সততে যুঁজ-বাগৰ চলি থাকে। তেওঁলোকৰ লগত সন্ধি স্থাপন কৰি, তেওঁলোকক মিত্ৰশক্তি কৰি লগত লোৱা। তোমাক মই নিজে বাট দেখুৱাই লৈ যাম। মোৰ অনুগ্ৰহত তুমি নাৱেৰে উজাই যাব পাৰিবা। আহা দেৱীপুত্ৰ, উঠা, তৰা মাৰ যোৱাৰ লগে লগে জুনোক বিধিমতে প্ৰাৰ্থনা জনাবা আৰু ব্ৰত, উপাসনা আদি আগ কৰি তেওঁৰ খং মাৰ যোৱাবলৈ চেষ্টা কৰিবা। জয়লাভ কৰাৰ পিছত তুমি উপযুক্ত সন্মান প্ৰদৰ্শন কৰি মোৰ ঋণ পৰিশোধ কৰিব লাগিব। মোৰ পৰিচয় দিওঁ শুনা; নীল সলিলৰাশিৰে মই শস্য ক্ষেত্ৰৰ আদিৰ মাজেদি বৈ আহিছো। তুমি নিশ্চয় লক্ষ্য কৰিছা। মই টাইবাৰ দেৱতাসকলৰ অতি মৰমৰ নদী মই। মোৰ বিশাল নিকেতনৰ পৰা প্ৰবাহিত হোৱা জলধাৰাতেই বহুতো মহানগৰীয়ে জীৱনৰ উৎস বিচাৰি পাইছে।

নদীৰ দেৱতাই ইয়াকে কৈ গভীৰ জলত প্ৰৱেশ কৰিলে এনেতে ৰাতি পুৱাল আৰু ইনিয়াছৰ টোপনিও ভাগিল। তেওঁ শোৱাৰ পৰা উঠিল আৰু প্ৰভাতী আলোকে আকাশ উদ্ভাসিত কৰা দৃশ্য স্থিৰভাৱে নিৰীক্ষণ কৰিলে। তেওঁ যথাযথভাৱে নদীৰ পানী হাতত লৈ, অতি আন্তৰিকতাৰে স্বৰ্গলৈ চাই ক'লে, "হে তপেস্বৰীসকল, এই লৰেণ্টাইনা নদী নিবাসিনী জলদেৱীসকল, হে পিতা, পুণ্যতোয় টাইবাৰ, ইনিয়াছক তোমালোকৰ মাজত অকণমান স্থান দিয়া। অৱশেষত আমাক বিপদৰ পৰা ৰক্ষা কৰি এখানি আশ্ৰয় দিয়া; এই বিপদত আমাৰ প্ৰতি সদয় হোৱা। তোমালোকে বাস কৰা এই জলাধাৰ পৰিপুষ্ট কৰা, নিজৰাবিলাক য'বেই নহওক, য'ৰে পৰাই লাগে তোমালোকে নিজ মহিমাৰে আত্মপ্ৰকাশ নকৰা, মই চিৰদিন তোমালোকক ভক্তি আৰু শ্ৰদ্ধাৰে পূজা কৰি থাকিম। হে নদী, তোমাৰ দুটি ধাৰাই কাঁচিজোনৰ আকৃতি লৈ পাশ্চাত্যৰ সমগ্ৰ জলভাগ নিয়ন্ত্ৰিত কৰিছে। যাথোন তুমি মোৰ কাষলৈ আহি তোমাৰ আশ্বাস প্ৰতিপন্ন

কৰাহি।” ইয়াকে কৈ ইনিয়াছে তেওঁৰ নৌবাহিনীৰ পৰা ডুখন ডুয়োকালে ৰ'ঠা থকা জাহাজ বাছি লৈ নাৱৰীয়াবিলাকক নিজ নিজ ঠাইত বহিবলৈ আদেশ দিলে আৰু লগে লগেই সশস্ত্ৰ সৈনাসকলক সজ্জিত কৰি তুলিলে।

আকস্মিকভাৱে এটা অসাধাৰণ আৰু মনোৰম দৃশ্য দৃষ্টিগোচৰ হ'ল। নদীৰ পাৰৰ শ্যামল বনভূমিত এজনী শুকুলা গাহৰিৰ ত্ৰিশটা একেধৰণৰে পোৱালি লগত লৈ শুই আছিল। সত্যসন্ধ ইনিয়াছে সা-সঁজুলি উলিয়াই ল'লে আৰু গাহৰিজনীক পোৱালিৰ সৈতে এটা বেদীৰ ওচৰত আবদ্ধ কৰিলে। এই আটাইকেইটা প্ৰাণীকেই তেওঁ জুনোৰ প্ৰতি, একমাত্ৰ পৰম শক্তিৰ অধি-কাৰিণী জুনোৰ প্ৰতি উৎসৰ্গা কৰি বলি দিলে। তেতিয়া টাইবাৰৰ উত্তাল জলপৃষ্ঠ শান্ত হৈ পৰিল, শব্দহীন তৰঙ্গৰ প্ৰবাহ বন্ধ হৈ গ'ল। ঢৌবিলাক মাৰ যোৱাত নদীখনৰ উপৰি ভাগ এখন বিলৰ দৰে সুস্থিৰ হৈ গ'ল। এনে পানীত ব'ঠা মাৰিবলৈ অলপো কষ্ট নহয়। সেই সময়তে ট্ৰজানবিলাকে যাত্ৰা আৰম্ভ কৰিলে, ইনিয়াছৰ আগত প্ৰকাশ কৰা কথাবিলাকে তেওঁলোকক উৎসাহিত কৰিছিল আৰু ফলত তেওঁলোকে সোনকালেই বহু দূৰ আগবাঢ়ি যাবলৈ সক্ষম হ'ল। অগভীৰ জলৰ ওপৰেদি তেল সনা সৰল কাঠৰ নৌকা হেলাৰঙে বাবলৈ ধৰিলে। ঢৌবিলাকেই তবধ মানিছিল আৰু কোনোকালে এনে দৃশ্য দেখিবলৈ নোপোৱা হাবি-বনবিলাকে যুঁজাৰুৰ ঢাল-বাৰুৰে জিলিকি যোৱা জাহাজ ডুখন দেখি বিস্ময় মানিছিল। এটা দিন আৰু এটা ৰাতি ট্ৰজানবিলাকে অক্লান্তভাৱে ব'ঠা মাৰি গ'ল। বহুবিধ গছ-লতাৰ ছাঁ পৰি থকা ভাঁজবিলাকেদি আৰু অটব অৰণ্যৰ মাজেদি তেওঁলোক প্ৰশান্ত নদীবক্ষৰ ওপৰেদি অগ্ৰসৰ হৈছিল। ভৰ দুপৰীয়া বেলি যেতিয়া সূৰ্যৰ পোন পাইছিল, তেনেকুৱাতে তেওঁলোকে সমুখত প্ৰাচীৰ আৰু দুৰ্গ দেখি-বলৈ পালে। অ'ত ত'ত থকা দুই-এটা ঘৰৰ চালো তেওঁলোকৰ চকুত পৰিল। আজি ৰোমৰ শক্তিয়ে আকাশ লঙ্ঘন কৰিছে; কিন্তু সেই সময়ত ইভেণ্ডাৰে দৰিদ্ৰৰ দৰে তাত বাস কৰিছিল। তেওঁলোকে তুৰন্তে নৌকা পাৰত চপালে আৰু নগৰৰ ওচৰ চাপিল।

ঘটনাক্ৰমে সেইদিনাই আৰ্কেডিয়াৰ ৰজাজনে নগৰৰ ওচৰতে থকা এখন হাবিত এম্ফিট্ৰায়নৰ পৰাক্ৰমী পুত্ৰ হাৰকিউলিছ আৰু অন্যান্য দেৱতা

সকলৰ উদ্দেশ্যে বাৰ্ষিক পৰ্ব এটা পাতিছিল। তেওঁৰ লগত আছিল তেওঁৰ পুত্ৰ পালাছ প্ৰমুখ্যে আৰ্কেডিয়াৰ শ্ৰেষ্ঠ যুৱকসকল, তেওঁৰ পাত্ৰ মন্ত্ৰী আৰু দৰিদ্ৰ প্ৰজাসকল। তেওঁলোকে দেৱতাসকলক ধূপ-ধুনা জ্বলাই পূজা কৰিছিল আৰু বেদীৰ ওপৰেদি তীয়া তেজৰ সোঁত বলিছিল। হঠাতে গছ-বনৰ ছায়াৰ মাজেদি ব'ঠা মাৰি হাউলি থকা নাৱৰীয়াবিলাকৰ সৈতে জাহাজ দুখন নিশব্দভাৱে পাৰৰ ফালে আহি থকা দেখি তেওঁলোকে ভয় খালে। সকলো একেলগেই খোৱা-বোৱা এৰি থিয় হ'ল। কিন্তু পালাছে নিৰ্ভীকভাৱে তেওঁলোকক উঠিবলৈ মানা কৰি হাতত অস্ত্ৰ লৈ অচিনাকি মানুহবিলাকক লগ ধৰিবলৈ দৌৰি গ'ল। অলপ আঁতৰত থাকি এডোখৰ ওখ ঠাইৰ পৰা তেওঁ চিঞৰি চিঞৰি ক'লে, "হে যোদ্ধাসকল, এই আচহুৱা ঠাইখনলৈ তোমালোক কিয় আহিছা? তোমালোক ক'লৈ যাবা? তোমালোক কোন দেশৰ, কি জাতিৰ লোক? তোমালোক আমাৰ শত্ৰু নে মিত্ৰ?" অধ্যক্ষ ইনিয়াছে যেতিয়া নাৱৰ টিঙৰ ওপৰত উঠি, জলফাই গছৰ ডাল এটা হাতেৰে জোকাৰি, শান্তিৰ সঙ্কেত দেখুৱাই উত্তৰ দিলে, "ট্ৰয়দেশত জন্ম গ্ৰহণ কৰা লোকসকলক তুমি সমুখত দেখিবলৈ পাইছা। লাটিয়ামত আমি আশ্ৰয় বিচাৰিছিলো। কিন্তু তাৰ কিছুমান মানুহে অতি অবজ্ঞাৰে আমাৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিছে। আমি সেইবিলাক মানুহৰহে শত্ৰু। আমি ইয়ালৈ আহিছো ইভেণ্ডাৰৰ লগত সাক্ষাৎ কৰিবলৈ। তেওঁক কোৱাগৈ যে ডাৰ্ডানীয়াৰ নিৰ্বাচিত নেতাসকলে সশস্ত্ৰ সহযোগিতা কামনা কৰি তেওঁৰ ওচৰলৈ আহিছে।" এই অনন্য সাধাৰণ নাম কাণত পৰাত পালাছ বিস্ময়ত থৰ লাগি ৰ'ল। তাৰ পিছত তেওঁ ক'লে, "তোমালোক যেয়েই নোহোৱা, জাহাজৰ পৰা নামি আহি পিতাক নিজেই লগ ধৰাহি। আমাৰ অতিথিৰূপে এতিয়াই আমাৰ ঘৰলৈ আহাঁক।" তেওঁ ইনিয়াছৰ লগত দীঘলীয়াকৈ আৰু দৃঢ়ভাৱে কৰমৰ্দন কৰিলে নদীৰ পাৰৰ পৰা হাবিৰ মাজেদি তেওঁলোক আগবাঢ়িল।

ইয়াৰ পিছত ইনিয়াছে বন্ধুত্বপূৰ্ণভাৱে ৰজাক ক'লে, "মহাৰাজ, গ্ৰীক ৰক্ত ধাৰণ কৰা লোকসকলৰ ভিতৰত আপুনিয়েই শ্ৰেষ্ঠ। ভাগ্যৰ নিৰ্দেশমতে

এই উল সূতাৰে গোঁঠা জলফাই পাতৰ মালাধাৰ আপোনালৈকে শ্ৰদ্ধাৰে আগবঢ়াইছো। মই জানো আপুনি এজন আৰ্কেডিয়ান আৰু আট্ৰিয়াছৰ পুত্ৰদ্বয়ৰ আত্মীয়; কিন্তু সেইবুলি মই আপোনাক ভয় কৰা নাই। তাৰ পৰিবৰ্তে ভাগ্যৰ নিৰ্দেশ মানি লৈ মই ইয়ালৈ আহিছো মোৰ সাহস, দেৱতাৰ বাণী, আপোনাৰ পিতৃৰ মোৰ পিতাৰ লগত থকা সম্বন্ধ আৰু পৃথিৱীজোৰা আপোনাৰ সুখ্যাতি, এই সকলোবিলাক কথা ভাবলৈ গমি-পিতি চাইহে মই এইখিনি পাইছোহি। ডাৰ্ডানাছে টিউক্ৰিয়ান জাতিৰ লগত মিলিত হৈ ইলিয়াম নগৰ প্ৰতিষ্ঠা কৰিছিল; তেওঁৰ চেষ্টাতে এই নগৰ শক্তিশালী হৈ উঠিছিল। গ্ৰীকবিলাকে উল্লেখ কৰামতে তেওঁ আছিল আটলাছকন্যা ইলেক্ট্ৰাৰ বংশধৰ, কাৰণ নভোমণ্ডল স্কন্ধদেশত বহন কৰি থকা প্ৰবল পৰাক্ৰমী আটলাছ ইলেক্টাৰ জনক। আপোনাৰ পৰিয়ালৰ পূৰ্ব-পুৰুষ হৈছে মাৰ্কুৰী। ছিলনী পৰ্বতৰ শীতল শিখৰত তেওঁৰ জন্ম হৈছিল মায়াৰ গৰ্ভত। আমি শুনা কথা যদি বিশ্বাস কৰো, তেনেহ'লে এই মায়াও আছিল আটলাছৰ দুহিতা; সেই একেজন আটলাছেই স্বৰ্গ আৰু অন্তৰীক্ষ ধাৰণ কৰি আছে। সেই দেখি আমাৰ পৰিয়াল দুটাৰ পূৰ্বপুৰুষ একে-জনেই। এই পাৰিবাৰিক বন্ধনৰ ওপৰত ভাৰসা ৰাখিয়েই মই কোনো বাৰ্তাৰ নিদিয়াকৈ নাইবা কোনো কূট কৌশল প্ৰয়োগ নকৰাকৈয়ে আপোনাৰ ওচৰলৈ আহিছো। বৰং মই নিজৰ জীৱন বিপন্ন কৰিছো আৰু এটা প্ৰাৰ্থনা লৈ আপোনাৰ দুৱাৰ মুখত উপস্থিত হৈছোহি। আপোনাৰ লগত ঘোৰ শত্ৰুতা থকা ডলিয়ান জাতিয়ে আমাৰ লগতো নৃশংসভাৱে যুদ্ধ কৰিবলৈ অগ্ৰসৰ হৈছে। তেওঁলোকৰ বিশ্বাস যে আমাক খেদাব পাৰিলে, সমগ্ৰ পাশ্চাত্য ভূমি অধিকাৰ কৰি পূব আৰু পশ্চিম উপকূল বিধৌত কৰা সমুদ্ৰ নিয়ন্ত্ৰণ কৰাৰ পথত তেওঁলোকৰ কোনো প্ৰতিবন্ধক নাথাকিব। আমাৰ প্ৰতিশ্ৰুতি গ্ৰহণ কৰক আৰু আমাকো আশ্বস্ত কৰক। যুদ্ধৰ কাৰণে আমাৰ অন্তৰত আছে সাহস, আছে উদ্দীপনা আৰু বীৰত্ব! কাৰ্যতঃ আমি তাৰ পৰিচয় দিব পাৰিছো।"

এয়ে আছিল ইনিয়াছৰ উক্তি। তেওঁ কথা কৈ থাকোতে ইভেণ্ডাৰে কিছু সময় তেওঁৰ মুখ আৰু চকুলৈ তধা লাগি চাই তেওঁৰ সমস্ত অৱয়ৱ

নিৰক্ষণ কৰিছিল। তাৰ পিছত তেওঁ চমুকৈ উত্তৰ দিলে, "ট্ৰয়ৰ শ্ৰেষ্ঠ বীৰ, তোমাক চিনি পাই আৰু তোমাক আদৰিবলৈ পাই মোৰ যে কিমান বং লাগিছে। মহান এঙ্কাইচিছৰ চেহেৰা আৰু মাত কথাবিলাক মোৰ যে এতিয়া ইমান স্পষ্টভাৱে মনত পৰিছে! মোৰ মনত আছে, লাওমিডনৰ পুত্ৰ প্ৰায়াম ভনীয়েক হেচিয়নৰ ৰাজ্য চালামিছলৈ আহিছিল। আমাৰ এই শীত-প্ৰধান আৰ্কেডিয়া দেশখনতো তেওঁ সোমাই গৈছিল। সেই সময়ত প্ৰথম যৌৱনৰ ৰঙে মোৰ গাল দুখন বোলাই গৈছিল। ট্ৰয়ৰ নেতাসকলক মই সন্মান কৰিছিলো, বিশেষকৈ লাওমিডন পুত্ৰই মোৰ শ্ৰদ্ধা আকৰ্ষণ কৰিছিল। এঙ্কাইচিছ যেতিয়া খোজ কাঢ়ি গৈছিল, তেতিয়া তেওঁৰ দীৰ্ঘ দেহ সকলোৰে মাজত জিলিকি উঠিছিল। তেওঁৰ লগত এবাৰ কথা পাতিবলৈ, তেওঁৰ হাতখনি এবাৰ আঁকোৱালি ধৰিবলৈ যে মোৰ তৰুণ অন্তৰ আগ্ৰহত কিমান উতলা হৈ পৰিছিল। সেইদেখি মই তেওঁৰ কাষ চাপি অতি আগ্ৰহেৰে, তেওঁৰ লগতে থাকি ফেনছ নগৰ পৰিভ্ৰমণ কৰিলো। যাবৰ সময়ত তেওঁ মোক কেইটামান উৎকৃষ্ট উপহাৰ দি থৈ গৈছিল। উপহাৰসমূহৰ ভিতৰত আছিল লিছীয়া দেশত নিৰ্মিত এটা চমৎকাৰ টোপ। টোপটো শৰেৰে পূৰ্ণ হৈ আছিল; আৰু আছিল সোণৰ সূতাৰে বনকৰা এখনি বস্ত্ৰ আৰু শুধ সোণৰ এযোৰ লেকাম। এই লেকাম এতিয়া পালাছে ব্যৱহাৰ কৰিছে। তুমি ইয়ালৈ যি উদ্দেশ্য আহিছা সেই উদ্দেশ্য আমি সেঁহাত আগবঢ়াই সমৰ্থন কৰিছো; অকল সেয়ে নহয়, কালিলৈ যেতিয়া প্ৰভাতী পোহৰে পৃথিৱী আলোকিত কৰিব, সেই সময়ত তোমাক শুদাহাতে যাবলৈ নিদিওঁ। আমি পাৰ্যমানে সাহায্য আৰু বয়-বস্তু, সকলো তোমাক প্ৰদান কৰিম। কিন্তু এটা কথা, তোমালোক আমাৰ বন্ধু হিচাপে ইয়ালৈ আহিছা। গতিকে অনুগ্ৰহ কৰি এতিয়া আমাৰ এই উৎসৱত যোগদান কৰা। এই উৎসৱ পিছলৈ থলে পাপ হ'ব। আহাঁক, আমাৰ লগত খাবলৈ বহাহি।"

ইয়াকে কৈ ইভেণ্ডাৰে আহাৰ আৰু পানীয় আনিবলৈ আদেশ দিলে। অতিথিসকলক বননিৰ ওপৰত বহুৱাই খাদ্য পৰিবেশন কৰিবলৈ আয়োজন কৰা হ'ল। বিশেষ সন্মান দেখুৱাই ইনিয়াছক বহিবলৈ দিয়া হ'ল সিংহৰ

ছালেৰে আবৃত এখন কাঠৰ আসনত। এতিয়া পূজাৰীজনে লগত বাছক-বনীয়া ডেকা-গাভৰুৰ দল এটা লৈ গো-মাংস আৰু দেৱী চিৰিছুৰ পৰা মানুহে পৰিশ্ৰমৰ বিনিময়ত পোৱা অন্ন-ব্যঞ্জনাদি হেমাৰ ভাবে আনি তেওঁলোকক খাবলৈ দিলে। তদুপৰি আছিল বেকাছৰ মদিৰা। ইনিয়াছ আৰু ট্ৰজান-বিলাকে পূজাত উছৰ্গা কৰা গো-মাংস ভোজন কৰিলে।

হেঁপাহ পলুৱাই তেওঁলোকে খালে। তেওঁলোকৰ ভোক-পিয়াহ দূৰ হ'ল। এতিয়া ৰজা ইভেণ্ডাৰে মাত লগালে, "আমি যে ঐশ্বৰিক শক্তিৰ প্ৰতি উদ্দেশ্য কৰি এই বেদীত পূজা পাতিছোঁ আৰু ভোজ খাইছো, এই বাৰ্ষিক অনুষ্ঠানটো কোনেও আমাৰ ওপৰত জাপি দিয়া নাই। প্ৰাচীন দেৱতাসকলক উপেক্ষা কৰি বা অন্ধ বিশ্বাসৰ প্ৰভাৱতো এই কাম আমি কৰা নাই। ট্ৰজান বন্ধুসকল, এটা পবিত্ৰ কৰ্তব্য হিচাপেহে এই উৎসৱটি উদ্‌যাপন কৰিছোঁহঁক। কাৰণ আমাৰ জাতিটোৱে এটা মাৰাত্মক বিপদৰ পৰা পৰিত্ৰাণ পাইছে। সৌ শিলাময় পাহাৰটোৰ ফালে চোৱা। তাৰ সিপাৰে এটা পৰিত্যক্ত খোৰোং আছে। ওপৰৰ পৰা প্ৰকাণ্ড শিল খহি পৰাৰ ফলত এই ঠাইখন এতিয়া একেবাৰে ভাগি-ছিগি গ'ল। এসময়ত তাতে বহু ঠাই জুৰি এটা গহ্বৰ আছিল। বেলিৰ পোহৰো তাত নপৰিছিল। এই গহ্বৰটোতে কেকাছ নামৰ এটা ভয়ঙ্কৰ দৈত্য আছিল। গুহাটোৰ ভিতৰত কেঁচা তেজৰ গোন্ধ প্ৰতিদিনেই পোৱা গৈছিল। গেলি-পচি যোৱা মানুহৰ মূৰ দুৱাৰ মুখত জঘন্যভাৱে আঁৰি থোৱা আছিল। এই দৈত্যটোৰ পিতাক আছিল ভালকান। বিৰাট বপুৰে বিচৰণ কৰোঁতে পিতাকৰ ভাটিৰ পৰা বাহিৰ হোৱাৰ দৰে তাৰ মুখৰ পৰা জুইৰ শিখা ওলাইছিল।

কিন্তু আমাৰ প্ৰাৰ্থনাৰ উত্তৰ স্বৰূপে এজন দেৱতাৰ আৰিৰ্ভাব হ'ল। পৰম প্ৰতিহন্তা হাৰকিউলিছ স্বয়ং উপস্থিত হ'লহি। সেই সময়ত তেওঁ ত্ৰিদেহ বিশিষ্ট গেৰিয়নক হত্যা কৰি আনন্দত উৎফুল্ল হৈ আছিল। যুদ্ধত জয়লাভ কৰাৰ পিছতে তেওঁ কিছুমান প্ৰকাণ্ড গৰু লৈ এই ফালেই আহিছিল; গৰুবিলাক নদীৰ কাষৰ উপত্যকাটোতে বান্ধি থোৱা হ'ল। কুবুদ্ধিয়ে কেকাছক উন্মত্ত কৰি তুলিছিল, আৰু সি কৰিব নোৱৰা অপকৰ্ম একো নাছিল। সি গোহালিৰ পৰাই চাৰিটা নিপোটল গৰু চাৰিজনী

আটক ধুনীয়া চেউৰী চুৰ কৰি লৈ গ'ল। এই জন্তুকেইটাক সি নেজত ধৰি তাৰ গুহালৈ টানি নিছিল, কাৰণ খোজবোৰ ওভোতা হোৱাৰ কাৰণে সিহঁতক ক'লৈ নিয়া হৈছে নিৰ্ণয় কৰা সম্ভৱপৰ নাছিল। এই চুৰ কৰা পশুকেইটা সি তাৰ অন্ধকাৰ গুহাৰ ভিতৰত লুকুৱাই থৈছিল। এতিয়া গৰু বিচাৰি গুহাৰ ফালে যাবলৈ ভুংসুত্ৰ একোৱেই নাছিল। ইতিমধ্যে হাৰকিউলিছে শকত-আৱত গৰুবোৰ বান্ধৰ পৰা মেলি দি আকৌ যাত্ৰাৰ আয়োজন কৰিলে। গৈ থাকোতে গৰুবোৰে হেম্বেলিয়াইছিল। সিহঁতৰ হেম্বেল'নত অৰণ্য আৰু গিৰি-গুহা ধ্বনিত প্ৰতিধ্বনিত হৈছিল। সেই বিস্তীৰ্ণ গহ্বৰটোৰ ভিতৰত এজনী গৰুৱে হেম্বেলিয়াই সঁহাৰি দিলে। ইমান সতৰ্কতা অৱলম্বন কৰা সত্বেও কেকাছৰ সান্দহ খোৱা বালি তল পৰিল।

"তেতিয়া হাৰকিউলিছৰ ক্ৰোধ-বহ্নি ভয়ানকভাৱে জ্বলি উঠিছিল। গদাডাল আৰু আন কিছুমান অস্ত্ৰ-শস্ত্ৰ হাতত লৈ তেওঁ সেই ওখ পাহাৰটোৰ ওপৰলৈ বেগেৰে বগাই যাবলৈ ধৰিলে। তেতিয়ালৈকে কোনেও কেকাছক আতঙ্কিত হোৱা দেখা নাছিল। তাৰ ভীতি-বিহ্বল দৃশ্যও কাৰো চকুত পৰা নাছিল। কিন্তু এতিয়া সি উধাতু খাই তৰা-নৰা ছিঙি, গুহাৰ ফালে ঢপলিয়াই যাবলৈ ধৰিলে। ভয়ৰ কোবত তাৰ ভৰিত পাখি গজিছিল। গুহাৰ ভিতৰ সোমাই সি এডাম শিকলি ছিঙি অতি প্ৰকাণ্ড শিল এটা বগৰাই দিলে। তাৰ পিতাকে কৌশল কৰি এই শিলটো ওপৰত দাঙি থৈছিল। এতিয়া শিলটোৱে দুৱাৰ মুখ একেবাৰে বন্ধ কৰি পেলালে আৰু তাৰ মাজেদি সৰকি যোৱা কাৰো সাধ্য নাছিল।

"কিন্তু কি বিচিত্ৰ লীলা! প্ৰচণ্ড ক্ৰোধত হাৰকিউলিছ ইতিমধ্যে দুৱাৰ মুখ পাইছিলগৈ। তেওঁ দাঁত কৰচি, ইফালে সিফালে চাই, ভিতৰলৈ কেনি সোমাব পাৰি পৰীক্ষা কৰিছিল। খঙত টিঙিৰি তুলা হৈ তেওঁ তিনিবাৰ এভেন্টাইন শৃঙ্গটোৰ চাৰিওফালে পাক দিলে। তিনিবাৰ তেওঁ শিলে ভেটি থোৱা বাটটোৰেদি ভিতৰ সোমাবলৈ চেষ্টা

কৰিলে। কিন্তু তেওঁৰ যত্ন অথলে গ'ল। পৰিশ্ৰমত ক্লান্ত হৈ তেওঁ ভিনিবাৰ উপত্যকালৈ নামি আহিল। গুহাটোৰ ওপৰৰ পাহাৰ এটাত এটা ওখ টিং আছিল। কাষৰ শিলবোৰ কাটি নিয়াত এই টিংটো একেবাৰে থিয় হৈ পৰিছিল। তাত আছিল অনেক চিকাৰী চৰাইৰ বাহ। দৃশ্যটো সঁচাকৈয়ে আকৰ্ষণীয়। পাহাৰৰ হেলনীয়া অংশটোৰ ফালে টিংটো অলপ হাউলি আছিল আৰু সেইফালেই আছিল নদীখন। হাৰকিউলিছে সোঁফালৰ পৰা তালৈ অতি কষ্টেৰে উঠি গ'ল আৰু টিংটো হাতেৰে ঠেলিবলৈ ধৰিলে। অৱশেষত তেওঁ এনে এটা প্ৰচণ্ড হেঁচা দিলে যে টিংটো ভয়ঙ্কৰ শব্দ কৰি খহি পৰিল। নদী তীৰ বিদীৰ্ণ হৈ গ'ল আৰু নদীখন উভতি ববলৈ ধৰিলে। ফলত কেকাছৰ গুহাৰ ওপৰছোৱা মুকলি হৈ গ'ল। অন্ধকাৰ অভ্যন্তৰ ভাগ দৃষ্টিগোচৰ হ'ল। যেন প্ৰবল আলোড়নৰ ফলত ধৰণী দ্বিধা হ'ল আৰু নৰকৰ দৃশ্য যেন প্ৰতীক্ষ হৈ পৰিল, দেৱতাসকলে ঘৃণা কৰা বিবৰ্ণ প্ৰেতপুৰী যেন প্ৰকাশমান হ'ল আৰু ভিতৰলৈ পোহৰ সোমোৱাত পাতালৰ অন্ধকাৰ গভীৰ গাত থকা প্ৰেতবিলাকৰ যেন হাহাকাৰ লাগিল। নিজৰ গুহাতে আবদ্ধ হৈ থকা কেকাছৰ গাত এতিয়া ৰ'দ পৰিল। সি ভীষণভাৱে গৰজিবলৈ ধৰিলে। হাৰকিউলিছে ওপৰৰপৰা তালৈ লক্ষ্য কৰি, নতুন নতুন অস্ত্ৰৰে গছৰ ডাল আৰু প্ৰকাণ্ড শিলাখণ্ড বৰষিবলৈ ধৰিলে। কেকাছৰ এতিয়া পলাই যোৱাৰ পথ নাছিল। সি অদ্ভুত ধৰণেৰে মুখৰ পৰা ধোঁৱা উলিয়ালে। ঘোৰ অন্ধকাৰে তাৰ গুহা আবৰি ধৰিলে। এই অন্ধকাৰৰ লগতে জুইৰ শিখাও মিলিত হৈ আছিল। হাৰকিউলিছে আৰু সহ্য কৰি থাকিব নোৱাৰিলে। জুইৰ মাজেদিয়েই তেওঁ ধোঁৱাৰ নিবিড়তম অংশত জঁপিয়াই পৰিল। গুহাৰ ভিতৰত ধূম্ৰতৰঙ্গ আৱৰ্তিত হৈছিল। তেতিয়াও নিষ্ফলভাৱে কেকাছে মুখৰ পৰা জুই বাহিৰ কৰি আছিল। তেওঁ তাক খামোচ মাৰি ধৰি মুচৰি পেলালে আৰু অতি জোৰেৰে ডিঙিত চেপা মাৰি ধৰিলে। সেই দুৰ্দ্দম্য চোতাত তাৰ চকু দুটা ওলাই আহিল, নিস্তেজ হৈ ডিঙি শুকাই গ'ল। তাৰ সৰ্বাঙ্গ মথিত হ'ল। তাৰ পিছত তেওঁ তৎক্ষণাৎ অন্ধকাৰ গুহাৰ দুৱাৰবোৰ খুলি দিলে। অপহৃত পশুবিলাক এতিয়া ওলাই পৰিল। আকৃতিহীন মৃত দেহটো বাহিৰলৈ চোঁচোৰাই লৈ যোৱা হ'ল। এই

নৰপশুটোৰ ভয়ঙ্কৰ চকুহাল, মুখখন আৰু বুকুৰ খৰডা মোমবোৰ সকলোৱে হৈঁপাহ পলুৱাই চালে। তাৰ মুখৰ জুই তেতিয়া মুমাই গৈছিল।

"তেতিয়াৰ পৰাই এই উৎসৱ পুৰুষানুক্ৰমে পালন কৰি আহা হৈছে। প্ৰথমে এই দায়িত্ব বহন কৰিছিল পটিটিয়াছে; হাৰকিউলিছ উৎসৱৰ শুৰি পৰাতা পিনাৰিয়ানসকলে পিছত ভাৰ ল'লে। এই হাবিৰ মাজত থকা বেদীটো নিৰ্মাণ কৰিছিল পটিটিয়াছে। এই বেদীটোকেই আমি 'আমাৰ বৃহত্তম বেদী' বুলি অভিহিত কৰো আৰু ই চিৰকাল 'বৃহত্তম' হৈয়ে থাকিব। গতিকে আহাঁক যুৱকসকল, তোমালোকে জয়মাল্য পৰিধান কৰা। সোঁহাতেৰে মদিৰাৰ পাত্ৰ লৈ ভক্তিৰে সেই প্ৰসিদ্ধ বীৰৰ প্ৰতি তৰ্পণ কৰা; দেৱতাসকলক আৱাহন কৰা, তেওঁ আমাৰ কাৰণেই নহয়, তোমালোকৰ পক্ষেও এজন দেৱতা। পবিত্ৰ মনেৰে সুৰাৰ আহুতি দিয়া।" এইদৰে কৈ থাকোঁতেই তেওঁ পপ্লাৰ পাতৰ মালা এধাৰ লৈ, হাৰকিউলিছৰ পুণ্য স্মৃতিত, নিজৰ মূৰত মেৰিয়াই ল'লে। ৰূপালী আৰু সেউজীয়া পাতবিলাক অলঙ্কাৰৰ দৰে ওলমিবলৈ ধৰিলে। তেওঁৰ হাতত আছিল পূজাত ব্যৱহাৰ কৰা কাঠৰ এটা কৰিয়া। তাৰ পিছত সকলোৱে ক্ষিপ্ৰভাৱে আৰু উলাহেৰে ভোজনাধাৰত সুৰাৰ আহুতি দি দেৱতাসকলক উপাসনা কৰিলে।

ইতিমধ্যে অলিম্পাছৰ ক্ৰমাবনত নিম্নদেশত সন্ধ্যা নামিছিল। এতিয়া পটিটিয়াছৰ নেতৃত্বত, প্ৰচলিত প্ৰথা অনুযায়ী চম পৰিহিত এটা যাজকৰ দল হাতত জোৰ লৈ তাত উপস্থিত হ'ল। পুনৰ ভোজন পৰ্ব আৰম্ভ কৰা হ'ল, সকলোৱে নিজে নিজে খাদ্য সামগ্ৰী লৈ আহিছিল। উপচাৰেৰে বেদীখন উপচি পৰিল। ইয়াৰ পিছত আহিল জয়মালা বিভূষিত ছালাইসকল। বেদীৰ অগ্নিকুণ্ডৰ চৌপাশে তেওঁলোকে গীত গাবলৈ আয়োজন কৰিছিল। তেওঁলোক দুটা দলত বিভক্ত হৈছিল। এটা দলত আছিল তৰুণসকল, আনটো দলৰ লোকসকল প্ৰবীণ আৰু অভিজ্ঞ আছিল। হাৰকিউলিছৰ বীৰত্বৰ কাহিনী তেওঁলোকে কীৰ্তন কৰিছিল। কেনেকৈ তেওঁ মাহীমাকে পঠিয়াই দিয়া সাপ দুটা নিজৰ শক্তিৰ পৰিচয় দি চেপা মাৰি মাৰিলে, ট্ৰয় আৰু ইকেলিয়া নামৰ অতি শক্তিশালী

ছুখন নগৰ তেওঁ কেনেকৈ ধ্বংস কৰিলে, জুনোৰ হিংসাৰ ফলত আৰু ভাগ্যৰ বিড়ম্বনাত তেওঁ ইউৰিষ্টিয়াছৰ ভৃত্যৰূপে কেনেকৈ এহেজাৰ অশাঠন কাৰ্য সাধন কৰিলে. এইবিলাকেই তেওঁলোকৰ গীতৰ বিষয় আছিল। "হে অপৰাজেয়, প্ৰবল পৰাক্ৰম প্ৰদৰ্শন কৰি তুমি যুগ্মৰূপধাৰী, মেঘ সম্ভূত, হাইলিয়াছ আৰু ফলাছক বধ কৰিছিলা। ক্ৰীটদেশৰ ভয়ঙ্কৰ ষাঁড় এটো আৰু নিমিয়া পৰ্বতৰ সিংহটোও তোমাৰ হাতত্তে নিহত হৈছিল। তোমাৰ বাহুবল দেখি বৈতৰণী নদী আলোড়িত হৈছিল, ৰক্তাক্ত গহ্বৰত, চৰ্বিত হাড়ৰ ওপৰত পৰি থকা নৰকৰ ৰখীয়া কুকুৰটোও কম্পমান হৈছিল। কোনো ভূত-পিশাচে তোমাক ভীতিগ্ৰস্ত কৰিব পৰা নাছিল. অস্ত্ৰধাৰী, তাল গছৰ দৰে ওখ টাইফিয়াছেও তোমাক আতঙ্কিত কৰিব পৰা নাছিল। লাৰ্ণাৰ-সৰ্পই তোমাক সহস্ৰ ফণাৰে আগুৰি ধৰাৰ সময়তো তুমি বিবুদ্ধি হোৱা নাছিলা। হে জুপিটাৰৰ সুযোগ্য সন্তান, তোমাক নমস্কাৰ, দেৱতাসকলৰ লগত থাকি তুমি তেওঁলোকক অম্লান জ্যোতিৰে জ্যোতিৰ্ময় কৰি তুলিছা। আমাৰ কাষলৈ আহি পূজা গ্ৰহণ কৰা, আমাক অনুগৃহীত কৰা।"

এইদৰেই তেওঁলোকে তেওঁৰ গুণানুকীৰ্তন কৰিছিল। কাহিনীটোৰ মোখনি মাৰিবলৈ তেওঁলোকে কেকাছৰ গহ্বৰ আৰু সেই অগ্নিস্ৰৱা দৈত্যৰ বিষয়ে গীত গাইছিল। সমগ্ৰ বনাঞ্চল সমলয়ৰে মুখৰিত কৰা এই আনন্দৰ সুৰ পাহাৰত প্ৰতিধ্বনিত হৈছিল। পূজা ভগাৰ পিছত মানুহবিলাক নগৰলৈ পদব্ৰজে উভতি গ'ল। ৰজা বুঢ়া হৈছিল আৰু সেইকাৰণে তেওঁ বৰ্টৰে খোজ কাঢ়িছিল। পুতেক আৰু ইনিয়াছ তেওঁৰ ফুকাষে আছিল। ৰজাই নানাবিধ গল্প কৈ পথশ্ৰম অপনোদন কৰিছিল। বিস্ময়ত মুগ্ধ হৈ ইনিয়াছে তেওঁক সতৰ্কভাৱে নিৰীক্ষণ কৰিছিল। তেওঁ ৰজাৰ প্ৰতি বৰ আকৃষ্ট হ'ল আৰু বংমনেৰে তেওঁক পুৰণি কালৰ কথা সুধিছিল। ৰোমত এটা দুৰ্গ প্ৰতিষ্ঠা কৰা ৰজা ইভেণ্ডাৰৰ উত্তৰ তেওঁ গভীৰ মনোযোগেৰে শুনিছিল। "এই অৰণ্যংনত এসময়ত কিন্নৰী, অপেস্বৰী আদিহে আছিল। তাৰ পিছত ইয়াৰ কঠিন গছবিলাকৰ পৰাই এটা জাতিৰ উদ্ভৱ হ'ল। এই মানুহবিলাকে সভ্যতাৰ পোহৰ পোৱা নাছিল। হাল বোৱা, খেতি কৰা আদি কাম সিহঁতৰ অজ্ঞাত আছিল। ফল-মূল খাই আৰু চিকাৰ কৰি সিহঁতে পেট প্ৰবৰ্তাইছিল।

পুতেক জুপিটাৰৰ দ্বাৰা অলিম্পাছৰ সিংহাসনৰ পৰা বিতাৰিত হৈ ছেটাৰ্ণ আহি এইখিনি পালেহি। পৰ্বতে-পাহাৰে বাস কৰা এই মানুহবিলাকক তেওঁ একত্রিত কৰিলে। সিহঁতক শিক্ষা দিয়া সহজ কথা নাছিল। তেওঁ সিহঁতৰ মাজত আইন-কানুন প্ৰবৰ্তন কৰিলে আৰু দেশখনৰ নাম দিলে 'লাটিয়াম'। ইয়াতে তেওঁ সফলভাৱে লুকাই থাকিব পৰাৰ কাৰণেই এই নাম হ'ল। তেওঁৰ শাসনকালত দেশজুৰি সুখ শান্তি বিৰাজ কৰিছিল আৰু সেইকাৰণেই সেই শতাব্দীকেইটাক 'স্বৰ্ণযুগ' বুলি অভিহিত কৰা হয়। কিন্তু তাৰ পিছত অৱনতি আৰম্ভ হ'ল। যুদ্ধ আৰু সম্পত্তিৰ লালসাত মানুহ উন্মাদ হৈ পৰিল। তাৰ পিছত আহিল অছনিয়ান আৰু ছিকানিয়াকবিলাক। ছেটাৰ্ণৰ ৰাজ্যখনৰ নামটোকে সকলোৱে প্ৰায় পাহৰি গ'ল। ভালেমান ৰজা আহিল আৰু গ'ল; তেওঁলোকৰ ভিতৰত টাইব্ৰিছ নামৰ এটা ভয়ঙ্কৰ দৈত্যও আছিল। আমি ইটালীৰ বাসিন্দাসকলে সেই নাম অনুসৰি আমাৰ নদীখনৰ নাম দিছো টাইবাৰ। প্ৰাচীন কালত নদীখনৰ নাম আছিল আলবুলা। এই নাম এতিয়া বিস্মৃতিৰ গৰ্ভত লুপ্ত হৈ গ'ল। নিজৰ দেশৰ পৰা ময়ো নিৰ্বাসিত হ'লো। সেইকাৰণে মই সাগৰৰ উপকূলৰ ফালে যাত্ৰা কৰিছিলো। পিছে অদৃষ্টৰ অমোঘ নিৰ্দেশত মই ইয়াতে বাস কৰিবলৈ ধৰিলো। মোৰ জননী, অপেস্বৰী কাৰমেণ্টিছ আৰু এপলো দেৱতাৰ মুখপাত্ৰসকলৰ ভয়ানক সতৰ্কবাণী শুনি বাধ্য হৈ মই ঠাই বাসস্থান হিচাপে বাছি ল'লো।"

তেওঁৰ কথা প্ৰায় শেষ হৈছিলহে, এনেতে তেওঁ তৎক্ষণাৎ আগবাঢ়ি গৈ ইনিয়াছক প্ৰথমে এটা বেদী আৰু তাৰ পিছত এখন তোৰণ দেখুৱালে। ৰোমানসকলে ইয়াকে কাৰ্মেণ্টেল তোৰণ বুলি অভিহিত কৰিছিল। অপেস্বৰী কাৰ্মেণ্টিছৰ সন্মানিত নাম এইদৰেই স্মৰণীয় কৰা হৈছিল। তেওঁ আছিল এগৰাকী ভাৱদৰ্শিনী। ইনিয়াছৰ সতি-সন্ততিসকলৰ মহত্ত্ব আৰু পালাণ্টিয়ামৰ যশ-গৌৰৱৰ বিষয়ে তেৱেঁই ভৱিষ্যৎবাণী কৰিছিল। ইয়াৰ পিছত ইভেণ্ডাৰে ইনিয়াছক এখন অটব্য অৰণ্য দেখুৱালে। এয়ে আছিল পৰাক্ৰমী ৰমুলাছৰ নিভৃত আবাস। সেমেকা শিল এটাৰ তলতে আছিল লুপাৰকেল, বৃক দেৱতা পানৰ নাম অনুসৰি ইয়াক বৃক-গহ্বৰ বুলি আৰ্কেডিয়ান প্ৰথামতে অভিহিত কৰা হৈছে। ৰজাই তেওঁক আৰ্জিলেটামৰ পবিত্ৰ উপবনখনো

দেখুৱালে। এই ঠাইখনক সাক্ষী ৰাখি তেওঁ অতিথিৰূপে অহা আৰ্গাছৰ মৃত্যু-কাহিনী বৰ্ণনা কৰিছিল। তাৰ পৰা তেওঁ ইনিয়াছক টাপিয়াৰ আলয় আৰু কেপিটললৈ লৈ গ'ল। কেপিটল এতিয়া কাঞ্চন-নিৰ্মিত ; কিন্তু এসময়ত ই আছিল খলা-বমা আৰু হাবি-বনেৰে ভৰা। আনকি সেই প্ৰাচীন কালতে ঠাইখন বৰ ভয়াৰ আছিল। মানুহে ভয়ত সেইফালে মুকে নকৰিছিল ইয়াৰ গছ-গছনি নাইবা শিলবিলাক দেখা পালেই আজিকালিৰ মানুহৰ যেনেকৈ ভয়ত কঁপনি উঠে, সেই সময়তো মানুহৰ তেনে অৱস্থাই আছিল। ইভেণ্ডাৰে পুনৰ ক'বলৈ ধৰিলে, "এই যে গছে-বনে ছাটি থোৱা পাহাৰটো দেখিছা, ইয়াৰে ডাল-পাতে আবৰি থোৱা টিংটোত দেৱতা একন থাকে কিন্তু কোন দেৱতা থাকে মানুহে গম নাপায়। আৰ্কেডিয়ানবিলাকে বিশ্বাস কৰে যে স্বয়ং জুপিটাৰে ক'লা ঢাল এখন সোঁহাতে জোঁকাৰি মেঘ আৰু ধুমুহাৰ সৃষ্টি কৰে। তেওঁলোকে বোলে প্ৰায়ে দেখাও পায়। তাতে দুটা পাহাৰী দুৰ্গও দেখা পাবা। তাৰ প্ৰাচীৰবিলাক এতিয়া ভাগি-ছিগি গৈছে। প্ৰাচীন জাতি এটাৰ স্মৃতিচিহ্ন ৰূপে সিহঁত বিৰাজ কৰিছে। এই দুটা দুৰ্গৰ এটা প্ৰতিষ্ঠা কৰিছিল জনক জেনাছে, আনটো সজাইছিল ছেটাৰ্ণে। সেই মতেই এটাৰ নাম জেনিকুলাম আৰু আনটোৰ নাম ছেটাৰ্ণিয়া। এই নাম দুটা বহুদিনীয়া।" এইদৰে কথা-বাৰ্তা পাতি তেওঁলোক ইভেণ্ডাৰৰ ঘৰ পালেগৈ। ঘৰটোৰ গৰাকীজনৰ অৱস্থা যে টনকিয়াল নহয় সেই কথা কাৰো অবিদিত নাছিল। তাৰ চাৰিওফালে জাক জাক গৰুৱে তেপেলিয়াইছিল ; আধুনিক ৰোমৰ ক'ৰাম আৰু সুদৃঢ় কেৰিণি তাতেই গঢ়ি উঠিছে। ঘৰ পালত ইভেণ্ডাৰে ক'লে, "জয়লাভ কৰাৰ পিছত হাৰকিউলিছেও বেঁকা হৈহে এইখন দুৱাৰ সৰকিব পাৰিছিল। পিছে ৰজাৰ ঘৰৰ ভিতৰখন তেওঁৰ কাৰণেও নিচেই সঙ্কীৰ্ণ নাছিল। অতিথিসকল, ধন-সম্পত্তিৰ প্ৰতি থকা আসক্তি ত্যাগ কৰিবলৈ মনত বল থাকিব লোৱা, তোমালোকে নিজকে এনে ধৰণেৰে গঢ়ি লোৱা যাতে ঈশ্বৰৰ উপযুক্ত সেৱক হ'ব পাৰা। এইখন ঘৰৰপৰা তোমালোকে বৰ বেছি আশা নকৰিবা। কাৰণ আমি দৰিদ্ৰ।" এইবুলি কৈ তেওঁ মহাবলী ইনিয়াছক সেই পৰ্ণ-কুটীৰৰ এচলীয়া চালৰ তলেদি ভিতৰলৈ লৈ গ'ল আৰু বিচনা এখন দেখুৱাই দিলে। গছ-পাতৰ ওপৰত ভালুকৰ ছাল এখন পাৰি এই শোতেলিখন তৈয়াৰ কৰা হৈছিল। এনেতে সন্ধ্যা দেৱীয়ে ক'লা ডেউকাৰে পৃথিৱী আবৰি ধৰিলে।

কিন্তু ইতিমধ্যে লৰেণ্টাইনবিলাকে ভীষণভাৱে যুদ্ধৰ আয়োজন কৰা দেখা পাই ভেনাছৰ মাতৃ মন উচিতভাৱেই ব্যাকুল হৈ পৰিল। তেওঁ তেওঁৰ স্বামীৰ হিৰণ্যময় শয়ন-কক্ষত প্ৰবেশ কৰি স্বৰ্গীয় প্ৰেমৰ মাদকতা ঢালিলে আৰু ভালকানৰ আগত এইদৰে ক'লে, "অদৃষ্টৰ নিৰ্মম নিৰ্বন্ধত, আৰ্গাইভ বীৰসকলে যেতিয়া ট্ৰয়ৰ প্ৰাচীৰ ধ্বংস কৰিছিল, বিধিৰ বিধানমতে যেতিয়া সেই নগৰৰ দুৰ্গ প্ৰাকাৰ বিদ্বেষৰ বহ্নিত জাহ যোৱাটো সুনিশ্চিত আছিল, তেতিয়া মই সেই দুৰ্ভগীয়া জাতিটোৰ হৈ তোমাৰ পৰা অস্ত্ৰ-শস্ত্ৰ বা আন কোনো সাহায্য প্ৰাৰ্থনা কৰা নাছিলো। কাৰণ তোমাক অযথা বিব্ৰত কৰিবলৈ মোৰ ইচ্ছা নাছিল। অথচ প্ৰায়ামৰ পুত্ৰসকলৰ ওচৰত মই বহু প্ৰকাৰে ঋণী আছিলো আৰু ইনিয়াছৰ দুখ-দুৰ্গতি দেখি মই চকুপানী টুকিছিলো। কিন্তু প্ৰিয়তম, এতিয়া জুপিটাৰৰ নিৰ্দেশমতেই ইনিয়াছে ৰুটুলীয়ানবিলাকৰ দেশত অকণমান আশ্ৰয় বিচাৰি পাইছে। আৰু সেইকাৰণেই এতিয়া মই তোমাৰ ওচৰত সামান্য এটি অনুগ্ৰহ ভিক্ষা কৰিব খুজিছো। তুমি দেৱতা প্ৰমুখ্যে সকলোৰে শ্ৰদ্ধাভাজন। মই ইনিয়াছৰ জননী আৰু সেই সূত্ৰেই তোমাক মিনতি কৰাৰ কৈছো, মোৰ পুত্ৰৰ কাৰণে বৰ্ম-কৱচাদি গঢ়ি দিয়া। নেৰিয়াছৰ কন্যা আৰু টিথনাছৰ পত্নীৰ চকুলো দেখি তুমি বিচলিত হৈছিলা। চোৱাচোন, মোৰ অভিভাৱকত্বত থকা জাতিটোক আজি নিৰ্মূল কৰিবলৈ কিমানবিলাক জাতিয়ে মিলিতভাৱে অস্ত্ৰ ধাৰণ কৰিছে। কিমানবিলাক নগৰৰ দুৱাৰ তেওঁলোকৰ কাৰণে বন্ধ হৈ গৈছে। এয়া জানো মোৰ বিৰুদ্ধেই নহয়?" দেৱী ভেনাছে এইদৰে ক'লে। তেওঁৰ স্বামীয়ে প্ৰথমতে অলপ সঙ্কোচ কৰিছিল; কিন্তু তেওঁ শুভ্ৰ হাত দুখনিৰে তেওঁক নিবিড়ভাৱে সাৱটি ধৰি, প্ৰণয়ৰ আলিঙ্গনেৰে তেওঁক একেবাৰে বশ কৰি পেলালে। আৰু সচৰাচৰ যেনে হয়, ঠিক সেইদৰেই হঠাতে তেওঁ কামানলত দগ্ধ হ'ল। এটি উত্তেজনা তেওঁৰ অস্থি-মজ্জাৰ মাজেদি প্ৰবাহিত হ'ল। সশব্দে বজ্ৰপাত হওতে সৌদামিনীৰ জ্বলন্ত শিখাই ঘনমেঘ বিদীৰ্ণ কৰে। এতিয়া তেওঁৰো তেনে অৱস্থাই হৈছিল। ভেনাছে তেওঁৰ অৱস্থাটো বুজিব পাৰিছিল। নিজৰ সৌন্দৰ্যৰ বিষয়ে তেওঁ সম্পূৰ্ণ সচেতন আছিল আৰু এতিয়া তেওঁৰ কৌশলটো কামত অহা দেখি তেওঁ মনে মনে বৰ আনন্দ পাইছিল। প্ৰেমৰ ভেঙিব নোৱৰা শিকলিৰে বান্ধ খাই এতিয়া প্ৰবীণ দেৱতাজনে ক'লে, "তুমি হুল এটা বিচাৰি ইমান ছলাবলনো

ক্ৰিয় কৰিব লাগিছে ? দেৱী, তোমাৰ মোৰ ওপৰত অকণো আস্থা নাইনেকি ? আনকি তাহানি কালতো, তোমাক আজিৰ দৰে ব্যাকুল হোৱা দেখা হ'লে, মই কাৰো কোনো ক্ষতি নকৰাকৈয়ে তোমাৰ ট্ৰজানবিলাকক অস্ত্ৰ-শস্ত্ৰ দিব পাৰিলোহেঁতেন। পৰম পিতাই বোলা বা অদৃষ্টই বোলা, তেওঁলোকেতো ট্ৰয়ক সাজ্ হ'বলৈ নতুবা প্ৰায়ামক আৰু দহ বছৰ জীয়াই থাকিবলৈ নিষেধ কৰা নাছিল। আৰু এতিয়া তুমি যদি যুদ্ধৰ কাৰণে প্ৰস্তুত হৈছা আৰু এয়ে যদি তোমাৰ একান্ত বাসনা, তেন্তে তোমাৰ বিননি বন্ধ কৰা. মোৰ যিখিনি বিদ্যা আছে, সেয়া যদি তোমাৰ কামত লাগে: লোহা নাইবা সোণ-ৰূপ গলাই ভাটিৰ জুইৰে কিবা যদি গঢ়িব পাৰি, তেন্তে মই সেই সকলোখিনিয়ে কৰি দিম, তুমি চিন্তা কৰিব নালাগে। তোমাৰ যি শক্তি আছে সেই বিষয়ে সন্দিহান হোৱাৰ প্ৰয়োজন নাই।" এইবুলি কৈ তেওঁ কামনাত বিহ্বল হৈ ভেনাছক সাবটি ধৰিলে। অৱশেষত পত্নীৰ বুকুত মূৰ থৈ তেওঁ টোপনি গ'ল : সেই টোপনিয়ে তেওঁৰ অঙ্গ-প্ৰত্যঙ্গত তৃপ্তিৰ বোল সানি দিলে।

যামিনীৰ দ্বিতীয় প্ৰহৰ তেতিয়া পাৰ হৈ গৈছিল। তেওঁৰ এঘুমটি পুৰ হ'ল আৰু টোপনি ভাগিল। এনে সময়তে মিনাৰ্ভাৰ কিঞ্চিৎ সাহায্যত এগৰাকী গৃহিণীয়ে সাৰ পাই বোৱা-কটা কৰিবলৈ আৰম্ভ কৰে, কাৰণ সেয়েই তেওঁৰ জীৱন-নিৰ্বাহৰ উপায়। ছাইৰ তলৰ পৰা জুইকুৰা জ্বলাই লৈ বাতি এডোখৰৰ পৰাই তেওঁ লিগিৰাবিলাকক বস্তিৰ পোহৰত কাম কৰিবলৈ লগাই দিয়ে, বৈবাহিক পবিত্ৰতা অটুট ৰাখিবলৈ আৰু আমা-ডিমা ল'ৰাকেইটিক লালন-পালন কৰিবলৈ তেওঁ এই কাম কৰিব লগা হয়। ঠিক সেই সময়তে, আৰু সদৃশ মনোবলেৰে, আগ্নেয় শক্তি নিয়োগ কৰিব পৰা এই দেৱতাজনে সুকোমল শয্যাৰপৰা গাত্ৰোত্থান কৰি কমাৰশালৰ ওচৰত কাম কৰিবলৈ বহিল। চিচিলীৰ কাষতে থকা ইয়লিয়ান লিপাৰৰ সমীপৱৰ্তী সমুদ্ৰত এটা দ্বীপ আছে। এই দ্বীপটোত আছে এটা ওখ শিলাময় পাহাৰ আৰু সাগৰৰ পানী খুন্দা খাই তাত ডাবৰৰ সৃষ্টি কৰে। তাতে মাটিৰ তলত এটা সুৰঙ্গযুক্ত গহ্বৰ আছে। এই সুৰঙ্গ এটনাৰ লগত সংযুক্ত। ছাইক্লপ্স-বিলাকে কমাৰ শালৰ কাৰণে নিৰ্মাণ কৰা এই সুৰঙ্গত মেঘ গৰ্জনৰ দৰে শব্দ হয়। কাৰণ তাত নিয়াৰিৰ ওপৰত হাতুৰিৰ কোব পৰি গুম্ গুমনিৰ সৃষ্টি হয়। শিলৰ মাজত থকা খুপৰিবিলাকত লোহা গৰম কৰোতে প্ৰবলভাৱে

কোঁচকোঁচনি উঠে আৰু অগ্নিকুণ্ডবিলাকত জুইৰ শিখাবিলাক ভয়ানকভাৱে কঁপি থাকে। এই দ্বীপটোৱেই ভালকানৰ আলয় আৰু তাৰ নাম ভালকানিয়া।

আগ্নেয় শক্তিৰ অধিকাৰী দেৱতাজন তেতিয়াই স্বৰ্গৰ পৰা এই দ্বীপটোলৈ নামি আহিল। এই বিশাল গুহাত ছাইক্লপবিলাকে কমাৰৰ কাম কৰিছিল। তাত আছিল ব্ৰন্টিছ, ষ্টেৰপিছ আৰু অনাবৃত দেহাৰ পাইৰাকমন। তেওঁলোকে হাতেৰেই এডাল বজ্ৰ গঢ়ি আছিল; তাৰ এটা অংশ সম্পূৰ্ণ হৈ চিকমিকাই আছিল, কিন্তু আনটো অংশৰ কাম তেতিয়াও শেষ হোৱা নাছিল। পৰম পিতাই এনেকুৱা বজ্ৰকে বিস্তীৰ্ণ আকাশৰ পৰা পৃথিবীলৈ অবিৰামভাবে নিক্ষেপ কৰে। এই বজ্ৰত শৃতাৰ নেচাৰ দৰে বৰষুণৰ তিনিটা পাক, তিনি তৰপ ডাৱৰ, তিনিটা অগ্নিপিণ্ড আৰু তিনিজাক ধুমুহা সংলগ্ন কৰা হৈছিল। তাৰ লগত তেওঁলোকে সংযোগ কৰিছিল ভীতিসূচক চমকনি, প্ৰতিহিংসামূলক অগ্নিৰ গৰ্ভত নিহিত হৈ থকা উৰন্ত ক্ৰোধৰ বিভীষিকা আৰু প্ৰচণ্ড আঘাত। আনবিলাকে মাৰ্ছৰ কাৰণে অতি ততাতৈয়াকৈ ৰথ নিৰ্মাণ কৰিছিল। উৰণীয়া চকাৰ এনেকুৱা ৰথত আৰোহণ কৰিয়ে তেওঁ নগৰে নগৰে যোদ্ধাসকলক উত্তেজিত কৰে। আৰু তৈয়াৰ কৰা হৈছিল এখন ভয়ঙ্কৰ ঢাল। সাধাৰণতে অশান্তিৰ সময়ত এথেনীয়ে এনে ঢাল ধাৰণ কৰে। ছাইক্লপবিলাকে অতি আগ্ৰহেৰে ঢালখনৰ ক্ষোদিত কৰা সাপৰ সোণোৱালী বাকলি আৰু দুয়ো কালৰ পৰা ফেট তুলি থকা সাপবিলাক উজ্জ্বল কৰি তুলিছিল। দেৱীৰ বক্ষৰ কাৰণে নিৰ্মিত হৈছিল গৰ্গনৰ শিৰ; সদ্যছিন্ন এই শিৰত গৰ্গনৰ চকু তেতিয়াও ঘূৰ্ণিত হৈ আছিল। ভালকানে ক'লে, "এইবিলাক কাম এতিয়া সামৰি থোৱা। এটনাৰ ছাইক্লপসকল, মোৰ কথা মন দি শুনাহঁক। এজন দুঃসাহসী, মৰণশীল মানুহৰ কাৰণে আমি এতিয়া অস্ত্ৰ নিৰ্মাণ কৰিব লাগে। ইয়াৰ কাৰণে তোমালোকৰ শৰীৰৰ শক্তি, লঘুহাত আৰু অতুলনীয় দক্ষতাৰ প্ৰয়োজন। এক মুহূৰ্তও পলম নকৰিবা।" তেওঁ আৰু একোকে কোৱা নাছিল। ছাইক্লপবিলাকে কামবিলাক ভগাই লৈ ততালিকে নিপুণ হাতেৰে কৰি যাবলৈ ধৰিলে। নলীৰ মাজেদি ব্ৰঞ্জ আৰু খাটি সোণৰ সোঁত বৈ গ'ল আৰু প্ৰকাণ্ড অগ্নিকুণ্ডত লোহা গলোৱা হ'ল। তেওঁলোকে এনে এখন বিয়াগোম ঢাল তৈয়াৰ

কৰিলে যিখনৰ সহায়ত লাটিয়ামৰ সমস্ত ক্ষেপণাস্ত্র নিবাৰণ কৰিব পাৰি। কিছুমানে ভাটি মাৰি বায়ুপ্রবাহৰ সৃষ্টি কৰিলে। উত্তপ্ত ব্রঞ্জ পানীত জুবুৰিয়াওঁতে ভীষণ ফোঁচফোঁচনি হৈছিল। হাতুৰিৰ শব্দত গুহাটো গুম্‌গুমাই উঠিছিল। সমস্ত শক্তি প্রয়োগ কৰি তেওঁলোকে ছন্দময় গতিৰে অস্ত্রবিলাক নিৰ্মাণ কৰিলে আৰু এই ধাতৱ পদাৰ্থবিলাক চেপেনাৰে ধৰি লৰাই ছৰাই থাকিল।

লেম্‌নছত পুঁজিত এই বিশ্বকমাজনে ইয়লিয়া অঞ্চলত ক্ষিপ্রভাবে কাম কৰি থকা সময়ত উষাদেৱীয়ে পোহৰ বিলাই সুপ্ত ধৰাত প্রাণৰ সঞ্চাৰ কৰিলে; প্রভাতী পক্ষীৰ গানত ইভেণ্ডাৰে সাৰ পালে আৰু তেওঁ ক্ষুদ্র কুটীৰটিৰ পৰা ওলাই যাবলৈ উপক্রম কৰিলে। বৃদ্ধ ৰজাজনে শুই উঠি বস্ত্র পৰিধান কৰিলে, আৰু ভৰিত ইট্রুস্কান পাদুকা বান্ধি ল'লে। তাৰ পিছত তেওঁ কান্ধত এখন তৰোৱাল আঁৰি ল'লে, বাওঁ হাতত পৰি থকাকৈ বাঘছাল এখনো গাত মেৰিয়াই ল'লে। তেওঁৰ লগত দুটা পহৰা দিয়া কুকুৰ আছিল। সিহঁত তেওঁতকৈ আগতেই আগকালৰ দুৱাৰমুখ পাই এাতয়া তেওঁৰ পিছে পিছে যাবলৈ ধৰিলে। ইনিয়াছ থকা ঘৰটোলৈ তেওঁ খোজ দিছিল, তেওঁ আছিল এক কথাৰ মানুহ, আৰু এতিয়া তেওঁ তেওঁৰ অতিথি-জনক দিয়া আশ্বাসৰ কথা সুঁৱৰিছিল। তেওঁৰ দৰেই, ইনিয়াছেও নিচেই পুৱাতে শেতেলি এৰি ইফাল সিফাল কৰি ফুৰিছিল। ইভেণ্ডাৰৰ লগে লগে তেওঁৰ পুতেক পালাছ গৈছিল আৰু ইনিয়াছৰ কাষত আছিল একেটিছ। তেওঁলোকে মিলিত হৈ কৰমৰ্দন কৰিলে। তাৰ পিছত তেওঁলোকে সুবিধা-জনকভাবে ঘৰটোৰ মাজতে ভালকৈ বহি লৈ কথা পাতিবলৈ আৰম্ভ কৰিলে।

ৰজাই প্ৰথমে মাত লগালে, "ট্ৰয়ৰ নেতাসকলৰ ভিতৰত তুমিয়েই শ্ৰেষ্ঠ। তুমি জীয়াই থকামানে মই কেতিয়াও বিশ্বাস কৰিব নোৱাৰো যে ট্ৰয় ৰাজ্য আজি আৰু নাই আৰু ট্ৰয়বাসীসকল আজি সম্পূৰ্ণ পৰাজিত। এই প্ৰসিদ্ধ নামটোৰ লগত সামঞ্জস্য ৰাখি তোমালোকলৈ যুদ্ধৰ কাৰণে বিশেষ সহায় আগবঢ়াবলৈ আমাৰ সামৰ্থ্য নাই। আমাৰ একালে আছে ইট্ৰুস্কান নদী আৰু আনফালে আছে ৰটুলীয়ানবিলাক। আমাৰ প্ৰাচীৰৰ চৌদিশে শুনো সিহঁতৰ অস্ত্ৰৰ ঝনঝননি। কিন্তু মই কেইটামান শক্তিশালী

জাতিক তোমালোকৰ পক্ষ অৱলম্বন কৰিবলৈ অনুৰোধ কৰিব পাৰো। তেওঁলোকৰ ৰাজ্যবিলাক সমৃদ্ধিশালী আৰু তেওঁলোকৰ যথেষ্ট সা-সুবিধা আছে।

"অপ্ৰত্যাশিত সৌভাগ্যৰ কাৰণেই আমি এই সুযোগ-সুবিধাবিলাক পাম বুলি ভাবিছো। অদৃষ্টৰ হাত আছে বাবেহে তুমি ইয়াত উপস্থিত হ'ব পাৰিছা। আজিলা নগৰলৈ ইয়াৰ পৰা বৰ বেছি বাট নহয়, প্ৰাচনী যি প্ৰস্তৰৰ ওপৰত নগৰখন প্ৰতিষ্ঠিত হৈছিল, নাগৰিকসকল আজিয়ো তাতেই বাস কৰি আছে। বহুত দিনৰ আগতে ইট্ৰুৰিয়াৰ এই পৰ্বত শ্ৰেণীৰ মাজত লিডিয়াৰ পৰা অহা এটা যুঁজাৰু জাতিয়ে এখন উপনিবেশ স্থাপন কৰিছিল। বহু বছৰ ধৰি আজিলাই উন্নতিৰ পথত আগবাঢ়ি যাব পাৰিছিল। পিছে মেজেন্টিয়াছ নামে ৰজা এজনে নৃশংস সৈন্যবাহিনী এটাৰ সহায়ত নগৰখনত অত্যাচাৰ চলায়। এই স্বেচ্ছাচাৰী ৰজাই ৰক্তপাতৰ উন্মাদ লিপ্সাত কিমানবিলাক কু-কাৰ্য কৰিলে, সেইবিলাক মই উল্লেখ কৰিব খোজা নাই। তেওঁ যিবিলাক দুষ্কৰ্ম কৰিলে তাৰ বাবে দেৱতাসকলে তেওঁক আৰু তেওঁৰ সতি-সন্ততিক শাস্তি দিয়ক। কিনো ক'ম বাৰু? তেওঁ জীৱন্ত মানুহক গেলা-পচা মৰাশৰ লগত হাতত আৰু মুখত মুখ লগাই বান্ধি দিছিল। কি বিভৎস শাস্তি! এই যন্ত্ৰণাদায়ক আলিঙ্গনত আবদ্ধ হৈ, গলিত মৃতদেহৰ দূষিত সান্নিধ্যত বহুত মানুহ তিলতিলকৈ মৰিছিল। অৱশেষত প্ৰজাবিলাকে তেওঁৰ দুৰ্নিবাৰ ৰক্তলালসা আৰু সহি থাকিব নোৱাৰিলে। তেওঁলোকে অস্ত্ৰে-শস্ত্ৰেৰে গৈ ৰাজকাৰেং আক্ৰমণ কৰি ৰজাৰ পালি-পহৰীয়াবিলাকক হত্যা কৰিলে আৰু ঘৰটো জ্বলাই দিলে। কিন্তু এই হত্যাকাণ্ড চলি থাকোতেই ৰজা পলাই গৈ ৰুটুলিয়ানবিলাকৰ দেশ পালেগৈ। টাৰ্ণাছ আছিল তেওঁৰ অতিথি-বন্ধু আৰু তাতেই তেওঁ আশ্ৰয় লাভ কৰিলে। এতিয়া ইট্ৰুৰিয়াৰ সকলো প্ৰজাই ন্যায্যভাবেই প্ৰতিশোধ ল'বৰ কাৰণে অস্থিৰ হৈ পৰিছে আৰু অচিৰে যুদ্ধ কৰিব বুলি ভয় দেখুৱাই ৰজাক মৃত্যুদণ্ড দিবৰ কাৰণে তেওঁলোকৰ হাতত সমৰ্পণ কৰিবলৈ দাবী কৰিছে। ইনিয়াছ, তেওঁলোকক সদলবলে পৰিচালিত কৰিবলৈ মই তোমাক সক্ষম কৰিম। কাৰণ তেওঁলোকৰ নৌ-বাহিনী উপকূলত সজ্জিত হৈ আছে আৰু যুদ্ধ যাত্ৰাৰ আদেশৰ কাৰণে অধৈৰ্যভাৱে প্ৰতীক্ষা কৰিছে। কিন্তু এজন মঙ্গলতীয়েহে, ভৱিষ্যত বাণীৰ দ্বাৰা তেওঁলোকক ইমান দিনে যাবলৈ দিয়া

নাই। তেওঁ কয়, 'লিভীয়াৰ ৰাছকবনীয়া বীৰসকল, তোমালোক এই প্ৰাচীন জাতিটোৰ সাহসৰ প্ৰতীক, তোমালোকৰ ক্ৰোধৰ যথেষ্ট কাৰণ আছে আৰু সেয়েহে তোমালোকে শত্ৰুৰ বিৰুদ্ধে ৰণ কৰিব খুজিছা। মেজেন্টিয়াছৰ প্ৰতি থকা তোমালোকৰ ৰোষ অতি যুক্তিযুক্ত। কিন্তু তোমালোকে এটা কথা জনা উচিত যে ইটালীৰ কোনো মানুহেই তোমালোকৰ নিচিনা এটা পৰাক্ৰমী জাতিক শাসন কৰিব নোৱাৰে। গতিকে তোমালোকে এজন বিদেশী বীৰৰ সন্ধান কৰা।' ইয়াকে শুনি ইট্ৰুস্কান সৈন্য বাহিনীয়ে দৈৱবোষৰ ভয়ত এতিয়া সমতল অঞ্চলত ছাউনি পাতি আছে। টাৰকণে নিজে মোৰ ওচৰলৈ কটকী পঠাইছিল। তেওঁলোকে লগত ৰাজমুকুট আৰু ৰাজদণ্ড লৈ আহিছিল। তেওঁ ইচ্ছা প্ৰকাশ কৰিছিল যে মই ৰাজ-সম্পত্তি গ্ৰহণ কৰি সেই ৰাজ্যৰ সিংহাসনত আৰোহণ কৰো আৰু তেওঁলোকক নেতৃত্ব দিওঁ। কিন্তু মোৰ বয়সে ভাটি দিলে, মই এতিয়া জৰাজীৰ্ণ হৈ পৰিছো। সেনা-পতি হৈ বীৰৰ দৰে যুঁজ কৰিবলৈ এতিয়া মোৰ শক্তি নাই। মোৰ ল'ৰাটোকে মই কলোহেঁতেন, পিছে তাৰ গাত দুটা জাতিৰ তেজ আছে। তাৰ মাক ছাবেলিয়ান। কিন্তু ভাগ্যৰ বলত তোমাৰ বয়সো আছে, বংশ-গৌৰৱো আছে। তুমি অকল ট্ৰজানবিলাকৰে পৰাক্ৰমী নেতা নহয়, দেৱতা-সকলৰ নিৰ্দেশমতে তুমি ইটালীয়ানবিলাককো পৰিচালনা কৰিব লাগিব। তোমাৰ পথেদি তুমি আগবাঢ়ি যোৱা। তদুপৰি মই তোমাৰ লগত পালাছকো পঠাম। সিয়েই এতিয়া মোৰ আশা-ভাৰসাৰ স্থল। তোমাৰ তত্বাবধানত থাকি সি মাৰ্ছৰ ভয়াবহ ৰণনীতি আয়ত্ত কৰক। তোমাৰ বীৰত্ব সি লক্ষ্য কৰি থাকক। এই কোমল বয়সৰ পৰাই সি তোমাৰ সহচৰ হওক। মই তাৰ লগত দুশ অশ্বাৰোহী সেনা দিম। তেওঁলোক আমাৰ দেশৰ বাছকবনীয়া ডেকা। পালাছে অকলেই সিহঁতৰ সমানে সমানে তোমাক সহায় কৰিব।"

তেওঁৰ কথা শেষ হোৱাই নাছিল; এক্কাইচিছ-নন্দন ইনিয়াছে তেওঁৰ বিশ্বস্ত বন্ধু একেটিছৰ সৈতে তললৈ মূৰ কৰি থিয় হৈ আছিল; নিসঙ্গ বিষণ্ণতাৰ নীৰৱ পৰিবেশত তেওঁলোকৰ অন্তৰ দুশ্চিন্তাৰে পূৰ্ণ হৈছিল। এনেতে অকস্মাতে ছাইথেৰীয় ভেনাছে নিৰ্মল আকাশৰ পৰাই সঙ্কেত দিলে। কাৰণ হঠাতে শূন্যত বিজুলীৰ চমকনি দৃষ্টিগোচৰ হ'ল আৰু বজ্ৰপাতৰ শব্দত যেন গোটেই সৰগখন খহি পৰিল। ইট্ৰুস্কান ৰণভেৰীৰ তুমুল ধ্বনিয়ে

যেন সমগ্ৰ দেশখন মুখৰিত কৰিলে। তেওঁলোকে মূৰ তুলি চালে। বাৰে বাৰে একেটা শব্দই কাণত পৰিল। এনেতে তেওঁলোকে আকাশৰ এটা মুকলি অংশত বৰ্ম-কবচাদি দেখিবলৈ পালে। নিৰ্মল বতাহত বক্তিম ৰূপেৰে আবিৰ্ভাব হোৱা এই কবচে মেঘ গৰ্জনৰ দৰে শব্দ কৰিছিল। সকলোবিলাক ভয়ত বিবৰ্ণ হ'ল। কিন্তু ট্ৰয়ৰ বীৰ পুঙ্গৱে এই শব্দত তেওঁৰ জননী দেৱী ভেনাছৰ প্ৰতিশ্ৰুতিৰ সন্ধান পালে। তেওঁ ক'লে, "হে বিদেশী বন্ধু, এই আশ্চৰ্য ঘটনাৰ পৰিণাম কি হ'ব সেই বিষয়ে আপুনি আৰু অনুসন্ধান কৰাৰ প্ৰয়োজন নাই। এয়া, অলিম্পাছে মোক আহ্বান কৰিছে। মোৰ মাতৃ-দেৱীয়ে আগতীয়াকৈয়ে যুদ্ধৰ সম্ভাৱনা দেখা পালে তেওঁ এনে চিন দেখুৱাৰ আৰু ভালকানৰ দ্বাৰা বৰ্ম-কবচ আকাশীপথেদি মোলৈ প্ৰেৰণ কৰিব। হায়, কি দুখৰ কথা! দুৰ্ভগীয়া লৰেণ্টাইন জাতিটোৰ কাৰণে এক ভয়াবহ প্ৰলয় অপেক্ষা কৰি আছে! টাৰ্ণাছ, তুমি ইয়াৰ বাবে মোৰ পৰা যি প্ৰতিফল পাবা সি অতি ভয়ংকৰ। আৰু হে পিতা টাইবাৰ, কিমান সাহসী যোদ্ধা, কিমান ঢাল আৰু শিৰস্ত্ৰাণ, তোমাৰ তৰঙ্গিত বক্ষৰ ওপৰেদি ভাহি যাব। এতিয়া সিহঁতে সন্ধিৰ চৰ্ত ভঙ্গ কৰক। যুদ্ধৰ কাৰণে সিহঁত উন্মাদ হৈ পৰক।"

ইয়াকে কৈ তেওঁ ওখ আসনৰ পৰা গাত্ৰোত্থান কৰিলে। প্ৰথমে তেওঁ হাৰকিউলিছৰ প্ৰতি উৎসৰ্গিত পৱিত্ৰ যজ্ঞ-কুণ্ডত জুই জ্বলাই দিলে। তাৰ পিছত তেওঁ আনন্দমনেৰে আগদিনাই ধৰি থোৱা জুইকুৰাৰ ওচৰ চাপিল। ঘৰাঘৰীয়া ইষ্ট দেৱতাসকলক তাতেই প্ৰতিষ্ঠা কৰা হৈছিল। তাৰ পিছত ইভেণ্ডাৰ আৰু ট্ৰজানসকলে সমানে অংশ গ্ৰহণ কৰি কিছুমান বছা বছা দুবছৰীয়া ভেড়া আনুষ্ঠানিকভাৱে বলি দিলে। অৱশেষত ইনিয়াছে জাহাজ-ঘাটলৈ গৈ তেওঁৰ সঙ্গীসকলক লগ ধৰিলে। তেওঁলোকৰ মাজৰ পৰা কেইজন-মান অসম সাহসী বীৰক যুঁজৰ কাৰণে কৰিবলগীয়া হোৱা দৈত্যকাৰ্যত তেওঁৰ লগত যাবৰ কাৰণে বাছি ল'লে। বাকীবিলাকে ভটিয়নী সোঁতত নাও মেলি দিলে, কাৰণ এস্কেনিয়াছক পিতাকৰ সকলো খা-খবৰ দিবলৈ তেওঁলোক উভতি যাব লগা হ'ল। ইয়াৰ পিছত ইট্ৰুস্কান দেশলৈ যাবলৈ ওলোৱা ট্ৰজানবিলাকক একোটাকৈ ঘোঁৰা দিয়া হ'ল। ইনিয়াছৰ কাৰণে যোগাৰ কৰা হ'ল এটা বিশেষভাৱে নিৰ্বাচিত অশ্ব। এখন বঙা-মুগা সিংহৰ ছালেৰে ঘোঁৰাটো সজ্জিত কৰা হৈছিল। সোণ-চৰোৱা নখবিলাক তললৈ ওলমি আছিল।

এতিয়া এটা জনৰৱ সক নগৰখনত বনজুইৰ দৰে বিয়পি পৰিল। ইট্ৰুস্কান ৰাজপ্ৰাসাদলৈ এটা অশ্বাৰোহী দলে যাত্ৰা কৰিছে বুলি মানুহে কোৱা-কুই কৰিবলৈ ধৰিলে। মাতৃসকলে ভয়ত ঘনাই ঘনাই প্ৰাৰ্থনা কৰিছিল। তেওঁলোকৰ ভয়ৰ অনুপাতে বিপদো বাঢ়িল। যুদ্ধৰ বিভীষিকা পূৰ্বতকৈ স্পষ্টভাৱে দৃষ্টিগোচৰ হ'ল। বিদায় দিয়াৰ সময়ত ইভেণ্ডাৰে পুতেকৰ সৌহাতত ধৰিলে আৰু শোকত জৰ্জৰিত হৈ তেওঁক আলিঙ্গন কৰিলে; তেওঁ কান্দি কান্দি ক'লে, "হায়, জুপিটাৰৰ কৃপাত আজি যদি বিগত দিনবিলাক ঘূৰাই পালোহেঁতেন! প্ৰিনেষ্টিৰ প্ৰাচীৰৰ তলত মই সিহঁতৰ অগ্ৰবৰ্তী সৈন্যবিলাক বিনাশ কৰি জয়লাভ কৰিছিলো। শত্ৰুৰ ৰাশীকৃত ঢালত মই অগ্নিসংযোগ কৰিছিলো আৰু নিজহাতেৰে ৰজা ইকলাছক বধ কৰিছিলো। শুনিলে এতিয়া হাঁহি উঠে, যদিও কথাটো সত্য যে জন্মৰ সময়ত মাক ফেৰণীয়াই ইকলাছক তিনিটা জীৱন দান কৰিছিল। ফলত তেওঁ তিনিবাৰ অস্ত্ৰ-শস্ত্ৰ লৈ যুঁজিব পাৰিছিল আৰু তিনিবাৰৰ মৃত্যুহে তেওঁৰ প্ৰাণ ল'ব পৰা গৈছিল। কিন্তু সেই সময়ত মই এই হাতেৰেই তিনিবাৰ তেওঁক যুদ্ধত ঘটুৱাই বৰ্ম-কবচ হৰণ কৰি তেওঁৰ মৃত্যু ঘটাইছিলো। তেতিয়াৰ বয়স ঘূৰাই পোৱা হ'লে আজি আমাৰ বিচ্ছেদ নহ'লহেঁতেন। মোৰ পুতাই, মেজেণ্টিয়াছেও মোক উপেক্ষা কৰি ইমানবিলাক মানুহৰ প্ৰাণ ল'ব নোৱাৰিলেহেঁতেন, নগৰখনেও ইমানবিলাক মানুহ নেহেৰুৱালেহয়। আহ, মই সীমান্তৰ ৰাজ্যখনত থকা-নথকা একেই হ'ল। কিন্তু হে সৰগৰ দেৱতা-সকল, হে পৰম পিতা জুপিটাৰ, তোমালোকক মিনতি কৰিছো, আমাৰ প্ৰতি সদয় হোৱা। আৰ্কেডিয়াৰ এই ৰজাজনৰ প্ৰাৰ্থনা, এজন পিতৃৰ প্ৰাৰ্থনা শ্ৰৱণ কৰা। তোমালোকৰ ঐশ্বৰিক অভিলাষ আৰু ভাগ্যলিপি অনুসাৰে পালাছ যদি নিৰাপদে জীয়াই থাকে, আৰু তাক পুনৰ দেখা পোৱাটো যদি মোৰ কপালত আছে, তেনে'হলে তোমালোকক মিনতি কৰিছো, মোকো সিমান দিন জীয়াই ৰাখা। মোৰ যিমানেই দুখ-কষ্ট নহওক, মই সকলো সহ্য কৰি যাম। কিন্তু হে নিয়তি, তোমাৰ মনত যদি কিবা নিষ্ঠুৰ অভিপ্ৰায় আছে, তেন্তে এই মুহূৰ্ততে মোৰ এই দুখময় জীৱনৰ অৱসান ঘটোৱা। মোৰ উৎকণ্ঠিত মনত এতিয়াও সন্দেহ আছে, ভৱিষ্যতৰ বিষয়ে মই অনিশ্চিত, শেষ বয়সত জন্ম হোৱা এই ল'ৰাটিয়েই মোৰ একমাত্ৰ আনন্দৰ

স্থল। কিবা এটা বেয়া বাতৰি পোৱাৰ আগতেই মোক মৰণে সাবটি লওক।”

এয়ে আছিল পিতৃৰ ঐকান্তিক প্ৰাৰ্থনা, বিদায়ৰ ঠিক আগ মুহূৰ্তত। তাৰ পিছত তেওঁ অচেতন হৈ মাটিত ঢলি পৰিল। অনুচৰবিলাকে তেওঁক কাৰেঙৰ ভিতৰলৈ লৈ গ'ল।

আৰু ইতিমধ্যে অশ্বাৰোহীসকল নগৰৰ উন্মুক্ত দুৱাৰ পাৰ হৈ গ'ল। একেবাৰে আগত আছিল ইনিয়াছ আৰু বিশ্বস্ত একেটিছ। তেওঁলোকৰ পিছত আছিল ট্ৰয়ৰ সম্ভ্ৰান্ত লোকসকল। সেই সমদলটোৰ ঠিক মাজতে আছিল পালাছ। ৰংচঙীয়া সাজ-পাৰ আৰু বৰ্ম-কবচ পৰিধান কৰি তেওঁ সকলোৰে দৃষ্টি আকৰ্ষণ কৰিব পাৰিছিল। তেওঁ আছিল নক্ষত্ৰমণ্ডলীৰ ভিতৰত ভেনাছে সকলোতকৈ ভাল পোৱা পুৱতি তৰাটিৰ নিচিনা, সাগৰৰ ঢৌৰ মাজৰ পৰা ওলাই আহি পবিত্ৰ জ্যোতিৰে আকাশত উদয় হোৱাৰ লগে লগে অন্ধকাৰ আঁতৰি যায়। জননীসকল সন্ত্ৰস্ত হৈ নগৰৰ প্ৰাচীৰৰ ওপৰত থিয় হৈ আছিল; অশ্বাৰোহীসকলৰ উজ্জ্বল বৰ্ম-কবচ আৰু ধূলিৰ ডাৱৰলৈ তেওঁলোকে সতৃষ্ণ নয়নেৰে চাই আছিল। অস্ত্ৰ-শস্ত্ৰেৰে সজ্জিত এই সৈন্যদলটোৱে হাবি-বনৰ মাজেদি গন্তব্য স্থানলৈ পোনাই দিছিল। উচ্চৈঃস্বৰে আদেশ ঘোষিত হ'ল, তেওঁলোক শ্ৰেণীবদ্ধ হ'ল, অশ্বক্ষুৰৰ চতুষ্পাদী অশনি নিৰ্ঘোষত অসমতল উপত্যকা কম্পমান হ'ল। শীতল ছিৰী নদীৰ পাৰত এখন অটব্য অৰণ্য আছে। অতীতৰে পৰা এই অৰণ্যখন সকলোৱে শ্ৰদ্ধাৰ চকুৰে চায়। এপাৰী বক্ৰিম পাহাৰে এই বন বেৰি আছে। হাবিৰ মুকলি ঠাইবিলাকত প্ৰহৰীৰ দৰে থিয় হৈছে প্ৰকাণ্ড সৰল গছ। অতি প্ৰাচীন কালত, লাটিম ভূমিৰ আদিম অধিবাসী পেলাস্থিয়ানসকলে এই অৰণ্য কৃষি ক্ষেত্ৰৰ দেৱতা ছিল-ভানাছৰ প্ৰতি উছৰ্গা কৰি এটা উৎসৱ পালন কৰিছিল। তেওঁলোকৰ গৰু-ম'হবিলাকো ইয়াতেই চৰিছিল। অনতিদূৰত টাৰকণে তেওঁৰ সৈন্যসকলৰ সৈতে ছাউনি পাতি আছিল, প্ৰকৃতিয়ে তেওঁৰ শিবিৰ সুৰক্ষিত কৰি ৰাখিছিল। এটা ওখ পাহাৰৰ পৰা ৰাজ্যৰ বিস্তীৰ্ণ অঞ্চলত সক্ৰিয় হৈ থকা তেওঁৰ সৈন্য-বাহিনী দৃশ্যমান হৈছিল। ৰাজকুমাৰ ইনিয়াছে বাছা বাছা লোকেৰে গঠিত এটি সৈন্যদল লগত লৈ শিবিৰলৈ যাত্ৰা কৰিলে।

ইমান দূৰ আছি ক্লান্ত হৈ বাকীবিলাকে নিজৰ আৰু ঘোঁৰাবিলাকৰ যত্ন লৈছিল।

কিন্তু ইতিমধ্যে দেৱধামৰ পৰা, মেঘৰ মাজেদি জ্যোতির্ময় ৰূপত ভেনাছ নামি আহিল; তেওঁ উপহাৰবিলাক লৈ আহিছিল। নদীখনৰ পৰা অলপ আঁতৰত, এটা নির্জন উপত্যকাত তেওঁ ইনিয়াছক দেখা পাইছিল। তেওঁ পোনে পোনে গৈ প্রত্যক্ষভাৱে তেওঁক ক'লে, "চোৱা, এয়ে সেই প্রতি-শ্রুত উপহাৰ, মোৰ স্বামীয়ে অপূর্ব কৌশলেৰে এইবিলাক নির্মাণ কৰিছে। কোনো গর্বিত লৰেণ্টাইনৰ লগত যুদ্ধ কৰিবলৈ কুণ্ঠিত নহবা। স্বয়ং তুৰ্ণাছকো তুমি আহ্বান কৰিব পাৰা।" এইদৰে কৈ ভেনাছে এজোপা ওক গছৰ তলত বিনন্দীয়া হাতেৰে পুত্ৰেকক সাবট মাৰি ধৰিলে। উপহাৰ-সমূহ আৰু তাৰ যোগেদি তেওঁৰ প্রতি প্রদর্শিত সন্মানত ইনিয়াছ উৎফুল্ল হ'ল। তেওঁ মুগ্ধভাৱে প্রতিপদ বস্তু নিৰীক্ষণ কৰিলে। তথাপি তেওঁৰ চাই চাই হেঁপাহ নুগুচিল। তেওঁ উপহাৰবিলাক হাতত ল'লে, কোলাত ল'লে, লুটিয়াই-বগৰাই চালে; উজ্জ্বল, ভীষণ দর্শন শিৰস্ত্রাণ, শমনসদৃশ অসি, কলীয়া ডাৱৰ ৰ'দালিয়ে পৰশ কৰিলে যেনে হয় ঠিক সেইদৰে তেজৰঙা জেউতি বিকীৰণ কৰা, ব্রঞ্জৰ বিশাল আৰু কঠিন বর্ম, বহুবাৰ সোণ-ৰূপ গলাই তৈয়াৰ কৰা জংঘাত্রাণ, বর্শা আৰু অনবদ্য ঢাল, এই সকলোবিলাক তেওঁ এটি এটিকৈ পৰীক্ষা কৰি গ'ল।

আগ্নেয় শক্তিৰ অধিকাৰী এই দেৱতাজনে ঢালখনত ইটালীৰ ইতিহাস আৰু ৰোমৰ দিগ্বিজয়ৰ কাহিনী অঙ্কিত কৰিছিল; ভাবদর্শীসকলৰ বাণী তেওঁৰ শ্রুতিগোচৰ হৈছিল আৰু অনাগত দিনৰ ঘটনা সম্বন্ধেও তেওঁৰ সম্যক জ্ঞান আছিল। এস্কেনিয়াছৰ পৰা আৰম্ভ কৰি তেওঁৰ পৰৱর্তী পুৰুষসকল অন্তর্ভুক্ত হৈছিল; তেওঁলোকৰ দিনত হ'বলগীয়া যুদ্ধ-বিগ্রহ আদিও একাদিক্রমে প্রদর্শিত হৈছিল। কুকুৰনেচীয়া বাঘৰ কাহিনীটোৰো তেওঁ চিত্রৰূপ দিছিল। বাঘিনীজনীয়ে মার্চ'ৰ সেউজীয়া গুহাটোত পোৱালি জগাই মাটিত বাগৰ দি আছিল; এহাল যমজ শিশুৱে নির্ভয়মনেৰে তাইৰ ওহাৰত মুখ দি পি আছিল; আৰু তাই চিকুণ ডিঙিটো মেলি প্রত্যেকটো শিশুকে শুঙিছিল আৰু জিভাৰে চেলেকি সিহঁতৰ অঙ্গ-প্রত্যঙ্গবিলাক গঢ়িত কৰিছিল। দেৱতাজনে তাৰ কাষতে ৰোমৰে ছবি এখন আঁকিছিল। জনতাৰ

মাজৰ পৰা সমাজৰ ৰীতি-নীতি উলংঘা কৰি হেৰাইন মহিলাসকলক ধৰি নি বঙ্গালয়ত বহিবলৈ দিয়া হৈছিল, আৰু তেতিয়া তাত নানা বিধ খেল-ধেমালি চলি আছিল। তাৰ পিছতে ৰমুলাছৰ আৰু ৰজা টাটিয়াছৰ মাজত যুদ্ধ লাগিছিল। টাটিয়াছৰ সৈন্যবিলাক আছিল কিউৰিছৰ কাঠ-চিতীয়া প্ৰজা। কিন্তু পিছত তত দেখা গৈছিল মাত্ৰ ৰজা দুজনক, তেওঁলোকে যুদ্ধৰ সাজৰ্ণি মাৰি হাতত পাত্ৰ লৈ সশস্ত্ৰ জুপিটাৰৰ বেদীত এজনী গাহৰি বলি দি সন্ধি স্থাপন কৰিছিল। এই দৃশ্যৰ ওচৰতে দেখুউৱা হৈছিল মেট্ৰাছক; চাৰিটা ধাবমান অশ্বই তেওঁক গচকি খণ্ড খণ্ড কৰিছিল। আলবাৰ প্ৰজাসকল, তোমালোকে কথাটো ৰাখিব লাগিছিল! আৰু টুল্লাছে সেনাপতিজনৰ দেহাৱশেষ এখন হাবিলৈ চোঁচোৰাই নিওঁতে তেজ পৰি তৃণ গুল্মবিলাক তিতি গৈছিল। নিৰ্বাসিত টাৰকুইনক পুনৰ ৰোমত প্ৰৱেশ কৰিবলৈ অনুমতি দি প্ৰজাসকলক আদেশ দি থকা অৱস্থাত পৰ্ছেনাকো চিত্ৰিত কৰা হৈছিল। ৰোম অৱৰুদ্ধ হৈছিল আৰু ইনিয়াছৰ বংশধৰসকলে স্বাধীনতাৰ কাৰণে প্ৰাণ বিসৰ্জন দিবলৈ ৰণত জঁপিয়াই পৰিছিল। ককৃলিজে মৰসাহ কৰি দলংখন ভাঙি দিলে আৰু কুমাৰী ক্লেলিয়াই বন্দিত্বৰ পৰা মুক্ত হৈ নদীখন সাঁতুৰি পাৰ হৈ গ'ল, সেইকাৰণে এজন শমতাশালী ৰজা অতিশয় ক্ষুণ্ণ আৰু ক্ৰুদ্ধ হৈছিল। তেওঁৰ প্ৰতিকৃত অঙ্কিত হৈছিল।

ঢালখনৰ একেবাৰে ওপৰত আছিল টাৰ্পিয়ান দুৰ্গৰ অধীক্ষক মেনলিয়াছ; তেওঁ মন্দিৰৰ সমুখত থাকি কেপিটলৰ দুৰ্গ প্ৰাকাৰ ৰক্ষা কৰিছিল। তলত আছিল ৰমুলাছৰ পৰ্ণ কুটীৰ। আৰু কেপিটলৰ এজনী ৰূপালী ৰাজহাঁহে সোণোৱালী স্তম্ভবিলাকৰ মাজেদি উৰি গৈ গলবিলাক দুৱাৰ মুখ পালেহি বুলি সকলোকে সতৰ্ক কৰি দিছিল। ৰাতিৰ আন্ধাৰত সিহঁতে সকলোৰে অলক্ষিতে হাবি-বনৰ মাজেদি সাৱধানে আহি প্ৰায় দুৰ্গৰ ওচৰত উপস্থিত হৈছিলহি। সিহঁতৰ চুলিবিলাক সোণোৱালী ৰঙৰ আছিল আৰু সাজ-পাৰবিলাকো আছিল সোণৰ। সিহঁতৰ ৰঙীণ আঁচ-পৰা গাতলোৱা কাপোৰবিলাক জিলিকি উঠিছিল, সিহঁতৰ গাখীৰৰ দৰে

বগা ডিঙিত সোণৰ হাৰে শোভা কৰিছিল। প্ৰতিটো সৈন্যই দুডাল চুটি আলপাইন বৰ্শা হাতেৰে জোঁকাৰিছিল; দীৰ্ঘ ঢালেৰে সিহঁতে আত্মৰক্ষা কৰিছিল। ইয়াৰ পিছত ভালকানে জঁপিয়াই থকা ছালাই আৰু উলঙ্গ লুপাৰ্ছিক অঙ্কিত কৰিছিল। তাত আছিল ওপৰছোৱা উলেৰে গোঁঠা ওৰণি আৰু স্বৰ্গৰ পৰা বৃষ্টি হোৱা সোণৰ পাত। সাধবী জননীসকলকো তাতে দেখা গৈছিল। তেওঁলোকে গাড়ীৰ কোমল তুলিত ধৰ্মৰ পবিত্ৰ প্ৰতীকসমূহ তুলি লৈ ৰোমত বিচৰণ কৰিছিল। এইবিলাক দৃশ্যৰ অলপ আঁতৰত দেৱতাজনে প্লুটোৰ উচ্চ তোৰণ আৰু টাৰ্টাৰাছত পাপীক শাস্তি দিয়াৰ চিত্ৰ অঙ্কন কৰিছিল। কেটিলিনক এটা ভয়ঙ্কৰ শিলত বান্ধি থোৱা আছিল; হিংসাদেৱীসকলক আগত দেখা পাই তেওঁ ভয়ত কঁপিছিল। এডোখৰ আন্তৰীয়া ঠাইত আছিল পুণ্যবানসকল। তাত শাসন-বিধি প্ৰণয়ন কৰা কেটোক দেখা পোৱা হৈছিল। এই দৃশ্যবিলাকৰ ব্যৱধানত ক্ষোদিত কৰা হৈছিল উত্তাল সমুদ্ৰ। নীল উপৰি ভাগত শুভ্ৰ ফেনিল তৰঙ্গ শীৰ্ষ প্ৰদৰ্শিত হৈছিল। ঢৌৰ মাজে মাজে সাঁতুৰি ফুৰিছিল উজ্জ্বল ৰূপালী ৰঙৰ ডলফিনবিলাক। সিহঁতৰ নেজবিলাকে পানীৰ ওপৰ-ছোৱা কোবাই গৈছিল।

ঠিক মাজতে আছিল এক্টিয়ামৰ যুদ্ধ কৰা ব্ৰঞ্জাবৃত নৌ-বাহিনী। সামৰিক উত্তেজনাৰে শাৰী পাতি লিউকেটিসকল ওলাই আহিছিল। সোণালী ঢৌবিলাক জিলিকি উঠিছিল। এফালে আগাষ্টাছ ছিজাৰৰ নেতৃত্বত ইটালীয়ানবিলাকে যুদ্ধ-যাত্ৰা কৰিছিল। তেওঁৰ লগত আছিল ছিনেটৰ সভ্য প্ৰজাসকল, সৰু বৰ, ঘৰুৱা আৰু জাতীয় দেৱ-দেৱীসকল। তেওঁ জাহাজৰ উচ্চ পাটাতনত থিয় হৈ আছিল; তেওঁৰ দুটি নয়ন প্ৰদীপ্ত হৈ উঠিছিল আৰু পিতাকৰ পদমৰ্যাদাসূচক তাৰকাটিয়ে তেওঁৰ শিৰ অলঙ্কৃত কৰিছিল। আন এফালে দেৱতা আৰু পবনসকলৰ সাহায্যত আগ্ৰিপ্পাই তেওঁৰ আকাশলংঘী ৰণতৰীসমূহ পৰিচালনা কৰিছিল। ৰণৰ দীপ্ত আৰু বিশিষ্ট জ্যোতিয়ে তেওঁৰ ললাট উদ্ভাসিত কৰিছিল। শিৰত শোভা কৰিছিল বক্ৰিম কিৰীটি। তেওঁলোকৰ বিপৰীত ফালে আছিল এণ্টনী, তেওঁৰ সহযাত্ৰী আছিল মিছৰীয়সকল আৰু বেক্টিয়া পৰ্যন্ত বিস্তৃত পূৰ্বদেশীয় সেনানী, প্ৰাচ্যৰ সকলো ঐশ্বৰ্য তেওঁৰ কাষতেই থূপ খাই

আছিল আৰু আছিল বিভিন্ন অস্ত্ৰ-শস্ত্ৰ। উষাৰ প্ৰথম আলোকেৰে আলোকিত দেশবিলাকৰ পৰা, লোহিতসাগৰৰ উপকূলৰ পৰা তেওঁ বিজয় গৌৰৱেৰে উভতি আহিছিল। আৰু তেওঁৰ লগত আহিছিল—কি লজ্জাৰ কথা—এগৰাকী মিছৰীয় পত্নী। পূৰ্ণবেগেৰে জাহাজবিলাক চাপি আহিছিল। ক্ষেপনি আৰু ত্ৰিশূলাকৃতি দণ্ডৰ দ্বাৰা মথিত হৈ সমুদ্ৰ ফেনিল হৈ পৰিল। মুক্ত বাৰিধিৰ অভিমুখে সকলোটি অগ্ৰসৰ হৈছিল। যেন চাইক্লাডিছ দ্বীপপুঞ্জ উৎপাটিত হৈ মহাসমুদ্ৰত ভাসমান হৈছিল, যেন সুউচ্চ এটা পৰ্বত হঠাতে আন এটা পৰ্বতৰ সমুখীন হৈছিল, এই আক্ৰমণকাৰী-সকল আৰোহণ কৰা নৌ-বাহিনীৰ পশ্চাদভাগ ইমান উচ্চ আৰু বিশাল আছিল! জ্বলন্ত আগ্নেয়াস্ত্ৰ বৰ্ষণ কৰা হৈছিল আৰু নিক্ষিপ্ত হৈছিল বায়ুবেগী তীক্ষ্ণ তীৰ। ৰক্তপাতৰ ফলত সমুদ্ৰই লোহিতবৰ্ণ ধাৰণ কৰিছিল। ৰাণীয়ে মাজৰ পৰা মাদল বজাই সৈন্যবিলাকক উৎসাহিত কৰিছিল। সৰ্প-দংশনত যে তেওঁ দুৰ্ভাগ্যক্ৰমে প্ৰাণ হেৰুৱাব, তেতিয়া তেওঁ সেই কথা ভাবিবও পৰা নাছিল। ভুকি থকা এনাবিছকে ধৰি তেওঁৰ বিকটদৰ্শন দেশীয় দেৱতাসকলে নেপচুন, ভেনাছ আৰু আনকি মিনাৰ্ভাকো অস্ত্ৰাঘাত কৰিবলৈ উদ্যত হৈছিল। ৰণাঙ্গনৰ মাজত মাৰ্ছে লৌহাস্ত্ৰ হাতত লৈ ৰুদ্ৰমূৰ্তি ধৰিছিল, আকাশত কুটিল হিংসাদেৱীসকলে বিভীষিকাৰ সৃষ্টি কৰিছিল। বিবাদৰ সৃষ্টিকাৰিণী দেৱীয়ে ছিন্ন বস্ত্ৰ পৰিধান কৰি উল্লাসত নৃত্য কৰি-ছিল। ৰক্তাক্ত মহামাৰী লগত লৈ বেল্নাই তাত যোগ দিছিল। কিন্তু এক্টিয়ামৰ পৰা এপলোৱে সকলো দেখা পাইছিল। সুবিধাজনক ঠাইত থাকি তেওঁ ধনুত টঙ্কাৰ দিছিল। মিছৰ, ভাৰত, আৰৱ আৰু ছেবাৰ সকলো শত্ৰুৱে আতঙ্কত পলায়নৰ উপক্ৰম কৰিছিল। কুঁৱৰীয়ে নিজেই পৱনসকলক আহ্বান কৰি তৰীসমূহ বিপৰীত মুখে চলাই দিবলৈ চেষ্টা কৰিছিল। পালবিলাকে টানি-আজুৰি ঢিলা কৰি থকা অৱস্থাতে তেওঁক চিত্ৰিত কৰা হৈছিল। আগ্নেয়শক্তিৰ অধিকাৰী দেৱতাজনে সেই সংহাৰ লীলাৰ মাজত যেতিয়া তেওঁক অঙ্কন কৰিছিল, তেতিয়া আসন্ন মৃত্যুৰ আশঙ্কাত তেওঁ বিবৰ্ণ হৈ পৰিছিল, তেতিয়া তেওঁ উত্তৰ-পশ্চিম ফালৰ পৰা বলা প্ৰবল বতাহত ঢৌৰ ওপৰেদি পাৰি দিছিল। তেওঁৰ সম্মুখত আছিল নীল নদীৰ বিষণ্ণ বাৰিধাৰা। বিস্তীৰ্ণ জলৰাশিৰ বাধাহীন পথ

উন্মুক্ত কৰি তেওঁ পৰাজিত কুঁৱৰীক নিৰাপদ নীল সলিলত আশ্রয় দিবলৈ আগবাঢ়ি আহিছিল।

ইয়াৰ পিছত দৃশ্যমান হৈছিল আগাষ্টাছ ছিজাৰ। তিনিবাৰ জয়লাভ কৰাৰ পিছত ৰোমৰ শাৰী শাৰী অট্টালিকা পাৰ হৈ তেওঁ নগৰখনত দেৱ-দেৱীৰ তিনিশ মন্দিৰ নিৰ্মাণ কৰিবৰ কাৰণে আনুষ্ঠানিকভাৱে প্রতিজ্ঞা বদ্ধ হৈছিল। তেওঁৰ এই অঙ্গীকাৰ আজি অমৰ হৈ আছে। আনন্দোৎসৱ আৰু হৰ্ষধ্বনিত ৰাজপথ মুখৰিত হৈছিল। মন্দিৰত মহিলাসকলে নৃত্য কৰিছিল, প্রতিটো মন্দিৰৰ বেদীৰ কাষত বলি দিয়া ষাঁড় গৰু পৰি আছিল। আগাষ্টাছ ছিজাৰে স্বয়ং এপলোৰ মন্দিৰৰ তুষাৰ শুভ্ৰ দেহলীত উপবেশন কৰি বিভিন্ন জাতিয়ে দিয়া উপঢৌকনসমূহ নিৰীক্ষণ কৰিছিল; তেওঁ এই সামগ্রীবিলাক শাৰীবদ্ধ কৰিছিল। নানা জাতিয়ে বিজিত লোকসকলে দীঘলীয়া শাৰী পাতি খোজ কাঢ়ি গৈছিল, তেওঁলোকৰ সাজ-পাৰ, অস্ত্র-শস্ত্র আৰু ভাষা আছিল পৃথক পৃথক। ভালকানে অঙ্কিত কৰামতে এঠাইত হয়তো আছিল নুমিডীয়, অন্য ঠাইত ঢিলা কাপোৰ পিন্ধা আফ্রিকানবিলাক; লেলিজিয়ান, কেৰিয়ান, ধনুৰ্দ্ধৰ জিলনিয়ানসকলক ইতস্ততঃ দেখা গৈছিল। ইউফেট্রিছ নদখন পৰিলক্ষিত হৈছিল, তেতিয়া তাৰ সোঁতত পূৰ্বৰ প্রখৰতা নাছিল। মানৱ জাতিৰ শেষ সীমাত থকা মৰিণিবিলাকো অঙ্কিত হৈছিল। আৰু হৈছিল দুধাৰাত বিভক্ত হোৱা ৰাইন নদী। ইমান দিনে অপৰাজয় হৈ থকা ছিথিয়ান সকলো তাত আছিল। সেতু নিৰ্মাণ কৰাৰ কাৰণে অসন্তুষ্ট হোৱা আৰাক্সিচ নদীও পটত উঠিছিল।

ভালকানে নিৰ্মাণ কৰা ঢালখনত অঙ্কিত এই দৃশ্যপটবিলাক দেখি ইনিয়াছ মুগ্ধ বিস্ময়ত অভিভূত হৈছিল। মাকৰ অনুগ্ৰহতে তেওঁ এই অস্ত্র-শস্ত্রসমূহ লাভ কৰিলে। চিত্রবিলাকে সূচনা কৰা ঘটনাবিলাকৰ বিষয়ে তেওঁৰ কোনো জ্ঞান নাছিল। তথাপি তেওঁ সেই ছবিবিলাক দেখি আনন্দিত হৈছিল। তেওঁৰ উত্তৰ পুৰুষসকলৰ কীৰ্ত্তি, যশস্যা আৰু অদৃষ্টৰ আগজাননী দিয়া ঢালখন তেওঁ কান্ধত তুলি ল'লে।

## ন

## ট্রজান শিবিৰ অৱৰোধ

দেশখনৰ আওহতীয়া অংশ এটাত এই ঘটনাবিলাক ঘটি থকাৰ সময়তে হেটাৰ্ণ-দুহিতা জুনোৱে আইৰিচক পৰমোৎসাহী টাৰ্ণাছৰ ওচৰলৈ প্ৰেৰণ কৰিলে। ঘটনাক্ৰমে টাৰ্ণাছে সেই সময়ত তেওঁৰ পূৰ্বপুৰুষ পিলুমনাছৰ পবিত্ৰ নামত উছৰ্গা কৰা এখন উপবনত বহি আছিল। এটা সঙ্কীৰ্ণ উপত্যকাৰ মাজত এই উপবনখন অৱস্থিত আছিল। ঠাওমাছৰ জীয়ৰীয়ে জবাফুলীয়া ওঁঠেৰে তেওঁক মাত লগাই ক'লে, "চোৱা টাৰ্ণাছ, সময়ৰ দুৰন্ত সোঁতে তোমাৰ কাৰণে বহন কৰি আনিছে এটা সুবৰ্ণ সুযোগ। তুমি অতিশয় ভক্তিৰে প্ৰাৰ্থনা কৰিলেও দেৱতাসকলে তোমাৰ প্ৰতি এনে এটা অনুগ্ৰহ প্ৰদৰ্শন নকৰিলেহেঁতেন। ইনিয়াছে তেওঁৰ উপনিবেশ, সৈন্য-সামন্ত আৰু নৌ-বাহিনী এৰি থৈ পেলেটাইন পৰ্বতত অৱস্থিত ইভেণ্ডাৰৰ ৰাজধানীলৈ যাত্ৰা কৰিলে। ইমানতো সন্তুষ্ট নহৈ এতিয়া তেওঁ কৰিথাছৰ সেই সুদূৰ নগৰবিলাকত উপস্থিত হৈছে। লিডীয়াৰ নগৰে-চহৰে তেওঁ সৈন্য-সামন্ত সংগ্ৰহ কৰি আছে। তুমি হাত সাবটি বহি আছা কিয়? তোমাৰ ৰথী আৰু অশ্বাৰোহীসকলক যুদ্ধৰ কাৰণে প্ৰস্তুত কৰাৰ এয়েই প্ৰকৃত সময়। সকলো বাধা-বিঘিনি অতিক্ৰম কৰি অতৰ্কিতে শিবিৰ আক্ৰমণ কৰা; সিহঁত ভয়ত পেপুৱা লাগিব আৰু তুমি হেলাৰঙে সিহঁতক পৰাজিত কৰিব পাৰিবা।" এইদৰে কৈয়েই আইৰিছে পাখি মেলি আকাশলৈ উৰি গ'ল। তেওঁ যাওঁতে আকাশত ওলাই থকা প্ৰকাণ্ড ৰামধেনু এখন খণ্ড বিখণ্ড হৈছিল। তৰুণ ৰাজকুমাৰে তেওঁক চিনি পালে। তেওঁ বায়ুবেগে উৰি যাওঁতে টাৰ্ণাছে ওপৰলৈ হাতযোৰ কৰি চিঞৰি চিঞৰি ক'লে, "আইৰিছ, তুমি অমৰাৱতীৰ গৌৰৱ, মোক এই বাতৰি দিবলৈ কোনে তোমাক পৃথিৱীলৈ পঠাইছে? দিনৰ পোহৰ হঠাতে ইমান উজ্জ্বল হৈ উঠিছে কিয়? মই দেখা পাইছো, আকাশৰ ওৰণিখন ঠিক

মাজতে ধুমুফাল হৈছে। মূৰৰ ওপৰতে সোৱা তৰাবিলাক ভাহি আছে। তুমি যেয়েই নোহোৱা লাগে, তোমাৰ এই আদেশ মই পালন কৰিম, এই মহৎ সংকেত মই অৱহেলা নকৰো।” এইদৰে নিজৰ মনোভাব প্ৰকাশ কৰি তেওঁ পানীলৈ নামি গ'ল আৰু নদীৰ সোঁতৰ পৰা আঁজলি ভৰাই পানী ল'লে। তাৰ পিছত তেওঁ তন্ময়ভাৱে বহুত সময় প্ৰাৰ্থনা কৰিলে আৰু পূজা-পাতল আগ কৰি থলে।

আৰু এতিয়া তেওঁৰ বিশিষ্ট সৈন্য-বাহিনীয়ে সোণৰ বনকৰা কাপোৰ গাত লৈ আৰু চমৎকাৰ ঘোঁৰাত উঠি মুকলি উপত্যকাটোৰ ফালে আগবাঢ়ি যাবলৈ ধৰিছে। একেবাৰে আগত থাকি মেছাপাছে আৰু পাছফালে টাইৰাছৰ তৰুণ পুত্ৰসকলে এই সৈন্য-বাহিনীটো নিয়ন্ত্ৰণ কৰিছিল। সৰ্বাধিনায়ক টাৰ্ণাছ আছিল সৌমাজত। (ইফাল-সিফাল কৰোতে তেওঁৰ সুসজ্জিত দীৰ্ঘ দেহ দৃষ্টিগোচৰ হৈছিল)। সাতখন উপনদীৰ প্ৰবাহ প্ৰতিৰোধ কৰি গঙ্গাৰ সলিলৰাশি গভীৰতৰ হৈ যেনেকৈ বাঢ়ি আহে, নতুবা নীলনদীয়ে সমতল প্লাবিত কৰা জলৰাশি আকৰ্ষণ কৰি গতিপথেদি যেনেকৈ প্ৰবাহিত হয়, ঠিক সেইদৰেই এই সৈন্য-বাহিনীয়ে যাত্ৰা কৰিছিল। পহৰাদাৰী ট্ৰজানবিলাকে দূৰণিৰ ঘনীভূত হোৱা ধূলিৰ কলীয়া ডাৱৰ দেখা পাইছিল। সমতল অঞ্চল অন্ধকাৰে আবৰি ধৰাত তেওঁলোকৰ দৃষ্টিগোচৰ হৈছিল। সেই সময়ত কেইকাছে এটা ওখ গড়ৰ ওপৰত থিয় হৈ শত্ৰুৰ গতি-বিধি লক্ষ্য কৰি আছিল আৰু তেৱেঁই প্ৰথমে উচ্চৈঃস্বৰে ক'লে, “বন্ধুসকল, ঘোপমৰা আন্ধাৰৰ স্তূপ এটা আমাৰ ফালে আহি আছে, সেইটো কি বস্তু? তৰোৱাল আৰু ক্ষেপণাস্ত্ৰ লৈ তুৰন্তে আহাঁহক। প্ৰাচীৰত আৰোহণ কৰা। সোৱা, সোৱা শত্ৰু আহি দুৱাৰমুখ পালেহি।” তুমুল নিনাদ কৰি ট্ৰজানবিলাকে দুৱাৰ পাৰ হৈ আহি গড়ৰ ভিতৰত আশ্ৰয় ল'লে। তেওঁলোক প্ৰকাৰৰ ওপৰত অৱস্থিত হ'ল। বিচক্ষণ সেনাপতি ইনিয়াছে যাবৰ সময়ত তেওঁলোকক সকীয়াই থৈছিল যে তেওঁৰ অনুপস্থিতিত যদি নিতান্ত প্ৰয়োজন হয়, তেনেহ'লে তেওঁলোকে মুকলি ঠাইৰ পৰা যুদ্ধ নকৰি গড়ৰ ভিতৰতে সোমাই থাকি আত্মৰক্ষা কৰাই উচিত হ'ব। সেই কাৰণে থং আৰু লাজত তেওঁলোকে শত্ৰুৰ সন্মুখীন হোৱাই উপযুক্ত হ'ব

বুলি বিবেচনা কৰিছিল যদিও, সেনাপতিৰ আদেশ অনুসাৰে দুৰ্গৰ দুৱাৰ বন্ধ কৰি তেওঁলোকে অস্ত্ৰে-শস্ত্ৰেৰে সজ্জিত হৈ শত্ৰুৰ কাৰণে অপেক্ষা কৰি থাকিল।

কিন্তু মন্থৰ গতিৰে আহি থকা সৈন্যসকলক অতিক্ৰম কৰি টাৰ্ণাছে কুৰিজন বাছকবনীয়া অশ্বাৰোহী লগত লৈ ঘোঁৰা মেলি দিলে। বিস্ময়-জনক ক্ষিপ্ৰতাৰে তেওঁ শ্ৰেষ্ঠৰ পখৰা ঘোঁৰা এটাত উঠি শিবিৰৰ ওচৰ পালেহি। শিৰত থকা সোণালী শিৰস্ত্ৰাণত ৰঙা পাখি লগোৱা আছিল। তেওঁ চিঞৰি চিঞৰি ক'লে, "তৰুণ যোদ্ধাসকল, তোমালোকৰ মাজৰ পৰা কোন আহি মোৰ লগত প্ৰথমে শত্ৰুৰ সন্মুখীন হ'ব পাৰিবা? কাৰণ, চোৱাহঁক," এইবুলি কৈয়েই তেওঁ এপাট বৰ্শা নিক্ষেপ কৰি যুদ্ধ কৰিলে। ঘোঁৰাৰ ওপৰত ৎখ হৈ ভিলিকি থাকি তেওঁ ৰণক্ষেত্ৰত উ হ'ল। তেওঁৰ সহচৰসকলেও সিংহনাদ কৰি, তেওঁৰ আহ্বান গ্ৰহণ কৰিলে আৰু সকলোটি তেওঁৰ পিছে পিছে গ'ল। আপাত দৃষ্টিত ট্ৰজানসকলৰ এই কাপুৰুষালি লক্ষ্য কৰি তেওঁলোক আচৰিত হ'ল, কাৰণ তেওঁলোক ৰণক্ষেত্ৰলৈ ওলাই নাহি গড়ৰ ভিতৰতে সোমাই আছিল। টাৰ্ণাছে উদ্দাম গতিৰে গড়টোৰ চৌমেৰ ঘূৰি ভিতৰ সোমাবলৈ বাট-পথ বিচাৰিবলৈ ধৰিলে। কিন্তু ছিদ্ৰ এটাও তেওঁৰ চকুত নপৰিল। ভেড়া-ছাগলীৰে ভৰি থকা গঁড়াল এটাৰ বাহিৰত জোপ লৈ থকা বাঘ এটাই গুঁজৰি গুমৰি মাজ ৰাতি গঁড়ালটোৰ ওচৰ চাপে। বতাহ-বৰষুণলৈ তাৰ ভ্ৰূক্ষেপ নাই। ছাগলী পোৱালিবিলাকে মাকৰ পেটৰ তলৰ পৰা নেৰানেপেৰাকৈ বেৰাই থাকে। বাঘটোৱে চিকাৰ ধৰিবলৈ নাপাই খঙত তৰ্জন গৰ্জন কৰে। ভোকত কলমলাই থাকে যদিও তাৰ মুখখন শুকান, তেজৰ জুতি সি নাপায়। এই ৰুটুলীয়ান বীৰজনৰো এতিয়া একে অৱস্থাই হৈছিল। তেওঁ ক্ৰোধত উন্মত্ত হৈ পৰিছিল শিবিৰ আৰু তাক সুৰক্ষিত কৰি থোৱা প্ৰাচীৰৰ ফালে চাই তেওঁৰ চকুত জুই জ্বলিছিল। হিংস্ৰতাত তেওঁৰ কঠিন হাড়বিলাক উত্তপ্ত হৈ পৰিছিল। কেনেকৈ ভিতৰ সোমাই ট্ৰজানবিলাকক ভালদৰে এসেকা দিব পাৰিব তাৰবাবে তেওঁ চিন্তা কৰিছিল। কি কৰিলে সিহঁত গড়ৰ ভিতৰৰপৰা জাকে জাকে ওলাই আহি

সমতলত ভৰি পৰিবহি সেই বিষয়েও তেওঁ উপায় বিচাৰিছিল। অৱশেষত তেওঁ শিবিৰৰ পাছফালে, চকুৰ আঁৰত থকা জাহাজবিলাকক আক্ৰমণ কৰিলে। তৰীসমূহৰ সমুখ ভাগত মাটিৰ থাপ এটা মাৰি থোৱা আছিল যদিও আনফালে নদীৰ ঢৌবিলাকৰ বাহিৰে একো নাছিল। টাৰ্ণাছে পৰমোৎসাহী সঙ্গী-বৃন্দক জুই আনিবলৈ আদেশ দিলে। ক্ৰোধত মতলীয়া হৈ তেওঁ হাতত জ্বলি থকা জোঁৰ একুৰা ল'লে। তেওঁৰ শক্তি আৰু ব্যক্তিত্বৰ দ্বাৰা প্ৰভাৱান্বিত হৈ সৈন্যবিলাকে অতিশয় আগ্ৰহেৰে কামত ধৰিলে। প্ৰতিটো সৈন্যই ক'লা ধোঁৱা ওলাই থকা জোঁৰ একোকুৰা যেনে তেনে সংগ্ৰহ কৰিবলৈ সমৰ্থ হ'ল। সৰল গছৰ ডালবিলাক ধোঁৱাই ধোঁৱাই জ্বলি বাহুৰিছিল। তাৰ ছাই আৰু ফিৰিঙতিয়ে আকাশ চুলেগৈ।

হায় কোন দেৱতাই ট্ৰজানবিলাকক এই ভয়ঙ্কৰ বিপদৰ পৰা ৰক্ষা কৰিলে? কাৰ অনুগ্ৰহত সেই জ্বলন্ত হুতাশনৰ গ্ৰাসৰ পৰা জাহাজবিলাক সাৰিব পাৰিলে? হে সঙ্গীতৰ দেৱীসকল, তোমালোকে মোৰ আগত সকলো প্ৰকাশ কৰা। এই ঘটনা ঘটিছিল অতি প্ৰাচীন কালত, কিন্তু তাৰ স্মৃতি এতিয়াও লুপ্ত হোৱা নাই।

ফ্ৰিজিয়াৰ ইডা পৰ্বতৰ ওচৰত যেতিয়া ইনিয়াছে এটা নৌ বাহিনী গঠন কৰাৰ প্ৰস্তুতি চলাই আছিল, আৰু যেতিয়া তেওঁ জাহাজ মেলি দিবলৈ যো-জা কৰিছিল, ঠিক তেনেকুৱাতে বিৰিছিন্থাছৰ দেৱমাতাই বোলে সৰ্বশক্তিমান জুপিটাৰক এইদৰে প্ৰাৰ্থনা কৰি কৈছিল, "পুত্ৰ তুমি এতিয়া অলিম্পাছৰ অধীশ্বৰ। তোমাৰ জননীৰ এই নিবেদন যেন বিফলে নাযায়। মোৰ অনুৰোধ যেন তুমি ৰক্ষা কৰা। এসময়ত মোৰ সৰল গছৰ কানন এখন আছিল। বহুত দিন ধৰি এই বন মোৰ অতি প্ৰিয় আছিল। অৰণ্যৰ নিবিড় আৰু উচ্চতম অংশত এই বন অৱস্থিত আছিল। গছ-বিলাকৰ গুৰিত কলীয়া ৰবণ ধৰি ঠাইখন অন্ধকাৰ কৰি ৰাখিছিল। মানুহে তালৈকে পূজাৰ নৈবেদ্য লৈ আহিছিল। কিন্তু ডাৰ্ডান যুৱকজনৰ যেতিয়াই জাহাজৰ প্ৰয়োজন হৈছিল, তেতিয়াই মই অলপো কুণ্ঠাবোধ নকৰি তেওঁক মোৰ গছবিলাক দান কৰিছিলো। কিন্তু এতিয়া মই উৎকণ্ঠিত হৈছো। মোৰ মনত ভয় সোমাইছে। মোৰ এই ভয় তুমি দূৰ কৰিব লাগিব।

মোৰ এই প্ৰাৰ্থনা মঞ্জুৰ কৰি তুমি তোমাৰ নিজস্ব পৰাক্ৰমেৰে সৌ তৰী-সমূহ উদ্ধাৰ কৰা। জলযাত্ৰাত নতুবা ধুমুহাৰ আঘাতত যেন সিহঁতৰ কোনো ক্ষতি নহয়। মোৰ এই পৰ্বতত্তে সিহঁতৰ উৎপত্তি। গতিকে সিহঁতে যেন তাৰ সুফল লাভ কৰে।” নভোমণ্ডলত গ্ৰহ-নক্ষত্ৰৰ গতিপথ নিৰ্দ্ধাৰিত কৰা তেওঁৰ পুত্ৰই উত্তৰ দিলে, “হে জননী, কি উদ্দেশ্যে তুমি দৈৱশক্তিৰ বিৰুদ্ধাচৰণ কৰিব খুজিছা? তোমাৰ তৰীসমূহৰ বাবে তুমি মোক এইবিলাক কি কৈছা? এই জাহাজবিলাক মানুহে নিৰ্মাণ কৰিছে। তেনেহ'লে কি অধিকাৰত সিহঁতে অজৰ-অমৰ হৈ থাকিব লাগে? ইনিয়াছে এটা বিপদজনক অভিযানত জঁাপ দিছে। তুমি কি ইচ্ছা কৰিছা যে তেওঁৰ গাৰ মাখিছাল অকণো ছিগিব নালাগে? কোনজন দেৱতাৰ গাত ইমান শক্তি আছে? ওঁহো, এই কথা সম্ভৱ নহয়। কিন্তু যিদিনা তেওঁৰ অভিযানৰ সামৰণি পৰিব, যিদিনা ইটালীৰ বন্দৰত তেওঁৰ নৌ-বাহিনীয়ে নিৰাপদভাবে আশ্ৰয় লাভ কৰিব সেইদিনা সাগৰৰ চৌৰ মাজেদি ডাৰ্ডান ৰাজকুমাৰজনক লৰেণ্টাইন ৰাজ্যলৈ বহন কৰা প্ৰতিখন জাহাজৰ নশ্বৰ ৰূপৰ অৱসান ঘটিব। বিশাল সমুদ্ৰত সিহঁতে বিচৰণ কৰিব দেৱীৰ দৰে। জলকুঁৱৰী ড'টো আৰু গেলে-টিয়াৰ নিচিনাকৈ সাগৰৰ ফেনিল বাৰিধাৰাত সিহঁতে সাঁতুৰি ফুৰিব।” তেওঁ এইদৰেই ক'লে। আৰু এই উক্তিৰ সমৰ্থনত, ভায়েকৰ সপ্ত পাতালত অৱস্থিত নদীবিলাকৰ কজলা পানী আৰু অতল অন্ধকাৰ গৰ্ভত ধাৰণ কৰি ঢুকালে থিয় হৈ থকা নদীতীৰবিলাকলৈ লক্ষ্য কৰি মস্তক অৱনত কৰিলে। লগে লগে সমগ্ৰ অলিম্পাছ কম্পমান হ'ল। আৰু এতিয়া নিয়তিৰ ভোগ উকলিল; প্ৰতিশ্ৰুত ক্ষণ উপস্থিত হ'ল। পৱিত্ৰ তৰীসমূহৰ ক্ষতি সাধন কৰিবলৈ টাৰ্ণাছে কৰা অভিসন্ধিত সতৰ্ক হৈ দেৱমাতাই নৌ-বাহিনীটোক জুইৰ গৰাহৰ পৰা ৰক্ষা কৰিবলৈ সচেষ্ট হৈ পৰিল। অতি আকস্মিকভাৱে এটা অদ্ভুত জ্যোতি সকলোৰে চকুত পৰিল। এচপৰা প্ৰকাণ্ড মেঘৰ আৰিভাৱ হ'ল আৰু তাৰ লগতে ইডা পৰ্বতৰ পৰা গুৰু-গম্ভীৰ ধ্বনি নিসৃত হ'ল। সেই নিৰ্ঘোষ পূব দিশৰ পৰা তীব্ৰগতিৰে মহাশূন্য ভেদ কৰি আহিছিল। এনেতে ট্ৰজান আৰু ৰুটুলীয়ান যোদ্ধাসকলে এক ভয়ংকৰ দৈৱবাণী শুনিবলৈ পালে। “ট্ৰজানসকল, নৌ-বাহিনী ৰক্ষা কৰিবৰ কাৰণে

তোমালোকে ভয় খাই লৰালৰি কৰাৰ প্ৰয়োজন নাই। টাৰ্ণাছে এই সাগৰ-খনতেই অগ্নি-সংযোগ কৰাৰ শক্তি আহৰণ কৰিব পাৰে, কিন্তু সেইবুলি তেওঁ পবিত্ৰ সৰল কাঠৰ জাহাজবিলাক পুৰিবলৈ সমৰ্থ নহয়। তৰীসমূহ, তোমালোক মুক্তভাৱে চলি যোৱা, জলদেৱীসকল, তোমালোকেও যাত্ৰা কৰা। তোমালোকৰ মাতৃৰ এই আদেশ।" আৰু তৎক্ষণাৎ জাহাজবিলাক বান্ধি থোৱা ৰচিবিলাক ছিগি গ'ল। ডলফিনৰ দৰে ডুব দি সিহঁত সাগৰৰ তলি পালেগৈ। আৰু কি অলৌকিক দৃশ্য! ঘাটত যিমানকেইখন জাহাজ লাগি আছিল, ঠিক সমসংখ্যক জলকুঁৱৰীয়ে পানীৰ তলৰ পৰা ওলাই আহি সাগৰত সাঁতুৰিবলৈ ধৰিলে।

ইয়াকে দেখি কটুলীয়ানবিলাক স্তম্ভিত হৈ পৰিল। মেছাপাছ আতঙ্কিত হ'ল, তেওঁৰ ঘোঁৰাবিলাকেও ভয় খালে। আনকি টাইবাৰ নদীৰ সোঁত সশব্দে বন্ধ হৈ গ'ল, আৰু সঙ্কুচিত হৈ সঙ্গমৰ পৰা উভতি ক'বলৈ ধৰিলে। কিন্তু তথাপি জ্বলন্ত টাৰ্ণাছৰ আত্মবিশ্বাস অলপো মুটুটিল। বৰং তেওঁ সঙ্গীসকলক উৎসাহ দি আৰু তিৰস্কাৰ কৰি ক'বলৈ ধৰিলে।

"এই অলৌকিক ঘটনাই ট্ৰজান বিলাকক হে ভীতি প্ৰদৰ্শন কৰিছে। কাৰণ তেওঁলোকৰ প্ৰধান অৱলম্বনটোকে জুপিটাৰে লৈ গ'ল। কটুলীয়ান-বিলাকে অগ্নিসংযোগ কৰা সময়লৈকে তৰীসমূহে অপেক্ষা কৰি নেথাকিল। সেয়েহে ট্ৰজানবিলাকৰ কাৰণে জলপথ ৰুদ্ধ হৈ গ'ল। এতিয়া সিহঁতৰ পৰিত্ৰাণ নাই। অৰ্ধেক পৃথিৱী সিহঁতৰ পৰা বিচ্ছিন্ন হৈ গ'ল। স্থলভাগ এতিয়া আমাৰ হাতৰ মুঠিত। কাৰণ ইটালীৰ হেজাৰ হেজাৰ লোকে আজি অস্ত্ৰ ধাৰণ কৰিছে। ফ্ৰিজীয়ানবিলাকে দৈৱৰ আনুকূল্য লাভ কৰিব পাৰে বুলি গৰ্ব কৰিব পাৰে, কিন্তু সেইবিলাকত মই ভয় নাখাওঁ। ইটালীৰ উৰ্বৰা ভূমিত ট্ৰজানবিলাক উপনীত হ'লহি, এয়ে আছিল ভেনাছৰ ইচ্ছা আৰু অদৃষ্টৰ ইঙ্গিত। সেয়ে ঘটি গ'ল। মোৰ নিজৰো এখন কপাল আছে। মোৰ ভাবী পত্নীক হৰণ কৰা অপৰাধী জাতিটোক এই তৰোৱালেৰেই মই টুকুৰা টুকুৰ কৰি সিহঁতৰ অস্তিত্ব শেষ কৰি দিম। অকল আট্ৰিউছৰ পুত্ৰ দুজনৰে সেই শোকাবহ অভিজ্ঞতা হোৱা নাছিল, একমাত্ৰ মিছিনীৰে অস্ত্ৰধাৰণ কৰাৰ অধিকাৰ একচেটিয়া নহয়। ট্ৰজানবিলাকে ক'ব পাৰে যে সিহঁতৰ জাতিটোৰ এবাৰ পতন হ'ল যেতিয়া সেয়ে যথেষ্ট। তাৰ উত্তৰত

মই কওঁ, এবাৰ অপকৰ্ম কৰিয়েই সিহঁত ক্ষান্ত নহয় কিয়? পৃথিৱীৰ সমস্ত নাৰীজাতিকে ঘোৰ অপমান কৰা সিহঁতৰ উচিত হোৱা নাই। আৰু এতিয়া এই গড় আৰু গড়খাৱৈয়েই সিহঁতক মৰণৰ পৰা ৰক্ষা কৰিব বুলি সিহঁত নিশ্চিন্ত হৈ আছে। কিন্তু সিহঁতে কি দেখা নাছিল যে নেপচুনে নিজ-হাতে নিৰ্মাণ কৰা ট্ৰয়ৰ দুৰ্গ কেনেকৈ ভস্মীভূত হ'ল? হে মোৰ সঙ্গীবৃন্দ, হে মোৰ বাছকবনীয়া যোদ্ধাসকল, তোমালোকৰ ভিতৰত কোনেনো বাৰু এতিয়া এই গড়টো অস্ত্ৰেৰে থকা-সৰকা কৰিব পাৰিব? সিহঁতৰ ভয়াৰ্ত্ত সৈন্য-শিবিৰ আক্ৰমণ কৰোতে কোনে মোৰ লগত যোগ দিব? এই ট্ৰজানবিলাকৰ লগত যুদ্ধ কৰিবলৈ মোক ভালকানে নিৰ্মাণ কৰা বৰ্ম-কৱচ বা সহস্ৰ তৰীৰ প্ৰয়োজন নাই। আমাৰ পক্ষৰ সকলো সৈন্য একত্ৰিত হওক, অগণন হওক। কোনোবাই ৰাতিৰ আন্ধাৰত কাপুৰুষৰ দৰে ৰক্ষা-কৱচ চুৰ কৰি নিব বুলি আশঙ্কা কৰিব নালাগে। দুৰ্গ শিখৰত পহৰা দিয়া ৰক্ষীবিলাকক মষিমূৰ কৰিব বুলি ভয় কৰাও অমূলক। আমিও ঘোঁৰাৰ পেটত সোমাই লুকাই নাথাকো। কালিলৈ চলপুৱাতে মই প্ৰত্যক্ষভাৱেই গড়বিলাক জ্বলাই দিম। মই শীঘ্ৰেই সিহঁতক স্বীকাৰ কৰিবলৈ বাধ্য কৰিম যে আমি ডানানবিলাকৰ দৰে নহয়। হেক্টৰে দহ বছৰ ধৰি প্ৰতিহত কৰি ৰাখিব পৰা গ্ৰীকসেনা আমি নহয়, কিন্তু সৈন্যসকল, এটা কথা, দিনটোৰ বেছিভাগ সময় গ'লেই। যিখিনি বাকী আছে, তাৰ ভিতৰতে নিজৰ যা-যোগাৰ কৰি লোৱা। আজি দিনটো আমাৰ ভালেই ভালেই গ'ল, কালিলৈয়ো যে তোমালোকে এৰড়ি লৰিব পাৰিবা সেই বিষয়ে নিশ্চিন্ত হৈ থাকিব পাৰা।"

ইতিমধ্যে পহৰাদাৰী সেনা নিয়োগ কৰা, দুৱাৰবিলাক বন্ধ কৰা আৰু গড়ৰ চাৰিওফালে জুই ধৰি ভালকৈ চোৱা-চিতাৰ ব্যৱস্থা কৰাৰ ভাৰ মেছি-পাছক দিয়া হৈছিল। পহৰা দিবৰ কাৰণে চৈধ্যজন কটুলীয়ান সৈন্য বাছি লোৱা হ'ল। তেওঁলোকৰ প্ৰত্যেকৰে লগত আছিল এশজনকৈ যুঁজাৰু। তেওঁলোকে ৰঙা পাখি আৰু সোণৰ সাজ-পাৰ পিন্ধি জিলিকি আছিল। সকলোৱেই লৰালৰিকৈ নিজৰ কামে কামে গ'ল। নিজৰ পাল পৰাত কিছু-মানে ৰখীয়াবিলাকক আজৰাই দিছিল আৰু কিছুমানে ঘাঁহনিতে বাগৰ দি ব্ৰঞ্জৰ পাত্ৰ লৈ আৰামত মদ্যপান কৰিছিল। দপ্ দপ্ কৈ জ্বলি থকা জুয়ে

এটা বৃত্তৰ সৃষ্টি কৰিছিল। ৰথীয়াবিলাকে খেলা-ধূলা কৰি গোটেই ৰাতি উজাগৰে কটাই দিছিল।

ট্ৰজানবিলাকে সশস্ত্ৰে দুৰ্গৰ উচ্চতৰ স্থানত বহি ভিতৰৰ পৰাই শত্ৰুৰ আলেখ-লেখ চাই আছিল আৰু অস্ত্ৰ-শস্ত্ৰ হাতত লৈয়েই দুৰ্গৰ যাৱতীয় কাম-কাজবিলাক সম্পূৰ্ণ কৰিছিল। ইয়াৰ ভিতৰত আছিল যোগাযোগ ব্যৱস্থা আৰু অস্ত্ৰ-চালনাৰ বাবে প্ৰাচীৰত ছিদ্ৰ নিৰ্মাণ। অপ্ৰত্যাশিতভাৱে আক্ৰান্ত হ'ব পাৰে বুলি ইনিয়াছে মেনিষ্টাছ আৰু বহুবলী চেৰেষ্টাছক সেনাপতিৰ ভাৰ দি গৈছিল আৰু এতিয়া তেওঁলোকেই সক্ৰিয়ভাৱে দায়িত্ব গ্ৰহণ কৰি সৈন্য-বিলাকক পৰিচালনা কৰিছিল আৰু ৰণকৌশল উদ্ভাৱন কৰিছিল। গোটেই বাহিনীটোৱে গড়ৰ কাষে কাষে অৱস্থান লৈছিল, বিপদজনক কামৰ কাৰণে ভাগ্য-পৰীক্ষা কৰা হৈছিল। প্ৰতিজন সৈন্যই কৰ্ত্তব্যৰত অৱস্থাত থাকি অতি সতৰ্কতাৰে প্ৰাচীৰ ৰক্ষাৰ কামত আত্ম-নিয়োগ কৰিছিল।

হাৰ্টেকাছ-তনয় নাইচাছ আছিল এজন দুৰ্ধৰ্ষ বীৰ। তেওঁ এখন দুৱাৰৰ ৰখীয়া আছিল। মৃগয়াৰ কাৰণে বিখ্যাত ইডা পৰ্বতৰপৰা তেওঁ ইনিয়াছৰ লগত আহিছিল। বৰ্শা-নিক্ষেপ আৰু শৰ-সন্ধানত তেওঁ আছিল অতি ক্ষিপ্ৰ। তেওঁৰ কাষতে আছিল তেওঁৰ বন্ধু ইউৰিয়েলাছ। ইনিয়াছৰ অনুচৰবিলাকৰ ভিতৰত তেওঁৰ সমান সুদৰ্শন কোনো নাছিল। ট্ৰয়ৰ বৰ্ম্ম-কৱচেৰে সজ্জিত এই বীৰজনৰ বয়স অতি কম আছিল। ডাড়ি মুখুৰোৱা মুখখনিয়েই তেওঁৰ কৈশোৰৰ পৰিচয় দিছিল। চেনেহৰ এনাজৰিয়ে দুয়োজনকে বান্ধি থৈছিল আৰু যুদ্ধলৈ খৰখেদাকৈ যাব লগা হ'লেও দুয়োজন অভিন্ন আছিল। স্বাভাৱিকতে এতিয়া দুয়ো একেলগে দুৱাৰখনৰ ওচৰত পহৰা দি আছিল। নাইচাছে এতিয়া মাত লগালে, "দেৱতাসকলেই বাৰু আমাৰ অন্তৰত যুদ্ধৰ প্ৰেৰণা যোগাইছেনে? আচলতে কি এয়া আমাৰ নিজৰেই অবাধ আকাঙ্ক্ষা যাক আমি এজন দেৱতাৰ নামত আৰোপ কৰিছোঁ? মোৰ হ'লে এইদৰে এনেয়ে বহি থাকি বৰ আমনি লাগিছে। যুদ্ধত জঁপিয়াই পৰা বা আন কিবা এটা অসাধ্য কাম কৰাৰ কথাকে মই ভাবি-গুণি আছো। নিজৰ ওপৰত বৰ বেছি বিশ্বাস থকাৰ কাৰণে এই কটুলীয়ানবিলাক কিমান অসাৱধান হৈ পৰিছে তুমি নিজেই

দেখিছা। অ'ত ত'ত দুই-এটা চাকিহে টিমিক টামাক কৰি জ্বলি আছে। তাতে মদৰ জালত সিহঁত মাটিতে পৰি টোপনি গৈছে। সিহঁতৰ আহল-বহল ছাউনী এতিয়া নিসাৱসাৰ। মোৰ মনত কি খেলাইছে আৰু মই কি কৰিবলৈ আলচিছো তুমি বোধহয় অলপ বুজিব পাৰিছা। আমাৰ সৰু-বৰ সকলো মানুহে ইনিয়াছক সকলো বাতৰি দি মাতি পঠিয়াবলৈ এজন দূত বিচাৰি আছে। মই আশা কৰা মতে যদি পুৰস্কাৰ এটা পাওঁ—অৱশ্যে এই কাম কৰিলে যিকণ খ্যাতি হ'ব মই তাকেহে বিচাৰিছো—তেন্তে মই পাহাৰৰ নামনিয়েদি গৈ পেলেন্টিয়ামৰ দুৰ্গ আৰু প্ৰাচীৰ বিচাৰি উলিয়াব পাৰিম বুলি ভাবো।"

ইউৰিয়েলাছ আচৰিত হ'ল। তেওঁ প্ৰথমে সামান্য আপত্তি তুলিছিল যদিও খ্যাতি লাভৰ বাসনাত অতি উল্লসিত হৈ দুঃসাহসী বন্ধুজনক উত্তৰ দিলে, "নাইচাছ; তাৰমানে মোক এই বীৰত্বপূৰ্ণ কাৰ্যত সঙ্গীৰূপে ল'বলৈ তোমাৰ ইচ্ছা নাই? মই কি তোমাক এনে এটা বিপদজনক কামত অকলশৰে যাবলৈ এৰি দিম? মোৰ পিতা, ৰণত অতি অভিজ্ঞ এফেনেটিছে, আৰ্গাইভ আক্ৰমণত উদ্ভৱ হোৱা ট্ৰয়ৰ অগ্নি-পৰীক্ষাৰ সময়ত, মোক লালন-পালন কৰোতে এনে শিক্ষাতো মোক দিয়া নাছিল। সাহসী ইনিয়াছৰ লগত আহি, ভাগ্যৰ বিড়ম্বনাৰ সন্মুখীন হৈ তোমাৰ কাষত থাকি যুদ্ধ কৰাৰ সময়তো মোৰ মনলৈ তেনে ভাব অহা নাই। বাস্তৱিকতে জীৱনটো অতি তুচ্ছ বুলি মই বিবেচনা কৰো। তুমি যি সন্মানৰ কাৰণে আগ্ৰহী হৈছা, তেনেকুৱা কাৰণত প্ৰাণ বিসৰ্জন দিয়াটো অতি সাধাৰণ কথা।"

নাইচাছে উত্তৰ দিলে, "তোমাৰ বিষয়ে মোৰ মনত অলপো সন্দেহ নাই। তেনে কৰিলে মোৰ পাপ হ'ব। সৰ্বশক্তিমান জুপিটাৰ বা আন যিজনাই নিৰপেক্ষভাৱে আমাৰ কৰ্মবিলাক নিৰীক্ষণ কৰে, তেওঁ মোক তোমাৰ ওচৰলৈ বিজয়ীৰ দৰে নিৰাপদে ঘুৰাই অনাৰ বিষয়ে যদি আজি মই নিশ্চিত হ'ব পাৰিলোহেঁতেন! কিন্তু কোনো দুৰ্ঘটনা বা কোনোবা দেৱতাৰ প্ৰভাৱত যদিহে মোৰ সৰ্বনাশ হয়, আৰু এনেকুৱা বিপদজনক কামত বিঘিনি আছেই, তেনেহ'লে মই তুমি জীয়াই থকাটোকে কামনা কৰো। কাৰণ এই বিষয়ত তোমাৰ জীয়াই থকাৰ অধিকাৰ মোতকৈ বেছি। ৰণক্ষেত্ৰৰ পৰা মোৰ মৃতদেহ উদ্ধাৰ কৰিবলৈ, বা উপযুক্ত মূল্যত মুক্ত কৰি শেষ সংকাৰ কৰিবলৈ

কোনোবা এজন থকা বাঞ্ছনীয়। আৰু অদৃষ্টই যদি মোক তাৰ পৰা বঞ্চিত কৰে, ( অদৃষ্টৰ আচৰণ তেনেকুৱাই ) তেন্তে অন্ততঃ এটা স্মৃতি-স্তম্ভ নির্মাণ কৰি তাতে পিণ্ডদান কৰি মোক সম্মান দেখুৱাবলৈ কোনোবা এজন জীয়াই থকাৰ প্ৰয়োজন আছে। আৰু এটা কথা, তোমাৰ মাৰাই শক্তিমান এচেষ্টিছৰ প্ৰাচীৰাবৃত নগৰ উপেক্ষা কৰি ইমান দূৰ বাট সাহসেৰে তোমাৰ লগে লগে আহি আছে। আনবিলাক মাকে সিমানখিনি কৰিব পৰা নাই। এতিয়া মই তেওঁৰ পুত্ৰ-শোকৰ কাৰণ হ'ব নোখোজো।" কিন্তু ইউৰিয়েলাছে উত্তৰ দিলে, "তোমাৰ অজুহাতবিলাকৰ কোনো যুক্তি নাই। তাৰ পৰা কোনো উদ্দেশ্যও সিদ্ধি নহয়। মোৰ মন পৰি যোৱা নাই, বদলিও হোৱা নাই। আমি শীঘ্ৰে কামত ধৰাই ভাল।" এইবুলি কৈ তেওঁ অন্যান্য প্ৰহৰীবিলাকক জগাই দি সিহঁতক তেওঁলোক দুজনৰ কাম চমজাই দিলে। ৰাজকুমাৰৰ সন্ধানত দুয়ো তাৰ পৰা যাত্ৰা কৰিলে। ইউৰিয়েলাছে নাইচাছৰ লগে লগে বাট বুলিছিল।

সেই সময়ত পৃথিৱীৰ সকলো প্ৰাণীয়ে নিদ্ৰাদেৱীৰ কোলাত আশ্ৰয় লৈ সাংসাৰিক দুশ্চিন্তাৰ পৰা খন্তেক অব্যাহতি পাইছিল, দুখ-যন্ত্ৰণা পাহৰি গৈ সকলোটিয়ে জিৰণি লৈছিল। কিন্তু ট্ৰয়ৰ প্ৰধান নেতা আৰু সুযোগ্য পুৰুষসকলে এখন অতি গুৰুত্বপূর্ণ সভা পাতি কি উপায়েৰেনো আৰু কাৰ যোগেদি ইনিয়াছলৈ সকলো বাতৰি পঠাব পাৰি সেই বিষয়ে বিশদভাৱে আলোচনা কৰিছিল। শিবিৰৰ ঠিক মধ্যভাগতে তেওঁলোক সমবেত হৈছিল; দীঘল বর্শাত ভৰ দি তেওঁলোক থিয় হৈ আছিল আৰু ঢালবিলাকত তেওঁলোকে হাত দি আছিল। হঠাতে নাইচাছ আৰু ইউৰিয়েলাছ তাত উপস্থিত হ'ল। অতি আগ্ৰহেৰে তেওঁলোকে তুৰন্তে আহি সভাত যোগ দিবৰ কাৰণে অনুমতি বিচাৰিছিল। তেওঁলোকৰ কাম যে অতি জৰুৰী আৰু মূল্যবান বুলি প্ৰমাণিত হ'ব সেই কথাও উল্লেখ কৰিছিল। ইউলাছে সকলো দায়িত্ব গ্ৰহণ কৰি উত্তেজিত যুৱক দুজনক মাতি আনিলে। তেওঁ নাইচাছক সকলো কথা বিবৰি ক'বলৈ আদেশ দিলে।

হাৰ্টেকাছ-তনয় নাইচাছে ক'লে, "ইনিয়াছৰ অনুচৰসকল, আমাৰ কথা মন দি শুনক, বয়সত সৰু বুলি আমাৰ প্ৰস্তাৱটো উৰুৱাই নিদিব। মদৰ জালত কটুলীয়ানবিলাক নিটাল মাৰি শুই আছে। আমি ভালকৈ চাই-চিতি

এডোখৰ সুবিধাজনক ঠাইৰ সন্ধান পাইছো। তাৰ পৰা সিহঁতক অতর্কিতে আক্ৰমণ কৰিব পৰা হ'ব। দুৱাৰৰ বাহিৰত আৰু সাগৰৰ নিচেই কাষতে থকা বাট দুটাৰ মাজতে অকণমান ফাঁক আছে। পহৰা দিবৰ কাৰণে থৰা জুইৰ ঘুৰণীয়া শাৰীটোৰ ব্যৱধান সেইখিনিতে বেছি। তাৰ পৰা কেৱল ক'লা ধোঁৱাহে বাহিৰ হৈছে, আমাক যদি পালাণ্টিয়ান দুৰ্গত থকা ইনিয়াছক বিচাৰি যাবলৈ অনুমতি দিয়ে তেন্তে আমি আমাৰ ভাগ্যত নো কি আছে এবাৰ পৰীক্ষা কৰি চাব পাৰো। বহুতো শত্ৰু নিধন কৰি আমি সিহঁতৰ অস্ত্ৰ-শস্ত্ৰ খুলি লৈ নিশ্চয় সময় মতে উভতি আহিব পাৰিম। যাওঁতে আমাৰ বাট ভুল হোৱাৰো কোনো সম্ভাৱনা নাই, কাৰণ চিকাৰ কৰি ঘূৰি ফুৰোতে পাহাৰৰ নামনিৰ পৰা আমি নগৰখন বিনিকি বিনিকি দেখা পাইছিলো। অৱশ্যে আমাক কোনেও দেখা নাছিল ! তদুপৰি নদীখনৰ গতিপথো আমাৰ পৰিচিত।"

ইয়াকে শুনি বয়োবৃদ্ধ আৰু জ্ঞান আলিটিছে উত্তৰ দিলে, "হে আমাৰ ইষ্টদেৱতাসকল, তোমালোকেই চিৰদিন ট্ৰয়ৰ ভাগ্য নিয়ন্ত্ৰণ কৰি আহিছা। এনে তেজস্বী আৰু দৃঢ়চেতা তৰুণ যোদ্ধা আছে যেতিয়া ট্ৰজানসকল লুপ্ত হৈ যোৱাটো তোমালোকৰ অভিপ্ৰায় নহয় বুলি ঠাৱৰ কৰিব পাৰিছো।" এইদৰে কৈ থাকোতেই তেওঁ দুয়োজনৰ পিঠিত চপৰিয়ালে আৰু তেওঁলোকৰ সোঁহাত জোৰেৰে খামোচ মাৰি ধৰিলে। ইয়াকে কৰোতে তেওঁৰ চকুৰ পৰা ধাৰাসাৰে পানী ওলাই গাল-মুখ তিয়াই দিছিল। তাৰ পিছত তেওঁ পুনৰ ক'লে, "তৰুণ বীৰ যুগল, তোমালোকৰ এই মহান কৰ্মৰ উপযুক্ত পুৰস্কাৰ কি হ'ব পাৰে ? প্ৰথমে ভগৱন্তই তোমালোকৰ মনোবাঞ্ছা পূৰ্ণ কৰিব, নিজৰ হৃদয়তে তোমালোকে সকলো পাবা, আশাতীতভাৱে পাবা। কিন্তু তাৰ বাহিৰেও সত্যসন্ধ ইনিয়াছে তোমালোকক নিশ্চয় পুৰস্কৃত কৰিব। তেওঁৰ লগতে হাত উজান দিব এস্কেনিয়াছে, বয়সৰ আঁচোৰ তেওঁৰ গাত পৰা নাই, এনে এটি গৌৰৱজনক অৱদান তেওঁ কেতিয়াও পাহৰি নাযায়।"

এস্কেনিয়াছে লগে লগে ক'লে, "নিশ্চয় পাহৰি নাযাওঁ, পিতা নিৰাপদ-ভাৱে উভতি অহাৰ ওপৰতে মোৰ গোটেই জীৱনটো নিৰ্ভৰ কৰিছে। চিৰজাগ্ৰত মহান দেৱতাসকলৰ নামত, এচাৰেকাছে পূজা কৰা পৰিচিত দেৱতা-জনৰ নামত, আৰু ধূম্ৰকেশী ভেষ্টাৰ পবিত্ৰ মন্দিৰৰ নামত, মই তোমালোক

দুয়োকে আৰু বিশেষকৈ নাইচাছক অনুৰোধ কৰিছো, মোৰ ভাগ্য, মোৰ আস্থা, সকলো তোমালোকৰ হাতত সমৰ্পণ কৰিছো। তোমালোকে নিশ্চয় মোৰ এই বিশ্বাসৰ মৰ্যাদা ৰাখিব পাৰিবা। মোৰ পিতাক ঘৰলৈ ঘুৰাই আনা, তেওঁক মোৰ চকুৰ আগলৈ লৈ আনা। তেওঁ মোৰ কাষত থাকিলে মই একোলৈকে ভয় নকৰো। মোৰ পিতাই আৰিছবাক পৰাজিত কৰি দুটা ৰূপৰ চিত্ৰাঙ্কিত পাত্ৰ হস্তগত কৰিছিল। সেই পাত্ৰ দুটা মই তোমালোকক উপহাৰ দিম। আৰু দিম দুডাল জাঁতি, দুতোলা সোণ আৰু মই ডিডোৰ পৰা পোৱা এটা প্ৰাচীন সুৰা মিশ্ৰণ কৰা ভৃঙ্গাৰ। আৰু আছে। মোৰ পিতাই যদি ভাগ্যৰ বলত ইটালী অধিকাৰ কৰিব পাৰে, ইটালীৰ ৰাজদণ্ড ধাৰণ কৰিবলৈ যদি তেওঁ সমৰ্থ হয়, তেনেহ'লে যুদ্ধত জয়লাভ কৰাৰ পিছত লুণ্ঠিত সামগ্ৰীসমূহ বিতৰণ কৰা হ'ব। টাৰ্ণাছ উঠা ঘোঁৰাটো তোমালোকে নিশ্চয় দেখিছা, সোণৰ দৰে জিলিকি থকা তেওঁৰ অস্ত্ৰ-শস্ত্ৰবিলাকো তোমালোকৰ চকুত পৰিছে। সেই ঘোঁৰাটো মই আছুতীয়াকৈ ৰাখিম, তাৰ লগতে থাকিব তেওঁৰ ঢাল আৰু শিৰস্ত্ৰাণ, শিৰস্ত্ৰাণৰ ৰঙা চূড়াটো তিৰবিৰাই থাকে। "নাইচাচ, সেইবিলাক তোমাৰ প্ৰাপ্য। এতিয়াৰ পৰাই সেই কথা ঠিক হৈ থাকিল। পিতাই তোমাক বাৰজনী বছা বছা দাসী আৰু যুদ্ধত বন্দী হোৱা ভালেমান মানুহো দিব। মানুহবোৰৰ লগত সিহঁতৰ অস্ত্ৰ-শস্ত্ৰবিলাকো থাকিব। ইয়াৰ উপৰিও লাটিনাছৰ ৰাজ্যখনো তোমাক প্ৰদান কৰা হ'ব। আৰু ইউৰিয়েলাছ, তুমি বয়সত মোতকৈ বেছি ডাঙৰ নহয়। তুমি মোৰ অতি অন্তৰঙ্গ আৰু ভৱিষ্যতে সকলোবিলাক অভিযানতে তুমি মোৰ সঙ্গী হ'বা। যুদ্ধতেই হওক বা শান্তিতেই হওক, মোৰ জীৱনৰ অভিলাষিত সকলোবিলাক গৌৰৱৰে তুমি অংশীদাৰ হ'বা। কথাই-কামে মই একমাত্ৰ তোমাকেইহে বিশ্বাস কৰিম।"

ইউৰিলিয়াছে উত্তৰ দিলে, "আজি যি দুঃসাহসী অভিযানত আমি ওলাইছো, বিধি সুপ্ৰসন্ন হ'লে সেই কামত মোৰ বিশ্বস্ততাৰ অভাৱ কেতিয়াও নহয়। তুমি মোক যি ইচ্ছা তাকে দিব পাৰা, কিন্তু মই আচলতে তোমাৰ পৰা আন এটা অনুগ্ৰহহে প্ৰাৰ্থনা কৰিছো। মোৰ জননী প্ৰায়ামৰ বংশৰে জীয়ৰী। মই ঘৰ এৰি অহাৰ পৰা তেওঁ মোৰ লগে লগে আহিছে। তেওঁ ইলিয়ামতে নাথাকিল, ৰজা এচেষ্টিছৰ নগৰখনেও তেওঁক আকৰ্ষণ কৰিব

নোৱাৰিলে। মই এতিয়া তেওঁক এৰি যাবলৈ উদ্যত হৈছো, মোৰ কি বিপদ-আপদ হ'ব পাৰে সেই বিষয়ে তেওঁ একোকে নাজানে। আনকি মই তেওঁক যাবৰ সময়ত মাত লগাব নোৱাৰো। সাক্ষী হৈ থাকক এই ৰজনী—তোমাৰ দক্ষিণ পাণি— মই জানো, মোৰ জননীৰ সজল নয়ন দুটিলৈ চাই মই কেতিয়াও অবিচলিত হৈ থাকিব নোৱাৰিম। কিন্তু মই তোমাক মিনতি কৰিছো, তুমি তেওঁক শোকত সান্ত্বনা দিবা, নিঠৰুৱা হ'লে অকণমান সহায় কৰিবা। এই বিষয়ে তোমাৰ যে সহানুভূতি আছে সেইটো সুনিশ্চিতভাৱে মোক জনোৱা। তেতিয়াহ'লে ভৱিষ্যতৰ সকলো বিপদ মূৰ পাতি ল'বলৈ মই সাহস পাম।"

ডাৰ্ডানসকল শোকত অভিভূত হৈছিল, তেওঁলোকে কান্দিছিল, সুকুমাৰ ইউলাছেই বেছি বিচলিত হৈছিল, কাৰণ পিতাকৰ কাৰণে থকা গভীৰ স্নেহে তেওঁৰ মনত প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছিল। তেওঁ নিজৰ মনোভাৱ প্ৰকাশ কৰি ক'লে, "তোমাক মই খাটাংকৈ কৈছো, তোমাৰ এই বীৰত্বপূৰ্ণ কামৰ কাৰণে সকলো স্বীকৃতি তোমাক দিয়া হ'ব। তোমাৰ মাতৃকেই মই মাতৃবৎ জ্ঞান কৰিম, যদিও তেওঁ ক্ৰিউজা নহয়। তোমাৰ নিচিনা সন্তানৰ জননী কাৰণে অকল কৃতজ্ঞতাই যথেষ্ট নহয়, তাৰ বাহিৰেও তেওঁৰ কিছু প্ৰাপ্য আছে। তোমাৰ এই কামৰ ফলাফল যিয়েই নহওক মই জীৱন পণ কৰি এই প্ৰতিজ্ঞা কৰিছো, মোৰ পিতায়ো মোৰ নামতে শপত খায়। তুমি সাফল্যমণ্ডিত হৈ উভতি আহিলে তোমাক যি উপহাৰ দিবলৈ প্ৰতিশ্ৰুত হৈছো, তোমাৰ অবিহনে সেই উপহাৰ তেওঁকেই প্ৰদান কৰা হ'ব। নতুবা তেওঁৰ আপোনজনক দিয়া হ'ব।" এইদৰেই তেওঁ কৈছিল, নিজৰ কথাত নিজে অভিভূত হৈ তেওঁ চকুপানী টুকিছিল। সেই অৱস্থাতে তেওঁ কান্ধত আঁৰি থোৱা সোণৰটোৱা তৰোৱালখন খুলি ল'লে। এই তৰোৱালখন নছছৰ লিকাওনে বিস্ময়জনক দক্ষতাৰে নিৰ্মাণ কৰিছিল। সহজে লৈ ফুৰিবৰ কাৰণে ইয়াৰ খাপটো আছিল হাতী দাঁতৰ। ইয়াৰ পিছত মেনিষ্টিয়াছে নাইচাছক নোমাল সিংহৰ ছাল এখন দিলে। বিশ্বস্ত আলিটিছে তেওঁৰ লগত শিৰস্ত্ৰাণ বিনিময় কৰিলে। দুয়ো অস্ত্ৰে-শস্ত্ৰে সজ্জিত হৈ তুৰন্তে যাত্ৰা কৰিলে। তেওঁলোকৰ যাত্ৰাৰ সময়ত নবীন আৰু প্ৰবীণ সেনাপতিসকলে দুৱাৰ-মুখত থিয় হৈ তেওঁলোকৰ মঙ্গলৰ কাৰণে প্ৰাৰ্থনা কৰিছিল। সুদৰ্শন ইউলাছৰ বয়স কম আছিল

যদিও বুদ্ধি পৰিণত হৈছিল। প্ৰাপ্তবয়স্ক লোকৰ দৰে দায়িত্ব গ্ৰহণ কৰি তেওঁ পিতাকলৈ বহুতো বাৰ্তা প্ৰেৰণ কৰিছিল। কিন্তু প্ৰতিকূল বায়ু প্ৰবাহত সকলো বিক্ষিপ্ত হৈ মহাশূন্যত বিলীন হ'ব লগা হৈছিল।

দুয়ো বাহিৰ ওলাই গড়খাৱৈ পাৰ হ'ল আৰু বিপদসঙ্কুল নৈশ অন্ধকাৰৰ মাজেদি শত্ৰু-শিবিৰৰ ফালে যাবলৈ ধৰিলে। বহুতো শত্ৰু সৈন্য নিধন কৰাৰ পিছত নিজেও মৃত্যু-বৰণ কৰাই তেওঁলোকৰ কপালত লিখা আছিল। মদৰ ৰাগীত মাটিয়ে বালিয়ে পৰি থকা মানুহবিলাকক তেওঁলোকে দেখিবলৈ পাইছিল, সাগৰৰ পাৰত ৰথবিলাক উলাৰ হৈ আছিল, সাৰথিবিলাক বাঘজৰি আৰু চকাৰ মাজতে বাগৰি আছিল। অস্ত্ৰ-শস্ত্ৰবিলাক কাষতে পৰি আছিল, সুৰাৰ পিয়লাবিলাক কেউফালে সিঁচৰতি হৈ আছিল। হাৰ্টাকাছ-পুত্ৰই প্ৰথমে মাত লগাই ক'লে, "ইউৰিয়েলাছ আমি আমাৰ বলিষ্ঠ বাহু কামত লগোৱাৰ এয়ে উপযুক্ত সময়। এইফালেই আমাৰ পথ। তুমি লক্ষ্য কৰিব লাগিব যাতে পাছফালৰ পৰা কোনেও আমাক হঠাতে আক্ৰমণ কৰিব নোৱাৰে। সন্মুখত থকাবোৰক মই কচু কটা দিম আৰু বাট উলিয়াই তোমাক লৈ যাম।" ইমানকে কৈ তেওঁ নিটাল মাৰিলে আৰু তৰোৱালেৰে দাম্ভিক ৰামনিছক আক্ৰমণ কৰিলে। ঘটনাক্ৰমে তেওঁ তেতিয়া দলিচাৰ দ'ম এটাৰ ওপৰত নাক ঘোৰঘোৰাই শুই আছিল। তেওঁ আছিল এজন ৰজা, তদুপৰি এজন দৈৱজ্ঞ। নৃপতি টাৰ্ণাছৰ তেওঁ প্ৰিয়পাত্ৰ আছিল। কিন্তু জ্যোতিষ শাস্ত্ৰই তেওঁক মৃত্যুৰ পৰা ৰক্ষা কৰিব নোৱাৰিলে। ইয়াৰ পিছত নাইচাছে তেওঁৰ তিনিজন অনুচৰক পৰাজিত কৰিলে। সিহঁতে কাষত অস্ত্ৰ-শস্ত্ৰ থৈ ৰজাৰ ওচৰতে শুই আছিল। অস্ত্ৰবাহী ৰিমাছ আৰু সাৰথিজনো ঘোঁৰাৰ ওচৰতে আছিল। নাইচাছে সকলোকে এফালৰ পৰা কাটি যাবলৈ ধৰিলে। ৰজাৰ মূৰো তৰোৱালৰ কোবত উফৰি গ'ল আৰু তেওঁৰ ডিঙিৰ পৰা হোলোকা হোলোকে তেজ ওলাই শেতেলি তিয়াই দিলে। মাটিতো তেজৰ ডোঙা বান্ধিলে। লামিৰাছ, লামাছ আৰু আটকধুনীয়া ছেৰানাছবো তেওঁৰ হাতত মৃত্যু হ'ল। ছেৰানাছে ৰাতি বহুত পৰলৈকে খেলা-ধূলা কৰি আছিল। মদৰ জালত তেওঁৰ অঙ্গ-প্ৰত্যঙ্গ অৱশ হৈ পৰিছিল। অৱশ্যে তেওঁ পুৱালৈকে খেলি থকা হ'লেই ভাল

হ'লহেঁতেন। ভোকত কল-মলাই থকা সিংহ এটাই ছাগলীৰ গড়াল ভাঙি, ভয়ত পেপুৱা লাগি, নিমাত হৈ পৰা নিমাখিত জীৱবিলাকক একালৰ পৰা কামুৰি, নখেৰে ফালি-ছিৰি নেকানেক কৰি তেজ লাগি থকা মুখেৰে গোঁজৰাৰ দৰে নাইচাছেও ৰুদ্ৰমূৰ্তি ধৰি শত্ৰু সংহাৰ কৰিছিল।

তেওঁৰ দৰেই ইউৰিয়েলাছেও ক্ৰোধত জ্বলন্ত হৈ মুক্তভাৱে ধ্বংসলীলা সম্পন্ন কৰিছিল। ফাডাছ, হাৰ্বেচাছ, ৰিটাছ আৰু আবাৰিছ আদি বহুতো অখ্যাত যোদ্ধাক অতৰ্কিতে আক্ৰমণ কৰিছিল। মাত্ৰ ৰিটাছেহে চক্‌মকৃকৈ সাৰ পাই ভয়ত এটা প্ৰকাণ্ড সুৰাপাত্ৰৰ আঁৰত লুকাই আছিল। পিছত নিচেই ওচৰৰ পৰা আক্ৰমণ কৰি ইউৰিয়েলাছে তেওঁৰ বুকুত তৰোৱাল বহুৱাই দিলে। আমূলবিদ্ধ অসি আজুৰি উলিয়াই নিয়াৰ লগে লগেই ৰক্তাপ্লুত ৰিটাছৰ প্ৰাণবায়ু বাহিৰ হৈছিল, তেওঁৰ তেজৰ লগতে মিহলি হৈ আছিল মদ। ইউৰিয়েলাছে উত্তপ্তভাৱে অগ্ৰসৰ হৈ গোপনে আক্ৰমণ কৰি গৈছিল। এতিয়া তেওঁ মেছাপাছৰ দলটোৰ ফালে ধাৱিত হৈছিল। এবাল দিয়া ঘোঁৰাবিলাকে ঘাঁহ পাগুলি আছিল, জুইবিলাক প্ৰায় নুমাই গৈছিল। নাইচাছে উপলব্ধি কৰিলে যে ৰক্তলিপ্সাৰ আতিশয্যত তেওঁলোক আত্মবিস্মৃত হৈ পৰিছে। তেওঁ থাওকতে ক'লে, "আমি ইমানতে ক্ষান্ত হোৱাই ভাল। ৰাতি পুৱাবলৈ বেছি সময় নাই। দিনৰ পোহৰ আমাৰ কাৰণে বিপদজনক। শত্ৰু সৈন্যৰ মাজেদিয়েই আমাৰ পথ পৰিষ্কাৰ হৈছে। আমাৰ জিঘাংসা পৰিতৃপ্ত।"

ৰূপৰ থৰটোৱা বহুতো বৰ্ম-কবচ তেওঁলোকে তাতে এৰি থৈ যাব লগা হ'ল। তাৰ লগতে আছিল সুৰাৰ ভৃঙ্গাৰ আৰু চমৎকাৰ দলিছা। কিন্তু ইউৰিয়েলাছে ৰামনিছৰ ধুনীয়া সাজ-পাৰ আৰু সোণৰ কাৰুকাৰ্য কৰা তৰোৱাল বন্ধা ফিটাডাল খুলি লৈ নিজৰ বলিষ্ঠ দেহত পৰিধান কৰিলে। অৱশ্যে এইবিলাক কোনো কামত নাহিল। বহুত দিনৰ আগতে আঢ্যৱন্ত ছিডিকাছে বন্ধুত্বৰ চিন স্বৰূপে এইবিলাক টাইৱাৰৰ তীৰত থকা ৰেমুলাছলৈ প্ৰেৰণ কৰিছিল। ৰেমুলাছে মৃত্যুৰ সময়ত তাকে নাতিয়েকক দি গ'ল। তেওঁৰ মৃত্যুৰ পিছত ৰুটুলীয়ানবিলাকে যুদ্ধত এই আভৰণবিলাক হস্তগত কৰিছিল। ইয়াৰ পিছত ইউৰিয়েলাছে মেছাপাছৰ সুন্দৰ পাখিৰে শোভিত শিৰস্ত্ৰাণটো পিন্ধিলে।

তেওঁৰ মূৰত এই ৰণ-টুপীটো খাপ খাই পৰিছিল। তাৰ পিছত দুয়ো শিবিৰৰ পৰা নিৰাপদ ঠাইলৈ যাত্ৰা কৰিলে।

কিন্তু ইতিমধ্যে লাটিন নগৰখনৰ পৰা প্ৰেৰণ কৰা কিছুমান অশ্বাৰোহীয়ে কুমাৰ টাৰ্ণাছৰ প্ৰাৰ্থনাৰ উত্তৰ লৈ আহি আছিল। নগৰৰ সৈন্যবাহিনী যুদ্ধৰ কাৰণে প্ৰস্তুত হৈ সমতল অঞ্চলত অপেক্ষা কৰি আছিল। অশ্বাৰোহীৰ সংখ্যা আছিল তিনিশ। ভলছেন্সৰ নেতৃত্বত সকলোৱে হাতত ঢাল লৈ আহিছিল। তেওঁলোক ইতিমধ্যে শিবিৰৰ ওচৰ চাপিছিল। এনেতে বাওঁফালে যাবলৈ ধৰা ট্ৰজান দুজন তেওঁলোকৰ দৃষ্টিগোচৰ হ'ল। সেই শিৰস্ত্ৰাণটোৱেই ইউৰিয়েলাছৰ কাল হ'ল। ৰাতিৰ অন্ধকাৰতো সি জিলিকি উঠিছিল আৰু তাৰ পৰা পোহৰ প্ৰতিফলিত হৈছিল। তেওঁ তাৰ পৰা বিপদত পৰিব বুলি চিন্তা কৰা নাছিল। এই দৃশ্য দেখি শত্ৰু হাত সাৰটি নাথাকিল। সৈন্য দলটোৰ সমুখৰ পৰা ভল্‌ছেন্সে উচ্চকণ্ঠে ক'লে, "অচিনাকি লোক, লৰচৰ নকৰিবা, য'তে আছা ত'তে ৰৈ থাকা, তোমালোকৰ যাত্ৰাৰ উদ্দেশ্য কি? তদুপৰি তোমালোকৰ অস্ত্ৰ-শস্ত্ৰও আছে। কোন তোমালোক? কোনফালে যাব খুজিছা?"

তেওঁলোকে কোনো উত্তৰ নিদি অন্ধকাৰৰ ওপৰত ভাৰসা কৰি কোবাকুবিকৈ হাবিৰ ফালে পলায়ন কৰিলে। চোৰাবীবিলাকে তেওঁলোকক ধৰিবৰ কাৰণে ৰাস্তাৰ দুয়োফালে ৰৈ থাকিল। হাবিতলীয়া পটিবিলাক লগ লগা ঠাইত আৰু যিবিলাক বাটেদি পলাই সাৰিব পাৰি, তেনেকুৱা ঠাইত পহৰা দিবলৈ সৈন্য ৰাখিলে। অৰণ্যখন জোপোহা গছ-বনেৰে অভেদ্য হৈ বহু দূৰ বিস্তৃত হৈ পৰিছিল। ওখ ওখ সৰল গছে ছাটি ধৰাত ভিতৰখন অন্ধকাৰ হৈ আছিল আৰু কাঁইটীয়া জোপাবিলাকে জুৰি থকাত তাৰ মাজেদি যোৱা অতি দুৰ্গম আছিল। এন্ধাৰৰ মাজেদি যাবলৈ ইউৰিয়েলাছৰ বৰ অসুবিধা হৈছিল, তদুপৰি গধুৰ অস্ত্ৰ-শস্ত্ৰবিলাকৰ কাৰণেও তেওঁৰ গতি ব্যাহত হৈছিল। ভুলবাটে যোৱাৰ সম্ভাৱনাই তেওঁক ভয়ত পেলাইছিল। অগাধ অৰণ্যখনৰ মাজে মাজে অলপ মুকলি ঠাই পালেহে তেওঁ আচল বাটটো চকামকাকৈ দেখা পাইছিল। পিছে নাইচাছে কোৰেৰে আগবাঢ়ি যাবলৈ ধৰিলে আৰু একেবাৰে নিশ্চিন্ত মনে দৌৰি তেওঁ শত্ৰুক চেৰাই গৈ

বিপদমুক্ত হ'ল। তেওঁ যিডোখৰ ঠাইত ওলাইছিলগৈ সেই ঠাইখনক পিছত আলবালঙ্গাৰ অনুকৰণত 'আলবান' বুলি অভিহিত কৰা হৈছিল। কিন্তু সেই সময়ত তাত ৰজা লাটিনাছৰ টাটিৰে বেৰি থোৱা গৰু-ম'হৰ খুটি এটাহে আছিল। তাতে তেওঁ বৈ বন্ধুজননো ক'ত হেৰাল তাকে ইকালে সিকালে চাবলৈ ধৰিলে। তেওঁক দেখা নাপাই তেওঁ ব্যাকুলভাৱে চিঞৰিলে, "হায়, বেচেৰা ইউৰিয়েলাছ! মই তোমাক ক'ত এৰি থৈ আহিলো? তোমাক এতিয়া ক'তনো বিচাৰি পাম? এই অটব্য হাবিখনৰ অঁকোৰা-পকোৰা বাটেদি এতিয়া মই কোন ফালে যাম?" এইদৰে কৈ থাকোতে তেওঁ নিবিষ্টভাৱে পাৰ হৈ অহা দণ্ডবিলাক নিৰীক্ষণ কৰিলে আৰু খুপি খুপি নিসাৰ সাৰ জোপাবিলাকৰ ভিতৰ সোমাই বাট বিচাৰিবলৈ ধৰিলে। এনেকুৱাতে তেওঁক খেদি অহা অশ্বাৰোহীৰ সঙ্কেত ধ্বনি তেওঁৰ কাণত পৰিল। তেওঁ বেছি সময় বৰ লগা নহ'ল। হাবিৰ মাজত চিঞৰ-বাখৰ লাগিল আৰু তেওঁ ইউৰিয়েলাছক দেখা পালে। দুৰ্গম বনৰ অন্ধকাৰত তেওঁ একেবাৰে আড়ষ্ট হৈ পৰিছিল। হঠাতে কোলাহল হোৱাত তেওঁ হতবুদ্ধি হৈছিল। তেওঁক অশ্বাৰোহীৰ দলটোৱে বন্দী কৰি ধৰি লৈ গৈছিল আৰু তেওঁ তেতিয়াও এৰাই আহিবলৈ প্ৰাণ টানি টনা-আঁজোৰা কৰিছিল।

নাইচাছে এতিয়া কি কৰিব? কি শক্তিৰে, কি দুঃসাহসেৰে অস্ত্ৰচালনা কৰি তেওঁ বন্ধুক মুক্ত কৰিব পাৰিব? তেওঁ কি তৰোৱালৰ আগত জঁপিয়াই পৰি শীঘ্ৰে ক্ষত-বিক্ষত হৈ সম্মানজনকভাৱে মৃত্যু বৰণ কৰিব? বৰ্শা নিক্ষেপৰ কাৰণে প্ৰস্তুত হৈ জোনটোলৈ চাই তেওঁ সৰবে প্ৰাৰ্থনা কৰি ক'লে, "হে তাৰকাসকলৰ কুঁৱৰী, হে দেৱী, হে লাটনা-তনয়া, আৰু অৰণ্যৰ অভিভাৱিকা, এই দুৰ্যোগত আমাক সহায় কৰা। মোৰ পিতা হাৰ্টাকাছে যদি কেতিয়াবা তোমাৰ বেদীত নৈবেদ্য উছৰ্গা কৰি, মোৰ হৈ প্ৰাৰ্থনা কৰিছিল আৰু চিকাৰত কৃতকাৰ্য হৈ মই যদি কেতিয়াবা বেদীৰ শোভা বৰ্দ্ধনৰ বাবে মন্দিৰৰ চূড়াত বা ছালত কিবা স্মৃতি-চিহ্ন স্থাপন কৰিছিলো, তেনেহ'লে মোৰ বৰ্শা চালনা তুমি এনেদৰে নিয়ন্ত্ৰিত কৰা যাতে মই শত্ৰুবিলাকৰ মাজত এটা বিশৃঙ্খল অৱস্থাৰ সৃষ্টি কৰিব পাৰো।" প্ৰাৰ্থনা সমাপ্ত কৰি তেওঁ সমস্ত শক্তি প্ৰয়োগ কৰি বৰ্শা নিক্ষেপ কৰিলে। অন্ধকাৰ বিদীৰ্ণ কৰি বৰ্শাপাট

উৰি গ'ল আৰু পূৰ্ণগতিৰে ছাল্‌মোৰ পিঠিত বিদ্ধ হ'ল। ঘোংটো তেওঁৰ কলিজাত সোমাল, নালটো ভাগি গ'ল আৰু তাৰ পৰা কাঠৰ ছলি সিঁচৰতি হৈ পৰিল। ছাল্‌মো মাটিত বাগৰি পৰিল, তপত তেজ তেওঁৰ মুখৰ পৰা বাহিৰ হ'ল, দীঘল দীঘল উশাহ লওঁতে তেওঁৰ দুয়োকাষ কঁপি উঠিছিল। অৱশেষত তেওঁক শীতল মৃত্যুৱে আলিঙ্গন কৰিলে। বাকীবিলাকে ইফাল সিফাল কৰি চাৰিওফালে চাইছিল। আৰু এই সফলতাত উৎসাহিত হৈ নাইচাছে আৰু এডাল বৰ্শা ইতিমধ্যে হাতত লৈছিল। কাণৰ পোন কৰি তেওঁ বৰ্শা পাট তুলি লৈছিল। শত্ৰুৰ বিমূঢ় অৱস্থাৰ অৱসান নৌহওঁতেই সেই অস্ত্ৰ সশব্দে গৈ টেগাছৰ কুমত সোমাই মস্তিষ্ক ভেদ কৰিলে। ভলছেন্স ক্ৰোধত উন্মত্ত হৈ পৰিল, কিন্তু কোনেনো বৰ্শা চালনা কৰিছে তেওঁ মণিব নোৱাৰিলে। কাৰ ওপৰত খং সাৰিব ঠাৱৰ কৰিব নোৱাৰি তেওঁ ইউৰিয়েলাছক চিঞৰি চিঞৰি ক'লে, "মোৰ দুজন যোদ্ধাৰ মৃত্যুৰ কাৰণে তোৰ ওপৰতে পোটক তুলিম। তোৰ তপত তেজেৰে মই প্ৰতিশোধ লম।" এইবুলি কৈ তেওঁ হাতত তৰোৱাল লৈ ইউৰিয়েলাছৰ ওপৰত জঁপিয়াই পৰিল। এই দৃশ্য দেখি নাইচাছ ভয়ত বিহ্বল হৈ পৰিল। এই যন্ত্ৰণা তেওঁ আৰু সহ্য কৰিব নোৱাৰিলে। এন্ধাৰত লুকাই থকাও তেওঁৰ বাবে অসম্ভৱ হ'ল। তেওঁ উচ্চৈঃস্বৰে ক'লে, "এইফালে লক্ষ্য কৰা, সেই কাৰ্যৰ বাবে মইহে দায়ী। হেৰৌ ৰুটুলীয়ানহঁত, তহঁতৰ অস্ত্ৰ এইফালে পৰিচালনা কৰহঁক। সকলো দোষ মোৰেই। সেই ল'ৰাটো একেবাৰে নিৰ্দোষিত ; ইয়াৰ বাবে মই সাক্ষী মানিছো আকাশখনক, তৰাবিলাকক। কাৰণ তেওঁলোকেহে সত্যটো জানে। তেওঁ মাত্ৰ দুৰ্ভগীয়া বন্ধু এজনক অতিশয় ভাল পাইছিল।" কিন্তু তেওঁ কৈ থাকোতেই তৰোৱালখন ইউৰিয়েলাছৰ কামিহাড় ভেদ কৰি গ'ল। তেওঁৰ শুভ্ৰ বক্ষ বিদীৰ্ণ হ'ল। মৃত্যু-যন্ত্ৰণাত তেওঁ ধৰাশায়ী হ'ল। তেওঁৰ সুকুমাৰ দেহ ৰক্তাপ্লুত হ'ল। তেওঁৰ ডিঙি কান্ধৰ কালে হালি পৰিল। নাঙলৰ ফাল লাগি ছিগি যোৱা এপাহ ফুলৰ দৰেই তেওঁ মৰহি গ'ল। বৰষুণে খুন্দা পপিফুলৰ দৰেই তেওঁৰ অৱসন্ন শিৰ অৱনত হৈ পৰিল। নাইচাছ ভুৰন্তে শত্ৰু সৈন্যৰ মাজত সোমাল। আৰু একমাত্ৰ ভলছেন্সক বিচাৰিবলৈ ধৰিলে। শত্ৰুৱে তেওঁক বেৰি ধৰিলে আৰু যুদ্ধত তেওঁক পাছ হোঁহকাবলৈ

চেষ্টা কৰা সত্বেও তেওঁ বজ্ৰসম খড়্গ হাতত লৈ অগ্ৰসৰ হ'ল। অৱশেষত তেওঁ চীৎকাৰ কৰি থকা কটুলীয়ানৰ মুখত তৰোৱাল বহুৱাই দিলে। এইদৰে শত্ৰুৰ প্ৰাণ লৈ তেওঁ নিজৰ জীৱনো আহুতি দিলে। তেওঁৰ ক্ষত-বিক্ষত দেহ মৃত বন্ধুৰ শৰীৰৰ ওপৰতে পৰি গ'ল। অৱশেষত তেওঁ বাঞ্ছিত মৰণৰ মাজতে শান্তি লাভ কৰিলে।

সৌভাগ্যবান বীৰ যুগল, মোৰ কাব্যৰ যদি অকণমানো প্ৰভাৱ আছে, তেন্তে তোমালোকৰ স্মৃতি মহাকালে লুপ্ত কৰিব নোৱাৰিব। ইনিয়াছৰ সতি-সন্ততিসকল কেপিটলৰ প্ৰস্তৰ আয়তনত যিমান দিন থাকিব, ৰোম সাম্ৰাজ্য যিমান দিন জীয়াই থাকিব, সিমান দিন তোমালোকক কোনেও পাহৰি নাযায়।

বিজয়ী কটুলীয়ানসকলে এতিয়া আগৰ লুণ্ঠিত সামগ্ৰীবিলাক উদ্ধাৰ কৰাৰ উপৰিও, কিছুমান নতুন বস্তু হস্তগত কৰিবলৈ সমৰ্থ হ'ল। তেওঁ-লোকে শোকত কাতৰ হৈ ভলচেন্সৰ মৃতদেহ শিবিৰলৈ লৈ গ'ল। তাভো সকলোৱে ৰামনিছ, ছেৰেনাছ, লুমা আদি সেনাপতিসকলৰ মৃত্যুত বিচলিত হৈ বিলাপ কৰিছিল। মৃত আৰু আহত সেনাসকলৰ ওচৰত বহুতো লোক সমবেত হৈছিল। তেজৰ ঢল তেতিয়াও বৈ আছিল আৰু মাটিত তেতিয়াও তাৰ উম আছিল। ইমান কষ্ট আৰু পৰিশ্ৰমৰ বিনিময়ত উদ্ধাৰ কৰা মেছাপাছৰ উজ্জ্বল শিৰস্ত্ৰাণ আৰু পৰিচ্ছদ সকলোৱে চিনিব পাৰিছিল।

কিন্তু ইতিমধ্যে টিঠনাছৰ হেঙুলীয়া শেতেলিৰ পৰা উঠি আহি উষা দেৱীয়ে প্ৰভাতী আলোকেৰে ধৰাতল আলোকিত কৰিছিল। বেলি ওলাল আৰু ঠাইখনত পোহৰ পৰাৰ লগে লগে টাৰ্ণাছে অস্ত্ৰে-শস্ত্ৰে সজ্জিত হৈ বাকীবিলাক যোদ্ধাকো জগাই দিলে। সৈন্যবাহিনী প্ৰস্তুত কৰি সেনাপতি-সকল যুঁজলৈ ওলাল। তেওঁলোকক উত্তেজিত কৰিবৰ কাৰণে প্ৰতিটো কথা প্ৰচাৰ কৰা হৈছিল। আনকি কিছুমানে নাইচাছ আৰু ইউৰিয়েলাছৰ মূৰ দুটা বৰ্শাৰ আগত খুচি ল'লে। কি শোকাবহ দৃশ্য! বাকীবিলাকে সৰবে তেওঁলোকক অনুসৰণ কৰিছিল। ইনিয়াছৰ সৈন্যসকলে গড়ৰ বাওঁ-ফালে মাৰ বান্ধি নিৰ্ভীকভাৱে অপেক্ষা কৰিছিল; কাৰণ তেওঁলোকৰ সোঁফালে আছিল নদীখন। গভীৰ পৰিখাবিলাকৰ পাৰত তেওঁলোকে বেজাৰ মনেৰে শাৰী পাতি আছিল। দুৰ্গৰ উপৰিভাগৰ বেহুতে অৱস্থান লৈছিল। তাৰ

পৰাই এটা অতি কৰুণ দৃশ্য তেওঁলোকৰ দৃষ্টিগোচৰ হ'ল। তেওঁলোকৰ বন্ধু দুজনৰ কটা মূৰ বৰ্শাৰ আগত খুচি ৰখা অৱস্থাতে তাৰপৰা ক'লা তেজ বৈ আছিল। এই পৰিচিত মুখ দুখন দেখা পাই তেওঁলোকে তীব্ৰ মানসিক যন্ত্ৰণা অনুভৱ কৰিছিল।

ইতিমধ্যে উৰা-বাতৰি বায়ু বেগে বিয়পি পৰিল। ট্ৰজান শিবিৰত থকা ইউৰিয়েলাছৰ মাকেও সকলো শুনিলে। হাঁয় অভাগিনী! তেওঁৰ সকলো উৎসাহ পলকতে মৰহি গ'ল। মাকোটো তেওঁৰ হাতৰ পৰা উফৰি পৰিল আৰু মুহুৰাটোৰ সূতাবোৰো খোল খাই গ'ল। নিদাৰুণ মানসিক যন্ত্ৰণাত তেওঁ উধাতু খাই ওলাই আহিল। তেওঁ চুলি ছিঙি, ইনাই বিনাই, অতি বিভ্ৰান্তভাৱে লৰি গৈ প্ৰাচীৰৰ সমুখ পালেগৈ। শত্ৰুৰ উপস্থিতি আৰু বিপদ-বিঘিনিৰ প্ৰতি তেওঁৰ কাণষাৰ নাছিল। তেওঁ কান্দি কান্দি গগন ফালিছিল। তেওঁ এইদৰে বিলাপ কৰিছিল, "ইউৰিয়েলাছ, মই এয়া কি দেখিছো, সেয়া সঁচাকৈয়ে তইনে? বুঢ়াকালত একমাত্ৰ তইয়ে মোৰ ভাৰসা আছিলি। উঃ কি নিৰ্দয়, তই বাৰু কোন সতে মোক অকলে এৰি থৈ গ'লি? তই যাবৰ সময়ত মোক মাত এষাৰো লগাই যাব নোৱাৰিলিনে? অথচ কি বিপদৰ মাজলৈ তই গুচি গ'লি? হায়, তই এতিয়া অচিন দেশ এখন পালিগৈ। লাটিয়ামৰ কুকুৰ-শগুণে তোক এতিয়া ছিৰি ছিৰি খাব। তোৰ মাৰে তোৰ লগত শ্মশানলৈও যাবলৈ নাপালে, তোৰ চকু-হাল জপাই দিবলৈ, তোৰ ঘাবোৰ ধুৱাই দিবলৈ, মোৰ ভাগ্য নহ'ল। দিনে-ৰাতিয়ে তোৰ কাৰণে কাপোৰ এখন বৈছিলো, এতিয়া তোৰ গাটোও তাৰে ঢাকিব নোৱাৰিলো। কাপোৰখন বওঁতে দুখৰ কথা পাহৰি আছিলো। এতিয়া তোক ক'ত বিচাৰি পাম? তোৰ টুকুৰা টুকুৰ হোৱা শটো ক'ত পৰি আছে? তোৰ হাত-ভৰিবোৰ ছিগি ছিগি ক'ত পৰিল? বোপাই, এতিয়া এইটো অৱস্থাৰেহে তই মোৰ চকুৰ আগলৈ আহিলি? নদী-সাগৰ পাৰ হৈ তোৰ লগে লগে আহি এতিয়া ইয়াকেহে পালোহি, সোণাই? হেৰৌ, কটুলীয়ানইঁত, তইঁতৰ যদি অকণমান দয়া-মায়া আছে তেন্তে মোক শালি পেলাইঁক। তইঁতৰ বৰ্শাবোৰ মাৰি পঠিয়া। আন কাৰবাক মৰাৰ আগতে তৰোৱালেৰে মোকে কাট। সেয়ে যদি নহয়, তেন্তে হে পৰম পিতা, মোক প্ৰহাৰ কৰা, মোক বজ্ৰাঘাত কৰা, যাতে এই দুখুনী যমপুৰীলৈ

যাৰ পাৰে, তাৰ বাহিৰে মোৰ মৰাৰ কিবা উপায় আছে জানো ?" তেওঁৰ কান্দোনত সকলো বিচলিত হৈছিল। সৈন্যসকলে উচুপি উচুপি কান্দিছিল। তেওঁলোকৰ ৰণোদ্যম নাইকিয়া হ'ল। জননীৰ অন্তৰত অন্তহীন শোক তীব্ৰতৰ হোৱাত ইডিয়াছ আৰু এক্টৰে ইলিয়নিয়াছ আৰু শোকাকুল ইউলাছৰ কথামতে তেওঁক দাঙি লৈ গ'ল আৰু ভিতৰত শুৱাই দিলেগৈ।

কিন্তু এতিয়া অলপ আঁতৰত ব্ৰঞ্জৰ ৰণভেৰী ভয়ংকৰ ধাতৱীয় ধ্বনিৰে বাজি উঠিল। তাৰ পিছত তুমুল কলৰৱত আকাশ মুখৰিত হ'ল। ইটালীয়সকল সংঘবদ্ধভাৱে ঢাল লৈ ক্ষিপ্ৰগতিৰে অগ্ৰসৰ হৈছিল, গড়খাৱৈ পাৰ হৈ গড়টো ভাঙি দিয়াই তেওঁলোকৰ উদ্দেশ্য আছিল। এটা দলে পোনবাটেৰে আহি, যি ঠাইত ট্ৰজান সৈন্য সেৰেঙা হৈ আছিল আৰু তেওঁলোকৰ সমুখ ভাগ পোহৰ পৰি জিলিকি আছিল, সেই ঠাইতে জখলাৰে গড়ৰ ওপৰলৈ উঠিবৰ কাৰণে প্ৰয়াস কৰিছিল। ট্ৰজানসকলে এই আক্ৰমণকাৰীবিলাকৰ ওপৰত বিভিন্ন অস্ত্ৰ-বৰ্ষণ কৰিবলৈ ধৰিলে; দীঘল দীঘল মাঠিৰ সহায়ত সিহঁতক নামি যাবলৈ বাধ্য কৰিলে। ট্ৰয়ৰ সুদীৰ্ঘ অৱৰোধৰ সময়ত তেওঁ-লোকে প্ৰাচীৰ ৰক্ষা কৰাৰ এনে কৌশল আয়ত্ত কৰিছিল। তেওঁলোকে গধুৰ শিল তললৈ বগৰাই দিছিল আৰু এইদৰে সমুখৰ বৰ্মাবৃত বাহিনীটো ছেদেলি ভেদেলি কৰিব পাৰিব বুলি আশা কৰিছিল। অৱশ্যে কঠিন কৱচ পৰিধান কৰা সৈন্যক সেই আঘাতে বিপন্ন কৰিব পৰা নাছিল। কিন্তু লাহে লাহে তেওঁলোকৰ সুদৃঢ় অৱস্থান শিথিল হৈ পৰিল, কাৰণ একত্ৰিত হৈ আক্ৰমণ কৰা অসংখ্য শত্ৰু সৈন্যৰ ওপৰত ট্ৰজানবিলাকে এটা বিয়াগোম পাথৰ বগৰাই দিয়াত তাৰ তলত পৰি কটুলীয়ান আক্ৰমণকাৰীবিলাক মৰিমূৰ হ'ল। এতিয়া সিহঁতৰ সাহস আৰু উদ্যম কমি আহিল, নিজকে সম্পূৰ্ণ আবৃত কৰি অন্ধভাৱে যুদ্ধ কৰাৰ স্পৃহা সিহঁতৰ নাইকিয়া হ'ল। সিহঁতে এতিয়া আঁতৰৰ পৰা ক্ষেপণাস্ত্ৰৰ সহায়ত দুৰ্গৰক্ষীসকলক গড়ৰ সমুখ ভাগৰ পৰা খেদি পঠিয়াবলৈ চেষ্টা কৰিছিল। কিন্তু স্থানান্তৰত মেজেন্টিয়াছে বিভীষণ মূৰ্তি ধৰি, সৰল কাঠৰ জ্বলা জোঁৰ লৈ আস্ফালন কৰিছিল আৰু তাৰ দোঁৱাত দুৰ্গটো ধুঁৱলি-কুঁৱলি হৈছিল। ইতিমধ্যে নেপচুন-পুত্ৰ, অশ্বদমন

মেছাপাছে সমুখৰ হেডাৰ ভডাৰ উদ্দেশ্যে গড়ৰ ওপৰত উঠিবৰ কাৰণে জখলা বিচাৰি হুলস্থুল কৰিছিল।

হে কেলিয়পি, হে সঙ্গীতৰ অধিষ্ঠাত্ৰী দেৱী, তোমাক মিনতি কৰিছো, তোমাৰ অনুপ্ৰেৰণা লাভ কৰি, সেইদিনা যুদ্ধত টাৰ্ণাছৰ তৰোৱালে কি ধ্বংস-লীলাৰ সৃষ্টি কৰিছিল, তেওঁৰ হাতত কিমান বীৰৰ পতন হৈছিল আৰু কিমান লোক নিহত হৈ প্লুটোৰ প্ৰেতপুৰীলৈ প্ৰস্থান কৰিছিল, এই সকলো-বিলাক ঘটনা মই যেন বৰ্ণনা কৰিব পাৰো। ৰণৰ সেই সুবিশাল পুথিখন উন্মোচন কৰা। কাৰণ তুমি দেৱী আৰু এই ইতিবৃত্ত তোমাৰ অজ্ঞাত নহয়। প্ৰকাশ কৰাৰ শক্তিও তোমাৰহে আছে।

তলৰ পৰা চালে খুব আচন্দ্ৰাই কৰা এটা অতি ওখ দুৰ্গচূড়া আছিল। তাৰ ওপৰত আছিল যোগাযোগৰ সেতু। ইটালীয়ানবিলাকে সামগ্ৰিক শক্তিৰে এই দুৰ্গচূড়া ধ্বংস কৰিবলৈ চেষ্টা চলালে। ইয়াৰ উত্তৰত ট্ৰজানবিলাকে প্ৰাচীৰৰ খিৰিকিয়েদি শত্ৰু সৈন্যৰ ওপৰত শিলাবৰ্ষণ কৰি দুৰ্গ ৰক্ষা কৰিবলৈ সিদ্ধান্ত কৰিলে। টাৰ্ণাছে আক্ৰমণকাৰীবিলাকৰ আগত থাকি দপ্ দপ্ কৰি জ্বলি থকা জোঁৰ এজুৰা চূড়াটোৰ একাষে সংযোগ কৰিবলৈ সমৰ্থ হ'ল। ৰতাহৰ বা পাই জুই বিয়পি পৰিল, তক্তা, খুটা আদি জ্বলিবলৈ ধৰিলে। ভয়ত তাত থকা মানুহবিলাকৰ মাজত হুৰা-দুৰা লাগিল; সেই ভয়ঙ্কৰ অৱস্থাৰ পৰা পৰিত্ৰাণ পাবলৈ সকলোৱে অতি অসহায়ভাৱে আশা কৰিছিল। ট্ৰজানবিলাকে তাৰ পৰা পাছ হুঁহকি গৈ তেতিয়াও অগ্নিৰ গৰাহত নপৰা এডোখৰ ঠাইত থুপ খালে আৰু তেওঁলোকৰ ভৰত হঠাতে দুৰ্গৰ সেই অংশটো খহি পৰি চুৰ্মাৰ হ'ল। বজ্ৰপাত পৰাৰ দৰে প্ৰচণ্ড শব্দৰ সৃষ্টি হ'ল। নিজৰ বৰ্শাত নিজে বিদ্ধ হৈ মৃতপ্ৰায় সৈন্যবিলাক মাটিত পৰিছিল, সিহঁতৰ ওপৰত নিপতিত হৈছিল বিৰাট দুৰ্গটোৰ ভগ্নাৱশেষ। কঠিন কাঠ-বিলাকৰ ভাগি-ছিগি যোৱা অংশবিলাকে সিহঁতৰ বুকু শালি পেলাইছিল।

মাথোন হেলেনৰ আৰু লাইকাছহে এই যাত্ৰাত ৰক্ষা পৰিল। হেলেনৰ আছিল চফল ডেকা। তেওঁৰ মাক লাইছিমনিয়া আছিল এগৰাকী দাসী। কিন্তু হেলেনৰ আছিল লিডিয়াৰ ৰাজপুত্ৰ। দাসীগৰাকীয়ে তেওঁক তুলি-তালি ডাঙৰ-দীঘল কৰিছিল যদিও তেওঁৰ জন্মৰ কথা গোপনে ৰাখিছিল। মাকে বাৰণ কৰা সত্বেও তেওঁ মাত্ৰ তৰোৱাল এখন লৈয়েই

ট্ৰয় যুদ্ধত যোগ দিছিল। তেওঁৰ ঢালখনত কোনো মৰ্যাদাসূচক চিহ্ন নাছিল আৰু ৰণত তেওঁ বিশেষ সুখ্যাতিও লাভ কৰিব পৰা নাছিল। হেলেনৰ এতিয়া টাৰ্ণাছৰ হেজাৰ হেজাৰ সৈন্যৰ মাজত পৰিল। লাটিনবিলাক তেওঁৰ নিচেই ওচৰতে সুবিন্যস্তভাৱে থিয় হৈ আছিল। বহুতো চিকাৰীয়ে বেৰি ধৰা বনৰীয়া জন্তু এটাই অতি ক্ৰুদ্ধভাৱে অস্ত্ৰৰ সম্মুখীন হয়, মৃত্যু সুনিশ্চিত বুলি সি চিকাৰীৰ যাঠি-জোঙৰ ওপৰতে জঁাপ মাৰি পৰেগৈ। ঠিক সেইদৰে এই ডেকাজনেও, শত্ৰুৰ ব্যূহত সোমাই, যি ঠাইত অস্ত্ৰ-শস্ত্ৰৰ ঘন সমাবেশ হৈছিল, সেইফালেই ধাবিত হৈ মৃত্যুবৰণ কৰিলে। কিন্তু লাইকাছৰ গতি আছিল ক্ষিপ্ৰতৰ। তেওঁ সশস্ত্ৰ শত্ৰুৰ মাজেদিয়েই দৌৰি গৈ বুকুৰ সমান ওখ দেৱাল আঙুলিৰে খামুচি, ওপৰত থকা সঙ্গীসকলৰ হাতত ধৰিবলৈ চেষ্টা কৰিছিল। কিন্তু টাৰ্ণাছে খেদি গৈ তেওঁৰ গালৈ বৰ্শা মাৰি পঠিয়ালে আৰু বিজয় গৰ্বেৰে তেওঁক নিন্দা কৰি ক'লে, "মহামূৰ্খ মোৰ হাতৰ পৰা সাৰি যাব পাৰিবি বুলি ভাবিছিলি হ'বপায়?" কৈ থাকোতেই তেওঁক ধৰি আজোৰ মাৰি আনিলে আৰু লগতে গড়ৰ এছোৱাও এৰাই আহিল। জুপিটাৰৰ অস্ত্ৰবাহী ঈগলে চৰাইটোৱেই এইদৰেই শহাপহু বা ৰাজহাঁহ হাকোটা যেন নখেৰে ধৰি উকৰাই নিয়ে। মাৰ্ছৰ নিজৰ কুকুৰনেচীয়া বাঘটোৱেও এইদৰেই গড়ালৰ পৰা ভেড়া পোৱালি থাপ মাৰি লৈ যায় আৰু পাছে পাছে মাকজনীয়ে বেৰাই যায়।

চাৰিওফালে তুমুল কোলাহল হৈছিল। লাটিনবিলাকে ক্ষিপ্ৰতাৰে আগবাঢ়ি গৈ শিলগুটিৰে গড়খাৱৈটো পুতিবলৈ চেষ্টা কৰিছিল, কিছুমানে দুৰ্গৰ এটলীয়া চাললৈ জ্বলা জোঁৰ দলিয়াইছিল। ইলিয়নিয়াছে পৰ্বতীয়া প্ৰকাণ্ড প্ৰস্তৰ এটাৰ আকৃতিৰ শিল এটা সিহঁতৰ মাজলৈ বগৰাই দিছিল। সেই সময়ত লুছেটিয়াছে অগ্নি-সংযোগৰ আহিলা-পাতি লৈ প্ৰৱেশ-পথ এটাৰ কাষ চাপিছিল। শিলটো তেওঁৰ ওপৰতে পৰিল। লাইজাৰে ইমাঠিয়নক আৰু এছিলাছে কৰিনিয়াছক বধ কৰিলে। লাইজাৰৰ বৰ্শাৰ লক্ষ্য অব্যৰ্থ আছিল, এছিলাছে লুকাই থাকি কাঁড় মাৰিছিল। ইয়াৰ পিছত চিনিয়াছে আৰ্টিজিয়াছক বধ কৰিলে, কিন্তু সেই মুহূৰ্ততেই চিনিয়াছ টাৰ্ণাছৰ হাতত নিহত হ'ল। প্ৰাচীৰৰ ওপৰত উঠি থকা অৱস্থাতে ইটিছ, ক্লনিয়াছ, ডায়ক্সিপাছ, প্ৰমলাছ ছাগাৰিছ আৰু ইডাছকো টাৰ্ণাছে হত্যা কৰিলে।

থামিলাছে নিক্ষেপ কৰা বৰ্শা প্ৰাইভাৰ্ণাছৰ গাত সামান্যভাৱে লাগিছিল, কিন্তু তেওঁ নিবোধৰ দৰে ঢালখন আঁতৰাই ধাডোখৰ হাতেৰে চুবলৈ চেষ্টা কৰোতেই কেপিছৰ হাতত মৃত্যুবৰণ কৰিলে। পাখি লগা কাঁড়টোৱে অতি সহজে হাতখনৰ সৈতে তেওঁৰ বাওঁফালছোৱা শালি পেলালে আৰু এইদৰেই তেওঁৰ প্ৰাণবায়ু বাহিৰ হ'ল। চমৎকাৰ বৰ্ম-কবচেৰে সজ্জিত হৈ, আৰু স্পেইন দেশৰ ৰঙেৰে বোলোৱা ফুলাম ৰঙা কাপোৰ এখন গাত লৈ সুদৰ্শন আৰ্চিন্স-তনয় সেই ঠাইতে থিয় হৈ আছিল। মাৰ্ছৰ পবিত্ৰ উপবন এখনত ছিমিথাছ নদীয়ে তেওঁক তুলি-তালি ডাঙৰ-দীঘল কৰিছিল। তাতে আছে পালিকাছৰ মন্দিৰ আৰু এই মন্দিৰত পূজা দিলে মনোবাঞ্ছা পূৰ্ণ হয়। পিতাকে তেওঁক যুদ্ধলৈ পঠাই দিছিল। মেজেন্টিয়াছে বৰ্শাপাট আঁতৰাই থৈ কেটেপা এখন হাতত ল'লে আৰু ভালকৈ টোঁৱাই ভিৰাই মাৰি পঠিওৱা বাটলুগুটিটো তেওঁৰ কপালৰ সোঁমাজতে লাগিল। সীহৰ সেই গুটিটোৰ আঘাতত তেওঁৰ কপালৰ হাড় ভাগি গ'ল আৰু তেওঁ বালিত বাগৰি পৰিল।

ইমানদিনলৈকে এস্কেনিয়াছৰ বনৰীয়া জন্তু চিকাৰ কৰাৰ বাহিৰে আন একো অভিজ্ঞতা নাছিল। কথিত আছে যে এতিয়া তেওঁ প্ৰথমবাৰৰ বাবে যুদ্ধত অংশ গ্ৰহণ কৰি ধনুশৰ হাতত ল'লে। নুমানাছ নামে এজন সাহসী বীৰ আছিল। তেওঁৰ আন এটা নাম আছিল ৰেমুলাছ। অলপতে তেওঁ টাৰ্ণাছৰ ভনীয়েক এজনীক বিয়া কৰাইছিল। নতুনকৈ ৰাজপদ পাই গপত গঙ্গাটোপ হৈ, নুমানাছে ভুফাইদাং মাৰি নিজৰ বিয়াগোম শৰীৰটো দেখুৱাই আগবাঢ়ি আহিল। অকথ্য আৰু অশ্লীল ভাষাৰে গুজৰি গুমৰি তেওঁ নিজকে জাহিৰ কৰিবলৈ বিচাৰিছিল। "হেৰৌ ফ্ৰিজীয়ানহঁত, দুবাৰকৈ জোলোকা-জোলোকে পানী খায়ো তহঁতৰ লাজ লগা নাইনে? এতিয়া দ্বিতীয়বাৰৰ বাবে তহঁত দুৰ্গৰ ভিতৰত আবদ্ধ হৈ আছ। আশা কৰিছ, গড়টোৱেই তহঁতক বচাব। তহঁতৰ নিচিনাবোৰেই যুদ্ধ কৰি আমাৰ ছোৱালীবোৰ বলেৰে লৈ যাবি? কোন দেৱতাই তহঁতক ইটালীলৈ পঠালে? নহয় তহঁতৰ মূৰত বিকাৰ হৈছে, সেই কাৰণেহে আহিছ। ইয়াত আট্ৰিউছৰ পুতেকহঁত নাই; ফাকি কথা কোৱাত ওস্তাদ ইউলিচিছো নাই। আমাৰ

মানুহবিলাক জন্মৰে পৰাই একাচেকা। আমাৰ ইয়াত ল'ৰা এটা ওপজা মাত্ৰকে নদীৰ বৰফযেন চেঁচা পানীত জুবুৰিয়াই দুখ-কষ্ট সহিব পৰা কৰি লওঁ। আমাৰ ল'ৰাবিলাকে চিকাৰ কৰিবলৈ গ'লে খাবলৈ-শুবলৈও পাহৰে। সিহঁতৰ প্ৰতাপত হাবি-বননিয়ে তৎ নাপায়। সিহঁতে ঘোঁৰা চেকুৰায় আৰু চোকা চোকা কাঁড় মাৰে। আমাৰ ডেকাবিলাকে কাম কৰি ভাগৰি নপৰে, সিহঁতে দুখ-কষ্ট সহিব পাৰে; সেই শিক্ষা সিহঁতৰ আছে। সিহঁতে কোৰ মাৰি মাটি চহায় আৰু যুঁজ কৰি ধৰণী কঁপায়। আমাৰ ল'ৰা-বুঢ়া সকলোৰে দুই-এটা লোহাৰ আঁচোৰ খোৱা অভ্যাস আছে। খৰকৈ গৰু খেদাবলৈ আমি যাঠিডালকে ওভোতাই লওঁ। বুঢ়াকালত ভালকৈ ভৰি নচলিলেও আমাৰ মনৰ জোৰ আৰু শৰীৰৰ শকতি কমি নাযায়। পকা চুলি কেইডাল টুপীৰ তলত চেঁচা মাৰি থৈ আমি লুটপাট কৰিবলৈ ওলাই যাওঁ, আৰু সেইদৰেই ঘৰলৈ অনা বস্তু বাহানিৰে চলি থাকো। কিন্তু তহঁত যে কি! ৰঙচঙীয়া, চিত্ৰ বিচিত্ৰ চোলা পিন্ধি তহঁতে কাম-কাজ নকৰি বহি থাকিবলৈহে ভাল পাৱ। নাচি-বাগি তহঁতে ফূৰ্তি কৰ। তহঁতে হাত দীঘল চোলা পিন্ধ, গাত লোৱা কাপোৰখনতো ফিটা লগাই লৈছ। তহঁত ফ্ৰিজীয়াৰ তিৰোতাহে, মুনিহ নহয়। যাঃ যা, ডিণ্ডিমা পাহাৰৰ ওপৰলৈ উঠি গৈ, ইকৰাৰ পেঁপা বজাগৈ। তহঁত তাৰ বাবেহে লায়ক। বাঁহী আৰু ডম্বৰুহে তহঁতৰ হাতিয়াৰ। অস্ত্ৰ-শস্ত্ৰ নিবিচাৰিবি। সেইবিলাক মতা মানুহৰ কাৰণে এৰি থৈ যাহঁক।"

এইদৰেই তেওঁ সদৰ্পে এই অমঙ্গলীয়া সতৰ্কবাণী শুনাইছিল। এস্কেনিয়াচে আৰু সহ্য কৰি থাকিব নোৱাৰিলে। তেওঁ ধনুখন হাতত লৈ গুণত টান দিলে। তেওঁৰ হাত দুখনৰ ব্যৱধান বেছি হৈ প'ল। কিন্তু প্ৰথমতে তেওঁ জুপিটাৰৰ প্ৰতি পূজা এভাগ আগ কৰি এইদৰে প্ৰাৰ্থনা কৰিলে, "হে সৰ্বশক্তিমান জুপিটাৰ, মই সাহস কৰি চেষ্টা এটা কৰিব খুজিছো, এই চেষ্টা যেন অথলে নাযায়। প্ৰতি বছৰে মই নিজে তোমাৰ মন্দিৰলৈ নৈবেদ্য লৈ যাম। সোণেৰে শিংবন্ধোৱা শুকুলা গৰু এটা মই তোমাৰ বেদীত বলি দিম। গৰুটো মাকৰ সমানেই ওখ-পাখ হ'ব আৰু সি ভৰিৰ খুড়াৰে বালি ছটিয়াব পৰা বয়সৰ হ'ব।" এই

প্ৰাৰ্থনা পৰম পিতাৰ শ্ৰুতিগোচৰ হ'ল। তেওঁ বাওঁফালে বজ্ৰপাত কৰিলে আৰু সেই ঠাই আছিল নীল আকাশৰ তলত। আৰু ঠিক সেই মুহূৰ্ত্ততে নিয়তিৰ দৰে ধনুখনৰ পৰা টঙ্কাৰ ধ্বনি নিসৃত হ'ল। টানি অনা কাঁড়পাট সোঁসোঁৱাই উৰি গৈ ৰেমুলাছৰ কপাল ভেদ কৰি মগজুৰ ভিতৰত সোমাল। এস্কেনিয়াছে ক'লে "ডাঙ্কোপ মৰা মানুহ, যা এতিয়া, মানুহক উপলুঙা কৰগৈ যা। দুবাৰকৈ আৱদ্ধ হোৱা ফ্ৰিজীয়ানবিলাকে ৰুটুলীয়ানবিলাকক এইদৰেই উত্তৰ দিয়ে।" তেওঁ ইমানকে মাথোন ক'লে। তেওঁৰ কৃতকাৰ্যতাত ট্ৰজানবিলাকে বুকু ফুলাই আনন্দত চিঞৰি উঠিল।

ঘটনাক্ৰমে সেই সময়ত দীৰ্ঘকেশী এপলোৱে আকাশৰ পৰা ইটালীয়ান সৈন্যবিলাকৰ ফালে দৃষ্টিপাত কৰিছিল। উপনিবেশটোৰ ওপৰতো তেওঁৰ চকু পৰিছিল। মেঘৰ আঁৰৰ পৰাই তেওঁ বিজয়ী ইউলাছক সম্বোধন কৰি ক'লে, "তৰুণ ৰাজকুমাৰ, তোমাৰ নৱলব্ধ পৌৰুষৰ প্ৰতি মোৰ শুভাশীষ থাকিল। তুমি দেৱকুল জাত, তোমাৰ ভৱিষ্যত বংশধৰ সকলো দেৱতুল্য হ'ব। দিব্যধামৰ পথ তুমি বিচাৰি পাইছা। অদৃষ্টৰ ইঙ্গিতত যিবিলাক যুদ্ধ উত্তৰ কালত সংঘটিত হ'ব, সেই প্ৰতিখন ৰণেই এছাৰাকাছৰ বংশধৰসকলৰ দিনত শান্তিৰে আৰু সুমীমাংসিতভাৱে সমাপ্ত হ'ব। ট্ৰয়ে তোমাৰ পৰিসৰ সীমাবদ্ধ কৰিব নোৱাৰে।" এইবুলি স্পষ্টভাৱে কৈ তেওঁ বতাহত আলোড়নৰ সৃষ্টি কৰি, উচ্চ আকাশৰ পৰা নামি আহি এস্কেনিয়াছৰ অনুচৰৰ পদত নিযুক্ত হোৱা বৃদ্ধ বুটিছৰ ৰূপ ধৰি আহি থাকোতে এপলোক সাইলাখ সেই বয়সস্থ ভৃত্যজনৰ দৰেই দেখিছিল। তেওঁৰ মাত, গাৰ বৰণ আৰু পকা চুলি, এই সকলোবিলাকেই তেওঁৰ ছদ্মবেশ সাব্যস্ত কৰিছিল আৰু তেওঁৰ অস্ত্ৰ-শস্ত্ৰবিলাকৰ ভয়ানকভাৱে ঝনঝননি উঠিছিল। উত্তেজনাত অভিভূত হৈ থকা ইয়ুলাছক পোনে পোনে মাত লগাই তেওঁ ক'লে, "ইনিয়াছ-তনয়, যথেষ্ট হৈছে, তোমাৰ শৰত নুমানাছৰ পতন হ'ল; তেওঁৰ মৃত্যুৰ প্ৰতিশোধ কোনেও ল'ব পৰা নাই। পৰম শক্তিমান এপলোৱেই তোমাক এই বিজয় গৌৰৱ লাভ কৰিবলৈ সমৰ্থ কৰিছে। তাৰ বাবে তেওঁৰ কোনো কুণ্ঠা নাই, কাৰণ তোমাৰ অস্ত্ৰ-শস্ত্ৰবিলাক তেওঁৰ বিলাকৰ নিচিনাই। কিন্তু তুমি এতিয়াও ল'ৰা হৈয়েই আছা। সেইকাৰণে ভৱিষ্যতে

যুদ্ধৰ পৰা বিৰত থাকিবা।” এইদৰে কোৱাৰ লগে লগেই এপলো লোকচক্ষুৰ পৰা অদৃশ্য হৈ পাতল বতাহৰ লগত মিলি গ'ল। কিন্তু কেইজনমান ডাৰ্ডান সামন্তই দেৱতাজনক চিনি পালে, কাৰণ তেওঁৰ উৰি যাওঁতে চোখবটো কৰকৰাই উঠিছিল আৰু তেওঁলোকে সেই অলৌকিক অস্ত্ৰৰ ধ্বনি বুজিব পাৰিছিল। সেইকাৰণে তেওঁলোকে ফিবাছৰ আদেশত গুৰুত্ব দি এস্কেনিয়াছক যুদ্ধৰ পৰা পৰা নিবৃত্ত কৰিছিল। ৰণৰ আগ্ৰহ তেওঁৰ কমা নাছিল, কিন্তু তেওঁলোকে নিজে আগবাঢ়ি গৈ, নিজৰ জীৱন বিপন্ন কৰি যুদ্ধত যোগ দিছিল। তুমুল ধ্বনিৰে প্ৰাচীৰৰ সকলো অংশ নিনাদিত হ'ল। অতিশয় ব্যগ্ৰ হৈ তেওঁলোকে ধনুত টঙ্কাৰ দিছিল আৰু ক্ষেপণাস্ত্ৰৰ সন্ধান কৰিছিল। নিক্ষিপ্ত অস্ত্ৰ ৰাশিকৃত হৈ মাটিত পৰিছিল। ঢালৰ লগত ঢালৰ আৰু শিৰস্ত্ৰাণৰ লগত শিৰস্ত্ৰাণৰ সংঘৰ্ষ ঘটিছিল। মেঘাচ্ছন্ন আকাশৰ তলত পশ্চিম ফালৰ পৰা দুৰ্বাৰ গতিৰে অহা ধুমুহা আৰু বৰষুণে পৃথিৱীত যেনেকৈ দুৰ্যোগৰ সৃষ্টি কৰে, জুপিটাৰে ঘূৰ্ণিত কৰা বৃষ্টিবাহী ঝঞ্ঝাই ঘনমেঘ আন্দোলিত কৰি অগভীৰ সমুদ্ৰত যেনেকৈ শিলাবৰ্ষণ কৰে, সেইদৰে প্ৰলয়ৰ সূচনা কৰি এতিয়া ৰুদ্ৰৰূপত মহাসমৰৰ আৰম্ভ হৈছিল।

পাণ্ডাৰাছ আৰু বিটিয়াছ আছিল আল্‌কানৰৰ পুত্ৰ। ইডা পৰ্বতত থকা জুপিটাৰৰ পৱিত্ৰ কাননত বনদেৱী আয়েৰাই তেওঁলোকক প্ৰতিপালন কৰিছিল। পিতাকৰ পৰ্বতত থকা সৰল গছৰ দৰে দীৰ্ঘদেহী এই তৰুণ বীৰ দুজনে এতিয়া সেনাপতিৰ আদেশমতে তেওঁলোকৰ তত্ত্বাৱধানত থকা দুৱাৰখন উন্মুক্ত কৰি দিলে। একমাত্ৰ নিজৰ অস্ত্ৰ-শস্ত্ৰৰ ওপৰতে নিৰ্ভৰ কৰি তেওঁলোকে স্বেচ্ছাই প্ৰাচীৰৰ ভিতৰলৈ শত্ৰু-সৈন্যক আহ্বান কৰিলে। তেওঁলোকৰ শিৰস্ত্ৰাণত দীঘল দীঘল পাখিবোৰ জোকাৰ খাই আছিল। হাতত শাণিত অস্ত্ৰ লৈ তেওঁলোক দুৰ্গৰ সমুখত থকা প্ৰবেশ-পথৰ দুয়োফালে অৱস্থিত হ'ল। তেওঁলোক আছিল দুজোপা ওক গছৰ দৰে; বোৱতী নদীৰ পাৰত, পো-নদী বা সুদৃশ্য এথেচিছৰ তীৰত লহপহকৈ বাঢ়ি অসংখ্য ডাল-পাতেৰে ভৰি থকা গগনচুম্বী গছ দুজোপাৰ ওখ আগবিলাক বতাহত হালি-জালি থাকে। প্ৰৱেশদ্বাৰ মুক্ত হোৱা দেখি ৰুটুলীয়ানবিলাক ভিতৰলৈ সোমাই আহিল। সেই সন্ধিক্ষণত কোৱেছেন্স, সুদৰ্শন

একুইকলাছ, অনুভূতিপ্ৰৱণ টামাৰাছ আৰু মাছ্ৰ্-পুত্ৰ হিমন আদি যোদ্ধাসকল শত্ৰু সৈন্যৰ হেঁচাত হয় পলাই গ'ল, নহয় তুৰাৰমুখতে তেওঁলোকে জীৱন আহুতি দিলে। এই দৃশ্য দেখি প্ৰত্যেকৰে অন্তৰত তীব্ৰভাৱে সমৰবহ্নি জ্বলি উঠিল। ট্ৰজানবিলাকে এতিয়া সংঘবদ্ধভাৱে বিপদজনক স্থানত সমবেত হ'ল। অসীম সাহসেৰে অনুপ্ৰাণিত হৈ তেওঁলোকে মুক্ত ৰণাঙ্গনলৈ আগবাঢ়ি গ'ল আৰু হতাহতিকৈ যুঁজ কৰিবলৈ ধৰিলে।

সৰ্বাধিনায়ক টাৰ্ণাছে যুদ্ধক্ষেত্ৰৰ অন্য এটা অংশত বিভীষিকাৰ সৃষ্টি কৰি তেওঁৰ জ্বলন্ত ক্ৰোধ প্ৰশমিত কৰি আছিল। এনেতে তেওঁ শত্ৰুৰে ৰণত সাফল্য লাভ কৰাৰ সংবাদ পালে। প্ৰৱেশদ্বাৰ মুক্ত হৈ থকা বুলিও তেওঁ জানিব পাৰিলে। টাৰ্ণাছে সেই ঠাইৰ যুদ্ধ পৰিত্যাগ কৰি, দুৰ্দমনীয় জিঘাংসাৰে, ভ্ৰাতৃদ্বয়ৰ দ্বাৰা সুৰক্ষিত ডাৰ্ডান তোৰণত উপস্থিত হ'ল। পোন প্ৰথমে এন্টিফেটিছকে সমুখত দেখা পাই, বৰ্শাঘাত কৰি টাৰ্ণাছে তেওঁক সংহাৰ কৰিলে। এন্টিফেটিছ আছিল ছাৰ্পিডনৰ অবৈধ সন্তান, তেওঁৰ মাক আছিল থিবছ্ দেশীয়। ইটালীয় কাঠেৰে নিৰ্মাণ কৰা বৰ্শা অবাধে নিক্ষিপ্ত হৈ তেওঁৰ পেটত লাগি বুকুৰ ফালে সোমাই গ'ল। এই উন্মুক্ত ক্ষতৰ পৰা ধাৰাসাৰে তেজ ওলাবলৈ ধৰিলে। বৰ্শাৰ আগটো হাওঁফাওঁৰ ভিতৰত সোমাই থাকিল। ইয়াৰ পিছত টাৰ্ণাছে পৰম বিক্ৰমেৰে মেৰপ্স, ইৰিমাছ, আফিডনাছ আৰু বিটিয়াছক বধ কৰিলে। ৰণৰ উন্মাদনাত বিটিয়াছৰ চকু তিৰবিৰাই আছিল। সাধাৰণ বৰ্শাৰ আঘাতত তেওঁৰ মৃত্যু হোৱা নাছিল। বজ্ৰৰ দৰে গৰ্জন কৰি উৰি অহা শক্তিশেলে তেওঁক আঘাত কৰিলে। বৃষ চৰ্ম আৰু দ্বিস্তৰীয়া সোণৰ পাতেৰে তৈয়াৰ কৰা নিৰ্ভৰযোগ্য বৰ্মই সেই আঘাত প্ৰতিহত কৰিব নোৱাৰিলে। তেওঁৰ বিৰাট বপু ধৰাশায়ী হ'ল। মেদিনী কঁপি উঠিল আৰু প্ৰকাণ্ড ঢালখন তেওঁৰ গাৰ ওপৰতে পৰাত ভয়ঙ্কৰ শব্দ হ'ল। ৰাজমিস্ত্ৰিয়ে আগতীয়াকৈয়ে প্ৰকাণ্ড প্ৰস্তৰ খণ্ডেৰে নিৰ্মাণ কৰি থোৱা অতি ওখ স্তম্ভ এটা মানুহে কুমি উপকূলৰ পৰা সাগৰত স্থাপন কৰিবলৈ চেষ্টা কৰোতে কেতিয়াবা স্তম্ভটো এইদৰেই পৰি যায়। প্ৰচণ্ড শব্দৰ সৃষ্টি কৰি বাম পানীত ডুবি যাওঁতে ধ্বংসলীলাৰ সৃষ্টি কৰে। অৱশেষত ই সাগৰৰ তলিত থিতাপি লয় আৰু সেই সময়ত সমুদ্ৰৰ উপৰিভাগ চঞ্চল আৰু তৰঙ্গিত হৈ

পৰে। পানীৰ তলত থকা কলীয়া বালিবিলাকো চাৰিওফালে ছিটিকি যায়। এই পতনৰ ফলত প্ৰক্ষিপ্তা পাহাৰ আৰু জুপিটাৰৰ আদেশ মতে টাইফিয়াছৰ বুকুত জন্ম লাভ কৰা ইনাৰাইম দ্বীপো কম্পমান হয়।

আৰু এতিয়া ৰণদেৱতা ম্যাৰ্ছ লাটিনসকলক সাহস আৰু মনোবলেৰে অনুপ্ৰাণিত কৰিলে। তেওঁলোক উৎসাহিত হ'ল। কিন্তু পৰাজয়ৰ মনোভাৱ আৰু আতঙ্কই ট্ৰজানসকলৰ মাজত অথন্তৰৰ সৃষ্টি কৰিলে। লাটিনবিলাক যুদ্ধৰ কাৰণে একত্ৰিত হ'ল। ৰণদেৱতাজনে তেওঁলোকক নিৰ্ভীক কৰি তুলিলে। ভায়েকক ভূতলশায়ী হোৱা দেখা পাই পাণ্ডাৰাছে এতিয়া যুদ্ধৰ ভয়াবহ পৰিণতিৰ কথা উপলব্ধি কৰিলে। সমস্ত শক্তি প্ৰয়োগ কৰি তেওঁ প্ৰচণ্ড প্ৰচেষ্টাৰে দুৱাৰখন টান মাৰি আনি বন্ধ কৰি দিলে। তাকে কৰোতে তেওঁৰ বহুতো বন্ধু বাহিৰতে থাকি নৃশংস সংগ্ৰামৰ সন্মুখীন হ'ব লগা হ'ল। কিন্তু ভালেমান সৈনিক ভিতৰ সোমাবলৈ সক্ষম হ'ল। তেওঁৰ বোধশক্তি বোধহয় লোপ পাইছিল, কাৰণ বহুতো লোকৰ মাজেদিয়েই ভিতৰলৈ সোমাই অহা কটুলীয়ান ৰজাজনক তেওঁ দেখা পোৱা নাছিল। ভয়ঙ্কৰ বাঘ এটা নিমাখিত গৰু-মহৰ মাজত বন্ধ কৰাৰ দৰে তেওঁ নিজ ইচ্ছাৰেই এই দুৰ্ধৰ্ষ বীৰজনক ট্ৰজানবিলাকৰ মাজত আবদ্ধ কৰি ৰাখিলে। ট্ৰজানবিলাকে টাৰ্ণাছক দেখা পালে আৰু এক অপাৰ্থিৱ আতঙ্কত তেওঁলোক অভিভূত হ'ল। তেওঁৰ অস্ত্ৰৰ ঝনঝননি আৰু শিৰস্ত্ৰাণৰ শিখৰত থকা তেজৰঙা পাখিকেইটা, তেওঁৰ ঢালৰ পৰা বিকিৰিত হোৱা বিদ্যুৎ-শিখা—এই সকলোবিলাকেই সন্ত্ৰাসৰ সৃষ্টি কৰিছিল। ইনিয়াছৰ সঙ্গীসকলে এই দানৱীয় আকৃতিটো অৱশেষত চিনিব পাৰি চক খাই উঠিল! কিন্তু ইতিমধ্যে বিৰাট বপু পাণ্ডাৰাছ জঁাপ মাৰি আগলৈ আহিল; ভায়েকৰ মৃত্যুত তেওঁৰ ক্ৰোধাগ্নি জ্বলি উঠিছিল। তেওঁ ক'লে, "এইটো আমাতাৰ কাৰেং নহয়, যিটো তুমি ভৱিষ্যতে যৌতুকত পালা-হেঁতেন। এয়া টাৰ্ণাছৰ নগৰ আৰ্ডিয়াও নহয়। তুমি এতিয়াও শত্ৰুৰ মাজত, এতিয়া তোমাৰ পৰিত্ৰাণ নাই।" টাৰ্ণাছে মিচিকিয়া হাঁহি মাৰি ধীৰভাৱে উত্তৰ দিলে, "তোমাৰ সাহস আছে যদি আহা, যুদ্ধ কৰো, তুমি ইয়াত কোনে এজন দ্বিতীয় একিলিছক লগ পালা, সেইকথা প্ৰায়ামক ক'ব পাৰিবাগৈ।"

তেওঁৰ কথা শেষ হ'ল। পাণ্ডাৰাছে শৰীৰৰ সকলো শক্তি প্ৰয়োগ কৰি এডাল অৰ্ধনিৰ্মিত বৰ্শা নিক্ষেপ কৰিলে। নচ্চা শেলডালৰ গাঁঠিবিলাকো তেতিয়া ভালকৈ কৰলা হোৱা নাছিল। কিন্তু বতাহৰ কাৰণেই লক্ষ্যভ্ৰষ্ট হ'ল। আচলতে ছেটাৰ্ণিয়ান জুনোৱে ইয়াৰ গতি পৰিবৰ্তন কৰিলে আৰু এই বিপদজনক অস্ত্ৰপাট ডুবাৰত লাগিল। "তোমাৰ অস্ত্ৰ ব্যৰ্থ হ'ল, কিন্তু মোৰ হাতত তোমাৰ পৰিত্ৰাণ নাই। মই সোঁহাতেৰে সজোৰে অস্ত্ৰ চালনা কৰো। মোক তোমাৰ নিচিনা বুলি নাভাবিবা। এতিয়াই মই তোমাক আঘাত কৰিম।" এইবুলি কৈ টাৰ্ণাছে, উদ্যত অসিৰে আক্ৰমণ কৰি তেওঁৰ কপালৰ সোঁমাজতে প্ৰচণ্ডভাৱে আঘাত কৰিলে। কপালৰ পৰা মুখলৈকে এই অংশ ডুছোৱা হ'ল। তৰোৱালৰ কোবত ভীষণ শব্দ হ'ল আৰু বসুমতী কঁপি উঠিল। পাণ্ডাৰাছৰ দেহ সোঁত-মোঁচ খাই মাটিত বাগৰি পৰিল আৰু তেওঁৰ প্ৰাণবায়ু বাহিৰ হ'ল। তেওঁৰ মূৰটো দুফাল হৈ দুয়ো কান্ধত হালি পৰিছিল। আৰু তেওঁৰ অস্ত্ৰ-শস্ত্ৰবিলাক তেজ আৰু মগজুৰে লেটি-পেটি হৈ পৰিছিল। অতিশয় ভয়ত ট্ৰজানবিলাকে খৰখেদাকৈ পলাই যাবলৈ ধৰিলে। তেওঁলোক ছেদেলি ভেদেলি হৈ পৰিল। সেই মুহূৰ্ত্তত বিজেতাজনে 'অৰ্গলডাল দাঙি মুকলি দুৱাৰখনেদি নিজৰ সৈন্যবিলাকক সোমাবলৈ দিয়াৰ কথা যদি চিন্তা কৰিলেহেঁতেন তেন্তে সেইদিনাই যুদ্ধৰ সামৰণি পৰিলহেঁতেন আৰু ট্ৰজান জাতিটোও সেইদিনাই বিলুপ্ত হ'লহেঁতেন। কিন্তু তেতিয়া টাৰ্ণাছ ক্ৰোধত জলন্ত হৈ আছিল আৰু ৰক্তলিপ্সাত উন্মত্ত হৈ তেওঁ আক্ৰমণ চলাইছিল। অকস্মাতে তেওঁ ফালাৰিছক বধ কৰিলে আৰু পাছফালৰ পৰা গাইজিছৰ আঁঠু কাটি ডুছোৱা কৰিলে। তেওঁলোকৰ বৰ্শা দুডাল পলাই যোৱা সৈন্যবিলাকলৈ পাছ-ফালৰ পৰা মাৰি পঠিয়ালে। জুনোৱে তেওঁক নতুন উৎসাহ আৰু উদ্দীপনাৰে অনুপ্ৰাণিত কৰিছিল। হেলিছ তেওঁৰ হাতত নিহত হ'ল, ঢাল বিদীৰ্ণ কৰি বৰ্শা ফিজিয়াছৰ দেহত বিদ্ধ হ'ল। আলকেন্দাৰ, হালিয়াছ, নিমন আৰু প্ৰাইটানিছে তেতিয়া দুৰ্গৰ পৰা অতি নিবিষ্টভাৱে যুদ্ধ কৰি আছিল। টাৰ্ণাছে হঠাতে আক্ৰমণ কৰি তেওঁলোকক বধ কৰিলে। লাইচেনিছে সঙ্গীসকলক আহ্বান কৰিবলৈ আহি তেওঁৰ আগত পৰাত টাৰ্ণাছে সোঁফালে থকা দেৱালৰ ফালে খিতাতে ঘূৰি নিচেই ওচৰৰ পৰা তৰোৱালেৰে ঘাপ মাৰি তেওঁৰ শিৰচ্ছেদ কৰিলে। ৰণ-টুপী পিন্ধি থকা মূৰটো আঁতৰত উফৰি পৰিল। ইয়াৰ পিছত

টাৰ্ণাছৰ বলি হ'ল আমিকাছ। বনৰীয়া জন্তু চিকাৰ কৰাত তেওঁ সুদক্ষ আছিল, তদুপৰি তেওঁ অস্ত্ৰত বিহ লগাই ল'ব জানিছিল। ইয়লাছ-পুত্ৰ ক্লিটিয়াছ আৰু ক্ৰিঠিয়াছ ৰণত পৰিল। কলাদেৱীসকলে ক্লিটিয়াছ-ক্ৰিঠিয়াছক মৰম কৰিছিল। কণ্ঠ আৰু যন্ত্ৰ-সঙ্গীত তেওঁৰ প্ৰিয় আছিল। বীণাৰ তাঁৰত তেওঁ সুৰৰ মূৰ্ছনা তুলিব পাৰিছিল। তেওঁৰ সঙ্গীতৰ বিষয় আছিল অস্ত্ৰ-সশস্ত্ৰ, সৈনিক আৰু সংগ্ৰাম।

অৱশেষত মেনিষ্টিয়াছ আৰু সাহসী জেবেষ্টাছ ট্ৰয়ৰ এই সেনাপতি দুজনে সৈন্যসকলৰ বিপৰ্যয়ৰ বাতৰি পাই সেই ঠাইত উপস্থিত হ'ল। শত্ৰু সৈন্য দুৰ্গত প্ৰৱেশ কৰি ট্ৰজানবিলাকক পৰাজিত কৰাৰ দৃশ্য তেওঁলোকৰ দৃষ্টিগোচৰ হ'ল। মেনিষ্টিয়াছে উচ্চৈঃস্বৰে ক'লে, "বন্ধুসকল, পলাই ক'ত সাৰিবা? এই দুৰ্গৰ বাহিৰে মোৰ কি আশ্ৰয় আছে? তোমালোকৰ প্ৰাচীৰৰ ভিতৰত আৱদ্ধ হোৱা এজন মানুহেই এই নগৰৰ মানুহবিলাকক কচু কটা দিলে, আৰু তেওঁক এপালি দিবলৈ কোনো নোলাল, এই কথা প্ৰচাৰ হ'লে তোমালোকে ভাল পাবানে? তোমালোক কাপুৰুষ হ'ব পাবা, সেইবুলি অকণমান লাজো লগা নাইনে? তোমালোকৰ দুখুনী দেশ, ইষ্ট দেৱতাসকল আৰু মহান ইনিয়াছৰ কাৰণে পুতৌ অকণো ওপজা নাইনে? এইদৰে আবেদন কৰাত ট্ৰজানবিলাকে শক্তি আৰু সাহস ঘূৰাই পালে। তেওঁলোক একত্ৰিত হৈ ব্যূহ নিৰ্মাণ কৰিলে। টাৰ্ণাছে লাহে লাহে ৰণক্ষেত্ৰ ত্যাগ কৰি নদীৰ কাষলে যাবলৈ ধৰিলে। ট্ৰজানবিলাক নতুন বলত বলীয়ান হৈ, হুংকাৰ কৰি ৰণৰ কাৰণে প্ৰস্তুত হ'ল। এজাক চিকাৰীয়ে যেন হাতত যাঠি-জোং লৈ ভয়ঙ্কৰ সিংহ এটাক আক্ৰমণ কৰিবলৈ উদ্যত হৈছিল। সিংহটো সতৰ্ক হয় আৰু সি প্ৰবল ক্ৰোধত হিংস্ৰ দৃষ্টিৰে পাছ হুঁহকি যায়। তাৰ ৰোষ প্ৰশমিত নহয়, তদুপৰি তাৰ আছে অসীম সাহস। সেইকাৰণে সি পলাই নাযায়। চিকাৰীবিলাকৰ হাতত থকা অস্ত্ৰ শস্ত্ৰবিলাকৰ কাৰণে সি সিহঁতকো উভতি ধৰিব নোৱাৰে। এতিয়া সিংহটোৰ দৰেই টাৰ্ণাছে অতি অনিচ্ছাৰে আৰু ধীৰে ধীৰে প্ৰস্থান কৰিছিল। তেওঁ তেতিয়াও ঘণ্ডত দেইপুৰি মৰিছিল। তথাপি, সেই অৱস্থাতে তেওঁ দুবাৰ শত্ৰুক আক্ৰমণ কৰিছিল আৰু দুয়োবাৰেই তেওঁলোকৰ মাজত বিশৃঙ্খল অৱস্থাৰ সৃষ্টি কৰিছিল। কিন্তু এতিয়া শিবিৰৰ

পৰা আৰু এটা দল আহি যোগ দিলেহি। জুনোৱেও টাৰ্ণাছক নতুন শক্তি যোগাবলৈ সাহস কৰিব নোৱাৰিলে। কাৰণ জুপিটাৰে আইৰিছক পঠাই তেওঁক সতৰ্ক কৰি দিছিল যে ট্ৰাৰ্ণাছ ট্ৰজানবিলাকৰ দুৰ্গ প্ৰাকাৰৰ পৰা নিষ্ক্ৰান্ত নহ'লে তেওঁৰ অৱস্থা বিষম হ'ব। এতিয়া জাউৰিয়ে জাউৰিয়ে অস্ত্ৰ-বৰ্ষণ হোৱাত এই তৰুণ যোদ্ধাজনৰ পুনৰ শত্ৰুৰ সমুখীন হ'বলৈ বাহুত বল নাছিল। তেওঁৰ ঢালখনো প্ৰায় অচল হৈ পৰিছিল। শত্ৰুৱে নিক্ষেপ কৰা শিলে তেওঁৰ শিৰস্ত্ৰাণত ঝনঝননিৰ সৃষ্টি কৰিছিল। আৰু তাৰ আঘাতত বৰ্ম-কবচ মেটোৰা মেটুৰি হৈছিল। মূৰৰ পাখিকেইটা সুলকি পৰিছিল, ঢালখনে অস্ত্ৰাঘাত নিবাৰণ কৰিব পৰা নাছিল। এতিয়া মেনিষ্টিয়াছৰ নেতৃত্বত ট্ৰজানবিলাকে দুগুণ উৎসাহেৰে ৰণ-নিনাদ কৰি বৰ্শা নিক্ষেপ কৰিছিল। টাৰ্ণাছৰ গাৰ পৰা ক'লা ঘামৰ সোঁত বলিছিল, কাৰণ জিৰণি ল'বৰ কাৰণে তেওঁৰ সময় নাছিল। তেওঁ অৱশ হৈ পৰিছিল, কঁপিছিল আৰু তেওঁৰ কোঁপনি উঠিছিল। শেষ মুহূৰ্ত্তত তেওঁ বৰ্ম-কবচৰ সৈতেই পানীত জঁপিয়াই পৰিল। নদীখনৰ হালধীয়া সোঁতত তেওঁ ভটিয়াই গ'ল। সক সক ঢৌবিলাকে তেওঁৰ গাত লাগি থকা তেজবিলাক ধুৱাই দিলে। অৱশেষত তেওঁ বংশনেৰে বন্ধুবৰ্গৰ মাজত উপস্থিত হ'ল।

## দহ

## ইনিয়াছৰ প্ৰত্যাবৰ্তন

ইতিমধ্যে দেৱলোক অলিম্পাছৰ দুৱাৰ উন্মুক্ত হ'ল। দেৱতাসকলৰ জনক আৰু মানৱ জাতিৰ অধিপতিজনাই তাৰকাখচিত উচ্চ প্ৰাসাদত এখন সভা আহ্বান কৰিলে। এই প্ৰাসাদৰ পৰাই তেওঁ প্ৰায়ে পৃথিৱীলৈ দৃষ্টি-পাত কৰিছিল; ডাৰ্ডান শিবিৰ আৰু লাটিয়ামৰ প্ৰজাসকলো তেওঁৰ চকুত পৰিছিল। দুখন প্ৰবেশ-দ্বাৰ থকা বিশাল কক্ষটোত সোমাই দেৱতাসকলে আসন গ্ৰহণ কৰিলে। স্বয়ং জুপিটাৰে সকলোকে সম্বোধন কৰি ক'লে, "হে স্বৰ্গধামত বাস কৰা মহান দেৱতাসকল, তোমালোকৰ সিদ্ধান্ত এতিয়া সলনি হ'ল কিয়? পৰস্পৰ বিৰোধী ভাবৰ বশৱৰ্তী হৈ তোমালোকে কিয় বিবাদ কৰিছা? ইটালীক ট্ৰজানবিলাকৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ দিয়া অনুমতি মই প্ৰত্যাহাৰ কৰিছো। মোৰ নিষেধাজ্ঞাৰ বিৰোধিতা কিয় কৰিছা? যুদ্ধৰ পথ তোমালোকে কিয় বাছি লৈছা? কিহৰ ভয়ত তোমালোকে সমৰানল প্ৰজ্বলিত কৰিবলৈ তৎপৰ হৈ পৰিছা? সংগ্ৰামৰ উপযুক্ত ক্ষণ উপস্থিত হ'ব। তোমালোকে খৰখেদা লগাব নালাগে। শক্তিশালী কাৰ্থেজে এদিন আল্‌পস্ পৰ্বতমালা অতিক্ৰম কৰি ৰোমৰ সুৰক্ষিত দুৰ্গৰ ধ্বংস সাধন কৰিব আৰু তেতিয়াই সমুপস্থিত হ'ব ৰণৰ সময়। তেতিয়া তোমালোকে স্বাধীনভাৱে হিংসা প্ৰবৃত্তি চৰিতাৰ্থ কৰি, অস্ত্ৰধাৰণৰ বিধিসম্মত বাট বিচাৰি পাবা। কিন্তু এতিয়া সেইবিলাক কথা উল্লেখ কৰাৰ প্ৰয়োজন নাই। মই এতিয়া শান্তি স্থাপন কৰিবলৈ ইচ্ছা কৰিছো। আশাকৰো তোমালোকে মোক সহৰ্ষে সমৰ্থন কৰিবা।"

এইদৰেই জুপিটাৰে সংক্ষিপ্তভাৱে মন্তব্য প্ৰকাশ কৰিলে। কিন্তু কাঞ্চন বৰ্ণা ভেনাছৰ উত্তৰ সিমান চমু নাছিল। তেওঁ ক'লে, "হে পিতা, হে বিশ্ব চৰাচৰৰ অবিসংবাদী অধীশ্বৰ, তোমাৰ বাহিৰে আমি আন কোন শক্তিৰ কাকুতি কৰিম? তুমি জানো দেখা নাই কটুলীয়ানবিলাকে জয়লাভ কৰি

কিমান ওফন্দি পৰিছে? টাৰ্ণাছে বিজয় গৌৰবেৰে কেনেকৈ অশ্ব চালনা কৰি ট্ৰজান সৈন্যক মহটিয়াই নিছে? মাৰ্চৰ অনুগ্ৰহ লাভ কৰি তেওঁ কেনেকৈ গৰ্বত বুকু ফিন্দাই ফুৰিছে? ট্ৰজানবিলাকৰ প্ৰাচীৰ এতিয়া বন্ধ হৈ থকা নাই, তেওঁলোক এতিয়া সুৰক্ষিত নহয়। কাৰণ শত্ৰুৱে এতিয়া প্ৰবেশ-দ্বাৰৰ ভিতৰত থাকি তুমুল যুদ্ধ কৰিছে, গড়ৰ কাষে কাষে ৰণ কৰি গড়খাবৈবিলাক ৰক্তেৰে প্লাবিত কৰিছে। ইনিয়াছে একোকে নাজানে, কাৰণ তেওঁ বহু দূৰত। এই অৱৰোধৰ পৰা তুমি তেওঁলোকক নিস্কৃতি নিদিবানে? নৱজন্ম লাভৰ সময়ত ট্ৰয়ৰ প্ৰাচীৰ শত্ৰুৰ দ্বাৰা পুনৰ বিপন্ন, সৈন্যবাহিনীয়ে তেওঁলোকক সমূলঞ্চে বিনাশ কৰাৰ ভাবুকি দিছে। ইটালীয়ান আৰ্পিৰ পৰা ডায়মিডিছ পুনৰ অগ্ৰসৰ হৈছে, দ্বিতীয়বাৰ ট্ৰজানবিলাকক এসেকা দিয়াই তেওঁৰ উদ্দেশ্য। মোৰ আশঙ্কা হৈছে যে মই পুনৰ যুদ্ধত আহত হ'ম; মই তোমাৰ দুহিতা হৈয়ো ভয় কৰিবলগীয়া হৈছো যে সামান্য এটা মানুহৰ হাতত মোৰ আকৌ লঘু-লাঞ্ছনা হ'ব। তোমাৰ ঐশ্বৰিক ইচ্ছা উলংঘা কৰি যদি ট্ৰজানবিলাকে ইটালীলৈ যাত্ৰা কৰিছে, তেন্তে সিহঁতে তাৰ প্ৰায়শ্চিত্ত কৰক, তুমি সিহঁতক সহায় কৰাৰ কোনো প্ৰয়োজন নাই। কিন্তু যদিহে স্বৰ্গ আৰু পাতালৰ বিশিষ্ট দেৱতাসকলৰ নিৰ্দেশ মতেহে তেওঁ-লোক পৰিচালিত হৈছে, তেন্তে এতিয়া তোমাৰ আদেশ উপেক্ষা কৰি তেওঁলোকৰ ভাগ্য নতুনকৈ নিৰ্ধাৰণ কৰিবৰ কাৰণে কেনে সাহস কৰিছে? ইৰিক্সৰ উপকূলত তেওঁলোকৰ নৌ-বাহিনী কেনেকৈ দগ্ধ হ'ল সেই কথাৰ পুনৰাবৃত্তি মই কৰিব খোজা নাই। বায়ু দেৱতাই ক্ৰুদ্ধ পৱনসকলক কেনেকৈ জাগ্ৰত কৰি ইয়লিয়াৰ পৰা প্ৰেৰণ কৰিছিল, আইৰিছক কেনেকৈ মেঘৰ মাজেদি তৰিৎ গতিৰে পঠোৱা হৈছিল, সেইবিলাকো মই উল্লেখ নকৰো। এতিয়া জুনোৱে নিজৰ কাম সমাধা কৰিবলৈ দৈত্য-দানৱকো নিযুক্ত কৰিছে। পূৰ্বে তেওঁ সৃষ্টিৰ সেই অংশটোত হস্তক্ষেপ কৰা নাছিল। এলেক্টোৱে পৃথিৱীৰ উপৰি ভাগলৈ আহি ইটালীৰ নগৰবিলাকত ভয়ানক অশান্তিৰ সৃষ্টি কৰিছে। এখন ৰাজ্যৰ কাৰণে মোৰ হাবিয়াস নাই। ভাগ্য যেতিয়া আমাৰ প্ৰতি সুপ্ৰসন্ন আছিল তেতিয়াহে তেনে আশা পোষণ কৰিছিলো। এতিয়া তোমাৰ ইচ্ছা মতেই যিকোনো এটা পক্ষই জয়লাভ কৰক। যদি তোমাৰ দয়া মমতাহীন কুঁৱৰীয়ে ট্ৰজানবিলাকক কোনো ঠাইতে থাকিবলৈ

দিব নোৱাৰে, তেন্তে হে পিতা, বিধ্বস্ত ট্ৰয়ৰ ধ্বংসস্তূপৰ দোহাই দি মই তোমাক মিনতি কৰি কৈছো, এস্কেনিয়াছক ৰণৰ পৰা নিৰাপদে লৈ আহিবলৈ মোক অনুমতি দিয়া। মোৰ নাতিটোৱেই অন্ততঃ জীয়াই থাকক। অজান সাগৰত ধুমুহা ৰতাহে ইনিয়াছক জৰ্জৰিত কৰি থাকক, কপালকে ধিয়াই তেওঁ য'লৈ যায় যাওক। কিন্তু এস্কেনিয়াছক যুদ্ধৰ বিভীষিকাৰ পৰা আঁতৰাই আনিবলৈ মোক সক্ষম কৰি তোলা। তাক ৰক্ষা কৰিবলৈ যেন মোৰ শক্তিয়ে কুলায়। আমাঠাছ, ছাইঠিৰা আৰু পাফছ পৰ্বতৰ মই গৰাকী। ইডালিয়ামত মোৰ মন্দিৰ এটাও আছে। সি অস্ত্ৰ-শস্ত্ৰ বিসৰ্জন দি অখ্যাতভাবে ইয়াৰ যি কোনো এঠাইতে বাস কৰক। প্ৰবল শক্তিৰে কাৰ্থেজে ইটালী ছাৰখাৰ কৰক। তোমাৰ মনত যদি তেনে অভিলাষেই আছে, এস্কেনিয়াছে কোনো টায়াৰীয় নগৰৰ বিৰোধিতা নকৰে। যুদ্ধৰ অভিশাপৰ পৰা পৰিত্ৰাণ পাই, আৰ্গাইভবিলাকে জ্বলোৱা জুই নিৰাপদে পাৰ হৈ জলে স্থলে সকলো বিপদ-বিঘিনি অতিক্ৰম কৰি অহাৰ পিছত ট্ৰজানবিলাকে লাটিয়ামখন বিচাৰি ফুৰাৰ পৰা তাৰ কি লাভনো হ'ল? তাৰ সলনি ট্ৰয়ৰ মাটিতে, ছাই আৰু এঙাৰবিলাকৰ ওপৰতে পধি থকাই বেছি ভাল আছিল। হে পিতা, মই তোমাক কাবৌ কৰিছো, ট্ৰজানবিলাকৰ কপালত যদি কষ্ট আছে, তেন্তে জেণ্ঠাছ আৰু ছিমইছ সিহঁতৰ হাতত সমৰ্পণ কৰা, যিখিনি দুৰ্দশা সিহঁতে ভোগ কৰিলে, পুনৰ তাকে আগত লৈ সিহঁত উভতি যাওকগৈ।"

ইয়াৰ পিছত তীব্ৰ ঘৃণাৰে কুঁৱৰী জুনোৱে গুৰুত্বপূৰ্ণভাৱে মাত লগালে, "ইমান সময় মই মাতবোল কৰা নাই। মোৰ মনৰ ক্ষোভো প্ৰকাশ কৰা নাই। এতিয়া কিয় মোক কথা ক'বলৈ বাধ্য কৰিছা? কোনোবা মানুহ বা দেৱতাই কেতিয়াবা ইনিয়াছক যুদ্ধৰ পথ বাছি ল'বলৈ কৈছিলনে? অপ্ৰবোচিতভাৱে ৰজা লাটিনাছক আক্ৰমণ কৰিবলৈ তেওঁক কোনে উদগনি দিছিল? নিয়তিয়ে তেওঁক ইটালীলৈ লৈ আহিল।" মিছা কথা, কেছেন্দ্ৰাৰ প্ৰলাপ শুনিহে তেওঁ সেই উৎসাহ পালে। নিজৰ জীৱন বিপন্ন কৰি, উপনিবেশ এৰি থৈ যাবলৈ মই তেওঁক বাধ্য কৰিছিলোনেকি? কি কাৰণে তেওঁ যুদ্ধৰ দায়িত্ব আৰু প্ৰতিৰক্ষাৰ ভাৰ ল'বা এটাৰ হাতত সোধাই গুচি গ'ল? ইট্ৰুস্কানসকলৰ আনুগত্যত ভাঙোন ধৰাই, জাতিবিলাকৰ মাজত অশান্তিৰ

সৃষ্টি কৰিবলৈকে তেওঁ যোৱা নাইনে? কোন দেৱতাই, কোন নিদাৰুণ শক্তিয়ে তেওঁক এই অন্যায় কাৰ্যত প্ৰবৃত্ত কৰিলে? এইবিলাকত জুনো কেনেকৈ জড়িত হ'ল? মেঘৰ মাজেদি উৰি যোৱা আইৰিছৰ কি ভূমিকা আছিল? ইটালীয়ানবিলাকে চালুকীয়া অৱস্থাতে ট্ৰয় নগৰখনত অগ্নি-সংযোগ কৰাটো নীতিবিৰুদ্ধ কাম, পিলুমনাছৰ বংশধৰ আৰু দেৱী ভেনিলিয়াৰ পুত্ৰ টাৰ্ণাছে স্বদেশৰ মাটিত প্ৰতিৰক্ষাৰ দৃঢ় ব্যৱস্থা অৱলম্বন কৰা উচিত। কিন্তু এইটো কি কথা? ট্ৰজানবিলাকে হাতত জ্বলা জোঁৰ লৈ লাটিনবিলাকক জানো নিদাৰুণভাৱে আক্ৰমণ কৰা নাই? পৰৰ পথাৰৰ পৰা জানো শস্য আদি লুটি-পুটি নিয়া নাই? সিহঁতে গাভৰু ছোৱালীবোৰ ধৰি নিছে আৰু বিয়াৰ বন্দবস্ত হৈ থকা কন্যাকো হৰণ কৰিছে। সিহঁতে হাতযোৰ কৰি শান্তিৰ কথা কয় আৰু জাহাজৰ পাছফালৰ পৰা অস্ত্ৰ-শস্ত্ৰ প্ৰদৰ্শন কৰে। গ্ৰীকবিলাকৰ কবলৰ পৰা তুমি ইনিয়াছক পলুৱাই নিব পাৰা, সেই বীৰ-জনৰ পৰিবৰ্তে সিহঁতৰ চকুৰ আগত কুঁৱলিৰ সৃষ্টি কৰিবলৈ তোমাৰ শক্তি আছে। তেওঁৰ জাহাজবিলাকো দেখোন একোজনী জলকুঁৱৰী হ'ল। তেনে-হ'লে মই কটুলীয়ানবিলাকক অকণমান সহায় কৰাটো কি ইমান সাংঘাতিক কথা হ'ল? 'ইনিয়াছে একোকে নাজানে, কাৰণ তেওঁ বহু দূৰত।' তেওঁ দূৰতেই থাকি যাওক, তেওঁ একো নাজানিলেও হ'ব। পাফচ, ইডালিয়াম আৰু ছাইঠেৰীয়া পৰ্বতৰ তুমি গৰাকী। নেনেহ'লে প্ৰচণ্ড ক্ৰোধত যুদ্ধৰ কাৰণে প্ৰস্তুত হৈ থকা নগৰ এখনত কিয় হস্তক্ষেপ কৰিব লাগে? ফ্ৰিজীয়ান-বিলাকৰ ভেটিটো এতিয়াই থৰক-বৰক। এতিয়া মইহে সিহঁতক সা-সম্পত্তিৰ পৰা বঞ্চিত কৰিবলৈ চেষ্টা কৰিছোনেকি? ভাগ্যহীন ট্ৰজানবিলাকক গ্ৰীক-বিলাকৰ কবলত কোনে পেলালে? মইনে সেইজন? কি কাৰণত এচিয়া আৰু ইউৰোপৰ মাজত যুদ্ধ লাগিল? বিশ্বাসঘাতকতা কৰি কোনে শান্তি ভঙ্গ কৰিলে? সেই লম্পট ডাৰ্ডানটোক স্পাৰ্টালৈ মই বাট দেখুৱাই নিছিলো-নেকি? তাক জানো মই কিবা অস্ত্ৰ-শস্ত্ৰ দিছিলো? নাৰীৰ লোভ দেখু-ৱাই মই জানো যুদ্ধৰ কাৰণে ইন্ধন যোগাইছিলো? তুমি সেই সময়তে তোমাৰ মৰমৰ মানুহবিলাকৰ কাৰণে অলপ চিন্তিত হ'ব লাগিছিল। এতিয়া বহুত দেৰী হৈ গ'ল, মোক মিছাকৈয়ে গালি পাৰি, তোৱাই নোহোৱাই দোষাৰোপ কৰাৰ কোনো কাৰণ নাই।"

এয়েই আছিল জুনোৰ ভাষণ। স্বৰ্গবাসীসকলে এবাৰ এগৰাকীৰ আৰু অন্যবাৰ ইগৰাকীৰ সমৰ্থনত মৃদু গুঞ্জন কৰিছিল। এইদৰেই গছ-লতাই পৃথিৱীৰ বতাহৰ প্ৰথম জাটি-বাৰ মৃদু পৰশ পালেই নাবিকবিলাকে আগন্তুক ধুমুহা বতাহৰ কাৰণে সতৰ্ক হৈ পৰে, যদিও আপাতদৃষ্টিত কোনো পৰিৱৰ্তন চকুত নপৰে।

কিন্তু ইয়াৰ পিছতেই ভূমণ্ডলৰ মুখ্য নিয়ন্তক পৰম পিতাই ক'বলৈ আৰম্ভ কৰিলে। তেওঁ ভাষণ দিয়াৰ সময়ত দেৱতাসকলৰ বিশাল সভাকক্ষ নিস্তব্ধ হৈ পৰিল; বহুতো তলত থকা পৃথিৱীখন কঁপি উঠিল; মহাশূন্যত শব্দ-তৰঙ্গৰ গতি বন্ধ হৈ গ'ল; বায়ু-প্ৰবাহ বন্ধ হ'ল আৰু সমুদ্ৰই শান্ত মূৰ্তি ধাৰণ কৰিলে। "এতিয়া মোৰ কথা শুনাহঁক, সেই কথাই তোমালোকৰ অন্তৰত বেখাপাত কৰিব লাগিব। অছনীয়ানবিলাকে ট্ৰজানবিলাকৰ লগত শান্তি স্থাপন কৰাটো অবাঞ্ছনীয় বুলি এতিয়া প্ৰতিপন্ন হৈছে। তোমা-লোকৰ মাজত বিৰোধৰো শেষ নহয়। কোনো এজন মানুহ ব্যক্তিগতভাৱে যেনে ভাগ্যৰে অধিকাৰী নহওক, আশাৰ পথাৰখন তেওঁলোকে যেনেভাবেই কৰ্ষণ নকৰক, মই তেওঁলোকৰ প্ৰতি পক্ষপাতিত্ব কৰিব খোজা নাই। তেওঁ ট্ৰজানো হ'ব পাৰে বা কটুলীয়ানো হ'ব পাৰে। হয়তো ইটালীয়ান-বিলাকে অদৃষ্টৰ নিৰ্দেশতে ট্ৰয়ৰ উপনিবেশ অৱৰোধ কৰিব পাৰে, ন'হলে কিছুমান ক্ষতিকৰ ভৱিষ্যৎ-বাণী বা অভিশাপৰ প্ৰভাৱত ট্ৰজানবিলাকে অনাই বনাই ফুৰিব লগা হোৱাটোও অসম্ভৱ নহয়। কটুলীয়ানবিলাককো মই নিৰ্দোষ বুলি ক'ব খোজা নাই। নিজৰ কৰ্মৰ পৰা মানুহে সুফল বা কুফল ভোগ কৰে। জুপিটাৰ সকলোৰে ৰজা, তেওঁ কাকো বিশেষ অনু-গ্ৰহ নেদেখুৱায়। ললাটৰ লিখন কোনেও খণ্ডন কৰিব নোৱাৰে।" জুপিটাৰে তেওঁৰ ভ্ৰাতৃৰ পাতাল ৰাজ্যত থকা নদী আৰু কজলা পানী আবৰি থোৱা কৃষ্ণবৰ্ণ তীৰবিলাকৰ নামত তেওঁৰ উক্তি দৃঢ়ীভূত কৰি শিৰ সঞ্চালন কৰিলে। সেই সঞ্চালনত সমগ্ৰ অলিম্পাছ কম্পিত হ'ল। ইমানতে সভা ভঙ্গ হ'ল। সোণৰ সিংহাসনৰ পৰা জুপিটাৰে গাত্ৰোত্থান কৰিলে; দেৱতাসকলে তেওঁক দুৱাৰ-মুখলৈকে আগবঢ়াই দিলে।

ইতিমধ্যে কর্টলীয়ানবিলাকে প্রতিখন দুৱাৰত প্ৰবল চাপ দিছিল। তেওঁলোকৰ উদ্দেশ্য আছিল ৰক্ষীসকলক হত্যা কৰি দুৰ্গত অগ্নি-সংযোগ কৰা। ইলিয়াছৰ সমগ্ৰ সৈন্য-বাহিনী অৱৰুদ্ধ হৈ প্ৰাচীৰৰ ভিতৰতে আবদ্ধ হৈ থাকিব লগা হৈছিল, তেওঁলোকৰ মুক্তিৰ কোনো পথ নাছিল। দুৰ্গৰ চূড়াবিলাকত ট্ৰজানবিলাক করুণ আৰু অসহায়ভাৱে থিয় হৈ আছিল; গড়ৰক্ষীৰ শাৰীটো সেৰেঙা হৈ পৰিছিল। একেবাৰে আগৰ শাৰীত আছিল ইম্বে চাছ-পুত্ৰ আচিয়াছ: ছিছিটাওন-তনয় থাইমিটিছ আৰু বয়সস্থ থাপ্সিছ। তেওঁৰ কাষতে আছিল কেইৰ তেওঁলোকৰ পাছতেই আছিল গৌৰৱময় লিছীয়া দেশৰ পৰা অহা ছাপিডনৰ ভ্ৰাতৃদ্বয়, ক্লাবাছ আৰু থিমন। লার্ণেচাছ ৰাজ্যৰ ইমনে কেকো-ভেকোকৈ এটা প্ৰকাণ্ড প্ৰস্তৰ খণ্ড কঢ়িয়াই আনিছিল। পিতাক ক্লিটিয়াছ বা ভায়েক মেনিষ্টিয়াছতকৈ তেওঁ কোনো গুণে হীন নাছিল। কোনোৱে শিল দলিয়াই, কোনোৱে বৰ্শা নিক্ষেপ কৰি আৰু কোনো কোনোৱে অগ্নিবৃষ্টি বা শৰ-সন্ধানৰ দ্বাৰা শত্ৰুক বিপৰ্যস্ত কৰিবলৈ প্ৰয়াস কৰিছিল।

আৰু চোৱা, তেওঁলোকৰ ঘন বিন্যাসৰ মাজতে আছিল স্বয়ং ডাৰ্ডান ৰাজকুমাৰ। ভেনাছৰ বিশেষ অনুগ্ৰহৰ বাবে তেওঁ প্ৰকৃততে উপযুক্ত আছিল। তেওঁৰ সুদৰ্শন শিৰ উন্মুক্ত আছিল। গ্ৰীৱা বা মস্তকমণ্ডিত হৰা সোণৰ অলঙ্কাৰখচিত বস্তুৰ দৰে তেওঁ জিলিকি উঠিছিল, মসৃণ কাঠত সংযোগ কৰা উজ্জ্বল হাতীদাঁতৰ দৰে তেওঁ শোভা কাৰিছিল। নমনীয় স্বৰ্ণবলয়েৰে ভূষিত তেওঁৰ কেশদামে দুগ্ধ-শুভ্ৰ কণ্ঠদেশ আবৰি আছিল। আৰু সেই গৰ্বিত-হৃদয় বাহিনীটোৱে আৰু এজনক লক্ষ্য কৰিছিল। তেওঁ আছিল ইছমেৰাছ, ইকৰাৰ কাঁড়ত তেওঁ বিন্ধ লগাই শত্ৰুক আহত কৰিবলৈ সক্ষম হৈছিল। তেওঁ আছিল লিডিয়াৰ এটা সম্ভ্ৰান্ত বংশৰ সন্তান; বলিষ্ঠ লোক-সকলে হাত খেতি কৰে আৰু পেক্টলাছে পথাৰত সোণ সিঁচে। মেনিষ্টিয়াছো তাতে আছিল। টাৰ্ণাছক প্ৰাচীৰৰ পৰা বিতাড়িত কৰি তেওঁ যি গৌৰৱৰ অধিকাৰী হৈছিল, সেই গৌৰৱে তেওঁক তেতিয়াও উচ্চ আৰু শ্ৰেষ্ঠ কৰি ৰাখিছিল। তাত আৰু আছিল কেপিছ, তেওঁৰ নামৰ পৰাই কেম্পানীয়াৰ নগৰৰ উদ্ভৱ হৈছে।

এইদৰে এখন দুৱাৰগ্ৰহী যুদ্ধত দুটা সৈন্য-বাহিনীৰ মাজত তুমুল সংঘৰ্ষৰ সৃষ্টি হৈছিল। ইতিমধ্যে ইলিয়াছে মাজবাটি সাগৰৰ প্ৰণালী পাৰ

হৈ আহিছিল। ইভেণ্ডাৰৰ পৰা বিদায় লৈ তেওঁ ইট্ৰুস্কান শিবিৰত প্ৰৱেশ কৰি ৰজাৰ ওচৰলৈ গৈছিল। তেওঁ নাম আৰু বংশ উল্লেখ কৰি নিজৰ পৰিচয় দিলে, নিজৰ প্ৰয়োজন আৰু সঙ্গতিৰ বিষয়ে সকলো প্ৰশ্নৰ উত্তৰ দিলে আৰু মেজেণ্টিয়াছৰ আচৰণত কেনেকৈ এটা বিৰাট সৈন্যবাহিনীয়ে তেওঁলোকৰ পক্ষ অৱলম্বন কৰিলে সেই বিষয়েও বৰ্ণনা কৰিলে। টাৰ্ণাছ কেনে হিংস্ৰ প্ৰকৃতিৰ মানুহ তাকো উনুকিয়ালে। তেওঁৰ জনবল কিমান সীমিত সেই কথাও প্ৰকাশ কৰি ৰজাক মিনতি কৰিলে। শীঘ্ৰে তেওঁৰ উদ্দেশ্য সফল হ'ল। টাৰকাণে এখন চুক্তি সম্পাদন কৰি তেওঁৰ লগত যোগ দিলে। আৰু এ'ভৱা লিডীয়াৰ এই জাতিটোৱে অদৃষ্টৰ ঋণ পৰিশোধ কৰিলে। স্বৰ্গীয় নিৰ্দেশ মানি লৈ তেওঁলোকে এজন বিদেশী নেতাৰ তত্ত্বাৱধানত নিজক সমৰ্পণ কৰিলে। অৱশেষত তেওঁলোকে জাহাজ মেলি দিলে। সকলোৰে আগত আছিল ইনিয়াছৰ তৰী। সেই তৰীৰ চৰাই-ঠুটীয়া আগত ফ্ৰিজীয়াৰ সিংহ চিত্ৰিত কৰা হৈছিল, তাৰ ওপৰত আছিল ইডা পৰ্বত। নিৰ্বাসিত ট্ৰজানবিলাকে এই দৃশ্যটো বৰ ভাল পাইছিল। ইনিয়াছে সম্মুখত আসন্ন হৈ যুদ্ধৰ ফলাফলৰ বিষয়ে চিন্তা কৰি আছিল। তেওঁৰ বাওঁফালে নিচেই ওচৰতে আছিল পালাছ। তেওঁ ৰাতি বাট দেখুৱাই নিয়া নক্ষত্ৰবিলাকৰ বিষয়ে নানা কথা সুধিছিল আৰু মাজে মাজে জলে-স্থলে তেওঁৰ দুঃসাহসী ভ্ৰমণৰ কাহিনী শুনিবলৈ ইচ্ছা প্ৰকাশ কৰিছিল।

হে সঙ্গীতৰ অধিষ্ঠাত্ৰী দেৱীসকল, হেলিকন উন্মুক্ত কৰি মোক অনুপ্ৰাণিত কৰা। ইট্ৰুস্কান উপকূলৰ পৰা সমুদ্ৰ-যাত্ৰা কৰি ইনিয়াছক অনুসৰণ কৰা সৈন্যসকলৰ বিষয়ে যেন মই বৰ্ণনা দিব পাৰো।

মাচিকাছ আছিল প্ৰধান সেনাপতি; 'বাঘিনী' নামৰ ব্ৰঞ্জৰ পাত মেৰিওৱা জাহাজত উঠি তেওঁ সাগৰৰ উপৰিভাগেদি আহি আছিল। কাছি নগৰৰ ক্লাছিয়াম দুৰ্গৰ পৰা অহা একেজাৰ তৰুণ যোদ্ধা তেওঁৰ অধীনত আছিল। তেওঁলোকৰ অস্ত্ৰ-শস্ত্ৰৰ ভিতৰত আছিল মাৰাত্মক ধনু-শৰ আৰু কান্ধত ওলমি থকা পাতল তোখৰ। মাচিকাছৰ লগত আছিল দুৰ্দ্ধৰ্ষ আবাছ! তেওঁৰ সৈন্য দলটোৱে চমৎকাৰ অস্ত্ৰ-শস্ত্ৰ ধাৰণ কৰিছিল। তেওঁৰ জাহাজৰ পাছফালে জিলিকি আছিল এপলোৰ স্বৰ্ণমূৰ্তি। মাতৃভূমি পপুলনীয়াই তেওঁক দান কৰিছিল ছশজন পুত্ৰ। তেওঁলোক আছিল তৰুণ আৰু অভিজ্ঞ

যোদ্ধা। লোহাৰ খনিৰে সমৃদ্ধ ইল্‌ভা দ্বীপৰ পৰা আৰু তিনিশ সৈন্য তেওঁৰ লগত আহিছিল। তৃতীয় জাহাজখন আছিল আছিলাছৰ। তেওঁ আছিল এজন সুবিজ্ঞ জ্যোতিষী। পশুৰ অন্ত্ৰ, আকাশৰ তৰা, চৰাইৰ মাত আৰু বিজুলীৰ চিকমিকনি দেখিয়েই তেওঁ ভবিষ্যৎ গণনা কৰিব পাৰিছিল। দেৱতা আৰু মানুহৰ তেওঁ মধ্যস্থতা কৰিব পাৰিছিল তেওঁৰ লগত আহিছিল এহেজাৰ সেনা। তেওঁলোকৰ সংহত পংক্তিৰ সমুখত শাৰী শাৰী বৰ্শা জিলিকি আছিল। আল্‌ফিয়াছ নদীৰ পাৰত থকা গ্ৰীক নগৰী পিছাৰ অধিবাসীসকলে প্ৰতিষ্ঠা কৰা পিছা নামৰ ইট্ৰুস্কান পুৰীৰ পৰাই তেওঁলোকে যাত্ৰা কৰিছিল, তেওঁৰ পাছতে আছিল চাকদৰ্শন আষ্টিৰ ; ঘোঁৰা আৰু জিলমিলাই থকা অস্ত্ৰৰ ওপৰত তেওঁৰ যথেষ্ট আস্থা আছিল। ঐক্যবদ্ধ তিনিশ যোদ্ধাৰ দ্বাৰা তেওঁৰ সৈন্য-বাহিনী গঠিত হৈছিল। ছিৰি উপত্যকা আৰু মিনিয়ৰ গ্ৰামাঞ্চলত এওঁলোকৰ ঘৰ আছিল। প্ৰাচীন পিৰ্‌জি আৰু অস্বাস্থ্যকৰ গ্ৰাভিস্কিৰ পৰাও এটা অংশ আহিছিল।

কুনাৰাছ, লিগাৰিয়ানসকলৰ সাহসী সেনাপতি। মই তোমাক উপেক্ষা কৰিব নোৱাৰো। আৰু কুপাভো, তোমাৰ লগত বেছি সৈন্য নাছিল সঁচা, কিন্তু তথাপি তুমি অবজ্ঞাৰ পাত্ৰ নহয়। তোমাৰ শিৰস্ত্ৰাণৰ চূড়াত শোভা কৰিছিল বগা ৰাজহাঁহৰ পাখি। এই পাখি তোমাৰ পিতৃৰ ৰূপান্তৰৰ প্ৰতীক আৰু ইয়াৰ কাৰণেই কিউপিড আৰু তেওঁৰ জননীয়ে লাজ পোৱা উচিত। কাৰণ প্ৰবাদ আছে যে প্ৰিয়তমা পত্নী ফিথনৰ বিয়োগত ব্যথিত হৈ ছিকনাছে সুকুমাৰ কলাৰ অধিষ্ঠাত্ৰী দেৱীসকলৰ দয়াত, পপ্‌লাৰ গছৰ পত্ৰবহুল ছায়াত করুণ সুৰেৰে গান গাই হিয়া দহি নিয়া শোক পাতলাইছিল। এই পপ্‌লাৰ তৰুশ্ৰেণী আছিল ফিথনৰ ভগিনী। এইদৰে গান গাই থাকোতেই বাৰ্ধক্যৰ পকা চুলিৰ পৰিবৰ্তে তেওঁৰ শৰীৰ কোমল পাখিয়ে আবৰি ধৰিলে আৰু সেই ৰূপতেই গীত গাই তেওঁ ইহজগতৰ পৰা বিদায় লৈ নক্ষত্ৰলোকৰ ফালে উৰা মাৰিছিল। তেওঁৰ পুত্ৰ কুপাভোৱে এতিয়া সম-বয়স্ক সৈন্যবাহিনী এটা লগত লৈ জাহাজ মেলি দিছিল। ব'ঠাৰ চাৰত তেওঁৰ বিশাল তৰী চেণ্টৰ আগবাঢ়িছিল। তেওঁৰ জাহাজৰ আগত থকা ভয়ংকৰ পাথৰ এটাই সাগৰৰ ঢৌ জিনিব পাৰিছিল ; সুদীৰ্ঘ নৌকাতলেৰে সমুদ্ৰত জলধাৰৰ সৃষ্টি কৰি 'চেণ্টৰ' অগ্ৰসৰ হৈছিল।

স্বদেশৰ সীমাৰ ভিতৰৰ পৰাই সৈন্য সংগ্ৰহ কৰি লোৱা আন এজন বীৰ আছিল ওকনাছ। তেওঁ আছিল ভৱিষ্যদ্বাদিনী মান্টো আৰু ইট্ৰুস্কান নদীৰ সন্তান। তেওঁৰ মাকৰ নামেৰেই প্ৰাচীৰাবৃত মান্টুৱা নগৰ প্ৰতিষ্ঠিত হৈছে। মান্টুৱাৰ পূৰ্বপুৰুষসকল প্ৰসিদ্ধ, অৱশ্যে তেওঁলোক বিভিন্ন বংশৰ। এই নগৰত আছে তিনিটা প্ৰধান গোত্ৰ। প্ৰতিটো গোত্ৰৰ চাৰিটাকৈ শাখা আছে। সকলোৱেই মান্টুৱাকে ৰাজধানী বুলি গ্ৰহণ কৰিছে। কিন্তু প্ৰধানতঃ ইট্ৰুস্কান বংশৰ পৰাইহে নগৰখন শক্তিশালী হৈছে। সেই অঞ্চলৰ পৰাই আৰু পাঁচশ লোকে মেজেন্টিয়াছৰ বিৰুদ্ধে অস্ত্ৰ ধাৰণ কৰিছিল। যোঁৱা ৰৰণীয়া নল-খাগৰিৰ মালা পিন্ধা, বেনাকাছ হ্ৰদৰ পুত্ৰ মিনিকাছে সৰল কাঠেৰে সজা যুদ্ধ-জাহাজত তেওঁলোকক মহাসমুদ্ৰৰ মাজেদি পৰিচালিত কৰিছিল। এশপাট বঠাৰ চাবেৰে মন্থন কৰি সমুদ্ৰ-পথ শুকুলা কৰি তোলা অলিষ্টিচ গম্ভীৰ গতিৰে আহি আছিল। তেওঁৰ জাহাজখন আছিল ট্ৰাইটন। এইখন জাহাজৰ আকৃতি দানৱৰ দৰে। ইয়াৰ চাৰিফাল আৱৰা দেৱালে সাগৰৰ সুনীল সলিলকো শঙ্কিত কৰে; পংনীত চলি থাকোতে নোমাল আগকালছোৱা মানুহৰ দৰে দেখি, কিন্তু মাজ ভাগৰ আকৃতি জন্তুৰ নিচিনা। এই দানৱীয় নৌকাৰ আঘাতত খলকনি উঠি পানী ফেনেৰে উপচি পৰিছিল।

এয়ে সেই বিশিষ্ট নেতৃবৃন্দৰ বৰ্ণনা। একুৰি দহখন, জাহাজত, ট্ৰজানসকলৰ কাৰণে তেওঁলোকে যাত্ৰা কৰিছিল। ব্ৰঞ্জৰ চৰাইঠুটীয়া আগবিলাকে সমুদ্ৰৰ লৱণাক্ত জল তল-ওপৰ কৰিছিল।

আৰু এতিয়া আকাশৰ পৰা দিনৰ পোহৰে মেলানি মাগিলে। কৰুণাময়ী দেৱীয়ে নৈশ সহচৰসকলৰ সৈতে অলিম্পাছৰ মাজ ভাগত বিচৰণ কৰিছিল। কিন্তু ইনিয়াছৰ বিশ্ৰামৰ অৱসৰ নাছিল। তেওঁ নিজেই গুৰি ধৰিছিল আৰু পালবিলাক ঠিক ঠাক কৰি পাৰি দিছিল। আৰু কি বিস্ময়জনক কথা! মাজ বাটতে হঠাতে তেওঁ এদল বন্ধুক লগ পালে। এওঁলোক আছিল ছিবিলৰ আদেশত জলকুঁৱৰীৰ ৰূপ ধাৰণ কৰা ইনিয়াছৰ অস্ত্ৰ-বিভূষিত জলময় তৰীসমূহ। এসময়ত পাৰত বান্ধি থোৱা এই জাহাজবিলাকেই এতিয়া দেৱীৰ দৰে শক্তিশালিনী হৈ তেওঁৰ লগে লগে সাঁতুৰি গৈছিল। আঁতৰৰ পৰাই তেওঁলোকে ৰজাজনক চিনি পাইছিল, সম্মান

প্ৰদৰ্শনৰ ভঙ্গীত তেওঁলোকে নৃত্য কৰিছিল। তেওঁলোকৰ ভিতৰত বাগ্-নিপুণা আছিল ছাইমডিচ। তেওঁ ইনিয়াছৰ পাছতে থাকি সোঁহাতেৰে জাহাজখনৰ গুৰিত ধৰিছিল আৰু বাওঁহাতেৰে অলপো শব্দ নোহোৱাকৈ পানী মাৰি গৈছিল। তেওঁৰ পিঠিৰফালে ওপৰ ছোৱা ওলাই আছিল। ইনিয়াছে একো বুজিব পৰা নাছিল। এনেতে তেওঁ মাত লগাই ক'লে, "দেৱীপুত্ৰ ইনিয়াছ, তুমি সাৰ পাইছানে? উঠা, তোমাৰ পালবিলাক তৰি লোৱা। আমি হৈছো তোমাৰ তৰণীসমূহ; এসময়ত আমি আছিলো ইডা পৰ্বতৰ পবিত্ৰ শিখৰত থকা সৰল গছ, কিন্তু এতিয়া আমি সাগৰৰ জলকুঁৱৰী। বিশ্বাসঘাতকী ৰুটুলীয়ানবিলাকে অস্ত্ৰ আৰু অগ্নি-প্ৰয়োগ কৰি আমাক ধ্বংস কৰিবলৈ উদ্যত হৈছিল, কিন্তু আমি অতি অনিচ্ছাৰেহে ৰছি ছিঙি সাগৰে সাগৰে তোমাৰ সন্ধান কৰি ফুৰিছো। জননীয়ে দয়া কৰি আমাক এই ৰূপ দিছে; তেওঁৰ অনুগ্ৰহত আমি দেৱীৰ দৰে তৰঙ্গৰ মাজত চিৰদিন বাস কৰিব পাৰিম। কিন্তু ইতিমধ্যে তোমাৰ সুকুমাৰ সন্তান এস্কেনিয়াছ প্ৰাচীৰ আৰু পৰিখাৰ ভিতৰত অৱৰুদ্ধ হৈছে। ৰণমদত মত্ত হৈ লাটিনবিলাকে তেওঁক চাৰিওফালৰ পৰা বেৰি ধৰি দুৰ্গলৈ অস্ত্ৰ-বৰ্ষণ কৰি আছে। আৰ্কেডিয়ান অশ্বাৰোহী আৰু কেইজনমান সাহসী ইট্ৰুস্কান সেনাপতি যুদ্ধৰ কাৰণে সাজু হৈ আছে। কিন্তু ট্ৰজান শিবিৰৰ লগত মিলিত হোৱাৰ আগতেই তেওঁলোকক সৈসনো বাধা দিবৰ কাৰণে টাৰ্ণাছে পূৰ্ণ প্ৰস্তুতি চলাই আছে। উঠা, জাগি উঠা, কেল্লজালি দিয়াৰ আগতেই তুমি সৈন্যসকলক ৰণভূমিত পৰিচালনা কৰিব লাগিব। আগ্নেয় শক্তিৰ অধিকাৰী দেৱতাজনে তোমাক প্ৰদান কৰা সুবৰ্ণ ৰসয়েৰে শোভিত অভেদ্য ঢালখন ধাৰণ কৰিব লাগিব। মোৰ এই কথাৰ যদি তুমি বিশ্বাস কৰা, তেন্তে কালিলৈ শকফাট দিয়াৰ সময়তে অগণিত ৰুটুলীয়ানৰ মৃতদেহ ৰণস্থলীত স্তূপীকৃত হৈ পৰিব।" কথা শেষ কৰি তেওঁ পুনৰ হাতেৰে জাহাজৰ পশ্চাদ্ভাগ সজোৰে ঠেলিবলৈ ধৰিলে। নিক্ষিপ্ত বৰ্শা বা বাণতকৈয়ো অধিক বেগেৰে জাহাজখন ঢৌৰ মাজেদি চ'লি গ'ল। বাকীবিলাক জাহাজো এতিয়া ক্ষিপ্ৰ গতিৰে যাবলৈ ধৰিলে।

ট্ৰয়ৰ সন্তান, এঙ্কাইচিছৰ পুত্ৰ স্তম্ভিত হ'ল। কিন্তু তেওঁক দিয়া সঙ্কেতৰ অৱমাননা নকৰি, তেওঁ বুকুত বল বান্ধি ল'লে। তাৰ পিছত

তেওঁ আকাশৰ ফালে চাই প্ৰাৰ্থনা কৰি ক'লে, "হে ইডাৰ জননী, হে দেৱমাতা, হে প্ৰাণদায়িনী, ডিণ্ডিমা পাহাৰ, শুখ দুৰ্গেৰে জিলিকি থকা নগৰ আৰু যুৱলিত জুটি থোৱা বল্গাযুক্ত সিংহৰ প্ৰতি স্নেহশীলা দেৱী, এই ৰণত এতিয়া তুমিয়ে মোৰ পৰিচালিকা। এই ভৱিষ্যৎ-বাণী যেন তুমি সাৰ্থকভাৱে ৰূপায়িত কৰা, ট্ৰজানবিলাকৰ সমৰ্থনত তোমাৰ প্ৰচেষ্টাই যেন আমাক অনুগৃহীত কৰে।" এয়ে আছিল তেওঁৰ আন্তৰিক মিনতি। ইতিমধ্যে দিনৰ আগমনত অন্ধকাৰ আঁতৰি গ'ল আৰু ক্ষিপ্ৰ আৱৰ্তনৰ পিছত পৃথিৱী পূৰ্ণভাৱে আলোকিত হ'ল। তেওঁৰ প্ৰথম কাম আছিল ধৰণৰ উপৰত সৈন্যসকলক সজ্জিত কৰি ৰণৰ কাৰণে মানসিকভাৱে প্ৰস্তুত কৰি তোলা; আৰু এতিয়া জাহাজৰ সন্মুখৰ উচ্চ পাটাতনত থিয় হৈ ইনিয়াছে তেওঁৰ শিবিৰ আৰু ট্ৰজান সহচৰসকলক দেখা পালে। নিমিষতে তেওঁ চিকমিকীয়া ঢালখন বাওঁহাতেৰে ওপৰলৈ দাঙি ধৰিলে। প্ৰাচীৰৰ ভিতৰত থকা ডাৰ্ডানবিলাকে তুমুল নিনাদেৰে গগন মুখৰিত কৰিলে। আশাৰ নতুন বেঙণি দেখি তেওঁলোকৰ ক্ৰোধ তীব্ৰ হৈ পৰিল। ক'লা মেঘে আবৰা আকাশী পটত ধুমুহা বতাহৰ আগে আগে, ধ্বনিৰ অৱশেষ পিছত ৰাখি, ষ্ট্ৰাইমন নদীৰ পৰা সঙ্কেতসূচক কলৰৱেৰে উৰি যোৱা সাৰসৰ দৰেই তেওঁলোকে মহা পৰাক্ৰমেৰে বৰ্শা নিক্ষেপ কৰিছিল। ৰুটুলীয়ান ৰজাজন আৰু তেওঁৰ ইটালীয়ান সেনাপতিসকল হতভম্ব হৈছিল। তেওঁলোকে ইফালে সিফালে চাই অৱশেষত উপকূলৰ ফালে আগবাঢ়ি অহা নৌ-বাহিনীটোৰ জাহাজবিলাক সাগৰৰ উপৰি ভাগত দেখা পালে। ইনিয়াছৰ শিৰস্ত্ৰাণ জিলিকি উঠিছিল, চূড়াৰ পাখিবিলাকৰ পৰা জ্যোতি বিচ্ছুৰিত হৈছিল। তেওঁৰ সোণৰ ঢালখনৰ কেন্দ্ৰৰ পৰা পোহৰৰ প্ৰশস্ত ৰেখা ওলাই আহিছিল। মেঘমুক্ত নৈশ আকাশত ধূমকেতুৰ অশুভ ৰক্তিম আভা এইদৰেই বিয়পি পৰে, দুখপীড়িত মানৱৰ তৃষ্ণা আৰু ৰোগৰ কাৰণ অভিজিৎ নক্ষত্ৰয়ো এইদৰেই আকাশত ওলাই অমঙ্গলীয়া দীপ্তিৰে আতঙ্কৰ সূচনা কৰে।

কিন্তু টাৰ্ণাছৰ সাহস অকণো হ্ৰাস পোৱা নাছিল। তেওঁৰ দৃঢ় বিশ্বাস আছিল যে সময়মতে উপকূল অধিকাৰ কৰি তেওঁ জাহাজৰ পৰা অৱতৰণ কৰিবলৈ উদ্যত হোৱা শত্ৰুক বিতাড়িত কৰিব পাৰিব। (তেওঁ অপেক্ষা কৰা নাছিল, বৰং সৈন্যবিলাকক উৎসাহিত কৰিবৰ কাৰণে তেওঁ লঘুভাৱে

কৈছিল) “যিটো সুযোগৰ কাৰণে তোমালোকে ইমান দিন বাট চাই আছিলা আনকি দেৱতাক প্ৰাৰ্থনাও কৰিছিলা, সেই সুযোগ এতিয়া আহিল। তোমালোকে অবোৱালেৰে সিহঁতক ছেদেলি-ভেদেলি কৰি দিয়াৰ এয়ে সময়। যুদ্ধৰ ফলাফল তোমালোকৰ হাতত-যদিহে তোমালোকে বীৰৰ দৰে ৰণ কৰিব পাৰা। এতিয়া তোমালোক প্ৰতিজনেই নিজৰ স্ত্ৰী বা ঘৰখনৰ কথা সোঁৱৰা, তোমালোকৰ পিতৃসকলে যি কাম কৰি কীৰ্তি অৰ্জন কৰিছিল সেই কথা মনত পেলোৱা। আমি উদামেৰে পানীৰ ঘৰলিতে সিহঁতক আক্ৰমণ কৰিম। সিহঁতে এতিয়াও দ্বিধা আৰু সঙ্কোচ কৰি আছে, কাৰণ জাহাজৰ পৰা নামি অহাৰ প্ৰথম পৰ্যায়টো অতি বিপদজনক। সাহসেই সিদ্ধি।” তেওঁ এইদৰেই কৈছিল, শত্ৰুৰ বিৰুদ্ধে যুঁজিবলৈ কাক লগত ল'ব আৰু প্ৰাচীৰ অৱৰোধ কৰিবলৈ কাক থৈ যাব সেই বিষয়ে তেওঁ নিজৰ মনতে গুণা-গঁথা কৰিছিল।

কিন্তু ইনিয়াছে ইতিমধ্যে তেওঁৰ সৈন্যসকলক জাহাজৰ পাছফালৰ ওখ অংশৰ পৰা জখলাৰে পাৰলৈ নমাই দিছিল। কিছুমানে ঢৌ মাৰ যাব বুলি ভাবি বাম পানীত জঁপিয়াই পৰিছিল আৰু কিছুমানে ব'ঠাৰ ওপৰত খোপনি পুতি নামিবলৈ চেষ্টা কৰিছিল। টাৰকণে উপকূল ৰেখা পৰীক্ষা কৰি হঠাতে তৰঙ্গহীন অংশ এটালৈ জাহাজ পোনাই দিলে। সেই ঠাইত জোৱাৰৰ প্ৰভাৱত সাগৰৰ পানী উপচি আছিল আৰু তাত ঢৌৱে খুন্দা মাৰি উভতি অহাৰ আশঙ্কাও নাছিল। তেওঁ সঙ্গীসকলক অনুৰোধ কৰি ক'লে, “মোৰ বাছকবনীয়া সেনাইঁত, কঁকাল ভাঙি ভাঙি ব'ঠা মাৰাহঁক। জাহাজ আগলৈ লৈ যোৱা আৰু টিংবোৰ শত্ৰুৰ দেশত উঠাই দিয়া। টিঙৰ লগতে জাহাজৰ এজোৱাও উঠি যাওক।” এইদৰেই টাৰকণে সকীয়াই দিলে। তেওঁৰ সঙ্গীসকলে বিপুল উৎসাহেৰে ব'ঠা মাৰি - ফেনীল জলৰ ওপৰেদি জাহাজবিলাক লাটিয়াম ভূমিৰ অভিমুখে চলাই লৈ গ'ল আৰু অৱশেষত টিংসহ নৌকাৰ ভলিবিলাকো নিৰাপদে শুকান মাটিৰ ওপৰলৈ উঠি গ'ল। কিন্তু টাৰকণৰ নিজৰ জাহাজখন হ'লে যাব নোৱাৰিলে। বাম পানীৰ ওপৰেদি বাবলগীয়া হোৱাত জাহাজখন অসমান শিল এটাত খুন্দা খাই লাগি ৰ'বিল। ভালেমান সময় অনিশ্চিতভাৱে তাতে জেদি থাকি, ঢৌৰ আঘাতত জাহাজখন ভাগি গ'ল আৰু নাবিকবিলাক পানীত

ছিটিকি পৰিল। ভগা-ছিগা কাঠৰ টুকুৰা আদিৰ মাজত আবদ্ধ হৈ তেওঁলোক বিব্ৰত হৈ পৰিল। ইতিমধ্যে ভাটাৰ টানত তেওঁলোকৰ ভৰিৰ খোপনিও নোবোৰা হ'ল।

কিন্তু টাৰ্ণাছৰ সমুখত কোনো প্ৰতিবন্ধক নাছিল। ক্ষিপ্ৰভাবে সকলো কাম সম্পন্ন কৰি প্ৰবলভাৱে সৈন্য-বাহিনী পৰিচালিত কৰি তেওঁ ট্ৰজানবিলাকৰ সন্মুখীন হ'বলৈ উপকূলৰ কালে আগবাঢ়ি আহিল। ৰণভেৰী বাজিল আৰু ইনিয়াছে গ্ৰাম্যঞ্চলৰ পৰা সংগৃহীত সৈন্যবিলাককেই প্ৰথমে আক্ৰমণ কৰিলে। যুদ্ধৰ ফলাফল যে তেওঁৰ অনুকূল হ'ব ইয়াৰ পৰাই তেওঁ বুজিব পাৰিছিল, কাৰণ এইটো আছিল এটা শুভ লক্ষণ। তেওঁৱেই প্ৰথমে লাটিনবিলাকক বধ কৰিবলৈ সক্ষম হ'ল। তেওঁক আগশাৰীৰ পৰা আক্ৰমণ কৰোঁতে ইনিয়াছে দীৰ্ঘতম দেহৰ অধিকাৰী থেৰণক হত্যা কৰিলে। ব্ৰঞ্জৰ বৰ্ম আৰু সোণৰ কৱচ যোৰা লগা ঠাইতে তৰোৱালেৰে আঘাত কৰাত পাৰ্শ্বদেশৰ পৰা ৰক্তপাত হৈ থেৰণৰ মৃত্যু হ'ল; ইয়াৰ পিছত লিকাছক নিহত কৰিলে। মৃতা জননীৰ জঠৰৰ পৰা অস্ত্ৰোপচাৰৰ সহায়ত উদ্ধাৰ কৰা লিকাছক এপলোৰ প্ৰতি উছৰ্গা কৰা হৈছিল। শৈশৱত যাতে তেওঁ অস্ত্ৰাঘাতৰ পৰা ৰক্ষা পায় তাৰ কাৰণেই এই ব্যৱস্থা গ্ৰহণ কৰা হৈছিল। ইয়াৰ অলপ পিছতে ইনিয়াছে বলিষ্ঠ চিছিয়াছ দানবাকৃতি জায়াছক যমপুৰীলৈ পঠালে। তেওঁলোকে গদা-যুদ্ধ কৰি সৈন্যবিলাকক নিপাত কৰিছিল। তেওঁলোকে হাৰকিউলিছৰ প্ৰহৰণ ধাৰণ কৰিছিল আৰু তেওঁলোকৰ বহুতো বল আছিল; তেওঁলোকৰ পিতৃ মেল্যাম্পাছ ভূখৰ সময়ত হাৰকিউলিছৰ লগৰীয়া আছিল; কিন্তু তাৰ পৰা একো লাভ নহ'ল। ইতিমধ্যে ইনিয়াছে কাৰাজছক লক্ষ্য কৰি বৰ্শা নিক্ষেপ কৰিলে। কাৰাছ কামৰ মানুহ নাছিল, তেওঁ ডাকোপ মাৰি কথা কোৱাতহে পাৰ্গত আছিল। এতিয়া বৰ্শাপাত ৰক্তধাৰাই থকা মুখখনতে সোমাল। অসহায় ছাইডনৰো পতন হ'লহেঁতেন; নতুনকৈ ঠুটিওৱা ডাড়িৰে মুখখন সোণোৱালী হৈ থকা ক্লিটিয়াছৰ প্ৰতি তেওঁ প্ৰবলভাৱে আসক্ত হৈ পৰিছিল। তেকাকালৰ এই দুৰ্দমনীয় অনুৰাগৰ ইয়াততে অন্ত পৰিলহেঁতেন। পিছে তেওঁৰ আটাই-

কেউজন কক্কায়েকে মাৰ বান্ধি ইনিয়াছক আক্ৰমণ কৰিলে। কৰ্কাছৰ পুত্ৰ এই সপ্ত ভ্ৰাতাই সাতডাল শেল একেলগে নিক্ষেপ কৰিলে। কেইডালমান তেওঁৰ শিৰস্ত্ৰাণত লাগি আৰু কেইডালমান ঢালত খুন্দা খাই উফৰি গ'ল। মাত্ৰ দুই এডালেহে তেওঁক অকণমান চুই গ'ল: কাৰণ ভেনাছে তেওঁক আবৰি আছিল আৰু শেলকেইডাল একলীয়া কৰি দিছিল।

এতিয়া ইনিয়াছে বিশ্বস্ত একেটিছক ক'লে, "সেই মাঠিবোৰ গোটাই মোক দিয়া। ইলিয়ামৰ ৰণাঙ্গণত সিইত গ্ৰীক'ৰলাকৰ গাত সোমাইছিল। মই এতিয়া সেইবিলাক অস্ত্ৰ কটুলীয়ানৰ বিৰুদ্ধে ব্যৱহাৰ কৰিম; ইয়াৰ এপাটো ব্যৰ্থ নহয়, তুমি নিজ চকুৰে দেখিবা।" এইবুলি কৈ তেওঁ দীঘল বৰ্শা এপাট হাতত ল'লে আৰু মাৰি পঠিয়ালে। 'ময়নৰ ঢাল বিদীৰ্ণ কৰি এই নিক্ষিপ্ত অস্ত্ৰ বৰ্মৰ ভিতৰেদি গৈ তেওঁৰ বুকুত বিদ্ধ হ'ল। তেওঁৰ ভায়েক আগকাগৰে অতিশয় ক্ষিপ্ৰতাৰে তেওঁক সোঁহাতেৰে দাঙি ধৰিলে; এনেতে তীব্ৰগতিৰে অহা আন এডাল বৰ্শাই তেওঁৰ হৃৎপিণ্ড ভেদ কৰি বাহিৰ ওলাই গ'ল বক্ৰাক্ত বৰ্শাৰ গতি তেতিয়াও বাহুত হোৱা নাছিল। হাতখন নাঁউসাঁৰ পৰা অকাৰ্মিলাভাৱে ওলাই থাকিল আৰু এতিয়া মুনিটাৰে তেওঁৰ ভ্ৰাতাৰ দেহৰ পৰা বৰ্শাপাট আজুৰি উলিয়াই ইনিয়াছক লক্ষ্য কৰি নিক্ষেপ কৰিলে। কিন্তু এইবাৰো তেওঁ লক্ষ্যভ্ৰষ্ট হ'ল আৰু পৰাক্ৰমী একেটিছহে সামান্যভাৱে আহত হ'ল। এই সময়তে ভৰ ডেকা বয়সৰ বল-শক্তিৰ ওপৰত সম্পূৰ্ণ আস্থাবান হৈ কুৰিছৰ ক্ৰচাছ আগবাঢ়ি আহিল, আৰু তেওঁ দীঘলীয়াকৈ নিক্ষেপ কৰা বৰ্শাৰ কঠিন আগটোৱে ভ্ৰায়পছৰ থুঁতৰিৰ তলতে প্ৰচণ্ডভাৱে আঘাত কৰিলে। বৰ্শা-পাটে তেওঁৰ ডিঙিটো ফালি তেওঁৰ মুখৰ মাত আৰু প্ৰাণ নিমিষতে হৰি নিলে। তেওঁ তললৈ মুখ কৰি হামখুৰি খাই মাটিত পৰিল। মুখত তেওঁ গোট মাৰি ধৰাত তেওঁৰ উশাহ-নিশাহ বন্ধ হ'ল, ক্ৰচাছে ৰথিয়াছৰ সম্ভ্ৰান্ত বংশত জন্ম লোৱা তিনিজন থেস্তীয়ানক বধ কৰিলে; ইক্ৰমাৰাৰ পৰা পিতাক ইডাছে যুদ্ধলৈ প্ৰেৰণ কৰা তিনিজন পুত্ৰও তেওঁৰ হাতত নিহত হ'ল। প্ৰতিজনেই বিচিত্ৰভাৱে ধৰাশায়ী হৈছিল। এনেতে আবাক্কান সৈনিকৰ দল এটা লৈ ফালিচাছ ওচৰ চাপি আহিল। তেওঁৰ পাছে পাছে আহিছিল

এটা উৎকৃষ্ট সৈন্য-বাহিনী লৈ নেপচুন-পুত্ৰ মেচাপাছ। তেওঁলোকে আক্ৰমণ-কাৰীবিলাকক বিতাড়িত ক'ৰবলৈ প্ৰয়াস কৰিছিল। ইটালীৰ দুৱাৰমুখতো এইদৰে সংঘৰ্ষ চলিছিল। বিস্তীৰ্ণ আকাশত প্ৰবলভাৱে প্ৰবাহিত হোৱা পৱনসকল অপৰাজেয় সাহস আৰু শক্তিৰে সংগ্ৰামত প্ৰবৃত্ত হয়, তেওঁলোকে কাৰো ওচৰত পৰাজয় স্বীকাৰ নকৰে, মেঘমালা আৰু মহাসমুদ্ৰও প্ৰতিদ্বন্দ্বিতাৰ পৰা বিৰত নহয়, এই দীঘলীয়া সংগ্ৰাম নিৰ্দ্দিষ্টভাৱে চলি থাকে আৰু পৱনসকলে সমগ্ৰ বিশ্ব-চৰাচৰৰ বিৰুদ্ধে অবিৰাম শক্তি প্ৰয়োগ কৰে। অনুৰূপভাৱে ট্ৰয় আৰু লাটিয়ামৰ সৈন্যসকলৰ মাজত এতিয়া তুমুল সংঘৰ্ষৰ সৃষ্টি হৈছিল, তেওঁলোকে পৰস্পৰক ভৰিৰে গচকি হতাহতি কৰি সকলো সমৰত অংশ গ্ৰহণ কৰিছিল।

ৰণক্ষেত্ৰৰ আন এটা বিস্তৃত অংশ বানপানীয়ে নদীৰ পাৰৰ পৰা উটাই নিয়া শিল আৰু কাঠ আদিৰে পৰিপূৰ্ণ হৈছিল। এনেকুৱা অসমান ঠাইত আৰ্কেডিয়ানবিলাকে যুদ্ধ কৰিব নোৱাৰি ঘোঁৰাবিলাক এৰি দিলে। তেওঁলোকে লাটিনবিলাকৰ আক্ৰমণত পলাই যোৱাৰ উপক্ৰম কৰা দেখা পাই পালাছে এনে সংকটৰ সময়ত মাত্ৰ এটা উপায় বিচাৰি পালে। প্ৰয়োজন মতে অনুনয়—বিনয় কৰি আৰু সময়ত তীব্ৰ বিদ্ৰূপেৰে তেওঁ উচ্চৈঃস্বৰে ক'বলৈ ধৰিলে, "বন্ধুসকল, পলাই ক'ত যাবা? তোমালোকৰ বীৰত্বপূৰ্ণ কাৰ্য্যাৱলীৰ নামত, তোমালোকৰ ৰজা ইভেণ্ডাৰৰ নামত, তেওঁ বিজয় গৌৰৱ লাভ কৰা যুদ্ধবিলাকৰ নামত, পিতাৰ পদাঙ্ক অনুসৰণ কৰি তেওঁৰ কীৰ্ত্তি আৰু যশস্যাৰ সমকক্ষ হ'বলৈ মই কৰা হাবিয়াস আৰু উচ্চাকাংক্ষাৰ নামত তোমালোকক মিনতি কৰি কৈছো, পলাতকৰ ক্ষিপ্ৰতাৰ ওপৰত নিৰ্ভৰশীল নহ'বা। অস্ত্ৰ ধৰি শত্ৰুৰ মাজেদি বাট উলিয়াই যোৱা। মই পালাছ, তোমালোকৰ সেনাপতি, মই কওঁ তোমালোকৰ শত্ৰুৰ বেহুৰ মাজেদি পাৰ হৈ যোৱা, আমাৰ গৰবিনী জন্মভূমিয়েও তাকেই বিচাৰে। কোনো দেৱতাই আমাৰ বিৰোধিতা কৰা নাই। আমাৰফালে অগ্ৰসৰ হোৱা সৈন্যবিলাকো আমাৰ দৰে মৰণশীল মানুহহে। তেওঁলোকৰ দৰেই আমাৰ প্ৰাণ আছে আৰু আছে দুখন হাত। আৰু চোৱা, আমাক চাৰিওফালে সাগৰে আগুৰি আছে। এনে ঠাই নাই যিফালে আমি পশ্চাদপসৰণ

কৰিব পাৰিম। আমি কি এতিয়া এই সাগৰলৈকে পোনাই দি চিধাচিধি ট্ৰয়লৈ যাত্ৰা কৰিম?"

এইবুলি কৈয়েই তেওঁ শত্ৰুৰ সংহত দল এটা আক্ৰমণ কৰিলে। প্ৰথমেই তেওঁৰ সন্মুখীন হ'ল লাগাছ; নিষ্ঠুৰ নিয়তিয়ে তেওঁক সেই ঠাইলৈ লৈ আহিছিল। কাৰণ তেওঁ মাটিৰ পৰা শিল এটা তুলি ল'বলৈ ধৰোতেই পালাছে নিক্ষেপ কৰা বৰ্শা তেওঁৰ পিঠিত লাগি বাঁজহাড় ভেদ কৰি গ'ল। তেওঁ হাড়ৰ মাজত লাগি ধৰা শেলপাট আঁজুৰি আনিবলৈ চেষ্টা কৰোতেই হিছবোৱে প্ৰবল বেগেৰে আহি তেওঁক আক্ৰমণ কৰিলে। পিছে সেই আক্ৰমণ ব্যৰ্থ হ'ল। কাৰণ ইতিমধ্যেই পালাছ প্ৰস্তুত হ'ল। প্ৰিয় বন্ধুৰ ভয়ঙ্কৰ মৰণৰ দৃশ্য দেখি অসতৰ্ককভাৱে অগ্ৰসৰ হোৱা হিছবোৰ বুকুত তেওঁ তৰোৱাল বহুৱাই দিলে। ইয়াৰ পিছত পালাছে শ্লেনিয়াছ আৰু এন্সিমলাছক আক্ৰমণ কৰিলে: এন্সিমলাছে বিটাছৰ প্ৰাচীন বংশত জন্ম লাভ কৰিছিল আৰু তেওঁ এবাৰ নিৰ্লজ্জভাৱে মাহীমাকৰ লগত পতিত হৈছিল। সেই ৰুটুলীয়ান ৰণভূমিত আৰু দুজনৰ মৃত্যু হৈছিল। তেওঁলোক আছিল ডকাছৰ যমজ সন্তান লেবাইডিছ আৰু ঠিম্বাৰ। তেওঁলোক দুজনৰ চেহেৰাৰ ইমান মিল আছিল যে মাক-বাপেকেও তেওঁলোকক চিনিব নোৱাৰি বিমোৰ হৈ গভীৰ স্নেহেৰে তেওঁলোকক নিৰীক্ষণ কৰিছিল। কিন্তু এতিয়া পালাছে অতি নিৰ্মমভাৱে তেওঁলোকৰ চেহেৰা বদলাই দিলে। কাৰণ, তেওঁ ইভেণ্ডাৰৰ তৰোৱালখনেৰে ঠিম্বাৰৰ শিৰশ্ছেদ কৰিলে আৰু লেবাইডিছৰ সোঁহাত কাটি পেলালে। হাতখনে এতিয়া গৰাকীজন বিচাৰি আছিল আৰু আঙুলি-কেইটাই তৰোৱালখন মুঠি মাৰি ধৰি থাকিয়েই কঁপি কঁপি লাহে লাহে নিষ্প্ৰাণ হৈ পৰিছিল।

সেনাপতিৰ ভৰ্ৎসনা শুনি আৰু এতিয়া তেওঁৰ বীৰত্বৰ পৰিচয় পাই আৰ্কেডিয়ানবিলাক অনুপ্ৰাণিত হ'ল। মিশ্ৰিত অনুশোচনা আৰু লজ্জাৰ পৰা মূৰ তুলি তেওঁলোকে শত্ৰুৰ সন্মুখীন হ'বলৈ শক্তি পালে। আৰু এতিয়া পালাছে এহাল ঘোঁৰাই টনা ৰথ এখনত পলাই যাবলৈ উদ্যত হওঁতে ৰিউটিছাছক বৰ্শাবিদ্ধ কৰিলে। তেওঁ সেইদৰে ব্যস্ত হৈ থাকোতে ইলাছে অকণমান সকাহ পাইছিল, পিছে সেয়া বৰ ক্ষন্তেকীয়া আছিল। কাৰণ আচলতে পালাছে কঠিন বৰ্শা ইলাছক লক্ষ্য কৰিহে নিক্ষেপ কৰিছিল;

মহানুভৱ টিউথ্ৰাছ আৰু তাৰেক টাইবিছৰ আগে আগে পলাই যোৱা বিটিচাছ সোঁ-সোঁৱাই উৰি যোৱা বৰ্শাৰ সন্মুখত পৰিল। ৰথৰ পৰা বাগৰি গৈ কটুলীয়ান ভূমিত তেওঁ প্ৰাণ ত্যাগ কৰিলে। বহু প্ৰাৰ্থনাৰ ফলত গ্ৰীষ্মকালীন বায়ু যেতিয়া প্ৰবাহিত হয়, কোনো এজন ভেড়াৰখীয়াই তেতিয়া বনাঞ্চলৰ বিভিন্ন অংশত অগ্নি-সংযোগ কৰে আৰু লাহে লাহে মাজত থকা গছ-গছনিবিলাকো জুয়ে ঢুকি পায়গৈ। ভালকানৰ এই আদিম আৰু ভয়াবহ দাবানল বিস্তীৰ্ণ উপত্যকা পৰ্যন্ত বিয়পি পৰে। এই দিগন্ত বিস্তৃত, লেলিহান অগ্নি-শিখালৈ দৃষ্টিপাত কৰি ভেড়াৰখীয়াজন বিজয়ীৰ দৰে বহি থাকে। এতিয়া সঙ্গীসকলৰ সাহসৰ জুই একেলগে জ্বলি উঠাত পালাছে, পৰম উৎসাহ লাভ কৰিলে। কিন্তু সাহসী হালিচাছে বৰ্ম-কৱচেৰে নিজকে সুসজ্জিত কৰি এতিয়া দ্ৰুতগতিৰে শত্ৰুৰ সন্মুখীন হ'ল। লাডন, ফেৰিছ আৰু ডিমাকাছক বধ কৰি তেওঁ শাণিত কৃপাণেৰে ষ্ট্ৰাইমনিয়াছৰ সোঁহাতখন কাটি পেলালে, কাৰণ তেওঁ এই হাতখনেৰেই হালিচাছৰ ডিঙিত ধৰিবলৈ চেষ্টা কৰিছিল। ইয়াৰ পিছত তেওঁ শিল এটাৰে ঠোৱাছৰ উত্তমাঙ্গত আঘাত কৰিলে, ফলত ঠোৱাছৰ মূৰৰ ঘিউ আৰু তেজ একাকাৰ হ'ল। হালিচাছৰ কপালত কি লেখা আছে জানিব পাৰি পিতাকে তেওঁক প্ৰথমে হাবিৰ মাজত লুকুৱাই থৈছিল। কিন্তু লাহে লাহে পিতাক বুঢ়া হ'ল, তেওঁৰ মূৰৰ চুলি পকিল আৰু অৱশেষত চিৰদিনৰ কাৰণে চকু মুদিলে। এতিয়া তেওঁৰ পুত্ৰেকৰ ওপৰত যমৰজাৰ চকু পৰিল আৰু ইভেণ্ডাৰৰ অস্ত্ৰৰ দ্বাৰাই তেওঁৰ মৃত্যু হোৱাটো নিৰ্ধাৰিত হৈ পৰিল। তেওঁক আক্ৰমণ কৰাৰ সময়ত পালাছে এইদৰে প্ৰাৰ্থনা কৰিলে, "হে পিতা টাইবাৰ, এই বৰ্শা নিক্ষেপ কৰিবলৈ মই উদ্যত হৈছো। ইয়াৰ চোকা আগটোক এনেভাৱে পৰিচালিত কৰা যাতে ই সাহসী হালিচাছৰ হৃদয় ভেদ কৰি যাব পাৰে। মোৰ শত্ৰুৱে ধাৰণ কৰি থকা অস্ত্ৰ-শস্ত্ৰ মই তোমাৰ ওক গছজোপাত প্ৰতিষ্ঠা কৰিম।" সেই প্ৰাৰ্থনা দেৱতাজনৰ শ্ৰুতিগোচৰ হ'ল। ইমাওনক ৰক্ষা কৰিবলৈ চেষ্টা কৰোতে হালিচাছৰ বক্ষ-পঞ্জৰ দুৰ্ভাগ্যবশতঃ অনাবৃত হৈ পৰিল আৰু আৰ্কেডিয়ান বৰ্শাৰ আঘাত প্ৰতিহত কৰাৰ ক্ষমতা হেৰুৱালে। কিন্তু পৰম শক্তিশালী লচাছে এতিয়া যুদ্ধখনৰ গুৰি ধৰি, এনে এজন বীৰৰ মৃত্যুত সৈন্যসকল যাতে নিৰুৎসাহ হৈ নপৰে, তাৰ কাৰণে প্ৰয়াস

কৰিলে। যুদ্ধৰ দৰবী স্বৰূপ আবাত তেওঁৰ মুখৰ আগত পৰাত লচাছে তেওঁক বধ কৰিলে। আৰ্কেডিয়াৰ তৰুণ সন্তানসকল ৰণত পৰিল; ইট্ৰুস্কানবিলাকেও প্ৰাণ হেৰুৱালে; গ্ৰীকবিলাকৰ হাতৰ পৰা যিবিলাক ট্ৰজান সাৰি আছিছিল, এ'ৰুয়া তেওঁলোকো নিহত হ'ল। দুজন সমকক্ষ সেনাপতিৰ পৰিচালনাত এতিয়া দুটা সমান শক্তিশালী সৈন্য-বাহিনী তুমুল যুদ্ধত প্ৰবৃত্ত হ'ল। পিছত থকা সেনাবিলাকৰ হেঁচাত আগশাৰীত থকা যোদ্ধাবিলাকৰ মাজত থকা ব্যৱধান নাইকিয়া হ'ল এতিয়া তেওঁলোকে হাতেৰে অস্ত্ৰ-শস্ত্ৰও লৰচৰ কৰিব নোৱাৰা অৱস্থাত পৰিল। একাংশৰ পৰা পালাছে তীব্ৰ ঠেলি আগ বাঢ়িছিল আৰু সিফালৰ পৰা সমবয়স্ক আৰু সুদৰ্শন লচাছেও অনুৰূপ চেষ্টা কৰিছিল। নিয়তিৰ নিৰ্বন্ধত তেওঁলোকৰ একোনো স্বদেশলৈ উভতি যাব পৰা নাছিল কিন্তু অলিম্পাছৰ অধিপতিজনৰ ইচ্ছাত তেওঁলোক দুজনৰ মাজত যুদ্ধ নহ'ল। তেওঁলোক দুজনৰ মৃত্যু নিৰ্ধাৰিত হৈ আছিল অধিক পৰাক্ৰমী শত্ৰুৰ হাতত্বহে।

ইতিমধ্যে টাৰ্ণাছৰ অভিভাৱিকাস্বৰূপ ভগিনী জুটুৰ্ণাই তেওঁক লচাছৰ সাহায্যাৰ্থে আগবাঢ়ি যাবলৈ নিৰ্দেশ দিলে বায়ুবেগী ৰথত আৰোহণ কৰি তেওঁ ৰণভূমিৰ মাজেদিয়েই বাট উলিয়াই যাবলৈ ধৰিলে। সঙ্গীসকলক দেখা পাই তেওঁ ক'লে, "তোমালোকে যুদ্ধ কৰিব নালাগে। মই অকলে পালাছক আক্ৰমণ কৰিম। তেওঁৰ সন্মুখীন হোৱাৰ অধিকাৰ মোৰহে আছে। অৱশ্যে তেওঁৰ পিতাকে এতিয়া ৰণথলৰ চাব পৰা হ'লে মই কৃতাৰ্থ হ'লোহয়।" তেওঁ ইয়াকে ক'লে আৰু তেওঁৰ আদেশমতে তেওঁৰ সৈন্যসকল নিজ নিজ অৱস্থানৰ পৰা আঁতৰি গ'ল। ৰুটুলীয়ানবিলাকে যুদ্ধক্ষেত্ৰৰ পৰা বিদায় লোৱাত, পালাছে টাৰ্ণাছৰ সদম্ভ নিৰ্দেশত বিস্মিত হৈ তেওঁৰ বিশাল অৱয়বৰ ফালে দৃষ্টিপাত কৰিলে। তেওঁলোকৰ মাজত থকা দূৰত্বৰ পৰা, তেওঁ বৈৰী ভাবাপন্ন হৈ টাৰ্ণাছৰ শৰীৰৰ প্ৰতিটো অংশ নিৰীক্ষণ কৰিলে। এতিয়া তেৱোঁ সেই গৰ্বিত ৰাজকুমাৰজনৰ উক্তিৰ উপযুক্ত উত্তৰ দি মাত লগালে, "ময়ো শীঘ্ৰে অতুল যশস্যা লাভ কৰিম। হয় মই এজন অধি-নায়কৰ অস্ত্ৰ খুলি লম, নহয় মই প্ৰাণৰ বিনিময়ত অক্ষয় কীৰ্তি অৰ্জন কৰিম। মোৰ পিতাৰো যি কোনো এটা অৱস্থাকে মানি ল'বলৈ প্ৰস্তুত। তুমি মোক ভীতি প্ৰদৰ্শন কৰাৰ প্ৰয়োজন নাই।" এইবুলি কৈ তেওঁ

ৰণভূমিৰ মাজ পালেহি। আৰ্কেডিয়ানবিলাকৰ কলিজাৰ তেজ গোট মাৰিলে টাৰ্ণাছে ৰথৰ পৰা জাপ মাৰি নামি পদব্ৰজে এচৰ চালি আছিল। এটা সিংহই সুবিধাজনক ঠাই এডোখৰৰ পৰা, দূৰৰ উপত্যকাত যুঁজিবৰ কাৰণে শিং জোঁকাৰি থকা ষাড়ুগৰু এটা দেখি যেনেকৈ সেই ফালে চোঁচা মাৰি যায়, এতিয়া ঠিক তেনেকৈয়ে টাৰ্ণাছে আক্ৰমণৰ ভংগীত আগ বাঢ়ি আহিছিল। বৰ্ণাৰে চুকি পোৱা দূৰত্বত টাৰ্ণচ উপস্থিত হ'ল। পালাছে মনতে বিচাৰ কৰি চালে যে তেওঁ শক্তিত টাৰ্ণাছৰ সমকক্ষ নহ'লেও, এক মাত্ৰ সাহসৰ বলতেই হয়তো তেওঁ এটা সুযোগ লাভ কৰিব পাৰে। তেওঁ আগ বাঢ়ি গ'ল অৰু 'বক্ষৰ্ণ আকাশৰ ফালে লক্ষ্য কৰি ক'লে, "হাৰকিউলিছ, তুমি মোৰ পিতাৰ আতিথ্য গ্ৰহণ কৰিছিলা আৰু তোমালোকৰ মাজত বন্ধুত্ব গঢ়ি উঠিছিল, যদিও তেতিয়া তুমি তেওঁৰ অপৰিচিত আছিলা। সেই বন্ধুত্বৰ নামত মই তোমাক প্ৰাৰ্থনা কৰিছো, মোৰ মহান অভিলাষ ফলৱতী হোৱাত তুমি যেন সহায় কৰা। মৰণৰ দুৱাৰ দলিৰ পৰা টাৰ্ণাছে যেন তেওঁৰ ৰক্তাক্ত বৰ্ম-কবচ হৰণ কৰোঁতে মোক দেখা পায় মৰণ কালৰ ক্ষীণ দৃষ্টিৰে তেওঁৰ বিজেতাক তেওঁ যেন চিনিব পাৰে।"

যুৱকজনৰ প্ৰাৰ্থনা হাৰকিউলিছৰ কাণত পৰিল। অন্তৰৰ গভীৰতম কোণৰ পৰা নিৰ্গত হ'ব খোজা কমুনিয়াহ এটি তেওঁ অন্তৰতে দমাই ৰাখিলে। নিষ্ফল অসহায়ভাৱে তেওঁ চকুপানী টুকিলে। তেতিয়া পৰম পিতাই তেওঁৰ পুত্ৰক সম্বোধন কৰি মৰম সনা মাতেৰে ক'লে, "প্ৰতিজন মানুহৰ কাৰণেই এটা দিন নিৰ্দিষ্ট হৈ আছে। সমগ্ৰ মানৱ জাতিৰেই জীৱন কাল সংক্ষিপ্ত। এই কাল বঢ়াব নোৱাৰি। কিন্তু বীৰত্বপূৰ্ণ কাৰ্যই মানুহৰ সুখ্যাতি সুদীৰ্ঘ কৰে। ট্ৰয়ৰ প্ৰাচীৰৰ তলত দেৱতাসকলৰো অনেক সন্তি-সন্ততি নিহত হ'ল। তেওঁলোকৰ ভিতৰত মোৰ পুত্ৰ ছাৰপিডনো আছিল। টাৰ্ণাছকো মহাকালে আহ্বান কৰিছে। তেওঁৰ আয়ুসো এতিয়া শেষ হৈ হওঁ। এই বুলি কৈ তেওঁ ৰুটুলীয়ান কৃষি ক্ষেত্ৰবিলাকৰ পৰা চকু ঘূৰালে। কিন্তু পালাছে পূৰ্ণ শক্তিৰে বৰ্ণা নিক্ষেপ কৰিলে। তাৰ পিছত তেওঁ খাপৰ পৰা চিকমিকীয়া তৰোৱালখন উলিয়াই ল'লে। বৰ্ণাপাট তীব্ৰ বেগেৰে

ঢালখনৰ সোঁমাজেদি সৰকি, স্কন্ধ দেশ আবৃত্ত কৰি থোৱা কৱচৰ আগত লাগিল আৰু মহাপৰাক্ৰমী টাৰ্ণাছৰ কালত সামান্ত আঁচোৰ এটা মাৰি পাৰ হৈ গ'ল। টাৰ্ণাছে লৌহ ফলকযুক্ত, ওক কাঠৰ কঠিন বৰ্শা এপাট ডালেমান সময় চোঁৱাই ভিৰাই হাতত লৈ আছিল। এতিয়া তেওঁ সেই বৰ্শা পালাছৰ প্ৰতি নিক্ষেপ কৰি লগে লগে ক'লে, "চোৱা, মোৰ অস্ত্ৰই কেনেদৰে লক্ষ্য ভেদ কৰিব পাৰে।" বৰ্শাগ্ৰই প্ৰচণ্ড আঘাত হানি স্তৰপে স্তৰপে লোহা, ব্ৰঞ্জ আৰু বৃষ চৰ্মেৰে দৃঢ়ভাৱে নিৰ্মাণ কৰা ঢালখন বিদীৰ্ণ কৰিলে আৰু বৰ্মৰ মাজেদি পাৰ হৈ গৈ তেওঁৰ বহল বুকুত সোমাল। তেওঁ ভুৰন্তে সেই উত্তপ্ত আয়ুধ আঁতোৰ মাৰি উলিয়াই আ'নলে, কিন্তু তাৰ পৰা একো লাভ নহ'ল। কাৰণ সেই ভয়ানক ক্ষতৰ পৰা প্ৰচুৰ ৰক্তপাত হোৱাৰ ফলত তেওঁৰ প্ৰাণবায়ু বাহিৰ হ'ল তেওঁ মাটিত বাগৰি পৰিল আৰু তেওঁৰ-অস্ত্ৰ-শস্ত্ৰ ঝনঝনাই উঠিল মৰিবৰ সময়ত তেওঁ ৰক্তাক্ত মুখেৰে শত্ৰু ৰাজ্যৰ মাটি কামুৰি ধৰিছিল। তেওঁৰ একেবাৰে কাষতে থিয় হৈ টাৰ্ণাছে ক'লে, "আৰ্কেডিয়ানসকল, মনত ৰাখিবা, মোৰ এই বাৰ্তা ইভেণ্ডাৰক দিবাগৈ ; পালাছক মই তেওঁলৈ পঠাই দিম, কিন্তু এটা বেলেগ ৰূপত, যিটো ইভেণ্ডাৰৰ প্ৰাপ্য। অন্ত্যেষ্টি ক্ৰিয়াৰ দ্বাৰা বা মৈদাম আদি সাজি মৃতকক সন্মান জনাই হয়তো অলপ সান্ত্বনা পাব পাৰি। ইভেণ্ডাৰে ইনিয়াছক মিত্ৰৰূপে আদৰি লোৱাৰ এয়ে প্ৰতিফল।" এইবুলি কৈ তেওঁ পালাছৰ প্ৰাণহীন দেহ বাওঁভৰিৰে গচকি ধৰি তেওঁৰ গাৰ পৰা তৰোৱাল থোৱা প্ৰকাণ্ড টঙালীডাল সোলোকাই ল'লে। কিছুমান বিভীষিকাময় দৃশ্য তাত ক্ষোদিত আছিল। বিয়াৰ নিশা বাছি সাতজন ডেকাক অন্যায়ভাৱে হত্যা কৰা হয় আৰু বিবাহ কক্ষত ডোঙা বান্ধি থাকে তেওঁলোকৰ তেজ। সোণৰ টঙালীডালত এই দৃশ্যটো অঙ্কন কৰিছিল ইউৰিটাছ পুত্ৰ ক্লনাছে। জয়ৰ এই স্মৃতিচিহ্ন লাভ কৰি টাৰ্ণাছ উল্লসিত হৈছিল। নিয়তি আৰু ভৱিষ্যতৰ বিষয়ে মানুহে একো নাজানে। সাফল্য লাভৰ গৌৰৱজনক ক্ষণত, তেওঁলোকে আত্ম-সংযম হেৰুৱাই পেলায়। এনে এটা দিন আহিব যিদিনা হয়তো টাৰ্ণাছে সৰ্বস্ব দান কৰিও পালাছক অক্ষত অৱস্থাৰে ঘূৰাই আনিবলৈ ইচ্ছা কৰিব। আজিৰ দিনটোত বলেৰে কাঢ়ি লোৱা বস্তুবিলাক তেওঁৰ কাৰণে বিষময় হৈ পৰিব। ইতিমধ্যে

পালাছৰ বন্ধুবৃন্দই কান্দি কান্দি তেওঁক ঢালখনৰ ওপৰত তুলি তাৰ পৰা কঢ়িয়াই লৈ গ'ল। হায় পালাছ, পিতাবাৰ কাৰণে তুমি তীব্ৰ যন্ত্ৰণা আৰু অসীম গৌৰব লৈ উভতি যাবা। আজিয়েই তুমি প্ৰথমবাৰৰ বাবে যুদ্ধ কৰিছিলা আৰু আজিৰ দিনটোৱেই তোমাক সিপুৰীলৈ লৈ গ'ল। কিন্তু তথাপি তুমি বহুতো ৰুটুলীয়ানক বধ কৰিবলৈ সক্ষম হৈছিলা।

এতিয়া একমাত্ৰ এই মৰ্মান্তিক ঘটনাৰ জৰিয়তেই যে ইনিয়াছৰ শ্ৰুতি-গোচৰ হৈছিল এনে নহয়, এজন বিশ্বাসযোগ্য কটকীৰ পৰা তেওঁৰ সৈন্য-বাহিনীৰ আসন্ন দুৰ্যোগৰ কথাও তেওঁ শুনিবলৈ পালে। ট্ৰজানবিলাক পৰাজিত হৈছিল আৰু তেওঁলোকক সাহায্য কৰাৰ অতি প্ৰয়োজন হৈছিল। এই বাতৰি পাই ইনিয়াছ ক্ৰোধত জ্বলি উঠিল। তেওঁ তৰোৱাল হাতত লৈ শত্ৰু সৈন্য একালৰ পৰা কচু কটা দি যাবলৈ ধৰিলে। তেওঁ শত্ৰুৰ বেহু ভেদ কৰি সদ্যলব্ধ বিজয় গৌৰৱত গৰ্বিত টাৰ্ণাছক বিচাৰিবলৈ ধৰিলে। তেওঁৰ মানস পটত জিলিকি উঠিল পালাছ, ইভেণ্ডাৰ; অচিনাকি লোক হিচাপে তেওঁ লাভ কৰা আতিথ্য আৰু মিত্ৰতাৰ প্ৰতীক ৰূপে মিলিত হোৱা দক্ষিণ পাণিযুগল। তেওঁ তৰিৎ গতিৰে অগ্ৰসৰ হওঁতে ছালমোৰ চাৰিজন কুমলীয়া ল'ৰা আৰু উফেন্সৰ দ্বাৰা প্ৰতিপালিত আন চাৰিজন যুৱকক জীৱিতে অৱস্থাত বন্দী কৰিলে। তেওঁৰ উদ্দেশ্য আছিল পালাছৰ আত্মাৰ প্ৰতি তেওঁলোকক বলি দি চিতাৰ জুইত শোণিত তৰ্পণ কৰা। তাৰ পিছত তেওঁ অলপ আঁতৰত থকা মেগাছক লক্ষ্য কৰি মাৰাত্মক বৰ্শা মাৰি পঠিয়ালে। কিন্তু মেগাছে ঠাইতে বাগি দি ওচৰ চাপি আহিল আৰু বৰ্শাপাট তেওঁৰ মূৰৰ ওপৰেদি গ'ল। মেগাছে ইনিয়াছৰ ভৰিত ধৰি কাবৌ-কাকুতি কৰি ক'লে, "তোমাৰ পিতাবাৰ আত্মাৰ নামত, তৰুণ ইউলাছৰ ওপৰত থকা তোমাৰ আশা-ভাৰসাৰ নামত, মই তোমাক মিনতি কৰিছো, মোৰ জীৱন ৰক্ষা কৰা, যাতে মই নিৰাপদে মোৰ পিতা আৰু পুত্ৰৰ ওচৰত উপনীত হ'ব পাৰো। মোৰ এটা বৃহৎ অট্টালিকা আছে, তাতে মই প্ৰচুৰ সোণ-ৰূপ পুতি থৈছো। তোমালোকৰ জয়-পৰাজয় মোৰ ওপৰত নিৰ্ভৰ নকৰে, কাৰণ অকল এটা মানুহে কিটো কৰিব পাৰে?" তেওঁৰ কোৱা হ'লত ইনিয়াছে উত্তৰ দিলে, "সেইবিলাক ধন-সোণ পুত্ৰেৰৰ

কাৰণেই সঁচি থ। টাৰ্ণাছেই ৰণনীতি ভঙ্গ কৰি পাৰ্টক্লছক হত্যা কৰিছে। মোৰ পিতা এক্লাইচিজৰ আত্মাই সেইদৰেই ভাবিছে আৰু পুত্ৰ ইউলাছৰো মত সেয়েই।" এইদৰে কৈ তেওঁ মেগাছৰ শিৰস্ত্ৰাণ বাওঁহাতেৰে খুলি লৈ, তেওঁৰ অৱনত গ্ৰীৱাত তৰোৱাল আমূল বিদ্ধ কৰিলে।

অলপ দূৰতে ফিৰাছ আৰু ট্ৰিভিয়াৰ পূজাৰী ইমনাইডিছ ৰৈ আছিল। তেওঁৰ ললাটত পবিত্ৰ বন্ধনী বিৰাজ কৰিছিল। তেওঁ শ্বেতবস্ত্ৰ পৰিধান কৰিছিল আৰু তাত যি প্ৰতীক আছিল, সিয়ো আছিল শুকুলা। ইনিয়াছে তেওঁক খেদি গ'ল তেওঁ দৌৰি যাওঁতে উজুটি খাই পৰিল। ইনিয়াছ তেওঁৰ ওচৰত থিয় হৈ দীঘল ছাটোৰে ঢাকি ধৰি তেওঁক বধ কৰিলে। ছেৰেষ্টাছে ৰণদেৱতা মাৰ্চৰ প্ৰতি নিবেদন কৰিবৰ কাৰণে তেওঁৰ বৰ্ম-কবচ খুলি কান্ধত তুলি ল'লে। কিন্তু এইবোৰ ভালকন বংশৰ ছিকুলাছ আৰু মাৰ্ছিয়ান পৰ্বতৰ অধিবাসী আম্বেৰে সৈন্যসকলক একত্ৰিত কৰিলে। ডাৰ্ডান বীৰজনে তেওঁলোকক প্ৰবল গতিৰে আক্ৰমণ কৰিলে। তেওঁ তৰোৱালেৰে ঘাপ মাৰি আংজাৰৰ বাওঁহাত আৰু লগতে ঘৰণীয়া ঢালখনো কাটি পেলালে। আংজাৰে ডাঙ্কোপ মাৰি কথা কৈ আছিল। কথাৰ ওপৰতে তেওঁ বেছি জোৰ দিছিল। সম্ভৱতঃ ডাটি চুলি পকি বুঢ়া হোৱালৈকে বহুত দিন জীয়াই থাকিব বুলি তেওঁৰ ধাৰণা আছিল; মানুহৰ জীৱনটো কিমান ক্ষণস্থায়ী সেই বিষয়ে তেওঁ হয়তো ভবাই নাছিল। এতিয়া দীপ্যমান বৰ্ম-কবচাদিৰে সজ্জিত টাৰকুইনাছ ধৃষ্টতাবশতঃ ইনিয়াছৰ ক্ৰোধানলত পতিত হ'ল। তেওঁৰ মাক আছিল দেৱী ড্ৰায়প আৰু পিতাক অৰণ্যবাসী ফনাছ। ইনিয়াছে বৰ্ষা এপাট দাঙি লৈ বৰ্মেৰে সৈতে তেওঁৰ ঢালখন ফালি পেলালে আৰু তেওঁ কাবৌ-কাকুতি কৰি থাকোঁতেই; কথা বেছি বহলাবলৈ সুবিধা নিদি তেওঁৰ শিৰচ্ছেদ কৰিলে। তেওঁৰ ভূপতিত কবন্ধত পদাঘাত কৰি তেওঁ প্ৰতিহিংসাৰ মনোভাৱেৰে ক'লে, "তোক ভয় কৰিম বুলি ভাবিছিলি হ'ব পায়, এতিয়া পৰি থাক। তোৰ মাৰে তোক কবৰ দিব নোৱাৰিব, সমাধিত মৈদাম এটাও বান্ধিব নোৱাৰিব। তোক কাউৰী-শগুণে খাব, পানীয়ে উটাই নিলে তই মাছৰ আহাৰ হবি।"

তাৰ পিছত ইনিয়াছে দ্ৰুতগতিৰে টাৰ্ণাছৰ সেনাবাহিনীৰ সন্মুখত থকা আণ্টিয়াছ আৰু লুকাক খেদি গ'ল। সাহসী নুমা, মহামুণ্ড ওলছেন্সৰ পুত্ৰ,

পিঙ্গলকেশী বৰ্মাছকো তেওঁ অনুসৰণ কৰিলে। ভলছেন্সে এসময়ত নিৰ্জন আমিক্লিত ৰাজত্ব কৰিছিল আৰু ইটালীয়ানসকলৰ ভিতৰত তেৱেঁই আছিল ভূ-সম্পত্তিৰ শ্ৰেষ্ঠ অধিকাৰী। প্ৰবাদ আছে যে শতবাহু আৰু শতভুজ ইজিয়নে শতাধিক মুখেৰে অগ্নি উদ্গীৰণ কৰি, পঞ্চাশখন ঢাল আৰু সমসংখ্যক তৰোৱাল লৈ জুপিটাৰৰ বজ্ৰৰ সন্মুখীন হৈছিল। এনিয়াছো ইনিয়াছে সেইদৰেই ৰুদ্ৰৰূপ ধৰি ৰণক্ষেত্ৰত সংহাৰ লীলাৰ সৃষ্টি কৰিছিল, শোণিতসিক্ত অসিৰ উত্তাপে তেওঁক উত্তেজিত কৰিছিল। আৰু এতিয়া তেওঁ নিফিয়াছে পৰিচালিত কৰা চাৰিটা ঘোঁৰাৰ মূৰটোৰ ওচৰ চাপিবলৈ সৰ্বশক্তি নিয়োগ কৰিছিল। কিন্তু দীঘল দীঘল ৰেঙা মেলি, প্ৰবল হুঙ্কাৰেৰে তেওঁ কৰাল মূৰ্তি ধৰি আগ-বাঢ়ি যোৱা দেখা পাই ঘোঁৰাকেইটাই ভয়ত পাকফালে চেকুৰ মেলিলে। ৰথখন সাগৰৰ পাৰত বাগৰি পৰিল আৰু ৰথীজন উফৰি গ'ল। ইতিমধ্যে ধোঁৱা বৰণীয়া ঘোঁৰা এহালৰ পাছত লুকাগাছ যুদ্ধ ক্ষেত্ৰলৈ আগ বাঢ়ি আহিছিল। তেওঁৰ ভায়েক লাইজাৰ ৰথৰ সাৰথি আছিল। লুকাগাছে গাৰ জোৰেৰে তৰোৱালখন ঘূৰাই আছিল। উত্তপ্ত হিংস্ৰতাৰে ইনিয়াছে আক্ৰমণ কৰিলে, তেওঁৰ বিশাল দেহ আৰু উদ্ধত শক্তিশেল দৃশ্যমান হ'ল। লাইজাৰে তেওঁক ক'লে, "ইয়াত ডায়মিডিছৰ অশ্ব অথবা একিলিছৰ ৰথ নাই। ফিজ্ৰীয়াৰ উপত্যকাও বহুত দূৰত। আমাৰ ৰাজ্যত ইয়াতে আৰু এতিয়াই তোমাৰ জীৱনৰ অৱসান হ'ব।" এয়ে আছিল উন্মাদ লাইজাৰৰ উক্তি. তেওঁৰ বচন বহু দূৰ বিয়পি পৰিল। কিন্তু ট্ৰয়ৰ বীৰে তাৰ উত্তৰ কথাৰে নিদি অস্ত্ৰেৰে দিলে। তেওঁ নিক্ষেপ কৰা বৰ্শা লুকাগাছৰ বাম উৰু-সন্ধিত বিদ্ধ হ'ল। কাৰণ তেতিয়া তেওঁ আগলৈ হাউলি ঘোঁৰাহাল তৰোৱালৰ গাদিৰে কোবাই ৰথখন বেগেৰে চলাবলৈ চেষ্টা কৰিছিল আৰু তেওঁৰ বাওঁ ভৰিটো আগবাঢ়ি আছিল। তেওঁ ৰথৰ পৰা বাগৰি মাটিত পৰিল; তেওঁৰ মৃত্যুৰ মুহূৰ্তত সত্যসন্ধ ইনিয়াছে বিদ্ৰূপ কৰি ক'লে, "লুকাগাছ, ঘোঁৰাকেইটাই ভয়ত পলাই যাব খোজোতে যে তোমাৰ ৰথখনৰ এই অৱস্থা হ'ল এনে নহয়, কল্পিত অপ-দেৱতাৰ প্ৰভাৱতো সিহঁত শত্ৰুৰ সন্মুখৰ পৰা আঁতৰি যোৱা নাই। পিছে তুমিয়েহে ঘোঁৰাকেইটাক এৰি যাবলৈ উপক্ৰম কৰি ৰথৰ পৰা জাঁপ মাৰি পৰিলা।" এইদৰে উপহাস কৰি ইনিয়াছে ঘোঁৰাকেইটা হস্তগত কৰিলে। দুৰ্ভগীয়া ভায়েকজনো ৰথৰ পৰা পৰিছিল। তেওঁ আহি আতুৰভাৱে বৰযোৰ

কৰি ইনিয়াছক ক'লে, "ট্ৰয়ৰ বীৰ, তোমাৰ শপত, তোমাৰ নিচিনা মহৎ সন্তানক জন্ম দিয়া তোমাৰ পিতৃ-মাতৃৰ শপত, মোক বধ নকৰিবা। মই তোমাক মিনতি কৰিছোঁ, মোক দয়া কৰা।" তেওঁ আৰু কিবা ক'ব খোজোঁতেই ইনিয়াছে বাধা দি ক'লে, "ক'তা, অলপ আগতে দেখোন বৰ বৰ কথা কৈছিলি। ভায়েৰৰ লগত তয়ো এতিয়া লগে যাগৈ। তোৰ নিষ্কৃতি নাই।" এইবুলি কৈ তেওঁ তৰোৱালৰ আগটোৰে তেওঁৰ বুকুত বন্দী হৈ থকা প্ৰাণবায়ুক মুক্ত কৰি দিলে।

এইদৰেই ডাৰ্ডান অধিনায়কজনে ৰণক্ষেত্ৰত সংহাৰ লীলাৰ সৃষ্টি কৰিছিল। পৰ্বতৰ পৰা প্ৰবল বেগে বৈ অহা নদী নাইবা ধুমুহাৰ দৰেই তেওঁৰ প্ৰচণ্ড ক্ৰোধ মূৰ্তিমান হৈছিল। আৰু অৱশেষত কুমাৰ এস্কেনিয়াছ আৰু ট্ৰয়ৰ পুৰুষসকল শিবিৰৰ পৰা ওলাই আহিল। অৱৰোধ ব্যৰ্থ হ'ল।

এইবিলাক ঘটনা ঘটি থাকোঁতে জুপিটাৰে জুনোক সম্বোধন কৰি ক'লে, "ভগিনী আৰু প্ৰিয়তমা ভুৱৰী, তুমি ভবাৰ দৰেই কাম হৈছে। তোমাৰ বিচাৰ সদায় নিৰ্ভুল। ভেনাছে ট্ৰয়ৰ পক্ষ সমৰ্থন কৰিছে সঁচা, কিন্তু ট্ৰজান-সকলৰ অতুল সাহস, গৌৰৱবোধ আৰু বিপদৰ সময়ত নিৰ্ভীকভাৱে থাকিব পৰা ক্ষমতা, এইবিলাক ভালকৈ উপলব্ধি কৰা নাই।" জুনোৱে শান্তভাৱে উত্তৰ দিলে, "কিয় প্ৰিয়তম, কিয় তুমি মোক বিৰক্ত কৰিছা? তোমাৰ ভীষণ আদেশ শুনি মোৰ ইতিমধ্যেই বুকু টিপটিপাই আছে। এসময়ত মোৰ ভালপোৱাই তোমাক প্ৰভাৱিত কৰিছিল। এতিয়া সেইদিন থকা হ'লে, টাৰ্ণাছক যুদ্ধৰ পৰা আঁতৰাই, পিতাক ডনাছৰ ওচৰত চমজাই দিবগৈ পাৰিলো-হেঁতেন আৰু তুমিও আপত্তি নকৰিলা হয়। কিন্তু যি হৈছে হৈ থাকক। নিষ্পাপ শোণিত তৰ্পণ কৰি তেওঁ ট্ৰজানবিলাকৰ সন্তুষ্টি সাধন কৰক। টাৰ্ণাছৰ মৃত্যু হওক। তথাপি এটা কথা, তেওঁ দেৱতাৰ বংশৰে লোক। পিলুমনাছ আছিল তেওঁৰ পিতাকৰ প্ৰপিতামহ। তদুপৰি তেওঁ অতি উদাৰ মনেৰে তোমাৰ মন্দিৰৰ বেদীত অজস্ৰ উপহাৰ প্ৰদান কৰিছে।" অমৰাৱতী অলিম্পাছৰ অধিপতিজনে সংক্ষেপে ক'লে, "যদিহে তুমি টাৰ্ণাছ এতিয়াই নিহত হোৱাটো নিবিচাৰা, তেন্তে তেওঁ পলায়ন কৰক। কিন্তু এটা কথা মই কৈ থওঁ। এই ব্যৱস্থা সাময়িকহে। তেওঁৰ মৃত্যু অনিবাৰ্য, আৰু মোৰো সেয়ে ইচ্ছা। এই

চৰ্তত তুমি এতিয়া তেওঁক মৰণৰ পৰা উদ্ধাৰ কৰিব পাৰা। তোমাৰ অনুৰোধ মই ইমানখিনিয়েই ৰাখিব পাৰো। কিন্তু তুমি যদি তাতকৈ বেছি আশা কৰিছা, যদিহে ভাবিছা যুদ্ধৰ গতি ধ্যাংত বা পৰিবৰ্তিত কৰিব পাৰি, তেনেহ'লে তোমাৰ তেনে আশা সফল নহয়।" সজল নয়নেৰে জুনোৱে উত্তৰ দিলে, "উস, তুমি যদি তেওঁৰ প্ৰতি অকণমান সদয় হ'লাহেঁতেন! মুখ ফুটাই যদি ক'লাহেঁতেন তেওঁ আৰু কিছুদিন জীয়াই থাকক। নহয়, নহয় তেওঁৰ ভয়াবহ মৃত্যু সন্নিকট। অথচ তেওঁৰ কোনো দোষ নাই। মই প্ৰকৃত সত্যটোৰ পৰা আঁতৰি যাবলৈ চেষ্টা কৰিছো। কিন্তু হায়, মোৰ এই আশঙ্কা যদি নিৰৰ্থক হ'ল হয়, আৰু তুমি যদি নিজস্ব মহিমাৰে, তোমাৰ পাকচক্ৰ অলপ অদল-বদল কৰি, শেষ পৰিণতিটো অলপ সুখৰ কৰিলা হয়।"

ইয়াকে কৈ জুনোৱে স্বৰ্গধামৰ উচ্চতাৰ পৰা মেঘৰ মাজেদি, সমুখত এজাক ধুমুহা লৈ, তীব্ৰ গতিৰে ট্ৰজান আৰু লৰেন্টাইনবিলাকৰ ছাউনিৰ ফালে যাত্ৰা কৰিলে। তেওঁ এধানমান চাঁ আৰু এখুদমান বাষ্পৰে ইনিয়াছৰ এটা প্ৰতিকৃতি সৃজন কৰিলে। এই প্ৰতিকৃতি আছিল অলৌকিক আৰু প্ৰহেলিকাময়। এই ছায়ামূৰ্তিটো তেওঁ ডাৰ্ডান কৱচ, দেৱীপুত্ৰৰ ঢাল আৰু শিৰস্ত্ৰাণৰ পাখি আদিৰে সজ্জিত কৰিলে। মূৰ্তিটোৰ মুখত তেওঁ মাত দিলে, এই মাত আছিল অবাস্তৱ, অলীক। ইয়াৰ খোজ-কাটলো কৰিছিল ইনিয়াছৰ দৰেই। এনে মূৰ্তিয়ে বোলে মৰণৰ পিছত ছয়ামৰাকৈ দেখা দিয়ে; গভীৰ নিদ্ৰাত চেতনা লুপ্ত হ'লে, স্বপ্নত এনে ৰূপ দৃশ্যমান হয়। এতিয়া এই ছায়ামূৰ্তিটোৱে সৈন্য বাহিনীৰ সমুখেদি ঢেলংকৈ যাবলৈ ধৰাত, টাৰ্ণাছে ইয়াৰ অস্ত্ৰ-শস্ত্ৰবিলাক দেখি ক্ৰুদ্ধ হৈ, যুদ্ধৰ কাৰণে আহ্বান জনালে। তেওঁ তৎক্ষণাৎ ধাবিত হৈ এই বেতালৰ প্ৰতি বৰ্শা নিক্ষেপ কৰিলে। ছায়ামূৰ্তিয়ে পলায়নৰ ভঙ্গীত খোজ দিলে। ইনিয়াছেই তেওঁৰ ভয়ত পলাব খুজিছে বুলি ভাবি টাৰ্ণাছৰ মনত ভ্ৰান্ত আৰু প্ৰতাৰণাপূৰ্ণ আশাৰ উদয় হ'ল। তেওঁ চিঞৰি চিঞৰি ক'লে, "ইনিয়াছ, ক'লৈ পলাই গৈছা? বিয়াখন নপতাকৈ নাযাবা। যিখন দেশ বিচাৰি সাগৰৰ মাজেদি আহি এইখিনি পালাহি, সেইখনকে এতিয়া মই তোমাক দিবলৈ সৌহাত আগবঢ়াইছো।" এইদৰে বিদ্ৰূপ কৰি আৰু খোলা তৰোৱাল-খন জোকাৰি জোকাৰি তেওঁ অনুসৰণ কৰিবলৈ ধৰিলে, তেওঁ বুজা নাছিল যে তেওঁৰ উল্লাসৰ এই উৎস আছিল অলীক আৰু বায়বীয়। শিল এটাৰ

দঁাড়িতে জ'হাজ এখন বান্ধি থোৱা আছিল। জাহাজখনত জখলা লগোৱা আছিল আৰু ভিতৰলৈ যোৱা বাটটোও মুকলি হৈ আছিল। ক্লুছিয়াম সীমান্তৰ পৰা এই জাহাজতে বজা অচিনিয়াছ লাটিয়ামলৈ আহিছিল। ইনিয়াছৰ অস্থিৰ আৰু পলায়মান প্ৰেতমূৰ্তি লুকোৱা'ৰ ছলেৰে তাতে সোমাল। টাৰ্ণ'ছেও সকলো বাধা-বিঘিনি অতিক্ৰম কৰি ক্ষিপ্ৰতাৰে খেদি গৈ একলীয়া বাটটোৰেদি জঁাপ মাৰি জাহাজৰ ভিতৰ সোমাল। কিন্তু তেওঁ বেছি দূৰ আগ বাঢ়ি যাবলৈ নৌ পাওঁতেই ছেটাৰ্ণ জুহিতা জুনোৱে বান্ধি থোৱা বচিডাল ছিঙি জাহাজখন মেলি দিলে। পাৰৰপৰা আঁতৰি যোৱা ঢৌবিলাকে জাহাজখন সাগৰৰ মাজলৈ লৈ গ'ল।

সেয়েহে, ইনিয়াছে যুদ্ধ কৰিবৰ কাৰণে যোগ্য প্ৰতিদ্বন্দ্বী জনক ক'তো বিচাৰি পোৱা নাছিল। সেই সময়ত তেওঁৰ মুখৰ আগত পৰা বহুতো বাহুবলী যুঁজাৰুক তেওঁ যমপুৰীলৈ পঠাইছিল। আৰু সেই সময়ত অথালি-পথালিকৈ বলা বতাহে টাৰ্ণাছক সাগৰৰ মাজলৈ উটুৱাই নিছিল। আৰু এনে সময়তে ছায়ামূৰ্তিটোৱে আত্মগোপন কৰাৰ চেষ্টা নকৰি আকাশৰ ওপৰলৈ উৰি গৈ লাহে লাহে ক'লা মেঘ এটুকুৰাৰ লগত মিলি গ'ল। টাৰ্ণাছ হতভম্ব হ'ল। এইদৰে পৰিত্ৰাণ পাই তেওঁ সুখী হ'ব পৰা নাছিল। তেওঁ হাত-যাৰ কৰি ওপৰলৈ চাই ক'লে, "হে পৰম পিতা, কি দোষৰ কাৰণে তুমি মোক এইদৰে শাস্তি দিছা? মই ক'লৈ উটি গৈছোঁ? মই ক'ত আছিলো? মই এইদৰে পলাইছো কিয়? উভতি যাম কেনেকৈ? মই আমাৰ ছাউনি বা লৰেণ্টাইনৰ প্ৰাচীৰ কেতিয়াবা দেখিবলৈ পাম নে বাৰু? মোৰ পতাকা অনুসৰণ কৰা সৈন্যবাহিনীটোৰ কি হ'ব? উস্, কি ভীষণ দুৰ্যোগ! মই সিহঁতক পৰিত্যাগ কৰিলো আৰু সিহঁতৰ এতিয়া মৰণৰ বাহিৰে গত্যন্তৰ নাই। সিহঁত ছেদেলি-ভেদেলি হৈ পৰিব, মৃত্যু যন্ত্ৰণাত সিহঁতে আৰ্তনাদ কৰিব, মই কি এতিয়া সেইটো দৃশ্যকে দেখিবলগীয়া হ'ব? কিন্তু মই কি কৰিছো? আই বসুমতীয়ে ফাট মেলি মোক গিলি নপেলায় কিয়? হে দেৱতা মোক কৃপা কৰা। জাহাজখনে শিলত খুন্দা মাৰক। মই টাৰ্ণাছে তোমাক মিনতি কৰিছো। ছাৰ্টিছৰ ভয়াবহ পলসুৱা বালিত যেন জাহাজখন পোত যায়। তেতিয়াহঁলে কোনো কটুলীয়াগনে মোক বিচাৰি নাপাব। মোৰ এই কলঙ্কৰ কাহিনী

কাৰো শ্ৰুতিগোচৰ নহ'ব।" এইদৰে কৈ তেওঁ অস্থিৰভাৱে ইফাল-সিফাল কৰিছিল। এই নিদাৰুণ অপমানে তেওঁক বিহ্বল কৰি তুলিছিল। নিৰ্মম কৃপাণ নিজৰ বক্ষত বহুৱাই দিবলৈ তেওঁ উদ্যত হৈছিল, তৰঙ্গ মালাৰ মাজত জঁপিয়াই পৰি, বক্ৰ উপকূল ৰেখা পৰ্যন্ত সাতুৰি গৈ ট্ৰজান অস্ত্ৰৰ সন্মুখীন হ'বলৈ তেওঁ চিন্তা কৰিছিল। তিনিবাৰ তেওঁ এই ভাব কাৰ্যত পৰিণত কৰিবলৈ চেষ্টা কৰিছিল, কিন্তু তিনিওবাৰেই জুনোৱে তেওঁক বিৰত কৰিছিল। তৰুণ ৰাজকুমাৰজনৰ দুখত ব্যথিত হৈ তেওঁ তেওঁক প্ৰবলভাৱে বাধা দিছিল। সেইদেখি তেওঁ গভীৰ সমুদ্ৰৰ মাজেদি লাহে লাহে গৈ ঢৌ আৰু সোঁতৰ সহায়ত অৱশেষত পিতাক ডনাছৰ প্ৰাচীন নগৰখন উপনীত হৈছিলগৈ।

ইতিমধ্যে জুপিটাৰৰ সকীয়নিত, মেজেন্টিয়ছে মহাপৰাক্ৰমেৰে যুদ্ধ কৰিবলৈ ধৰিলে। উল্লাসিত ট্ৰজানবিলাকক তেওঁ আক্ৰমণ কৰিছিল। ইট্ৰুস্কান সৈন্যসকলে বেড় নিৰ্মাণ কৰি অতিশয় ঘৃণাৰে সেই নিঃসঙ্গ যোদ্ধাজনৰ ওপৰত অস্ত্ৰ বৰ্ষণ কৰিছিল। কিন্তু তেওঁ আছিল অগাধ জলৰ মাজলৈ আগ বাঢ়ি যোৱা শিল এটাৰ দৰেই অচল-অটল। শিলটোৰ গৰৰ ওপৰেদি প্ৰচণ্ড ধুমুহা পাৰ হৈ যায়, বিস্তীৰ্ণ বাৰিধাৰাৰ মাজত থাকি সি সমুদ্ৰ আৰু আকাশৰ সকলো আঘাত অকাতৰে সহ্য কৰি যায়। কিন্তু তথাপি সি বিচলিত নহয়। সেইদৰেই মেজেন্টিয়াছে এতিয়া ডলিকাওনৰ পুত্ৰ হিব্ৰাছক ভূপতিত কৰিলে। তেওঁৰ লগতে পলায়মান লাটাগাছ আৰু পালামাছো ৰণত পৰিল। এটা প্ৰকাণ্ড খহটা শিল লাটাগাছৰ মুখলৈ মাৰি পঠিয়ালে। ভৰিৰ শিৰকেইডাল কাটি পেলোৱাত পালামাছ ধফফৰাই পৰি থাকিল। তেওঁৰ বৰ্মকবচ খুলি লৈ লচাছৰ গাত পিন্ধাই দিলে আৰু শিৰস্ত্ৰাণৰ চূড়াৰে তেওঁৰ শিৰ ভূষিত কৰিলে। ফ্ৰিজীয়ান ইভাস্থিছ আৰু পেৰিছৰ সমনীয়া আৰু পৰম বন্ধু মাইমাছকো তেওঁ বধ কৰিলে। মাইমাছৰ পিতাক আছিল আমিকাছ আৰু মাক আছিল থিয়ানো, চিচিয়াছ দুহিতা হিকবাই গৰ্ভত অগ্নিপিণ্ড ধাৰণ কৰি যিদিনাই পেৰিছক জন্ম দিছিল সেইদিনাই মাইমাছেও পৃথিৱীৰ পোহৰ দেখা পাইছিল। স্বদেশতে পেৰিছৰ মৃত্যু হ'ল। কিন্তু মাইমাছৰ মৰণ

আছিল বিদেশত, এই লবেন্টাইন উপকূলত। পাইন গছেৰে ছাটি থোৱা ভেচুলাছৰ নতুবা লবেন্টাইনৰ নিম্নভূমিত, নল-খাগৰিৰ মাজত বহু দিন নিৰাপদে বাস কৰা ভয়ঙ্কৰ বৰা গাহৰি এটাক চিকাৰী কুকুৰে কামুৰি কামুৰি পৰ্বতৰ ওপৰৰ পৰা খেদি নি জালৰ মাজত পেলালে যেনে হয়, এতিয়া মেজেন্টিয়াছৰো তেনে অৱস্থাই হৈছিল। শ'ল ঠেকত পৰি বৰা-টোৱে গুজৰি-গুমৰি ফেপেৰি পাতে, তাৰ গাৰ নোমবোৰ ঠৰঙা হয়; তাৰ ওচৰ চাঁপি যাবলৈ কোনেও সাহ নকৰে, নিৰাপদ দূৰত্বৰ পৰা খাঠি-জোং মাৰি বা চিঞৰ-বাখৰ কৰি মানুহে তাক জোকাইহে লয়। ঠিক সেইদৰে মেজেন্টিয়াছৰ প্ৰতি শক্ৰ ভাবাপন্ন কেনো এজন লোকেই তৰোৱাল হাতত লৈ তেওঁৰ কাষ চাপিবলৈ সাহস গোটাব নোৱাৰিলে। দূৰৰ পৰা বৰ্শা নিক্ষেপ কৰি আৰু তুমুল নিনাদেৰে তেওঁলোকে তেওঁক উত্যক্ত কৰিছিল মাত্ৰ। তেওঁ নিশ্চিত আৰু নিৰ্ভীকভাৱে, দাত কৰচি, ঢাল আৰু বৰ্শা আন্দোলিত কৰি চাৰিওফালে দৃষ্টিপাত কৰিছিল।

কৰিথাছ নামে প্ৰাচীন প্ৰদেশ এখনৰ পৰা আক্ৰন নামেৰে এজন গ্ৰীক যোদ্ধা আহিছিল। তেওঁ তাৰ পৰা নিৰ্বাসিত হৈছিল আৰু সেই কাৰণে তেওঁ বিয়াখন পাতিব নোৱাৰিলে। তেওঁৰ শিৰস্ত্ৰাণৰ পাখি-কেইটা আছিল ৰঙা; তেওঁ পৰিধান কৰা ৰক্তবস্ত্ৰ আছিল তেওঁৰ ভাবী পত্নীয়ে দিয়া উপহাৰ। তেওঁ এতিয়া যুদ্ধক্ষেত্ৰৰ মাজ ভাগত থাকি শক্ৰ সৈন্যক সংহাৰ কৰিছিল। মেজেন্টিয়াছে তেওঁক দূৰৰ পৰাই দেখা পালে। ভোকত কলমলাই থকা সিংহ এটাই চাৰিওফালে চেঙাৰ দি বেৰি থোৱা গৰু-ম'হৰ পুটিৰ ওচৰত তহল দি থাকোঁতে, হঠাতে দৌৰি পলাই যাব খোজা ভেড়া বা দীঘলশিঙীয়া শৰপহু এটা দেখা পালে পৰম আনন্দ পায়; সি মুখখন বহলকৈ মেলি চিকাৰটোৰ ওপৰত জঁপিয়াই পৰেগৈ আৰু নাৰী-ভুঁক চিৰাচিৰ কৰে। তেতিয়া তাৰ কেশৰবোৰ ঠৰঙা হৈ পৰে আৰু কৰাল মূৰ্তি ধৰি সি ৰক্তপান কৰে। ঠিক সেইদৰেই এতিয়া মেজেন্টিয়াছে ক্ষিপ্ৰতাৰে শাৰী পাতি থকা শক্ৰ সৈন্যক আক্ৰমণ কৰিলে। হতভগীয়া আক্ৰন নিহত হ'ল। মৰিবৰ সময়ত তেওঁ তেজেৰে তিতি থকা মাটিত ভৰি ছটা আচাৰিছিল আৰু তেওঁৰ ভগ্ন বৰ্ম-কৱচ

ৰক্তাক্ত হৈ পৰিছিল। এনেকুৱাতে অৰডিছে পলাবলৈ উপক্ৰম কৰিছিল; কিন্তু মেজেণ্টিয়াছে তালৈ ভ্ৰূক্ষেপ নকৰিলে, তেওঁক পাছফালৰ পৰা আঘাত কৰিবলৈও তেওঁ উদ্যত নহ'ল। বৰং তেওঁ পাক এটা মাৰি সন্মুখ সমৰত স্বাচ্ছ-ভাৱে শত্ৰুজনৰ সন্মুখীন হ'বলৈ সক্ষম হ'ল। কোনো কৌশলৰ আশ্ৰয় তেওঁ নল'লে। অৰডিছ ভূপতিত হ'ল। মেজেণ্টিয়াছে তেওঁৰ গাত ভৰি এটাৰে হেঁচা মাৰি ধৰি বৰ্শাপাট আকৰ্ষণ কৰি ক'লে, "সঙ্গীসকল, দাম্ভিক অৰডিছ যুদ্ধত বিচক্ষণ আছিল। তেওঁ এতিয়া ধৰাশায়ী হ'ল।" তেওঁৰ সিংহনাদৰ লগে লগে সঙ্গীবিলাকেও তুমুল জয়ধ্বনিৰ সৃষ্টি কৰিলে। কিন্তু মৃতপ্ৰায় অৰডিছে সেহাই সেহাই ক'লে, "তুমি জয়লাভ কৰিছা। তুমি কোন মই নাজানো। কিন্তু এটা কথা কৈ থলো, তুমি বেছি সময় এইদৰে আনন্দ কৰিব নোৱাৰিবা। মোক বধ কৰাৰ প্ৰতিফল তুমি শীঘ্ৰে ভোগ কৰিবা। তোমাৰ দশাও মোৰ নিচিনাই হ'ব। মোৰ পিছতেই তুমি এই ৰণভূমিতেই শেষ আশ্ৰয় ল'ব লাগিব।" এই কথা শুনি মেজেণ্টিয়াছে ঈষৎ হাস্য কৰিলে। সেই হাঁহি আছিল ক্ৰোধমিশ্ৰিত। তেওঁ ক'লে, "তই মৰ, মোৰ কথা তই ভাবিব নালাগে, দেৱতা আৰু মানুহৰ গৰাকীজনে সেই বিচাৰ কৰিব।" ইয়াকে কৈ তেওঁ বৰ্শাপাট আজুৰি উলিয়ালে। নিদ্ৰাদেৱীয়ে লৌহ কঠিন হাতেৰে তেওঁৰ চকুত পতা জপাই দিলে। অনন্ত অন্ধকাৰে তেওঁক আবৰি ধৰিলে। এতিয়া চিডিকাছে আলকাথাছক, ছাক্ৰাটৰে হাইডাস্পিছক আৰু ৰাপ'ই পাৰ্থেনিয়াছক হত্যা কৰিলে। পৰাক্ৰমী অৰ্চিছৰো তেওঁৰ হাতত পতন হ'ল। মেচাপাছে ক্লনিয়াছক আৰু লিকাওন পুত্ৰ ইৰিকেটিছক বধ কৰিলে। বল্গাবিহীন ঘোঁৰাৰ পৰা বাগৰি গৈ ক্লনিয়াছ ধৰমৰ খাই মাটিত পৰি আছিল। কিন্তু মেচাপাছ আৰু ইৰিকেটিছে থিয় হৈ যুঁজ কৰিছিল। লিছীয়ান আগিছকেও যুদ্ধৰ কাৰণে আগ বাঢ়ি গৈছিল। তেওঁ দণ্ডায়মান আছিল যদিও পিতামহৰ শক্তিৰ উত্তৰাধিকাৰী ভালেৰাছে তেওঁক ভূপতিত কৰিলে। ইতিমধ্যে ছালিয়াছে থ্ৰনিয়াছক নিহত কৰিলে; কিন্তু নিপুণতাৰে বৰ্শা নিক্ষেপ আৰু শৰসন্ধান কৰিব পৰা নিয়ালচিছে দূৰৰ পৰাই অলক্ষিতে ছালিয়াছক হত্যা কৰিলে।

এতিয়া ৰণদেৱতাই উভয় পক্ষৰ ওপৰতেই প্ৰভাৱ বিস্তাৰ কৰি তেওঁলোকক সমানে মৃত্যু আৰু যন্ত্ৰণাৰ ভাগী কৰিলে। বিজেতা আৰু বিজিত সকলোটিয়েই সমানে মাৰিছিল আৰু মৰিছিল। কোনো পক্ষই পাছ চুহঁকি যোৱাৰ কথা চিন্তা কৰা নাছিল। জুপিটাৰৰ প্ৰাসাদত দেৱতাসকলে এই নিৰৰ্থক জিঘাংসা লক্ষ্য কৰি দুখ পাইছিল। মানুহ হ'লে এদিন মৰিব লাগিবই; কিন্তু তথাপি এনে ভয়ঙ্কৰ দুৰ্দশা দেখি তেওঁলোক ব্যথিত হৈছিল। ভেনাছ আৰু জেটাৰ্ণ দুহিতা জুনোৱে মুখামুখীকৈ বহি সকলো নিৰীক্ষণ কৰি আছিল। হেজাৰ হেজাৰ সংগ্ৰামী সৈনিকৰ মাজত বিবৰ্ণ টিছিফনিয়ে তীব্ৰ উত্তেজনা আৰু হিংস্ৰভাব সৃষ্টি কৰিছিল। কিন্তু এতিয়া এপাট প্ৰকাণ্ড বৰ্শা হাতত লৈ মেজেণ্টিয়াছ অতি ক্ৰুদ্ধভাৱে ৰণাঙ্গনলৈ আগ বাঢ়ি আহিল। সাগৰৰ মাজত, নেৰিয়াছৰ গভীৰতম জলৰ মাজেদি যাওঁতেও ওৰায়ণৰ কান্ধৰ পৰা ওপৰছোৱা ঢৌৰ ওপৰত জিলিকি থাকে। পৰ্বতৰ পৰা সৰল গছ এজোপা কাঢ়িআই লৈ যাওঁতেও তেওঁৰ শিৰ ডাৱৰৰ মাজত লুকাই থাকে। এতিয়া ওৰায়ণৰ দৰেই দীৰ্ঘদেহী মেজেণ্টিয়াছে বিশাল বৰ্মৰে আবৃত্ত হৈ পদক্ষেপ কৰিছিল। যুদ্ধক্ষেত্ৰত থকা সৈন্যৰ সুদীৰ্ঘ পংক্তিবিলাকৰ মাজেদিয়েই ইনিয়াছে তেওঁক দেখা পালে আৰু তেওঁৰ সন্মুখীন হ'বলৈ প্ৰস্তুত হল। মেজেণ্টিয়াছে অলপো আতঙ্কিত নহৈ, বিশাল দেহেৰে অবিচলিতভাৱে অসম সাহসী শত্ৰুজনৰ কাৰণে অপেক্ষা কৰি থাকিল। বৰ্শাৰে চুকি পোৱা দূৰত্বৰ প্ৰতি তীক্ষ্ণ দৃষ্টি ৰাখি তেওঁ প্ৰাৰ্থনা কৰি ক'লে, "হে দক্ষিণ পাণি, তুমিয়েই মোৰ দেৱতা, মই এই অস্ত্ৰ সন্ধান কৰিব খুজিছো। তুমি মোৰ সহায় হোৱা। মই প্ৰতিজ্ঞা কৰিছো বিজয়ৰ স্মৃতিচিহ্ন হিচাপে ইনিয়াছৰ পৰা, সেই দস্যুটোৰ দেহৰ পৰা বিবিলাক অস্ত্ৰ-শস্ত্ৰ টানি-চাজুৰি খুলি লম, সেই সকলোবোৰেৰেই লচাছক বিভূষিত কৰিম।" এইবুলি কৈ তেওঁ আলেমান আঁতৰৰ পৰাই তীব্ৰবেগেৰে বৰ্শা নিক্ষেপ কৰিলে। উৰন্ত বৰ্শাই ইনিয়াছৰ ঢালখন ওপৰে ওপৰে চুই গৈ কাষতে থকা সুদৰ্শন এণ্টবিছৰ কঁকাল আৰু উৰুৰ মাজতে বিদ্ধ হ'ল। এণ্টবিছ আছিল হাৰকিউলিছৰ বন্ধু। কিন্তু আৰ্গছৰ পৰা বহিষ্কৃত হোৱাৰ পিছৰে তেওঁ ইভেণ্ডাৰৰ লগতে থাকি ইটালীৰ নগৰ এখনত বাস কৰিছিল। দুৰ্ভাগ্যবশতঃ লোকলৈ

বুলি নিক্ষেপ কৰা অস্ত্ৰৰ আঘাতত তেওঁ লুটি খাই পৰিল। তেওঁ আকাশৰ ফালে চালে আৰু মৰণৰ সংযুক্ত ভক্তি মৰমৰ আৰ্গছখনৰ কথা তেওঁৰ স্মৃতিপটত জিলিকি উঠিল। ইয়াৰ পিছত সত্যসন্ধ ইনিয়াছে বৰ্শা নিক্ষেপ কৰিলে। ঢালৰ মাজত থকা ঘূৰণীয় উঠঙা অংশৰ তিনিতৰপীয়া ব্ৰঞ্জৰ পাত, গৰুৰ ছাল আৰু কাপোৰৰ সুদৃঢ় আবৰণ ভেদ কৰি সেই শেল কৰঙ্গণৰ চুকত লাগিল, কিন্তু তেতিয়া তাৰ জোৰ কমি আহিছিল। ইট্ৰুস্কান বক্ত নিৰীক্ষণ কৰি ইনিয়াছ উল্লাসিত হ'ল। তেওঁ তৎক্ষণাৎ অসি নিষ্কাশিত কৰি বিচলিত হৈ পৰা শত্ৰুক খেদি গ'ল। এই দৃশ্য দেখি লচাচ স্থিৰ হৈ থাকিব নোৱাৰিলে। পিতাকক তেওঁ গভীৰভাৱে ভাল পাইছিল। তেওঁ উচুপিছিল আৰু তেওঁৰ মুখমণ্ডল অশ্ৰুসিক্ত হৈ পৰিছিল। সুদূৰ অতীতত সম্পাদিত হোৱা সেই মহান কাৰ্য্যই যদি আজিও স্মৰণীয় হৈ আমাৰ মনত বিশ্বাস উৎপাদন কৰিব পাৰে; তেন্তে হে তৰুণ বীৰ, তোমাৰ সেই নিষ্ঠুৰ মৰণ আৰু তোমাৰ অপূৰ্ব ৰণকৌশল মই উপেক্ষা কৰিব নোৱাৰো: অতুল যশস্যা তোমাৰ প্ৰাপ্য আৰু মই সকলো বৰ্ণনা কৰি যাম।

আহত মেজেণ্টিয়াছে অসহায়ভাৱে পাছ হুহঁকি গৈছিল। তেওঁৰ গতি ব্যাহত হৈছিল, কাৰণ তেওঁৰ ঢালত তেতিয়াও সোমাই থকা ভয়ানক বৰ্শা এড়াল তেওঁ চোঁচোৰাই নিব লগা হৈছিল। কিন্তু অকস্মাতে তেওঁৰ তৰুণ পুত্ৰ আগ বাঢ়ি আহি যুদ্ধত জঁপিয়াই পৰিল। আৰু ঠিক যি মুহূৰ্তত ইনিয়াছে মোক্ষম্ভিহাছক আঘাত কৰিবলৈ উদ্যত অসি হাতত লৈছিল, ঠিক তেতিয়াই লচাচে তৰোৱালৰ সেই আঘাত প্ৰতিহত কৰিলে। এইদৰে বাধাগ্ৰস্ত হৈ ইনিয়াছ ৰৈ গ'ল। তেওঁলোকৰ সঙ্গীসকলো একত্ৰিত হৈ, কোলাহল কৰি অস্ত্ৰ সন্ধান কৰাৰ ফলত ইনিয়াছৰ গতি মন্থৰ হ'ল। পুতেকে ঢালখনেৰে আবৰি ধৰাত পিতাক এতিয়া আঁতৰি যাবলৈ সক্ষম হ'ল। ইনিয়াছ ক্ৰোধত জ্বলন্ত হৈছিল, কিন্তু তথাপি তেওঁ সতৰ্কতা অৱলম্বন কৰিছিল। মেঘাবৃত আকাশৰ পৰা শিলাবৃষ্টি হ'লে প্ৰতিজন হালোৱা আৰু প্ৰতিজন মাটি চহাই থকা মানুহ মুকলি পথাৰৰ পৰা যেনেকৈ শীঘ্ৰে আঁতৰি যায়, পথিকসকলে যেনেকৈ নদীৰ

পাৰ বা পাহাৰ আদি নিৰাপদ ঠাইত আশ্ৰয় লয়, সেইদৰে ইনিয়াছেও অস্ত্ৰ বৰ্ষণৰ পৰা নিজকে ৰক্ষা কৰি থাকিল। বৰষুণ যিমান সময় দি থাকে সিমান সময় সকলো কাম-কাজ বন্ধ হৈ থাকে। অৱশেষত বেলি ওলালে সকলো সক্ৰিয় হৈ পৰে। অস্ত্ৰ বৰ্ষণ শেষ হোৱাত ইনিয়াছে লচাছক তিৰস্কাৰ কৰি ভয় দেখুৱাই ক'লে, "নিশ্চিত মৃত্যুৰ মুখলৈ তুমি কিয় অগ্ৰসৰ হৈছা? যি কাম কৰিবলৈ তোমাৰ দেহত শক্তি নাই কিয় তেনে কাম হাতত লৈছা? পিতাৰৰ প্ৰতি থকা আনুগত্যৰ কাৰণে তুমি বিচাৰ-বুদ্ধি হেৰুৱাইছা।" কিন্তু তথাপি লচাছ নিবৃত্ত নহ'ল। তেওঁ উন্মাদৰ দৰে ইনিয়াছক আক্ৰমণ কৰিলে। আৰু এতিয়া ট্ৰজান সৰ্বাধিনায়কজনৰ ক্ৰোধৰ চৰম সীমা পালেগৈ। ভাগ্যদেৱীসকলে লচাছৰ শেষ দশা নিৰ্ধাৰণ কৰিলে। ইনিয়াছে কোমল বয়সীয়া ৰাজকুমাৰজনৰ পেটত তৰোৱালখন বহুৱাই দিলে। টঙালীৰ ক্ষীণ বাধা আৰু মাকে সোণৰ সূতাৰে বোৱা বস্ত্ৰখন ভেদ কৰি, ৰণ-দুৰ্মদ ইনিয়াছৰ অসি আমূল বিদ্ধ হ'ল আৰু ধাৰাসাৰে তেজ ওলাই বাপোৰখন তিয়াই দিলে। তেওঁৰ তেতিয়াই প্ৰাণবায়ু বাহিৰ হ'ল আৰু বিমৰ্ষ আত্মাই মহাশূন্যৰ মাজেদি প্ৰেতপুৰীলৈ প্ৰস্থান কৰিলে। তেওঁৰ ম্লান মুখ মণ্ডলৰ পৰা ৰহস্যময় মৃত্যুৱে শেষটোপা তেজো শোষণ কৰি নিছিল। ইনিয়াছে সেই শেঁতা পৰা মুখলৈ চাই দুখৰ হুমুনিয়াহ পেলালে। কাৰণ নিজৰ পিতৃ বৎসলতাৰে প্ৰতিফলন তেওঁ তাত দেখা পাইছিল। সৌহাতখন মেলি তেওঁ ক'লে, "হায় অভাগা তোমাৰ এই বীৰত্ব আৰু মহৎ হৃদয়ৰ লগত সামঞ্জস্য ৰাখি সত্যসন্ধ ইনিয়াছে তোমাক কি দিব পাৰে? যি বৰ্ম-কবচ পৰিধান কৰি তুমি প্ৰফুল্লিত হৈছিলা, সেয়া তোমাৰ শৰীৰতে থাকক। যোৱা তোমাৰ পূৰ্ব-পুৰুষসকলৰ লগত মিলিত হোৱাগৈ। মই তোমাক মুক্তি দিছো, যদিহে এনে মুক্তি তোমাৰ কাম্য হয়। কিন্তু এই বিপৰ্যয়ত, তোমাৰ নিকৰুণ মৃত্যুতো তুমি সান্ত্বনা লাভ কৰিবা যে মহাপৰাক্ৰমী ইনিয়াছৰ হাতত তুমি নিহত হৈছা।" ইয়াৰ পিছত তেওঁ পাছ হুইকি যোৱা লচাছৰ বন্ধুবিলাকক ভৰ্ৎসনা কৰিবলৈ ধৰিলে। সুবিন্যস্ত কেশগুচ্ছ শোণিত সিক্ত কৰি ভূমি শয্যা গ্ৰহণ কৰা লচাছৰ মৃতদেহ তেওঁ নিজেই মাটিৰ পৰা তুলিল'লে।

ইতিমধ্যে লচাছৰ পিতাকে টাইবাৰ নদীৰ তৰঙৰ কাষতে এজোপা গছত আউজি পানীৰে তেওঁৰ ঘা টুকুৰাৰ তেজ বন্ধ কৰিবলৈ চেষ্টা কৰিছিল। তেওঁৰ ব্ৰঞ্জৰ শিৰস্ত্ৰাণ গছৰ ডালে এটাত ওলমি আছিল আৰু বননিৰ ওপৰতে তেওঁৰ গধুৰ অস্ত্ৰ-শস্ত্ৰবিলাক পৰি আছিল। তেওঁক বেৰি আছিল কিছুমান বহা বহা যুৱক যোদ্ধাই। বিষে-কোণে জৰ্জৰিত হৈ তেওঁ ডিঙিটো পোনাবলৈ প্ৰয়াস কৰিছিল। তেওঁৰ দীঘল ডাড়িয়ে বুকুখন ঢাকি থৈছিল। তেওঁ বাৰে বাৰে লচাছৰ খবৰ লৈছিল আৰু শোকাতুৰ পিতৃৰ আদেশ বুলি তেওঁক মাতি আনিবলৈ মানুহ পঠাইছিল। কিন্তু অৱশেষত লচাছৰ বন্ধুসকলে চকুপানী টুকি তেওঁৰ মৃতদেহ ঢালখনৰ ওপৰত তুলি ভাৰ বৈ আনিছিল; মাৰাত্মকভাৱে ক্ষত-বিক্ষত হোৱা এনে মহা পৰাক্ৰমী বীৰৰ মৃতদেহ। মেজেণ্টিয়াছে অমঙ্গলৰ আগ জননী পালে আৰু দূৰৰ পৰাই বিননিৰ বোল তেওঁৰ কৰ্ণগোচৰ হ'ল। তেওঁ সকলো বুজি পালে আৰু মুঠিয়ে মুঠিয়ে ধূলি-বালি লৈ মূৰৰ পকা চুলিত সানিবলৈ ধৰিলে। তেওঁ হাত দুখন আকাশবকালে প্ৰসাৰিত কৰিলে আৰু তাৰ পিছত পুতেকৰ নিষ্প্ৰাণ শৰীৰ সাবটি ধৰি ক'লে, "মোৰ পুতাই, জীয়াই থাকিবলৈ মোৰ কি ইমান হেপাহ হৈছিল যে তোক শত্ৰুৰ মুখত এৰি থৈ আহিলো। তোৰ জন্মদাতা পিতৃ হৈ মই তোক যমৰ মুখলৈ ঠেলি দিলো? তোৰ এই ঘা তোখৰে জানো মোক ৰক্ষা কৰিব? তই মৰিলি বুলি মই জানো বাচি থাকিম? উস্, মোৰ সমান দুৰ্ভগীয়া কোন আছে? দেশান্তৰী হোৱাৰ আচল দুখে এতিয়াহে মোক দকৈ পীড়িছে। তদুপৰি মোৰ সোণাই, মোৰ পাপে তোৰ নামতো চেকা লগালে। কাৰণ মোক সকলোৱে ঘিণ কৰে আৰু সেয়েহে মই ৰাজ্যৰ পৰা এইদৰে খেদা খাব লগা হ'ল। পৈত্ৰিক সিংহাসন আৰু ৰাজদণ্ডৰ পৰা মই বঞ্চিত হ'লো। প্ৰজাৰ বিদ্বেষৰ ভাগী হৈ মই নিজৰ দেশখনৰ ঋণ পৰিশোধ কৰাৰ কাৰণে স্বেচ্ছাই মৃত্যু বৰণ কৰি এই ঘৃণনীয় জীৱনৰ অৱসান ঘটোৱা উচিত আছিল। কিন্তু মই জীয়াই থাকিলো; আনকি এতিয়াও মই দিনৰ পোহৰ আৰু মানুহৰ সমাজখন এৰি যোৱা নাই। কিন্তু মই যামেই।"

এইবুলি কৈ তেওঁ আহত উৰুৰ ওপৰতে ভৰ দি থিয় হ'ল। ৰক্ত ক্ষৰণৰ ফলত তেওঁৰ শক্তি হ্ৰাস হৈছিল আৰু তেওঁৰ গতি মন্থৰ হৈ

পৰিছিল। তথাপি তেওঁ নিৰ্ভীকভাৱে ঘোঁৰাটো আনিবলৈ আদেশ দিলে। এই ঘোঁৰাই তেওঁৰ গৌৰৱ আৰু সান্ত্বনাৰ সম্বল। প্ৰতিখন যুদ্ধত জয়লাভ কৰি এই ঘোঁৰাত উঠিয়েই তেওঁ নিজৰ দেশলৈ উভতি গৈছিল। তেওঁৰ সুখ-দুখৰ সঙ্গী এই ঘোঁৰাটোকে এতিয়া তেওঁ ক'লে, "ৰিবাছ, আমি বহুদিন জীয়াই থাকিলো। মৰণশীল প্ৰাণীয়ে আৰু ইয়াত বাহিৰে কি ক'ব? আজি হয় তই মোৰ লগতে লচাছৰ মৃত্যু-যন্ত্ৰণাৰ প্ৰতিশোধ লৈ, বিজিত ইনিয়াছৰ কটা মূৰ আৰু ৰক্তাক্ত বৰ্ম-কবচ কঢ়িয়াই অনাত মোক সহায় কৰিবি, আৰু যদিহে তাকে কৰিবলৈ আমাৰ শক্তি নাই, তই মোৰ লগতে মৰিব লাগিব। কাৰণ, হে মোৰ সাহসী বন্ধু, মই জানো যে তই বিদেশীৰ কথা কেতিয়াও শুশুন, ট্ৰয়ৰ মানুহ এটাৰ ওচৰত তই কেতিয়াও সেও নেমান।" তেওঁ ইয়াকে ক'লে। জীণৰ ওচৰত তেওঁ নিজস্ব ভঙ্গীত বহিল। তেওঁ দুয়োহাতেৰে বৰ্শা ধৰিলে। ঘোঁৰাৰ নোমৰ পাখিৰ তলত তেওঁৰ ব্ৰঞ্জৰ শিৰস্ত্ৰাণ জিলিকি উঠিল। তেওঁ ক্ষিপ্ৰগতিৰে শত্ৰুসৈন্যৰ মাজলৈ ঘোঁৰা চেকুৰাই দিলে। সেই একেখনি অন্তৰতে প্ৰবলভাৱে উঠলি উঠিছিল লজ্জা, উন্মাদনা আৰু যন্ত্ৰণাৰ জোঁৱাৰ। তাৰ লগতে মিশ্ৰিত হৈ আছিল প্ৰতিশোধৰ বাসনাৰে তপ্ত হোৱা পিতৃস্নেহ আৰু প্ৰকৃত সাহস। তেওঁ তিনিবাৰ উচ্চস্বৰে ইনিয়াছক আহ্বান কৰিলে। ইনিয়াছে নিৰ্ভুলভাৱে সেই আহ্বান চিনি পালে আৰু তেওঁ আনন্দ মনেৰে প্ৰাৰ্থনা জনালে, "পৰম পিতাই যেন মোৰ মনোবাঞ্ছা পূৰ্ণ কৰে, এপলোৰ অনুগ্ৰহো যেন মই লাভ কৰো। প্ৰস্তুত হোৱা, ৰণৰ কাৰণে প্ৰস্তুত হোৱা।" এইবুলি কৈ তেওঁ হাতত বৰ্শা লৈ ব্যগ্ৰভাৱে শত্ৰু সমীপলৈ অগ্ৰসৰ হ'ল। কিন্তু মেজেণ্টিয়াছে উত্তৰ দিলে, "অধম পশু, মোৰ পুত্ৰক তই হত্যা কৰিছ। এতিয়াও তই মোক ভয় খুৱাব পাৰিবি বুলি ভাবিছনে? তই এক প্ৰকাৰে মোৰ সৰ্বনাশ সাধন কৰিলি। মোৰ মৰণলৈ ভয় নাই, দেৱতাকো মই কোনো মূল্য নিদিওঁ। তোৰ আস্ফালনৰ কোনো প্ৰয়োজন নাই। মৃত্যুৰ কাৰণে মই প্ৰস্তুত। কিন্তু এই উপহাৰ মই তোৰ কাৰণে আনিছো।" এইদৰে কোৱাৰ লগে লগে তেওঁ শত্ৰুৰ প্ৰতি অস্ত্ৰ সন্ধান কৰিলে। ইয়াৰ পিছত পুনৰ দুপাট বৰ্শা নিক্ষেপ কৰি, তেওঁ সবেগে বৃত্তাকাৰ গতিত অশ্বচালনা কৰিছিল। ইনিয়াছৰ স্বৰ্ণখচিত ঢালত লাগি এই

ক্ষেপণাস্ত্ৰবিলাক প্ৰতিহত হ'ল। তেওঁ অচল-অটলভাবে থিয় হৈ থাকিল। মেজেন্টিয়াছে আকৌ বাওঁফালৰ পৰা আৱৰ্তন কৰি অস্ত্ৰ বৰ্ষণ কৰিলে। ট্ৰয়ৰ বীৰজনে তিনিবাৰ ঢালখন আগত লৈ চক্ৰবৎ গতি পৰিবৰ্তন কৰাৰ পিছত ব্ৰঞ্জৰ বৰ্শাবিলাক সেই ঢালত বিদ্ধ হৈ লাগি ধৰিছিল। এই অস্ত্ৰবিলাকে তাত হাস্যকৰভাৱে এখন অৰণ্যৰ সৃষ্টি কৰিছিল। অৱশেষত এই শেলবিলাক একৰাই থাকোতে তেওঁ বৰ বিৰক্তি অনুভৱ কৰিলে। একপক্ষীয় আক্ৰমণত তেওঁ অতিষ্ঠ হৈ পৰিছিল। তেওঁ এতিয়া নিজৰ কৰ্তব্যৰ বিষয়ে সতৰ্কভাৱে চিন্তা কৰি জাঁপ মাৰি আগ বাঢ়ি গ'ল আৰু বৃন্দাক ঘোঁৰাটোৰ কুমত বৰ্শাঘাত কৰিলে। চতুষ্পদী জন্তুটোৱে পাছ ঠেং দুটাৰ ওপৰত থিয় হৈ আগঠেংৰ খুৰা আকাশতে মাৰিবলৈ ধৰিলে। আৰোহীজন উফৰি গ'ল আৰু ঘোঁৰাটোও তেওঁৰ ওপৰতে মাটিত বাগৰি পৰিল। সি কান্ধ দুটাৰে ভূপতিত যোদ্ধাজনৰ লৰচৰ কৰিব নোৱাৰাকৈ হেঁচা মাৰি ধৰিছিল।

ট্ৰজান আৰু লাটিন, উভয়পক্ষতে সৈন্যবিলাকে এতিয়া আবেগেৰে নিনাদ কৰিছিল। ইনিয়াছে দ্ৰুতগতিৰে মেজেণ্টিয়াছৰ কাষ চাপি তৰোৱালখন উলিয়াই ল'লে। তেওঁ ক'লে, "পূৰ্বৰ সেই ক্ৰোধত জ্বলন্ত হৈ থকা মেজেণ্টিয়াছ ক'লৈ গ'ল? তেওঁৰ উন্মাদ হিংস্ৰতা এতিয়া ক'ত?" ইট্ৰুস্কান বীৰজনে আকাশৰফালে চাই দীঘলকৈ উশাহ ল'লে। ইয়াৰ পিছত অলপ সুস্থ হৈ তেওঁ উত্তৰ দিলে, "নিদাৰুণ শত্ৰু, মোক কিয় উপহাস কৰিছা? মৰণৰ ভয় দেখুৱাইছা কিয়? ৰণত হত্যা কৰাটো পাপ নহয়। এনে মনোভাৱ লৈ মই যুদ্ধলৈ অহা নাছিলো। তোমাৰ আৰু মোৰ মাজত লচাছে এনে এখন চুক্তিও কৰা নাছিল। কিন্তু বিজিত শত্ৰুৰ প্ৰতি যদি অকণমান উদাৰতা দেখুওৱা কিবা নীতি আছে, তেন্তে মই তোমাক এটা অনুৰোধ কৰিব খুজিছো। মোৰ মৃত দেহটো মাটিত পুতি দিবা মোৰ প্ৰজাবিলাকে মোক অতিশয় ঘৃণা কৰে। সেই কথা মোৰ অজ্ঞাত নহয়। সিহঁতৰ তীব্ৰ বিদ্বেষৰ পৰা মোক ৰক্ষা কৰিবা, মোক মোৰ ল'ৰাটোৰ লগতে সমাধিস্থ কৰিবা; এয়ে মোৰ শেষ ইচ্ছা।" এইবুলি কৈ তেওঁ নিজ ডিঙিৰ তৰোৱালৰ আগত ডিঙি পাতি দিলে। প্ৰচুৰ ৰক্ত প্ৰবাহেৰে প্লাৱিত হৈ তেওঁ সশস্ত্ৰে শেষ নিশ্বাস ত্যাগ কৰিলে।

## এঘাৰ

### কেমিল্লাৰ যুদ্ধ

সমুদ্ৰ বক্ষৰ পৰা আবিৰ্ভূতা হোৱা উষাদেৱীয়ে নতুন এটা দিনৰ সূচনা কৰিলে। মৰণৰ ভয়াবহ চিন্তাই ইনিয়াছৰ মন ভাৰাক্ৰান্ত কৰিছিল। মৃতকসকলৰ শেষ সংকাৰ কৰি সময় অতিবাহিত কৰাই তেওঁৰ একান্ত ইচ্ছা আছিল যদিও তেওঁ জয় লাভৰ কাৰণে দেৱতাসকলৰ প্ৰতি আগ কৰি থোৱা পূজা-পাতলবিলাক সমাধা কৰিবলৈ চল পুৱাতে সক্ষম হৈ পৰিল। তেওঁ প্ৰকাণ্ড ওক এজোপাৰ পৰা ডাল কিছুমান কাটি লৈ মাটিৰ টিলা এটাৰ ওপৰত ধুনীয়াকৈ সজালে। সামন্ত মেজেন্টিয়াছৰ পৰা সংগ্ৰহ কৰা সুন্দৰ অস্ত্ৰ-শস্ত্ৰবিলাক ৰণ দেৱতাৰ প্ৰতি উপচাৰ হিচাপে নিবেদন কৰি তাৰ ওপৰতে ৰাখিলে। তদুপৰি মেজেন্টিয়াছৰ তেজ লাগি থকা ৰণ-টুপী, ভগা বৰ্শাবোৰ আৰু বাৰবাৰ থকা-সৰকা হোৱা বৰ্মখন তাতে স্থাপন কৰিলে। এই স্মৃতি-চিহ্নবিলাকৰ বাওঁকালে তেওঁৰ ব্ৰঞ্জৰ ঢালখন থলে। শেষত তেওঁ হাতীদাঁতৰ নাল লগোৱা তৰোৱালখন ঢালৰ ওপৰত আঁৰি দিলে। তেওঁৰ সেনাপতিসকল তেওঁৰ ওচৰত উপস্থিত আছিল। ইনিয়াছে তেওঁলোকক উৎসাহিত কৰিবলৈ এই বুলি ক'লে, "বন্ধুসকল, আমি আশাতীত সাফল্য লাভ কৰিছো। ভৱিষ্যতত কি ঘটিব সেই কথা চিন্তা কৰি তোমালোকে ভয় খাব নালাগে। এই অস্ত্ৰ-শস্ত্ৰবিলাকৰ গৰাকী আছিল এজন দাম্ভিক নৃপতি। আমাৰ জয়যাত্ৰাৰ এয়ে প্ৰাথমিক ফল। মোৰ হাতত মেজেন্টিয়াছৰ আকৃতি এনেকুৱা হৈছে। এতিয়া আমি ৰজা লাটিনাছৰ নগৰ প্ৰাচীৰলৈ সদলবলে যাত্ৰা কৰিম। যুদ্ধ পুনৰ আৰম্ভ হ'ব বুলি ধৰি লৈ তোমালোক সজ্জিত হোৱাহঁক। স্বৰ্গৰ দেৱতাসকলে অনুমতি দিলেই আমি যুদ্ধৰ পতাকা তুলি লৈ শিবিৰৰ পৰা সসৈন্যে গমন কৰিম। অজ্ঞতাবশতঃ তেতিয়া যেন কোনো আশংকাই আমাৰ মনত ঠাই নাপায় আৰু ভয়ত সতৰ্ক হৈ, উচ্চাৰণ কৰা কোনো মন্ত্ৰণাই যেন আমাৰ

গতিবেগ ব্যাহত কৰিব নোৱাৰে। কিন্তু তাৰ আগতে আমাৰ সঙ্গীসকলৰ মৃতদেহবিলাক আমি সংকাৰ কৰিব লাগিব। কাৰণ সেইকণ সৌজন্যইহে তেওঁলোকক এৰিবণ নদীৰ গম্ভীৰতাত সহায় কৰিব পাৰিব।” তাৰ পিছত তেওঁ পুনৰ ক’লে, “যোৱাইক, যিসকলৰ অসীম সাহস আৰু ৰক্তৰ বিনিময়ত আমি এখন নতুন দেশ অধিকাৰ কৰিব পাৰিছো, তেওঁলোকক শেষ সন্মান প্ৰদৰ্শন কৰা। ভয়ঙ্কৰতে পালাছক ইভেণ্ডাৰৰ নগৰখনলৈ প্ৰেৰণ কৰা হওক, সেই নগৰৰ এতিয়া শোকৰ ছাঁয়াই আবৰি ধৰিছে। অকালতে তেওঁক মৃত্যুৰ নিৰ্মম তিমিৰে ঢাকি ধৰিলে। কিন্তু সেই অন্ধকাৰ দিনটোত তেওঁৰ শৌৰ্য-বীৰ্য অটুট আছিল।”

এইদৰে কৈ তেওঁ উচুপি উচুপি কান্দিছিল। তাৰ পিছত তেওঁ পালাছৰ নিষ্প্ৰাণ দেহ শায়িত হৈ থকা শিবিৰটোলৈ উৰ্ভতি গ’ল। আচিটিছে এতিয়া মৃতদেহটো ৰাখি আছিল। আৰ্কেডিয়াত থকা সময়ত তেওঁ ইভেণ্ডাৰৰ বয়স্য আছিল, কিন্তু পালাছৰ সঙ্গী আৰু অভিভাৱক হিচাপে আহি এতিয়া তেওঁ এনে এটা ৰকণ পৰিস্থিতিত পৰিল। তেওঁৰ কাগত ভাহা সৈন্য দল আৰু ট্ৰজান বাহিনী তাত সমবেত হ’ল। ট্ৰয়ৰ নাৰী-সকলেও চুলি মেলি আহি অনুষ্ঠানত যোগ দিলেহি। অৱশেষত যেতিয়া ইনিয়াছ উচ্চ প্ৰবেশপথৰ সন্নিকট হ’ল, তেতিয়া সকলোটিয়েহ হিয়া ধুনি কান্দিবলৈ ধৰিলে। বিলাপৰ ধ্বনিত আকাশ মুখৰিত হ’ল। বেদনাৰ প্ৰবল উচ্ছ্বাসে ৰাজকীয় স্কন্ধাবাৰ ধ্বনিত প্ৰতিধ্বনিত কৰিলে। ইনিয়াছে পালাছৰ উপস্থিত মস্তক নিৰীক্ষণ ক’ৰলে। তেওঁৰ মুখখনি তুষাৰ শুভ্ৰ হৈ পৰিছিল। তেওঁৰ মসৃণ বক্ষদেশত আছিল ইটালীয় বৰ্শাই বিদীৰ্ণ কৰা উন্মুক্ত ক্ষত। সজল নয়নেৰে তেওঁ ক’লে, “হায় হতভাগা, সৌ-ভাগ্যৰ বগত মই তোমাক পাইছিলো। নিয়তিৰ কি নিৰ্মম পৰিহাস! তোমাক মই হেৰুৱাব লগা হ’ল। মোৰ ৰাজ্যখন প্ৰতিষ্ঠিত হোৱা দিনটোলৈ তুমি অপেক্ষা নকৰিলা—বিজয় গৌৰৱত পিতৃ-মাতৃৰ ওচৰলৈ উভতি যাবলৈয়ো তোমাৰ ভাগ্য নহ’ল। তোমাৰ কাৰণে ইভেণ্ডাৰে মোক বাৰে বাৰে সকীয়াই দিওঁতে মই কিমানবোৰ প্ৰতিশ্ৰুতি দি

আহিছিলো। তেতিয়া তেওঁ মোক সাবট মাৰি ধৰি বিদায় দিছিল। এখন বিশাল সাম্রাজ্য স্থাপন কৰিবলৈ তেওঁ মোক আশীৰ্বাদ দিছিল; তাৰ লগতে তেওঁ উৎকণ্ঠিতভাৱে কৈছিল যে আমাৰ শত্ৰুবিলাক পৰাক্রমী আৰু আমি এটা সাহসী জাতিৰ বিৰুদ্ধে অস্ত্ৰধাৰণ কৰিব লাগিব। ইভেণ্ডাৰে হয়তো এতিয়াও যাগ-যজ্ঞ কৰি অলীক আশা কিছুমান মনত পোষণ কৰি আছে। তেওঁ হয়তো পূজাৰ বেদী বলিৰে ওপচাই পেলাইছে। কিন্তু আমি অপ্রয়োজনীয়ভাৱে সম্মান দেখুৱাই, গভীৰ ব্যথাৰে তেওঁৰ তৰুণ তনয়ৰ প্রাণহীন দেহ বহন কৰি লৈ যাম। এতিয়া আৰু তেওঁ দেৱতাসকলৰ ওচৰত দায়বদ্ধ নহয়। হায় দুৰ্ভগীয়া পিতৃ, পুতেকৰ শোকাবহ অন্ত্যেষ্টিক্রিয়া দেখাটোৱেই তেওঁৰ কপালত আছিল। আমি আশাকৰা মতে এয়াই কি আমাৰ জয়যাত্রা? মোৰ গভীৰ প্রতিশ্রুতিবিলাক কি এইদৰেই পালন কৰা হ'ল? আহা! কিন্তু ইভেণ্ডাৰ, তোমাৰ পুত্ৰ পৰাজয় বৰণ কৰা নাই; লজ্জা আৰু কলঙ্কৰ গ্লানিয়ে তেওঁক পৰশ কৰিব পৰা নাই। নিৰাপদে ঘৰলৈ উভতি যোৱা, কিছুমান পুত্ৰৰ মৃত্যু কামনা কৰা, পিতৃৰ অৱস্থা তোমাৰ নহয়। হায় ইটালী। তোমাৰ ৰক্ষক স্বৰূপ এই বীৰজন কিমান গুৰুত্বপূৰ্ণ আছিল। তেওঁক হেৰুৱাই তুমি এতিয়া শোকত কাতৰ হৈছা আৰু ইয়ুলাচ, তোমাৰ ক্ষতিও অপূৰণীয়।

এইদৰে বিলাপ কৰাৰ পিছত ইনিয়াছে দেখিলে—দুখ লগা মৃতদেহটো দাঙি নবলৈ আদেশ দিলে। তেওঁ সৈন্য বাহিনীৰ এহেজাৰ লোকক পালাছৰ অন্ত্যেষ্টিক্রিয়াৰ সময়ত উপস্থিত থাকি, তেওঁৰ পিতৃৰ শোকৰ সমভাগী হ'বৰ কাৰণে নিৰ্বাচিত কৰিলে। এনে এটা নিদাৰুণ দুৰ্দশাৰ মুহূৰ্তত এইখিনি সমবেদনা হয়তো অতি তুচ্ছ আছিল। তথাপি এয়া আছিল মাক-বাপেকৰ প্ৰাপ্য। আনবিলাক অতি সোনকালে গছৰ লেহুকা ডালেৰে এখন চাঙি সাজি তাৰ ওপৰত কুমলীয়া কুঁহিপাত পাৰি দিলে। এইদৰে এখন শেতেলি সজা হ'ল আৰু তাত ছাঁ পৰিবৰ কাৰণে পাতেৰে বৈতে গছৰ ঠানি কিছুমান থিয়কৈ লগাই দিলে। এনে এখন আদিম শয্যাত বীৰজনক আড়ম্বৰেৰে শায়িত কৰা হ'ল। এগৰাকী গাভৰুৰে কোমল আঙুলিৰে পৰি থকা ফুল এপাহৰ লগত তেওঁৰ সাদৃশ্য আছিল। ফুলপাহ জয় পৰি লেৰেলি যায়। তাৰ আকৃতিৰ বিশেষ

পৰিবৰ্ত্তন নহয়। যদিও প্ৰকৃতিৰ প্ৰাণৰসৰ পৰা বঞ্চিত হৈ ই মোলান পৰি যায়। ইয়াৰ পিছত ইনিয়াছে তুখন খমখমীয়া, সোণৰ বনকৰা বগা কাপোৰ উলিয়াই আনিলে। ছিডনীয়ান ডিডোৱে সোণৰ গুণাৰে কাৰচুপি কৰা এই অপৰূপ শিল্প-কৰ্ম তেওঁক নিজহাতে প্ৰদান কৰিছিল। শেষ শ্ৰদ্ধা জ্ঞাপন কৰাৰ সময়ত তেওঁ শোকাকুল হৈ এখন কাপোৰ তৰুণ বীৰজনৰ মৃতদেহত মেৰিয়াই দিছিল আৰু আনখনেৰে তেওঁৰ শিৰ ঢাকি দিছিল; হায়, সেই শিৰ, সেই কেশ, খন্তেকতে চিতাৰ জুইত ছাই হৈ যাব! লৰেণ্টাইন যুদ্ধত পালাছে লাভ কৰা পুৰস্কাৰসমূহ তেওঁ ওখকৈ থূপ খুৱাই থৈছিল। শাৰীশাৰীকৈ সজাই থোৱা স্মৃতিচিহ্নবিলাকো তেওঁ আনিবলৈ আদেশ দিছিল। পালাছে শত্ৰুৰ পৰা কাঢ়ি লোৱা ঘোঁৰা আৰু অস্ত্ৰ-শস্ত্ৰবিলাকো তাৰ লগতে ৰখা হৈছিল। তদুপৰি পিঠিৰ কালে হাত বান্ধি থোৱা বন্দীবিলাকক মৃতকৰ প্ৰতি বলি দি সিহঁতৰ তেজেৰে চিতাৰ জুইত আহুতি দিবৰ কাৰণে, তাতে ৰাখি থোৱা হৈছিল। কিছুমান গছৰ কুন্দাত শত্ৰুৰ অস্ত্ৰ-শস্ত্ৰ পিন্ধাই সিহঁতৰ ঘৃণিত নামবোৰ তাত লেখি দিয়া হৈছিল। এইবিলাক আছিল শত্ৰু সৈন্যৰ প্ৰতীক। ইনিয়াছৰ আদেশত সেনাসকলে এইবিলাকো কঢ়িয়াই লৈ গৈছিল, জৰাজৰ্জৰ দেহাৰে বিষণ্ণ আচিটিছে সেই শবযাত্ৰাত যোগ দিছিল। হাতৰ মুঠিৰে তেওঁ বুকুত আঘাত কৰিছিল, নখেৰে মুখ আঁচুৰিছিল। এইবিলাক কৰি কৰি অৱশেষত তেওঁ মাটিত লুটি খাই পৰিছিল। কটুলীয় ৰক্তেৰে ৰঞ্জিত হৈ থকা ৰথ কিছুমানো তেওঁলোকে চলাই নিছিল। পিছে পিছে গৈছিল পালাছৰ ঘোঁৰা ইথন। তাৰ জীণ-লাকাম খুলি থোৱা হৈছিল, সিও কান্দিছিল আৰু চকুৰ পানীৰে তাৰ মুখখন তিতি গৈছিল। কিছুমান মানুহে পালাছৰ বৰ্শা আৰু শিৰস্ত্ৰাণকে বহন কৰিছিল, কাৰণ তেওঁৰ বৰ্ম-কৱচ আদি টাৰ্ণাছে খুলি লৈছিল। ইয়াৰ পিছত একাংশ ট্ৰজান আৰু সমগ্ৰ ইট্ৰুস্কান আৰু আৰ্কেডিয়ানে শোকৰ চিন স্বৰূপে অস্ত্ৰ বিপৰীতমুখী কৰি শবানুগমন কৰিছিল। শব যাত্ৰাটো বহদূৰ অগ্ৰসৰ হোৱাৰ পিছত ইনিয়াছে থমকি ৰৈ হুমুনিয়াহ পেলাই ক'লে, "ভয়ঙ্কৰ ৰণদেৱতাই আমাক আহ্বান কৰিছে। আমি এতিয়া ইয়াৰ পৰাই উভতিব লাগিব। অন্য ঠাইত আকৌ চকু পানী টুকিব লাগিব। মহাবীৰ পালাছ, মই সৰ্ব্বদা তিষ্ঠে

তোমাৰ পৰা চিৰদিনৰ বাবে মেলানি মাগিছো।" আৰু একো নোকোৱাকৈ তেওঁ সুৰক্ষিত শিবিৰলৈ উভতি গ'ল।

ইতিমধ্যে লাটিন নগৰৰ পৰা দূতসকল আহিছিল। তেওঁলোকে জিত পত্ৰৰ মালা লৈ ইনিয়াছৰ ওপৰত উপস্থিত হৈছিল আৰু ৰণভূমিত পৰি থকা মৃত সৈনিকসকলক স্থানান্তৰিত কৰি শেষ সংকাৰ কৰিবৰ কাৰণে তেওঁৰ অনুমতি বিচাৰিছিল। সেই পৰাজিত আৰু নিহত লোকসকল যে এতিয়া পাৰ্থিব বাদবিসম্বাদৰ বাহিৰত সেই কথাবে পাহৰি মেলি, তেওঁলোকে উল্লেখ কৰিছিল সেই অতীত কাহিনী, যেতিয়া ইনিয়াছে তেওঁলোকৰ আতিথ্য গ্ৰহণ কৰিছিল আৰু ৰাজবংশৰ জীয়ৰী এগৰাকীৰ পাণি গ্ৰহণ কৰি লাটিনসকলৰ লগত সম্বন্ধ স্থাপন কৰিবৰ কাৰণে ইচ্ছুক হৈ পৰিছিল। এইদৰে তেওঁলোকে ইনিয়াছক অনুকম্পা প্ৰদৰ্শন কৰিবলৈ মিনতি কৰিছিল। ইনিয়াছে তেওঁলোকৰ অনুৰোধ উপেক্ষা কৰিব নোৱাৰিলে। দৰদী মনেৰে তেওঁলোকক তেওঁ অনুমতি দিলে। তাতেই ক্ষান্ত নাথাকি তেওঁ ক'লে, "লাটিনসকল, কি দুৰ্ভাগ্য যে তোমালোকে ন্যায় ধৰ্ম পাহৰি গৈ এনে এখন ভয়ংকৰ যুদ্ধত জড়িত হৈ পৰিছা। আমাৰ বন্ধুত্ব অৱমাননা কৰি তোমালোক সুখ-শান্তিৰ পৰা বঞ্চিত হৈছা। এতিয়া তোমালোকে মোৰ অনুগ্ৰহ প্ৰাৰ্থনা কৰিছা। ৰণ দেৱতাৰ কোপত যিসকলৰ পতন ঘটিছে তেওঁলোকৰ প্ৰতি প্ৰসন্ন হ'বলৈ মোক অনুনয়-বিনয় কৰিছা। কিন্তু, তোমালোক যিসকল জীয়াই আছা—তেওঁলোকৰ প্ৰতিও মই শত্ৰুভাবাপন্ন হ'বলৈ ইচ্ছা কৰা নাই। মই ইয়ালৈ আহিছো। এই কাৰণেই যে বিধাতাই ইয়াতে মোৰ কাৰণে বসবাস কৰা ঠাই এখন নিৰ্দিষ্ট কৰি থৈছে। তোমালোকৰ সমগ্ৰ জাতিটোৰ বিৰুদ্ধে মই যুদ্ধ ঘোষণা কৰা নাই। তোমালোকৰ ৰজাৰ মই অতিথি আৰু বন্ধু, তেওঁ সেই কথা পাহৰি গৈ টাৰ্ণাছৰ অস্ত্ৰৰ ওপৰত আস্থা স্থাপন কৰিছে। যিবিলাক লোকে প্ৰাণ বিসৰ্জন দিছে তেওঁলোকৰ সলনি যদি টাৰ্ণাছে স্বয়ং মৃত্যুবৰণ কৰিলেহেঁতেন, তেনেহ'লে ইমানখিনি অঘটন নঘটিল হয়। যদি তেওঁ অস্ত্ৰৰ বলেৰে যুদ্ধৰ গতি নিয়ন্ত্ৰণ কৰিবলৈ বিচাৰে আৰু ট্ৰজানবিলাকক নিৰ্মূল কৰিবলৈ ইচ্ছা কৰে, তেনেহ'লে তেওঁ নিজে

মোৰ লগত যুদ্ধ কৰাটোৰেই শ্ৰেয় হ'লহেঁতেন। আমাৰ ভিতৰত দুজনৰ হয়তো ঈশ্বৰৰ ইচ্ছাত বা বাহুবলৰ সহায়ত তেওঁই জীয়াই থাকিলেহেঁতেন। কিন্তু যোৱাইক, তোমালোকৰ নিগত সেনাসকলৰ শেষ কৃত্য কৰাগৈ।"

ইনিয়াছে এইদৰে ভাষণ দিয়াৰ সময়ত শ্ৰোতাসকল নীৰৱে আছিল। তেওঁলোকে অৰ্থপূৰ্ণ দৃষ্টি বিনিময় কৰি অবাক বিস্ময়ত ইজনে সিজনৰ কাণে চোৰা চুই কৰিছিল। অৱশেষত ড্ৰাঙ্কিছ নামৰ এজন বয়সস্থ লোক উত্তৰ দিবৰ কাৰণে সাজু হ'ল। তৰুণ টাৰ্ণাছৰ প্ৰতি তেওঁৰ সম্ভাৱ নাছিল আৰু তেওঁৰ বিৰুদ্ধে প্ৰায়ে অভিযোগ আৰু বিদ্বেষ প্ৰকাশ কৰিছিল। তেওঁ ক'লে, "ট্ৰয়ৰ বীৰ, তোমাৰ সুখ্যাতি জগতজোৰা। কিন্তু তোমাৰ মহৎ কাৰ্যাৱলীয়ে সেই যশস্যা চেৰাই গৈছে। তোমাক প্ৰশংসা কৰিবলৈ মোৰ ভাষা নাই। প্ৰধানতঃ ন্যায়-নিষ্ঠাৰ কাৰণেই তোমাৰ শলাগ লমনে, তোমাৰ মহান বীৰত্বৰ কাৰণে তোমাৰ প্ৰতি শ্ৰদ্ধা জ্ঞাপন কৰিম? মুঠতে ইমানকে কৈ থলো যে তোমাৰ বাৰ্ত্তা আমি আনন্দেৰে বহন কৰি নগৰৰ নেতৃবৃন্দৰ আগত নিবেদন কৰিমগৈ। যদিহে ভাগ্য সুপ্ৰসন্ন হয়, তেন্তে ৰজা লাটিনাছৰ লগত তোমাৰ মিত্ৰতা স্থাপন কৰিম। টাৰ্ণাছে শান্তি প্ৰতিষ্ঠাৰ বাবে সন্ধি ৰবে যদি কৰিব পাৰে। সঁচা, নতুন এখন ট্ৰয় নগৰ নিৰ্মাণ কৰিবৰ কাৰণে, প্ৰয়োজন হ'লে আমি শিলো কটিয়াই দিম। প্ৰকাণ্ড এখন প্ৰাচীৰ গঢ়াত সহায় কৰিম। এয়ে অদৃষ্টৰ ইঙ্গিত।" তেওঁৰ কথা সকলোৱে সৰৱে সমৰ্থন কৰিলে। বাৰ 'দনৰ কাৰণে তেওঁলোকে এখন যুদ্ধ বিৰতি চুক্তি সম্পাদন কৰি শান্তিৰ প্ৰতিশ্ৰুতি প্ৰদান কৰিলে। ট্ৰজান আৰু লাটিনসকলে নিৰ্ভয় মনেৰে একেলগে পাৰ্বত্য, অৰণ্যত প্ৰৱেশ কৰিছিল। তেওঁলোকে অক্লান্তভাৱে চুমুখীয়া কুঠাৰেৰে দেৱদাৰু গছ কাটিছিল, সবল গছ বগৰাইছিল, কঠিন ওক আৰু সুগন্ধি চন্দন কাঠ ফালিছিল। গাড়ীয়ে গাড়ীয়ে কাঠৰ মেটমৰা বোজা ভৈয়ামলৈ লৈ আহিছিল।

কিন্তু ইতিমধ্যে জনশ্ৰুতিৰ কল্যাণত, প্ৰথমে পালাছৰ পৰাক্ৰম আৰু তাৰ পিছত তেওঁৰ কৰুণ মৃত্যুৰ বাতৰি শুনি ইভেণ্ডাৰ, তেওঁৰ পৰিয়ালবৰ্গ আৰু সমগ্ৰ নগৰখন গভীৰ শোকত নিমগ্ন হ'ল। প্ৰাচীন

প্ৰথা অনুযায়ী আৰ্কেডীয়ানসকল হাতত চিতা জ্বলোৱা জোঁৰ লৈ নগৰ প্ৰান্তৰত শীঘ্ৰে উপস্থিত হ'ল। শাৰী শাৰী জোঁৰৰ পোহৰত দীঘলীয়া ৰাজপথৰ এছোৱা আলোকিত হ'ল আৰু এইদৰে নগৰখন দুটা অংশত বিভক্ত হ'ল। ট্ৰজান শৱযাত্ৰীসকলে তেওঁলোকক লগ ধৰিবলৈ গৈছিল। এতিয়া শোকসন্তপ্ত লোকসকল মিলিত হৈছিল। পুৰ-ললনাসকলে তেওঁলোকক দেখা পাই বিননিৰ ৰোল তুলিছিল। ইভেণ্ডাৰে আৰু নিজকে সংযত কৰি ৰাখিব নোৱাৰিলে। তেওঁ সমদলটোৰ মাজলৈ লৰি গ'ল আৰু শৱযানখন মাটিত থোৱা মাত্ৰকে তেওঁ পালাছক সাৱটি ধৰি হুৰাওৱাৰে কান্দিবলৈ ধৰিলে। তীব্ৰ বেদনাত তেওঁ অভিভূত হৈছিল আৰু অৱশেষত তেওঁ অতি কষ্টেৰে এইদৰে হিয়া দহি নিয়া শোক প্ৰকাশ কৰি কৈছিল, "হায় পুত্ৰ, মোৰ আগত যি অঙ্গীকাৰ কৰিছিলি সেইটোটো এনে নাছিল। যুদ্ধৰ সময়ত সাৱধান হবি বুলিতো তই মোক প্ৰতিশ্ৰুতি দিছিলি। কিন্তু এজন তৰুণ বীৰে ৰণত গৌৰৱ লাভ কৰিবলৈ কিমান প্ৰবলভাৱে অনুপ্ৰাণিত হয়, সেই কথা মই নজনা নহয়। ধমৰাৰৰ বাবে শত্ৰুৰ সন্মুখীন হোৱাৰ সন্মান যে কিমান লোভনীয়ভাৱে মধুৰ, সেয়াও মোৰ অজ্ঞাত নহয়। হায়, ইমান কোমল বয়সতে তই এনে ফল পালি! ঘৰৰ ওচৰতে ইমান ভয়ঙ্কৰ যুদ্ধ এখনত সোমাই পৰিলি। আৰু কোনো দেৱতাই মোৰ কাকুতি-মিনতিলৈ কৰ্ণপাত নকৰিলে। আৰু মোৰ সতী সাধ্বী কুঁৱৰী, তোমাৰ কিমান ভাগ্য যে তুমি আগতেই আমাক এৰি থৈ গ'লা, এই যন্ত্ৰণা ভোগ কৰিবলৈ তুমি আজি জীয়াই থকা নাই। কিন্তু মোৰহে তেনে হ'ল। মোক যে যমেও পাহৰিলে। এতিয়া পুত্ৰহীন হৈ মই বাচি থাকিম। উস্, মই যদি ট্ৰজানবিলাকৰ লগত ৰণলৈ গৈ ৰুটুলীয়ান অস্ত্ৰৰ আঘাতত জৰ্জৰিত হলোহেঁতেন। মৰেই যদি প্ৰাণ বিসৰ্জন দিব পাৰিলোহেঁতেন। এতিয়া পালাছৰ সলনি মোৰ মৃতদেহকে যদি এইদৰে শোভাযাত্ৰা কৰি ঘৰলৈ লৈ অহা হ'লহয়! কিন্তু ট্ৰজানসকল, মই তোমালোকক দোষ নিদিওঁ, আমাৰ অতিথি ৰূপে ইয়ালৈ অাহোঁতে আমি তোমালোকলৈ প্ৰীতিপূৰ্ণ পাণি প্ৰসাৰিত কৰিছিলোঁ, তোমালোকৰ লগত সন্ধি স্থাপন কৰিছিলোঁ; সেই-বিলাকক এতিয়া দোষাৰোপ নকৰোঁ। তোমালোকে বহন কৰি অনা এই বিপৰ্যয়ৰ বাৰ্তা, বুঢ়া বয়সত পোৱাটো মোৰ কপালত আছিল। আগৰে পৰাই ই মোৰ কাৰণে অপেক্ষা কৰি আছিল। অকাল মৃত্যু তাৰ অনিবাৰ্য

আছিল যদি মই এইবুলিয়ে নিজকে সান্ত্বনা দিব পাৰো যে সি অন্ততঃ ট্ৰজানবিলাকক লাটিয়াম পৰ্যন্ত আগ বঢ়াই দিবলৈ সক্ষম হ'ল, অসংখ্য ভলছিয়ানক সি বধ কৰিলে। আৰু পালাছ, সত্যসন্ধ ইনিয়াছে, ফ্ৰিজীয়ৰ সামন্তসকলে আৰু ইট্ৰুস্কান ৰাজন্য মণ্ডলীয়ে তোমাৰ কাৰণে যি এটা সম্মানজনক সংকাৰৰ ব্যৱস্থা কৰিছে তাতকৈ বেছি মযো কৰিব নোৱাৰো। তোমাৰ বিজয়ৰ মহান স্মৃতি-চিহ্ন হিচাপে, তুমি যিবিলাক শত্ৰুৰ প্ৰাণ লৈছিলা, সেই সকলোবিলাককে ইয়ালৈ লৈ অহা হৈছে। আৰু টাৰ্ণাছ, বয়স আৰু পৰাক্ৰমত সি যদি তোমাৰ সমকক্ষ হ'লহেঁতেন, তেন্তে আজি তোমাৰ অস্ত্ৰশস্ত্ৰেৰে সজ্জিত এডোখৰ প্ৰকাণ্ড কাঠ ইয়ালৈ অনা হ'লহেঁতেন। কিন্তু মোৰ ব্যক্তিগত শোকৰ কাৰণে ট্ৰজানবিলাকে ইয়াত অপেক্ষা কৰা উচিত নহয়। তেওঁলোকৰ সন্মুখত আছে এখন যুদ্ধ। তোমালোক এতিয়া উভতি যাব লাগিব। তোমালোকৰ ৰজাজনলৈ মোৰ এই বাৰ্ত্তা সাৱধানে লৈ যাবা, "অসীম সাহসেৰে টাৰ্ণাছক বধ কৰিহে তুমি পিতা-পুত্ৰৰ ঋণ পৰিশোধ কৰিব পাৰিবা। পাল্লাছৰ মৃত্যুৰ পিছত সেই আশা লৈয়েই মই এতিয়া এটা গহিত জীৱন যাপন কৰিব লাগিব। তোমাৰ কৃতকাৰ্য্যতাৰ কাৰণে এয়ে একমাত্ৰ সুযোগ, মোৰ বাবেও এই কীৰ্ত্তি বৰণীয় হ'ব। জীৱনে আৰু মোৰ আনন্দ দিব নোৱাৰে। সেইটো বিচৰা মোৰ কাৰণে পাপ। কিন্তু সিপুৰীত থকা মোৰ পুত্ৰৰ আত্মাই তাৰ পৰা তৃপ্তি লাভ কৰিব।"

ইতিমধ্যে উষাদেৱীয়ে আলোক বিতৰণ কৰি দুৰ্ভগীয়া মৰ্ত্যবাসীসকলক সঞ্জীবিত কৰিছিল, দিনটোৰ লগে লগে আৰম্ভ হৈছিল তেওঁলোকৰ কাম আৰু কঠোৰ পৰিশ্ৰম। সামন্ত ইনিয়াছ আৰু ৰজা টাৰকনে সাগৰৰ পাৰৰ উঁচা এটাত চিতা নিৰ্মাণ কৰিছিল। পুৰুষানুক্ৰমে চলি অহা প্ৰথা অনুযায়ী মানুহবিলাকে মৃতদেহবিলাক তালৈকে লৈ আহিছিল। ধোঁৱাই থকা জোঁৰেৰে চিতাৰ নিম্ন ভাগত অগ্নিসংযোগ কৰা হ'ল, ক'লা ধোঁৱাই আকাশ ছানি ধৰিলে। ইয়াৰ পিছত চিকমিকাই থকা বৰ্ম-কবচ আদিৰে সজ্জিত হৈ তেওঁলোকে জ্বলন্ত চিতাবিলাক তিনিবাৰ প্ৰদক্ষিণ কৰিলে। ধোঁৱাত উঠি চিতাৰ চাৰিওফালে আনুষ্ঠানিকভাৱে তিনিটা পাক দিলে। সেই সময়ত তেওঁলোকে আৰু চিঞৰি চিঞৰি বিলাপ কৰিছিল। তেওঁলোকৰ অশ্ৰুজলেৰে ধৰাতল

প্ৰহৰণসমূহ অভিষিক্ত হ'ল। মানুহৰ কোলাহল আৰু অশ্বৰ হ্ৰেষাৰৱত গগন মণ্ডল মুখৰিত হ'ল। মৃত লাটিনবিলাকৰ পৰা সংগৃহীত শিৰস্ত্ৰাণ, শাণিত খড়্গ, বল্লা আৰু ৰথৰ চকৰি আদি অগ্নিত বিসৰ্জন দিয়া হ'ল। মৃতকৰ ময়মৰ অস্ত্ৰ-শস্ত্ৰবিলাকো চিতাৰ জুইত জাপি দিলে, কাৰণ সেইবিলাক তেওঁলোকৰ কোনো কামত নালাগিল। মৃত্যুৰ প্ৰতি উৎসৰ্গা কৰি বহুত ষাড়গৰুও বলি দিয়া হৈছিল। তেওঁলোকে থিয় নোমৰ গাহৰি আৰু পথাৰত চৰি থকা পালৰ পৰা ভেড়া ছাগলী আনি নেলু ছিঙি সিহঁতৰ তেজ জুলাজুইত ঢালি দিছিল। আৰু এতিয়া সমগ্ৰ উপকূলত তেওঁলোকে সঙ্গীসকলৰ শৱদাহ চাই আছিল। অৰ্দ্ধদগ্ধ মৃতদেহবিলাক ৰখি আছিল. সেমেকা সন্ধিয়া নামি আহি আকাশখন ভৰাবে ফুল বাছি দিয়া পৰলৈকে তেওঁলোকে সেই ঠাইৰ পৰা লৰচৰ কৰা নাছিল।

আন এঠাইত, দুৰ্ভগীয়া লাটিনসকলে অসংখ্য চিতা নিৰ্মাণ কৰিলে। বহুতো মৃতদেহৰ ভিতৰত কিছুমান তেওঁলোকে কবৰ দিলে, কিছুমানক নগৰলৈ পঠিয়াই দিয়াৰ কাৰণে মৰলি ঠাই এডোখৰলৈ নৈ গ'ল। বাকীবিলাকক তেওঁলোকে হৰি দিলে। তেওঁলোকে বিশি মতে এই কাম কৰিব পৰা নাছিল। অগণন নিহত যোদ্ধাৰ দেহাৱশেষ বিশৃঙ্খলভাৱে দম বান্ধি আছিল। এই সকলোবিলাকক চিতাত তুলি দিয়া হ'ল। এটা বিস্তীৰ্ণ অঞ্চলত জ্বলন্ত হুতাশনৰ ক্ষুধিত শিখাবিলাক জিলিকি উঠিছিল। তৃতীয় দিয়া, আন্ধাৰৰ শীতল যৱনিকা অপসৃত হোৱাৰ পিছতহে তেওঁলোকে বিমৰ্ষভাৱে চিতাভস্মৰ স্তূপবিলাক ভাঙি দিছিল। তাত মিহলি হৈ আছিল মৃতকৰ অস্থি খণ্ড। তেতিয়াও তপত হৈ থকা মাটিত তেওঁলোকে একোটা মৈদাম বান্ধি দিছিল।

কিন্তু ইতিমধ্যে সমৃদ্ধিশালী লাটিনাছৰ নগৰখনকে প্ৰতিটো ঘৰতে বিননিৰ ৰোল উঠিছিল। শোকাকুল নৰ-নাৰীৰ কৰুণ ক্ৰন্দন আৰু বিলাপে প্ৰবল ৰূপ ধাৰণ কৰিছিল। মৃতকৰ মাতৃ, ভাৰ্যা, ভগিনী আৰু মাতৃহাৰা ল'ৰা-ছোৱালী শোকত ব্যাকুল হৈ পৰিছিল। টাৰ্ণাছৰ বিবাহ-আচনি আৰু এই অমঙ্গলীয়া যুদ্ধখনক তেওঁলোকে শাও মানে শাওপাত দিছিল। তেওঁলোকে স্পষ্টভাৱে প্ৰকাশ কৰিছিল যে টাৰ্ণাছে কেৱল যুদ্ধৰ দ্বাৰাহে এটা মীমাংসা কৰিব লাগে, কাৰণ তেওঁহে ইটালীৰ সম্মানজনক ৰাজসিংহাসনৰ প্ৰাৰ্থী আছিল। ড্ৰান্সিয়ে ক্ৰুদ্ধভাৱে এই দাবী সমৰ্থন কৰিলে। ইনিয়াছে একমাত্ৰ টাৰ্ণাছকহে

যুদ্ধলৈ আহ্বান কৰিছে বুলি তেওঁ সকলোকে নিশ্চিতভাৱে ক'লে। নানা যুক্তি-তৰ্কৰ টাৰ্ণাছৰ সপক্ষে দিয়া অভিমতবিলাকৰ বিৰোধিতা কৰা হৈছিল। ৰাণীয়ে তেওঁক নিজৰ কৰ্তৃত্বৰে সদায় আৱৰি ৰাখিছিল। তেওঁৰ নিজৰো যথেষ্ট সুনাম আছিল আৰু যুদ্ধত লাভ কৰা জয়-চিহ্নবিলাকে তেওঁৰ স্বামিত্বক প্ৰতিপন্ন কৰিছিল।

এইবিলাক গণ্ডগোল আৰু তুমুল তৰ্ক বিতৰ্ক অব্যাহতভাৱে চলি থাকোঁতেই দূতৰ 'ৰূপত দানহৰ লৈ বিষাদৰ বাতৰি বহন কৰি ডায়মিডিছৰ ৰাজ্যলৈ যোৱা ৰাজদূতসকল উভতি আহিল। ইমান ব্যয়-বহুল প্ৰচেষ্টা, উপহাৰ, ধন-সোণ আৰু কাতৰ মিনতি, এই সকলোবিলাক অথলে গ'ল। লাটিনবিলাকে অন্য ৰাজ্যৰ পৰা সহায় ভিক্ষা কৰক, নহ'লে ট্ৰজানবিলাকৰ লগত শান্তি স্থাপন কৰক, এয়ে আছিল ডায়মিডিছৰ নিৰ্দেশ। ৰজা লাটিনাছ গভীৰ নৈৰাশ্যত একেবাৰে ভাঙি পৰিল। নৱনিৰ্মিত সমাধিবিলাকে দৈৱৰোষ প্ৰকট কৰি তুলিছিল। দেৱতাসকলে ইনিয়াছক ভাগ্য-বিধাতা ৰূপে মনোনীত কৰিছে বুলি তেওঁলোকে বুজিব পাৰিছিল। সেইকাৰণে ৰজা লাটিনাছে দেশৰ উচ্চতম মন্ত্ৰণাসভাখন আহ্বান কৰিলে। জনবহুল ৰাজপথৰ মাজেদি আহি সভাৰ সদস্যসকল প্ৰাসাদৰ উচ্চ তোৰণৰ তলত দলে বলে সমবেত হ'ল। লাটিনাছ বয়সত সকলোতকৈ ডাঙৰ আছিল আৰু তেওঁৰ ৰাজদণ্ডই চৰম কৰ্তৃত্ব ধাৰণ কৰিছিল। তেওঁ সকলোৰে মাজত উপৱিষ্ট হ'ল। তেওঁৰ কপালত ফিলিকি উঠিছিল। বিষাদৰ ৰেখা। জয়চয়তে তেওঁ ইটালীয়ান নগৰৰ পৰা উভতি অহা ৰাজদূতসকলক সকলো কথা বিতংভাৱে ক'বলৈ আদেশ দিলে। তেওঁৰ প্ৰাৰ্থনাৰ, কি উত্তৰ পোৱা হ'ল তাকো সবিশেষ বৰ্ণনা কৰিবলৈ তেওঁ সকীয়াই দিলে। ৰাজসভা নিস্তব্ধ হ'ল। ৰজাৰ আদেশ মতে ভেনুলাছে বিতৰ্কৰ পাতনি মেলি ক'লে,

"দেশবাসীসকল, আমি আৰ্গাইভ শিবিৰত ডায়মিডিছৰ লগত সাক্ষাৎ কৰিলো। সকলো বিপদ-বিঘিনি অতিক্ৰম কৰি আমি গন্তব্য স্থানত উপস্থিত হলোঁহি। যিখন হাতে ইলিয়াম ধ্বংস কৰিলে সেই হাত-খন আমি স্পৰ্শ কৰিছিলো। জয়লাভৰ পিছত তেওঁ আৰ্গিৰিপা নামৰ

নগৰখন নিৰ্মাণ কৰাত ব্যস্ত হৈ আছিল। গাৰ্গানাছ অন্তৰীপৰ নিকটস্থ নৱলব্ধ ইয়াপিজিয়ান প্ৰদেশত তেওঁ পূৰ্ব পুৰুষৰ নাম অনুসৰি এই নগৰ প্ৰতিষ্ঠা কৰিছে। তেওঁৰ ওচৰলৈ গৈ সকলো কথা স্পষ্টভাৱে নিবেদন কৰিবৰ কাৰণে আমাক অনুমতি দিয়া হৈছিল। আমি প্ৰথমে উপহাৰ সমূহ প্ৰদান কৰিলো। আমি কোন, কৰপৰা আহিছো, কোনে আমাৰ নগৰত যুদ্ধ কৰিছে, সেই সকলোবিলাক কথা আমি প্ৰকাশ কৰিলো। আপিলৈ আমি কি উদ্দেশ্যে আহিছো তাকো ভাঙি-পাতি কোৱা হ'ল। তেওঁ ধীৰ-স্থিৰভাৱে আমাৰ বক্তব্য, শুনি ক'লে, "আহা, সৌভাগ্যশালী জাতি, তোমালোক ছেটাৰ্ণৰ ৰাজ্য, প্ৰাচীন অছিনিয়াৰ অধিবাসী। কি অঘটনৰ কাৰণে তোমালোকৰ দেশত শান্তি ভঙ্গ হৈছে? যুদ্ধৰ বিষয়েতো তোমালোকৰ বিশেষ অভিজ্ঞতা নাই, তেনেস্থলত কোনে তোমালোকক যুদ্ধৰ কাৰণে প্ৰৰোচিত কৰিছে? আমি অস্ত্ৰ ধাৰণ কৰি ইলিয়াম ৰাজ্য উচ্ছন্ন কৰিছিলো, সেই মহাপাপৰ ফল আমি এতিয়া হাতে হাতে পাইছো সমগ্ৰ পৃথিৱী ঘূৰি আমি অবৰ্ণনীয় শাস্তি ভোগ কৰিছো। আমাৰ দল-টোক দেখিলে প্ৰায়ামেই পুতৌ কৰিব। ট্ৰয়ৰ দুৰ্গ শিখৰৰ তলত যুদ্ধ কৰোতে আমি কিমান দুখ-কষ্ট বৰণ কৰিবলগীয়া হৈছিল, সুদূৰ চিমইছ নদীৰ গভীৰ গৰ্ভত কিমানবিলাক বীৰৰ মৃতদেহ লুকাই আছে, সেইবিলাক কথা যেনিবা উল্লেখ নকৰিলোৱেই। সাক্ষী হৈ আছে মিনাৰ্ভাৰ ম্লান গুৰাটি, শিলাময় ইউবিয়ান অন্তৰীপ আৰু প্ৰতিহিংসাপৰায়ণ কাফেৰিয়াছ। সেই অভিযানৰ অন্তত আমি সাগৰত উটি-ভাঁহি দিছিঙে-দিপাঙে অনাই-বনাই ফুৰিলো। আট্ৰিউছ পুত্ৰ মেনিলাছ পালেগৈ প্ৰটিউছৰ পুৰী, ইউলিচিছৰ সাক্ষাৎ ঘটিল এট্‌নাৰ ছাইক্লপৰ নগৰত। নিয়পট্টলিমাছৰ সাক্ষাৎ ৰাজ্যৰ কি গতি হ'ল সেই কথাও মোৰ অজ্ঞাত নহয়। আইডিমেনিয়াছৰ সংসাৰ কেনেকৈ ছাৰখাৰ হ'ল, লক্ৰিয়ানবিলাকে আফ্ৰিকাৰ উপকূলত কেনেকৈ দিন কটাইছে, সকলো বিবৰি ক'ব পাৰো। মিছিনীত ভৰি দিওঁতেই পৰাক্ৰমী এক্ৰিয়ানবিলাকৰ সম্ৰাটজন কলঙ্কিনী পত্নীৰ হাতত নিহত হ'ল। এচিয়া তেওঁ জয় কৰিলে সঁচা, কিন্তু তেওঁৰ ব্যভিচাৰিণী স্ত্ৰী- সজাগ হৈ আছিল। দৈবৰোষৰ প্ৰভাৱত মযো পিতাৰ ৰাজ্যলৈ উভতি যাব নোৱাৰিলে

সুদীৰ্ঘ প্ৰতীক্ষাৰ পিছতো প্ৰিয়তমা পত্নীৰ লগত মোৰ মিলন নহ'ল, মোৰ অতি চেনেহৰ কেমিল্ডন মোৰ পৰা আঁতৰি থাকিল। তাৰ পিছতে ঘটিল এক অলৌকিক ঘটনা। কিয়ে অমঙ্গলীয়া আৰু ভয়লগা দৃশ্য! মোৰ বন্ধুবৰ্গক মই হেৰুৱালো। তেওঁলোক পাখি মেলি শূন্যলৈ উৰি গ'ল'। আমাৰ প্ৰজাবিলাকৰ কি দুৰ্দশা! সিহঁতে এতিয়া চৰাই হৈ নদীবিলাকৰ পাৰে পাৰে অনাই বনাই ঘূৰিছে। সিহঁতৰ শোকাকুল মাত পাহাৰৰ শিলাময় বুকুত ঠেকা খাই বিয়পি পৰে। অৱশ্যে সেইবিলাক ঘটিব বুলি মই আগতেই গম পাব লাগিছিল। সেই অশুভ ক্ষণটোত মই উন্মাদৰ দৰে দেৱী ভেনাছক তৰোৱালেৰে আক্ৰমণ কৰি তেওঁৰ হাতখনিত আঘাত কৰিছিলো। উস্ যুদ্ধৰ কথা পুনৰ মোৰ আগত উল্লেখ নকৰিবা। ট্ৰয়-দুৰ্গ পতনৰ পিছত তেওঁলোৰ লগত মোৰ কোনো সংঘৰ্ষৰ হোৱা নাই। অতীতৰ সেই দুখৰ কথা সুঁৱৰি মই ৰং নাপাওঁ। সেইকাৰণে তোমালোকে দেশৰ পৰা অনা এই উপঢৌকন মোৰ সলনি ইনিয়াছকে দিয়াগৈ। মই তেওঁৰ তীক্ষ্ণ বৰ্শাৰ সন্মুখীন হৈছো, তেওঁৰ লগত মোৰ হতাহতি যুদ্ধও হৈছিল। মোৰ অভিজ্ঞতাৰ পৰা কৈছো, উত্তোলিত ঢালৰ সৈতে তেওঁ অসীম শক্তিৰে অস্ত্ৰ সঞ্চালন কৰিব পাৰে। তেওঁ নিক্ষেপ কৰা বৰ্শাত নিহিত হৈ আছে ধুমুহাৰ গতিবেগ। ইডা ৰাজ্যত তেওঁৰ নিচিনা আৰু এজন বীৰ থকা হ'লে ট্ৰজানবিলাক সমুদ্ৰ অতিক্ৰম কৰি ইনাকাছৰ নগৰসমূহ আক্ৰমণ কৰিলেহেঁতেন, ভাগ্যৰ গতি পৰিবৰ্তন হ'লহেঁতেন আৰু গ্ৰীচদেশ এতিয়া গভীৰ শোকত নিমগ্ন হ'লহেঁতেন, ট্ৰয়ৰ সুদৃঢ় প্ৰাচীৰ অৱৰোধ কৰি থাকোতে আমাৰ বহুদিন অথলে গ'ল। এক-মাত্ৰ হেক্টৰ আৰু ইনিয়াছৰ পৰাক্ৰমৰ কাৰণেহে গ্ৰীকবিলাকে সুদীৰ্ঘ দহ বছৰৰ পিছত জয়লাভ কৰিবলৈ সক্ষম হৈছিল। অনবদ্য সাহস আৰু অস্ত্ৰৰ অমোঘ শক্তিত দুয়ো জিলিকি উঠিছিল, কিন্তু ন্যায় নিষ্ঠতাত ইনিয়াছ শ্ৰেষ্ঠ আছিল। যি কোনো চৰ্তত তোমালোকে সন্ধি কৰা; কিন্তু চাবা যাতে পুনৰ সংঘৰ্ষ নহয়। হে মহাৰাজ, এয়ে আমাৰ বক্তব্য। ৰাজকুমাৰৰ উত্তৰ আৰু যুদ্ধৰ প্ৰতি তেওঁৰ মনোভাৱ আপোনাৰ আগত ব্যক্ত কৰিলো।"

ৰাজদূতজনৰ উক্তিৰ সাংৰ্ণ পৰাৰ লগে লগে ইটালীয়ানবিলাকে উৎকণ্ঠিতভাৱে পৰস্পৰৰ মুখলৈ চালে আৰু বিভিন্ন মতামতৰ সৰৱ গুঞ্জন শ্ৰুতিগোচৰ হ'ল। খৰস্ৰোতা নদী এখনৰ পানী শিলত ঠেকা খাই প্ৰবল বেগে বাধা অতিক্ৰম কৰি বৈ যাওঁতে তাৰ গৰ্জন দুই পাৰত প্ৰতিধ্বনিত হয়। সেইদৰেই তেওঁলোকে কোলাহল কৰিছিল। কিন্তু তেওঁলোকৰ মনবিলাক পুনৰ সুস্থিৰ হ'ল আৰু উদ্বিগ্ন আলাপৰ অন্ত পৰিল। উচ্চ সিংহাসনৰ পৰা ৰজাই প্ৰথমে দেৱতাসকলক স্তুতি কৰিলে আৰু তাৰ পিছত প্ৰজাসকলক সম্বোধন কৰি ক'লে,

"লাটিনসকল, শত্ৰু সৈন্যই আমাৰ প্ৰাচীৰৰ সন্মুখতে ছাউনি বন্ধাৰ সময়তে আমি এটা সিদ্ধান্ত লোৱা উচিত আছিল। আজিলৈকে অপেক্ষা কৰাৰ কোনো প্ৰয়োজন নাছিল। বস্তুত আগতেই আমি সকলোৱে গোট খাই আলোচনা কৰিব লাগিছিল। দেশবাসীসকল, এই যুদ্ধ আমাৰ কাৰণে সময়োপযোগী হোৱা নাই। আমি যিসকলৰ বিৰুদ্ধে ৰণ কৰিছো, তেওঁলোক হৈছে দেৱবংশী, সংগ্ৰামত তেওঁলোক ক্লান্ত নহয়। আনকি পৰাজিত হ'লেও তেওঁলোকে অস্ত্ৰ ত্যাগ নকৰে। ইটালীয়ানসকলৰ লগত মিত্ৰতা স্থাপন কৰিবলৈ যদি তোমালোকে কিবা আশা পোষণ কৰিছিলা, তেনেহ'লে সেই আশা পৰিত্যাগ কৰক। আমি সকলোৱেই নিজ নিজ অভিৰুচি মতে আশা কৰাৰ অৱকাশ নথকা নহয়। কিন্তু আমাৰ সকলো আশা ভাৰসা যে এতিয়া ক্ষীণ হৈ পৰিছে সেই কথা নিশ্চয় বুজিব পাৰিছা। তোমালোকে নিজ চকুৰেই সকলো দেখা পাইছা নিজক চিকুটি চালেই সকলো গম পাবা। আমাৰ সকলো প্ৰচেষ্টা ব্যৰ্থ হ'ল আৰু আমাৰ অৱস্থা সঙ্কটাপন্ন। মই কাকো দোষ নিদিওঁ অপৰিসীম সাহসেৰে যিমানখিনি কৰিব পাৰি সেইখিনি কৰা হ'ল। ৰাজ্যখনৰ সমস্ত শক্তি প্ৰয়োগ কৰি এই সংগ্ৰাম আৰম্ভ কৰিলো। কিন্তু এতিয়া সসঙ্কোচে এটা প্ৰস্তাৱ আগ বঢ়াব খুজিছো। এই বিষয়ে মই চিন্তা কৰি চাইছো। তোমালোকে শুনিবলৈ ইচ্ছা কৰিলে কৈ চাব পাৰো। মোৰ এখন পুৰণি ৰাজ্য আছে। এই ৰাজ্য টাস্কান নদীৰ নিকটবৰ্তী আৰু পশ্চিমফালে ছিকানীয়ান সীমান্ত পৰ্যন্ত ই প্ৰসাৰিত।

আৱস্কান আৰু ৰুটুলীয়ানবিলাকে ইয়াৰ কটুৰ পাহাৰী মাটিত হাল বায়। একেবাৰে বকৰাণিবিলাকত গৰু-ম'হ চৰে। আমি বন্ধুত্বৰ চিনস্বৰূপে, সকল গছেৰে শোভিত এই দেশ, পাৰ্বত্য প্ৰদেশখন ট্ৰজানবিলাকক প্ৰদান কৰিব পাৰো। আমি ন্যায়সঙ্গত চৰ্তত সন্ধিৰ প্ৰস্তাৱ আগ বঢ়াই তেওঁলোকক আমাৰ মিত্ৰৰূপে ইয়ালৈ আমন্ত্ৰণ কৰিব পাৰো। তেওঁলোক যদি অতিশয় আগ্ৰহী হয়, তেন্তে ইয়াতে প্ৰাচীৰাবৃত নগৰ এখন নিৰ্মাণ ক'ৰি বাস কৰিব পাৰে। কিন্তু যদিহে তেওঁলোকে অন্য এখন ৰাজ্যৰ কাৰণে বেলেগ জাতি এটাৰ লগত যোগাযোগ কৰিব খোজে, তেনেহলে কোনো কথা নাই, তেওঁলোক আমাৰ দেশৰ পৰা গুচি যাব পাৰে। আমি তেওঁলোকৰ সকলো মানুহ ধৰিব পৰাকৈ কঠিন ৰুক ক'ৰৈ একুৰি জাহাজ সাজি উলিয়াই দিম। গছবিলাক সাগৰৰ দাঁতিতে পোৱা হ'ব। জাহাজ কেনে ধৰণে আৰু কেইখন সাজিব লাগে, 'ট্ৰজানবিলাকেই ঠিক কৰিব। আমি তেওঁলোকক দিব লাগিব ব্ৰঞ্জ, বনুৱা আৰু জাহাজ সজা ঠাই এডোখৰ। তদুপৰি মোৰ ইচ্ছা এয়ে যে আমাৰ বছা বছা পৰিয়ালৰ একশজন কটকীয়ে এই বাৰ্তা বহন কৰি তেওঁলোকৰ সৈতে এখন সম্মানজনক চুক্তি স্বাক্ষৰিত কৰক। শান্তিৰ প্ৰতীক জিতপল্লৱ হাতত লৈ তেওঁলোকে যাত্ৰা কৰক, সোণ আৰু হাতীদাঁত উপহাৰ স্বৰূপে নিয়ক। ইয়াৰ বাহিৰেও লৈ যাওক এখন সিংহাসন আৰু পৰিধেয় বস্ত্ৰ, আমাৰ ৰাজশক্তিৰ সেয়ে নিদৰ্শন। আমাৰ দুৰ্দশাৰ কেনেকৈ অন্ত পেলাব পাৰি সেই বিষয়ে এতিয়া প্ৰকাশ্যভাৱে আলোচনা কৰা।”

ইয়াৰ পিছত ড্ৰান্সিছ থিয় হ'ল। টাৰ্ণাছৰ কীৰ্তি আৰু যশস্যাই তেওঁক ঈৰ্ষান্বিত ক'ৰিছিল। শত্ৰুতা আৰু বিদ্বেষেৰে তেওঁৰ অন্তৰ পৰিপূৰ্ণ হৈ আছিল। ড্ৰান্সিছ ধনী মানুহ আছিল, বাগ্মিতাই আছিল তেওঁৰ বল। যুদ্ধত তেওঁ সুনিপুণ নাছিল, কিন্তু ৰাজনীতিত তেওঁ আছিল বিচক্ষণ আৰু মন্ত্ৰণাদাতা হিচাপে তেওঁ শ্ৰদ্ধা আকৰ্ষণ কৰিব পাৰিছিল। এটা বিসম্বাদী মনোভাৱেই তেওঁৰ শক্তিৰ উৎস আছিল। তেওঁৰ মাক উচ্চ বংশৰ জীয়াৰী আছিল। আৰু সেইবাবে তেওঁৰ যথেষ্ট গৰ্ব আৰু অভিমান আছিল। কিন্তু তেওঁৰ পিতাকৰ কুলশীলৰ বিষয়ে কোনেও

প্ৰকোকে জানিব পৰা নাছিল। সি আছিল এক ৰহস্য। এতিয়া তেওঁ বাগ নৈপুণ্যৰ পৰিচয় দি অন্তৰৰ তীব্ৰ আক্ৰোশ উদ্গীৰণ কৰিছিল।

"হে মহান নৃপতি, আপোনাৰ প্ৰস্তাৱ অতি স্পষ্টভাৱে সকলোৰে শ্ৰুতিগোচৰ হৈছে। এতিয়া মই তাকে দোহাৰিবৰ কোনো প্ৰয়োজন নাই। আমাৰ জাতিটোৰ কি দশা হৈছে আৰু তাৰ কাৰণে আমি এতিয়া কেনে কাৰ্যপন্থা গ্ৰহণ কৰিব লাগে, আমি সকলোটিয়েই সেই কথা মৰ্মে মৰ্মে উপলব্ধি কৰিছো। কিন্তু তাকে প্ৰকাশ্যে উচ্চাৰণ কৰিবলৈ আমাৰ সাহসে নুকুলায়, আমি ভয় কৰো। তথাপি মই কম, মুক্তকণ্ঠে কম; তাৰ কাৰণে মই হয়তো এজনৰ কোপ দৃষ্টিত পৰিব পাৰো। সেইজন আপোনালোকৰ অপৰিচিত নহয়। তেওঁ মোৰ প্ৰতি নিৰ্মম হ'ব পাৰে, আনকি মোক হত্যা কৰিবলৈও তেওঁ হয়তো চেষ্টা কৰিব। কিন্তু তেওঁৰ এতিয়া তৰ্জন-গৰ্জন কৰি একো লাভ নাই। কথা ক'বলৈ আমাৰো অধিকাৰ আছে। সেই মানুহজনৰ অশুভ নেতৃত্বতে আৰু তেওঁৰ অমঙ্গলীয় খংটোৰ কাৰণেই আমাৰ ইমানবিলাক বাহুবলীয়া সেনাপতি ৰণত পৰিল। আমাৰ নগৰ আজি বিষাদৰ ছাঁই আবৰি ধৰিছে। আৰু তেওঁ ট্ৰজান শিবিৰ আক্ৰমণ কৰাৰ সময়ত সদম্ভে আস্ফালন কৰি গগন ফালি ইফালে নিজৰ নিৰাপত্তাৰ কাৰণে ফালৰি কাটি ফুৰিছে। হে মহানুভৱ নৰাধিপ, আপুনি অতি উদাৰভাৱে ট্ৰজানবিলাকলৈ যি উপঢৌকনসমূহ আগ বঢ়াইছে তাৰ লগতে আৰু এটি বস্তু যোগ দিয়ক। কোনো মানুহৰ ভাবুকিলৈ কৰ্ণপাত নকৰি আপুনি পিতৃৰ অধিকাৰৰ বলত সেই মহা-পৰাক্ৰমী প্ৰাৰ্থীজনলৈ জীয়েৰক বিয়া দিয়ক; তেতিয়াহ'লে আমাৰ মাজত পূৰ্ণ শান্তি বিৰাজ কৰিব। কিন্তু যদিহে আমাৰ মনৰ ভয় বাস্তৱ নহয়, যদিহে আমাৰ অন্তৰ আতঙ্কিত হৈয়ে থাকে, তেনেহ'লে আমি তেওঁকেই প্ৰত্যক্ষভাৱে আবেদন জনাওঁ, সেই পুৰুষজনকে আমি সহিষ্ণুতাৰ কথা সোঁৱৰাই দিওঁ। তেওঁ সৈমান হওক। ব্যক্তিগত অধিকাৰৰ কথা পাহৰি গৈ তেওঁ নিজৰ দেশখনৰ প্ৰতি থকা দায়িত্ব পালন কৰক। হয়, লাটিয়ামৰ এই দুখ-দুৰ্গতিৰ মূলতে তুমিয়েই। তুমি কিয় বাৰে বাৰে নিৰাশ্ৰিত দেশ-বাসীসকলক নিশ্চিত বিপদৰ মুখলৈ ঠেলি দিছা। টাৰ্ণাছ যুদ্ধই আমাক ৰক্ষা কৰিব নোৱাৰে, আমি তোমাৰ পৰা শান্তি বিচাৰিছো, আৰু বিচাৰিছো

স্থায়ীভাৱে শান্তি ৰক্ষাৰ প্ৰতিশ্ৰুতি। চোৱা ময়েই প্ৰথমে আহি তোমাৰ আগত আঠু লৈছোঁ, ময়েই, যাক তুমি শত্ৰু বুলি গণ্য কৰা, হয়তো মই তোমাৰ প্ৰতি শত্ৰুতাচৰণ কৰিবও পাৰোঁ। তোমাৰ প্ৰজাবিলাকৰ প্ৰতি সদয় হোৱা। মান-অভিমান বিসৰ্জন দি পৰাজয় স্বীকাৰ কৰা। মৃত্যুৰ ভয়াবহ মূৰ্তি আমি বহুত দেখিলোঁ, বহুবাৰ পশ্চাদপসৰণ কৰিলোঁ। আমাৰ বিশাল দেশখনৰ বহুলোকেই প্ৰাণত্যাগ কৰিলে। আৰু যদিহে সুখ্যাতি লাভেই তোমাৰ একমাত্ৰ উদ্দেশ্য, যদিহে তোমাৰ চিত্ত, অনমনীয় আৰু নিৰ্মম, আৰু যদিহে তুমি যৌতুকত ৰাজপ্ৰাসাদ লাভ কৰিবলৈ অভিলাষ কৰিছা, তেনেহ'লে সাহসেৰে পৰিচয় দিয়া। দ্বিধাহীনভাৱে শত্ৰুৰ সন্মুখীন হোৱা। টাৰ্ণাছে ৰাজকুমাৰী লেভিনিয়াৰ পাণি গ্ৰহণ কৰিব আৰু তাৰ বাবে আমাৰ নিচিনা অনাগতীয়াল মানুহবোৰ ৰণত মৰি হাজি অনাদৰত য'তে পায় ত'তে পৰি থাকিব, এয়ে কি তোমাৰ ইচ্ছা? যদিহে তুমি পিতাৰৰ দৰে সাহসী আৰু ৰণত নিপুণ, তেন্তে তুমি নিজেই তোমাৰ প্ৰতিদ্বন্দ্বীজনৰ ওচৰ চাপিব লাগিব।"

এই ভাষণত টাৰ্ণাছ ক্ৰোধত জ্বলি উঠিল। এয়ে আছিল তেওঁৰ স্বাভাৱিক প্ৰতিক্ৰিয়া। খঙত তেওঁ কোপাৰলৈ ধৰিলে; ড্ৰান্সিচৰ উদ্দেশ্যে বিষোদগাৰ কৰি তেওঁ উত্তৰ দিলে, "ড্ৰান্সিচ, চিৰকাল তুমি বহুবক্তা, বিশেষকৈ যুদ্ধৰ সময়ত যেতিয়া মুখৰ বলতকৈ বাহুবলৰ বেছি প্ৰয়োজন হয়। মন্ত্ৰণা সভাখনত তুমিয়ে সদায় প্ৰথমে উপস্থিত হোৱাহি। কিন্তু আমাৰ মাটিৰে ৰক্ষা গড়বিলাকে এতিয়াও শত্ৰুক প্ৰতিৰোধ কৰি আছে। গড়খাৱৈবিলাকত এতিয়াও তেজৰ সোঁত বোৱা নাই। নিজে নিৰাপদ অৱস্থাত থাকি এই সভাত বৰ-বৰ কথাৰে মহলা মাৰিবলৈ তোমাৰ কোনো অধিকাৰ নাই। মোৰ দৰে তুমি যুদ্ধক্ষেত্ৰত ট্ৰজান সৈন্যৰ মৃতদেহেৰে দ'ল বান্ধিব পৰা নাই, মোৰ দৰে তুমি বিজেতাৰ সন্মানজনক স্মৃতিচিহ্ন লগত লৈ ৰণভূমিৰ পৰা উভতি অহা নাই। গতিকে মোক তোমাৰ স্বভাৱসিদ্ধ চমৎকাৰ বাক্ চাতুৰ্যৰে কাপুৰুষ বুলি অভিহিত কৰাৰ সময় এতিয়াও হোৱা নাই। যি সাহস আৰু শৌৰ্যই প্ৰাণৰ সঞ্চাৰ কৰে তেনে সাহস প্ৰদৰ্শন কৰিবলৈ তুমি চেষ্টা কৰি চাব পাৰা। শত্ৰুৰ সন্ধানত তুমি বেছি দূৰলৈ যাব নালাগে সিহঁত আমাৰ প্ৰাচীৰৰ বাহিৰতে আছে। আহা, শত্ৰুৰ বিৰুদ্ধে আমি যাত্ৰা কৰোঁ। পলম কৰিছা কিয়? যুদ্ধৰ প্ৰতি

থকা উৎসাহ, তোমাৰ বহু ভাষিতাৰে উত্তপ্ত তোৰা বায়ু আৰু পলায়নমান চৰণ যুগলতে সীমিত হৈ থাকিবনে? আৰু তুমি কেনেকৈ কৈছা মই পৰাজিত হ'লো? মই পৰাজিত হলো। হেৰ' নৰাধম, যিমান দিন ট্ৰজান বক্তেৰে টাইবাৰ প্লাবিত হৈ থাকিব; তেতিয়ালৈকে কোনোবাই মোক ক'ব পাৰিবনে যে মই পৰাজয় বৰণ কৰিছো? ইভেণ্ডাৰৰ বংশ ধ্বংস হৈছে, তেওঁৰ একমাত্ৰ উত্তৰাধিকাৰী আজি নিহত। আৰ্কেডিয়ানবিলাকে ৰণত ছত্ৰভঙ্গ দিছে। সিহঁতৰ অস্ত্ৰ-শস্ত্ৰ আমি অধিকাৰ কৰিছো। শত্ৰুৰ প্ৰাচীৰৰ ভিতৰত মই অৱৰুদ্ধ হৈ আছিলো, কিন্তু বিজয়ৰ সেই দুৰ্বাৰ অভিযানত মই পাওৱাৰ্দ্ধ, বিটিয়াছ আৰু সহস্ৰ শত্ৰুক যি শিক্ষা দিছিলো, সি আন এটা কাহিনীহে কয়। 'যুদ্ধই আমাক ৰক্ষা কৰিব নোৱাৰে।' কটা উন্মাদ, সেই ভবিষ্যৎ-বাণী ট্ৰজানবিলাকৰ অস্তিত্বৰ বিষয়ে প্ৰচাৰ কৰ। লগতে নিজকো অন্তৰ্ভুক্ত কৰিবি। যা, যা, বিভীষিকাৰ বিকৃত অন্ধকাৰেৰে সকলো ঢাকি পেলাবলৈ চেষ্টা কৰ; দুবাৰ পৰাজিত হোৱা জাতি এটাৰ প্ৰশংসাত পঞ্চমুখ হৈ থাক। আৰু লগতে লাটিনাছৰ সৈন্য-সামন্তক নিন্দা কৰ। কিন্তু, এতিয়া মাৰ্মিডন সেনাপতিবিলাকো ট্ৰয়ৰ পৰাক্ৰম দেখি কম্পমান। টিডউছতনয় ডায়মিডিছ আৰু লাৰিছিয়ান একিলিছ, সকলো সন্ত্ৰস্ত। আড্ৰিয়াটিক সাগৰৰ তৰঙ্গৰ প্ৰভাৱত অফিডাছ নদী উভতি বৈছে। আৰু এনে মুহূৰ্তত সি কয় মোৰ লগত কাজিয়া কৰিবলৈ তাৰ সাহস নাই। কটা ধূৰ্ত, বদমাচ। মোৰ বিৰুদ্ধে তোলা অভিযোগবিলাকৰ ধাৰ যাতে বেছি চোকা হয় তাৰ কাৰণেই সি মিছা ভয় দেখুৱাই এইদৰে প্ৰতাৰণা কৰিছে। চা, তোৰ নিচিনা চিকা এটাক মাৰি মই হাত গোলোৱাৰ খোজা নাই। গতিকে কোঁচ খাই নাযাবি। তই যেনেকৈ জীয়াই থাক থাক, কিন্তু প্ৰাণটো নিজৰ কলিজাতে আবদ্ধ কৰি ৰাখিবি।"

"কিন্তু মহাৰাজ, এতিয়া মই আপোনাৰ গুৰুত্বপূৰ্ণ প্ৰস্তাৱটোৰ বিষয়ে দুষাষাৰ ক'ব খোজো। আমাৰ অস্ত্ৰ-শস্ত্ৰৰ ওপৰত যদি আপোনাৰ ভাৰসা নাই, যদি আমি সঁচাকৈয়ে পৰিত্যক্ত, শত্ৰুৰ হাতত মাত্ৰ এবাৰ পিছ হুহকিব লগা হোৱাৰ কাৰণেই যদি আমি সকলো হেৰুৱালো, আৰু সৌভাগ্যই আমাক কোনোদিনে উভতি নাচায়, তেনেহ'লে কৰযোৰে শান্তিৰ প্ৰস্তাব কৰাই বিধেয়। কিন্তু তথাপি, পূৰ্বৰ শৌৰ্য-বীৰ্যৰ কিঞ্চিৎ অৱশেষো যদি আমাৰ দেহত বৰ্তমান

বিজনে অপযশৰ পৰিবৰ্তে মৃত্যুকে সাৱটি লয়, তেওঁকেই মই সকলোতকৈ কীৰ্তিমন্ত, সুখী আৰু অতুলনীয় মনোবলৰ অধিকাৰী বুলি বিবেচনা কৰোঁ। আনহাতে, আমাৰ যদি এতিয়াও কিছু সম্ভাবনা আছে, আমাৰ যুঁজাকৰ যদি এতিয়াও অভাৱ হোৱা নাই, আমাক সহায় কৰিবলৈ যদি এতিয়াও ইটালীৰ কোনো জাতি বা ৰাজ্য আছে, আৰু যদি ট্ৰজানবিলাকেও বহুতৰ বিনিময়তহে গৌৰৱ অৰ্জন কৰিছে—কাৰণ আমাৰ সকলোৰে ওপৰেদি একেটা ধুমুহাই পাৰ হৈ গৈছে আৰু তাৰ ফলত সিহঁতো ক্ষতিগ্ৰস্ত—তেন্তে আমি আমাৰ অভিযানৰ আৰম্ভণীতে কিয় এই কলঙ্কজনক ব্যৰ্থতা শিৰত তুলি লম? ৰণভেৰী নিনাদিত হোৱাৰ আগতেই আমি কিয় কম্পমান হ'ম? সময় আৰু বিশ্বত দিনকেইটাৰ পৰিবৰ্তনশীল প্ৰভাৱে সিহঁতৰ অৱস্থাৰ উন্নতি সাধন কৰিছে। ভাগ্যদেৱীৰ প্ৰকৃতি চিৰ চঞ্চল। বহুতকে তেওঁ পৰিত্যাগ কৰি যায়, কিন্তু বহুতো ঘূৰি পৰি, এঁকা-বেঁকা বাটেৰে তেওঁ উভতি আহি সেইসকলক পুনৰ দৃঢ়ভাৱে প্ৰতিষ্ঠিত কৰে। ইটলীয়ানজনে আৰু তেওঁৰ নগৰখনে আমাক নিৰাশ কৰিছে, ঠিক কথা। কিন্তু মেছাপাছে আমাক সহায় কৰিব, আৰু টলামনিয়াছেও অনুকূল ভৱিষ্যৎ-বাণীৰে আমাক উৎসাহিত কৰিব। বহুতো ৰাজ্যৰ পৰা ভালেমান সামন্ত আহিছে, তেওঁলোকেও আমাক এৰি নাযায়। লাটিয়াম আৰু লৰেন্টাইন ৰাজ্যত যিসকল অতি বিচক্ষণ বুলি বিবেচিত হ'ব, তেওঁলোক অতুল গৌৰৱৰ ভাগী হ'ব। সম্ভ্ৰান্ত ভলছিয়ান বংশজাত কেমিল্লাও আছে। আৰু আছে তেওঁৰ সশস্ত্ৰ অশ্বাৰোহীসকলৰ বিভিন্ন বাহিনী। অৱশ্তে যদিহে ট্ৰজানবিলাকে দ্বৈৰথ যুদ্ধৰ কাৰণে মোক আহ্বান কৰে, (সেইটো নিশ্চয় আপোনাৰ গ্ৰহণযোগ্য) আৰু সেইকাৰণে যদি অকল মইহে সকলোৰে কল্যাণৰ পৰিপন্থী হৈছো, তেন্তে কিয়, জয়ৰ অধিষ্ঠাত্ৰী দেৱীয়েতো মোৰ এই হাত দুখনৰ প্ৰতি কোনো বিদ্বেষ প্ৰদৰ্শন কৰা নাই। তেনেহ'লে মই কিয় এনে এটা সুৱৰ্ণ সুযোগ গ্ৰহণ কৰিবলৈ অমান্তি হম? মই দ্বিধাহীনভাৱে তেওঁৰ লগত যুদ্ধ কৰিবলৈ আগবাঢ়ি যাম। স্বয়ং একিলিছতকৈয়ো হয়তো তেওঁৰ শক্তি অধিক হ'ব পাৰে, ভালকানে নিৰ্মাণ কৰা তেওঁৰ বৰ্ম-কৱচ একিলিছৰ বৰ্ম-কৱচৰ সমকক্ষ হ'ব পাৰে। তথাপি মই পিছ নোহোঁহকো। মই, টাৰ্ণাছ, সাহসত,শৌৰ্য-বীৰ্যত, প্ৰাচীন বীৰসকলতকৈ কোনো গুণে হীন নহয়; আপোনালোকৰ কাৰণে মোৰ ভাৱী পত্নীৰ পিতা লাটিনাছৰ কাৰণে মই এই

জীৱন উছৰ্গা কৰিছো। যদি ইনিয়াছে অকলে মোৰ লগত যুদ্ধ কৰিব খোজে, তেন্তে মই তেওঁৰ সেই আহ্বান গ্ৰহণ কৰিম। এই দ্বন্দ্বযুদ্ধত যদি দৈৱবোৰ প্ৰকাশিত হয়, তেন্তে তাৰ কাৰণে মোৰ হৈ ড্ৰাঞ্চিছে প্ৰাণ বলি দিব নালাগে। মোৰ সাহস আৰু সুখ্যাতি বিপন্ন হ'লেও তেওঁ মোৰ হৈ অস্ত্ৰ ধাৰণ কৰিবৰ প্ৰয়োজন নাই।"

তেওঁলোকে এইদৰেই নিজৰ অনিশ্চিত অৱস্থাৰ বিষয়ে বাক-বিতণ্ডা কৰি আছিল। কিন্তু ইতিমধ্যে ইনিয়াছ সসৈন্যে আগ বাঢ়ি আহিছিল। এই বাতৰি ৰাজ প্ৰাসাদত অতি শীঘ্ৰে বিয়পি পৰিল। নগৰখনত তুমুল উত্তেজনা আৰু গভীৰ আতঙ্কৰ সৃষ্টি হৈছিল। টাইবাৰ নদীৰ সমগ্ৰ উপত্যকা জুৰি ট্ৰজান আৰু ইট্ৰুস্কান সৈন্যবাহিনীয়ে ৰণৰ প্ৰস্তুতি চলাইছিল আৰু নগৰৰ ফালে অগ্ৰসৰ হৈছিল। লাটিনসকলৰ মনোবল টুটি আহিল আৰু তেওঁলোকৰ মাজত বিশৃঙ্খল অৱস্থা এটাৰ সৃষ্টি হ'ল। এই বিষম আঘাতত তেওঁলোকৰ ক্ৰোধবহ্নি জ্বলি উঠিল। প্ৰচণ্ড তৎপৰতাৰে তেওঁলোকে অস্ত্ৰধাৰণ কৰিবলৈ সক্ষম হৈ পৰিল। তৰুণসকলে অস্ত্ৰৰ কাৰণে নিনাদ কৰিছিল আৰু বয়সস্থসকলে হুমুনিয়াহ পেলাই চকুলো টুকিছিল। সকলোৱে হৈ চৈ কৰাৰ ফলত ভীষণ কোলাহলে আকাশ মুখৰিত কৰিছিল। এজাক চৰাই যেতিয়া পাহাৰৰ হাবি এখনত পৰেহি তেতিয়া সিহঁতে বিকটভাৱে আৰাও কৰে; ৰাজহাঁহে যেতিয়া কৰ্কশভাৱে চিঞৰে তেতিয়া সিহঁতৰ মাত পাডুছাৰ মাছ থকা পানীত প্ৰতিধ্বনিত হয়। নগৰখনতো এতিয়া এনেকুৱা কোলাহল হৈছিল।

এই ক্ষণটোৰ সুবিধা লৈ টাৰ্ণাছে হেগ চাই ক'লে, "আহাহা! নাগৰিকসকল আপোনালোকে এতিয়া সভা পাতি থাকক আৰু শান্তিৰ মহিমা বখানক। সেয়া, শত্ৰু উপস্থিত হৈছে। তেওঁলোকে সশস্ত্ৰে আমাৰ নগৰ এতিয়া অধিকাৰ কৰিব।" আৰু একো নোকোৱাকৈ জাঁপ মাৰি থিয় হ'ল আৰু উচ্চ প্ৰাসাদৰ পৰা অতি ক্ষিপ্ৰভাৱে ওলাই গ'ল। তাৰ পিছত তেওঁ পুনৰ চীৎকাৰ কৰি ক'লে, "ভলুচাছ, তুমি ভলছিয়ান সৈন্যসকলক সাজু হ'বলৈ আদেশ দিয়া। কটুলীয়ানবিলাককো লগত ল'বা। মেছাপাছ আৰু কৰাছে, ভায়েকৰ সৈতে অশ্বাৰোহীবিলাকক পৰিচালনা

কাৰিব। সমতলৰ বিস্তীৰ্ণ ৰণাঙ্গনত তেওঁলোকে যুদ্ধ কৰিব। এটা সৈন্য-দল গৈ নগৰলৈ অহা বাটটো সুৰক্ষিত কৰক, তেওঁলোকে দুৰ্গচূড়া-বিলাকতো অৱস্থান ল'ব। বাকীবিলাক সৈন্যই মোৰ নিৰ্দেশমতে ৰণবক্ষভাগে আক্ৰমণ কৰিব।" এই আদেশ সকলোৱে নীৰৱে মানি ল'লে। নগৰৰ প্ৰতি অংশৰ পৰা সৈন্যবিলাক হিলদল ভাঙি আহিল আৰু প্ৰাচীৰৰ বিশেষ অৱস্থানবিলাকৰ ব্যূহ নিৰ্মাণ কৰিলে। এই দুৰ্যোগৰ সময়ত লাটিনাচেও সভাকক্ষ ত্যাগ কৰি তেওঁৰ আঁচনিবিলাক সাময়িকভাৱে স্থগিত ৰাখিলে। কিন্তু ডাৰ্ডান ইনিয়াচক নিজ মনেৰে আদৰণি জনাই আৰু তেওঁলৈ নিজৰ কন্যাক সম্প্ৰদান কৰি তেওঁৰ লগত মিত্ৰতা স্থাপন কৰিব নোৱাৰাত তেওঁ অতি ক্ষুন্ন হৈছিল।

ইতিমধ্যে মানুহবিলাকে দলে দলে নগৰৰ দুৱাৰবিলাকৰ সমুখত খাল খান্দিছিল আৰু খুটা পুতি শিলেৰে হেঙাৰ মাৰিছিল। ৰণভেৰীৰ কৰ্কশ নিনাদে যুদ্ধৰ সূচনা কৰিলে। জননীসকলে ল'ৰা-ছোৱালীৰ সৈতে গড়ৰ ওপৰত উঠি এটা বিচিত্ৰ বলয়ৰ সৃষ্টি কৰিছিল। এই জীৱন-মৰণৰ সন্ধি-ক্ষণত, প্ৰয়োজনৰ এই পৰম মুহূৰ্ত্তত সকলোৱেই নিজ নিজ বৰঙণি যোগাৰ লগা হৈছিল। পুৰললনাসকলেৰে পৰিবৃতা হৈ ৰাণীয়েও মিনাৰ্ভাৰ দুৰ্গ শীৰ্ষস্থ মন্দিৰলৈ পূজাৰ বিবিধ সামগ্ৰীৰে সৈতে যাত্ৰা কৰিছিল। তেওঁৰ লগে লগে গৈছিল এই বিপৰ্যৰ বাবে দায়ী লাভিনীয়া। সুন্দৰ নয়ন দুটিৰে তেওঁ তলমুৰা হৈ আছিল। মহিলাসকলে মন্দিৰলৈ উঠি গৈ ধূপ-ধুনা জ্বলাইছিল। ওখ দুৱাৰ মুখৰ পৰাই তেওঁলোকে গভীৰ শোকত এইদৰে প্ৰণতি জনাইছিল, "হে ৰণদেৱী, যুদ্ধৰ অধিষ্ঠাত্ৰী ট্ৰাইটনীয়ান কুমাৰী, তোমাৰ কৰযুগলেৰে ফ্ৰীজীয়ান দস্যুৰ অস্ত্ৰ ব্যৰ্থ কৰা। তাক ভূতলশায়ী কৰা। তোমাৰ উচ্চ তোৰণৰ তললৈ তাক দীনহীনভাৱে লৈ আহা।"

অতি ব্যাকুল উদ্দীপনাৰে টাৰ্ণাছ যুদ্ধৰ কাৰণে সজ্জিত হৈছিল। ব্ৰঞ্জ-বিন্যস্ত ৰক্তাভ বৰ্ম ইতিমধ্যে তেওঁ পৰিধান কৰিছিল। ভৰিত তেওঁ জঙ্ঘাত্ৰাণ পিন্ধিছিল। তেওঁৰ শিৰ তেতিয়াও অনাবৃত আছিল কঁকালত হেঁও তৰোৱালখন বান্ধি লৈছিল। দুৰ্গ শিখৰৰ পৰা অৱৰোহণ কৰাৰ

সময়ত তেওঁৰ শৰীৰৰ পৰা স্বৰ্ণ জেউতি বাহিৰ হৈছিল। অদম্য উৎসাহ আৰু শত্ৰুক হাতত পোৱাৰ আশাত তেওঁ উত্ৰাৱল হৈছিল। শক্তিশালী ঘোঁৰা এটাই এবাৰ ছিঙি বান্ধৰ পৰা মুকলি হৈ, চকুৰ আগৰ বহল পথাৰখনলৈ চেঁকুৰি যায়। মাইকী ঘোঁৰা চৰি থকা ঘাঁহনিখনেই তাৰ লক্ষ্য। কেতিয়াবা সি নদীলৈ গৈ গা ধোৱে আৰু তাৰ পিছত জাক মাৰি ডিঙি পোনাই আনন্দত চিঁহিয়ায়। তাৰ কান্ধৰ আশে পাশে কেশৰবিলাক হালি-জালি থাকে। টাৰ্ণাছৰ ৰূপ তেনেকুৱাই হৈছিল। এতিয়া ভলছিয়ান সৈন্যবাহিনীৰ সৈতে কেমিল্লাও তেওঁৰ ওচৰ পালেহি। নগৰ দ্বাৰৰ কাষতে ৰাজকুমাৰী ঘোঁৰাৰ পৰা জাঁপ মাৰি নামিল। অন্যান্য অশ্বাৰোহীবিলাকেও তেওঁক অনুকৰণ কৰিলে আৰু নিয়াৰিকৈ মাটিত থিয় হ'ল। কেমিল্লাই টাৰ্ণাছক ক'লে, "টাৰ্ণাছ, সাহসীসকলৰ যদি নিজকে বিশ্বাস কৰাৰ অধিকাৰ আছে, তেন্তে মই কওঁ মোৰো সাহসৰ অভাৱ হোৱা নাই। ইনিয়াছৰ অশ্বাৰোহী সৈন্য আৰু ইট্ৰুস্কান চোৰাৰীবিলাকৰ সন্মুখীন হ'বলৈ মই ইচ্ছা কৰিছো। যুদ্ধৰ আৰম্ভণিৰ বিপদবিলাক মোৰ মূৰতেই যাওক। তুমি প্ৰাচীৰৰ কাষতে থিয় হৈ থাকি সকলো চাই-চিতি থাকা।" টাৰ্ণাছে এই বীৰাঙ্গনাগৰাকীৰ ভয়ঙ্কৰ ৰূপ দেখি বিস্মিত হ'ল। তেওঁ উত্তৰ দিলে, "কুমাৰী, তুমি ইটালীৰ গৌৰৱ। তোমাক মই কি বুলি কৃতজ্ঞতা জনাম? তোমাৰ ঋণ মই কেনেকৈ পৰিশোধ কৰিম? কিন্তু মই দেখা পাইছো, তোমাৰ সাহস আৰু শক্তি এনে ধৰণৰ স্বীকৃতিৰ বহুত ওপৰত। গতিকে এই দুৰ্যোগত তুমিয়েই মোৰ ভাৰসা। আমি জনামতে আৰু আমাৰ চোৰ বছাবিলাকে উভতি আহি বাতৰি দিয়ামতে, ইনিয়াছে অশ্বাৰোহী বাহিনীবিলাক সমতল অঞ্চলটোৰ ভু-ভা ল'বলৈ আগতীয়াকৈ পঠাই দিছে। তেওঁ নিজে অৰক্ষিত পাহাৰী ঠাইবিলাকৰ মাজেদি আহি আছে আৰু যি কোনো মুহূৰ্ত্ততে তেওঁ পাহাৰৰ ওপৰৰ পৰা তীব্ৰ বেগে আহি নগৰ আক্ৰমণ কৰাৰ সম্ভাৱনা মই এটা ৰণ-কৌশলৰ কথা চিন্তা কৰিছো। হাবিৰ মাজত তললৈ বহি যোৱা বাট আছে। মই সৈন্য পঠিয়াই এই বাটটোৰ দুয়োটা মূৰ বন্ধ কৰি দিব পাৰো। ইট্ৰুস্কান অশ্বাৰোহীক বাধা দিবলৈ তুমি সুবিধাজনক ঠাই এডোখৰ বাছি ল'বা। তোমাৰ লগত

থাকিব যেহাপাছ। তেওঁ তোমাক সহায় কৰিবলৈ অতি ইচ্ছুক। আৰু থাকিব লাটিয়ামৰ ঘোঁৰা চোৱাৰী সেনা আৰু টাইবাৰ টাছৰ সৈন্যবাহিনী। তুমি মোৰ সৈতে সেনাপতিৰ দায়িত্ব গ্ৰহণ কৰিব লাগিব।" তেওঁ এইদৰেই ক'লে আৰু এনেকুৱা কথাৰেই মেছাপাছ আৰু মিত্ৰ পক্ষৰ সেনাপতিসকলক যুদ্ধৰ কাৰণে অনুপ্ৰাণিত কৰিলে। পিছত তেওঁ শত্ৰু সৈন্যৰ সম্মুখীন হ'বলৈ আগবাঢ়ি গ'ল।

পাহাৰৰ মাজে মাজে এটা সঙ্কীৰ্ণ আৰু একা-বেঁকা উপত্যকা আছে। ইয়াৰ ভাঁজবিলাক ঠায়ে ঠায়ে বহল। ইয়াত লুকাই থাকি কৌশলেৰে যুদ্ধ কৰিবলৈ সুবিধা আছে। ইয়াৰ দুয়োকালে আছে পৰ্বতৰ ক্ৰমাবনত ভূমি। গছ-গছনিয়ে ছাটি থোৱাত ঠাইখন আন্ধাৰ। ইয়ালৈ যোৱা কোনো নিৰ্দিষ্ট পথ নাই। যি এটা আছে তাৰো মুখ বৰ ঠেক, আৰু অতি দুৰ্গম। উপত্যকাটোৰ ওপৰত, পাহাৰৰ সুবিধাজনক উচ্চতাত, কিছুমান সমান ঠাই আছে। এইবিলাকত জন-প্ৰাণীৰ সমাগম নহয়। গোপনে আক্ৰমণ কৰিবৰ কাৰণে নতুবা ওপৰৰ পৰা হেলনীয়া অংশইদি শিল বগৰাই দিবৰ বাবে ইয়াত লুকাই থাকিলেই হয়। তৰুণ সেনাপতিজন এতিয়া লৰা-লৰিকৈ ইয়ালৈকে আহিল। বাট-পথ তেওঁৰ চিনাকি আছিল। তেওঁ তাতে অৱস্থান লৈ শত্ৰুৰ কাৰণে খাপ পিটি হাবিৰ মাজত লুকাই থাকিল।

ইতিমধ্যে দেৱধামত লাটোনা-দুহিতাই ক্ষিপ্ৰচৰণা অপিছৰ লগত কথা পাতিছিল। অপিছ আছিল এগৰাকী দেৱবালা আৰু তেওঁৰ সহচৰী। তেওঁ গম্ভীৰভাৱে ক'লে, "কুমাৰী, এই প্ৰাণঘাতী যুদ্ধত কেমিলাই আগভাগ লৈছে। তেওঁ মোৰ অতি মৰমৰ। মোৰ প্ৰিয় অস্ত্ৰ-শস্ত্ৰবিলাক তেওঁ মিছাকৈয়ে ধাৰণ কৰিছে। মোৰ, দেৱী ডায়েনাৰ, তেওঁৰ প্ৰতি থকা স্নেহ নতুন নহয়। এই স্নেহৰ মাধুৰ্য উথলি উঠি মোৰ মনত আলোড়নৰ সৃষ্টি কৰে। এইটো এতিয়াৰ কথা নহয়। কেমিলাৰ পিতাক মেটাবাছে অতি গৰ্বেৰে নিজৰ শক্তি প্ৰদৰ্শন কৰাৰ ফলত প্ৰজাৰ অপ্ৰিয়ভাজন হৈ ৰাজপাট হেৰুৱালে। তেওঁৰ প্ৰাচীন প্ৰিভাৰ্নাম নগৰ ত্যাগ কৰিবলৈ বাধ্য হৈ তেওঁ শিশু-কন্যাটিক লগত লৈ নিৰ্বাসন বৰণ কৰিলে আৰু যুদ্ধ চলি থকা অৱস্থাতে পলায়ন কৰিলে। মাকৰ নাম—কেমিলাৰ লগত

সামঞ্জস্য ৰাখি এটা মাত্র আখৰ বাদ দি, তেওঁ ছোৱালীৰ নামকৰণ কৰিলে কেমিল্লা। নিজৰ কাপোৰৰ আঁচলত কন্যাটিক বান্ধি লৈ তেওঁ জনহীন অৰণ্যৰ মাজে মাজে সুদীর্ঘ পর্বত শ্রেণীৰ ওপৰেদি ভ্রমণ কৰিছিল। নির্মম সশস্ত্র বাহিনীৰ কবলত পৰে বুলি পদে পদে তেওঁৰ ভয় আছিল। কাৰণ ভলছিয়ানবিলাকে তেওঁক ধৰিবৰ কাৰণে চাৰিওকালে সৈন্য পঠাইছিল। কিন্তু কি আচৰিত কথা! তেওঁ পলাই যোৱা বাটতে আছিল আমেচেনাছ নদী। প্রচুৰ বৰষুণৰ কাৰণে নদীখন কেনে-কোটোকাৰে বাঢ়ি দুয়ো পাৰ বুৰাই পেলাইছিল। নদীখন সাঁতুৰি পাৰ হ'বলৈ প্রস্তুত হওঁতেই জীয়েকৰ মৰমত মেটাবাছ খন্তেক থমকি ৰ'ল। চেনেহৰ এই বোজাটিৰ কাৰণে তেওঁৰ ভয় হ'ল। তেওঁ এটা এটাকৈ সকলোবিলাক উপায় বিচাৰ কৰি চালে। মনত সন্দেহ থকা সত্বেও তেওঁ এটা সিদ্ধান্তত উপনীত হ'ল।

সৌভাগ্যক্রমে তেওঁৰ শক্তিশালী হাতত এডাল বর্শা আছিল। এই বৃহৎ বর্শাপাট গাঁঠি থকা কঠিন ওক কাঠ জুইত সেকি তৈয়াৰ কৰা হৈছিল। হাবিত থকা বর্ক গছৰ বাকলি আৰু কোমল আঁহেৰে ছোৱালীজনী মেৰিয়াই লৈ, ভাৰসাম্য ৰাখিবৰ কাৰণে বর্শাডালৰ ঠিক মাজতে বান্ধি ল'লে। এতিয়া বর্শাপাট শক্তিশালী সৌহাতখনত লৈ তেওঁ আকাশৰ ফালে চাই উচ্চকণ্ঠে ক'লে, "কৰুণাময়ী দেৱী" হে লাটোনা-তনয়া, হে অৰণ্য নিবাসিনী, নিজে পিতৃ হৈ মই অঙ্গীকাৰ কৰিছো, এই কন্যাটি তোমাৰ পৰিচাৰিকা হ'ব। এই প্রথমবাৰ, তোমাৰ অস্ত্রকে হাতত লৈ তাই তোমাৰ কৃপাপ্রার্থীনী হৈ শত্রুবাজ্যৰ পৰা পলাই আহিছে। এজাতি বতাহ আহিলেই তাই হয়তো বিপদাপন্ন হ'ব পাৰে। হে দেৱী মই তোমাক মিনতি কৰিছো, তাইক তুমি নিজৰ বুলি গ্রহণ কৰা।" ইয়াকে কৈ তেওঁ হাতখন কোঁচাই আনিলে আৰু বর্শাপাট ঘূৰাই দলি মাৰি পঠিয়ালে। নদীৰ পানীও তেতিয়া হোহোৱনিৰ শব্দ হৈছিল আৰু প্রবল সোঁতে বর্শাডালেৰে সৈতে অসহায় কেমিল্লাক উটাই নিছিল। এই সময়ত শত্রু আহি ওচৰ চাপিছিল আৰু মেটাবাছ নদীৰ বুকুত জঁপিয়াই পৰিল। শীঘ্রে তেওঁ নদীখন সাঁতুৰি পাৰ হৈ গ'ল আৰু তৃণাবৃত নদীতটৰ পৰা বর্শাপাটত বান্ধি থোৱা শিশু কন্যাটিক উদ্ধাৰ কৰিলে। এতিয়া এই কন্যাটিৰ ওপৰত ডায়েনাৰহে অধিকাৰ আছিল।

"কোনো নগৰতে মেটাবাছে আশ্ৰয় পোৱা নাছিল। তেওঁ আছিল দুৰন্ত প্ৰকৃতিৰ লোক; কোনো পধ্যেই সেও নামানি তেওঁ ওৰে জীৱনটো নির্জন পাহাৰত ভেড়া ৰখীয়াৰ মাজতে পাত কৰিলে। [illegible] তথা বন্য পৰিবেশত তেওঁ জীয়েকক ভেড়া ছাগলী আৰু অন্যান্য বনৰীয়া জন্তুৰ গাখীৰ খুৱাই তুলি তালি ডাঙৰ-দীঘল কৰিলে। ছোৱালীজনীয়ে ওহাৰত মুখ দি গাখীৰ খাইছিল। কণ কণ ভৰি দুটিৰে থিয়দতা দিব পৰা হওঁতেই মেটাবাছে জীয়েকৰ হাতত এপাট বৰ্শা দিলে আৰু কোমল কান্ধত আঁৰি দিলে ধনুকাঁড়। চুলিত মণি-মুকুতাৰ সলনি, দীঘল বাঘছাল তেওঁৰ মূৰৰ পৰা পিঠিলৈকে ওলমি আছিল। কিন্তু সেই বয়সতে তেওঁ কোমল এখানখানি হাতখনিৰে সৰু সৰু শেল দলিয়াব পাৰিছিল। মিহি চামৰাৰ কেটেপাৰে বাটলুগুটি মাৰি ষ্ট্ৰাইমন নদীৰ পানীত চৰি থকা বগলী আৰু বগা ৰাজহাঁহ বগৰাব পাৰিছিল। ইট্ৰুস্কান নগৰবিলাকৰ বহুতো মাতৃয়েই তেওঁক বোৱাৰী কৰি নিবলৈ ইচ্ছা কৰিছিল। কিন্তু তেওঁলোকৰ সকলো চেষ্টা অথলে গৈছিল। তেওঁ এক-মাত্ৰ ডায়েনাৰ চৰণত নিজকে সমৰ্পণ কৰিয়েই সন্তুষ্ট হৈছিল। অস্ত্ৰৰ প্ৰতি তেওঁৰ আছিল অসীম অনুৰাগ। তেওঁ আছিল এপাহি অনাঘ্ৰাত কুসুম। তেওঁ এতিয়া ট্ৰজানবিলাকৰ লগত যুদ্ধ নকৰা হ'লেই মই ভাল পালোঁহেঁতেন, কাৰণ তেতিয়া হ'লে তেওঁ মোৰ মৰমৰ লগৰী হৈয়ে থাকিল হয়।

"কিন্তু দেৱী, যি হ'ল হ'ল আৰু। অদৃষ্ট তেওঁৰ প্ৰতি নির্মমভাবে প্ৰতিকূল। তুমি আকাশত উৰি দি স্বৰ্গৰ পৰা লাটিন ৰাজ্যলৈ নামি যোৱা। তাত ভয়ঙ্কৰ যুদ্ধৰ লগত মিলিত হৈছে অশুভ সংহাৰ-লীলা। এইবিলাক লৈ যোৱা। এই চোঙৰৰ পৰা এটা কাঁড় উলিয়াই মোৰ হৈ প্ৰতিশোধ লবা। ট্ৰজানেই হওক বা ইটালীয়ানেই হওক, কোনোবাই যদি তেওঁক আহত কৰে, তেওঁৰ পবিত্ৰ দেহ যদি ক্ষত-বিক্ষত কৰে, তেন্তে সি নিজৰ তেজেৰে ক্ষতিপূৰণ কৰিব লাগিব। পিছত মই তেওঁৰ দেখিলে দুখ লগা মৃতদেহটি কুঁৱলিৰে আবৰি, কোনোবাই তেওঁৰ গাত হাত দিয়াৰ আগতেই; লগত্ৰে কাঢ়ি আনিম আৰু তেওঁৰ নিজৰ দেশত

তেওঁক সমাধিস্থ কৰিম।" ডায়েনাই এইদৰেই কৈছিল। ক'লীয়া মেঘেৰে নিজকে আবৃত কৰি অপিছে শূন্যৰ মাজেদি ওলালৈ নামি বাওঁতে অস্ত্ৰবিলাক ঝনঝনাই উঠিছিল।

ইতিমধ্যে ট্ৰয়ৰ এটা সৈনা বাহিনী নগৰপ্ৰাচীৰৰ নিকটবৰ্ত্তী হৈছিল। অশ্বাৰোহী সেনাবিলাক সমান সমান দলত বিভক্ত কৰি ইট্ৰুৰিয়াৰ সামন্তসকলো তাত উপস্থিত হৈছিল। সমগ্ৰ সমতল অঞ্চল ঘোঁৰাৰ খুৰাৰ আঘাতত সৰৱ হৈ পৰিছিল। লেক'মবিলাক মুখত কটকটীয়াকৈ লাগি ধৰাত সিহঁতে চিঁঞৰিয়াই অথালি-পথালিকৈ চেঁকুৰি আছিছিল। সেই বিস্তীৰ্ণ প্ৰান্তৰত উদ্যত বৰ্শাফলকৰ বিন্যাস পৰিলক্ষিত হৈছিল। এই সমুন্নত অস্ত্ৰবিলাকৰ জ্যোতিত সমতলখন জিলিকি উঠিছিল। কিন্তু তেওঁলোকৰ বিৰুদ্ধে মেচাপাছ, লাটিন অশ্বাৰোহী বাহিনী, ভায়েকৰ সৈতে কোৰাছ আৰু কুমাৰী কেমিল্লাৰ ঢোৱাৰী সৈন্য অগ্ৰসৰ হৈছিল। তেওঁলোকে সুদৃঢ় আৰু বক্ৰিম হাতেৰে সমুন্নত বৰ্শা ধাৰণ কৰিছিল আৰু বৰ্শাৰ আগবিলাক কঁপি উঠিছিল। যুঁজাৰুসকল আগবাঢ়ি গৈছিল, অশ্বই হ্ৰেষাৰৱ কৰিছিল আৰু উত্তেজনা তীব্ৰ হৈ পৰিছিল। পৰস্পৰৰ প্ৰতি ধাবমান সৈন্য বাহিনী দুটাৰ গতি এতিয়া স্তব্ধ হ'ল। তেওঁলোকে নিক্ষিপ্ত বৰ্শাৰে ঢুকি পোৱা দূৰত্বত অৱস্থিত হৈছিল। তাৰ পিছত হঠাতে ভৈৰৱ নিনাদ কৰি, ঘোঁৰাবিলাকক উদগনি দি ৰণোন্মত্ত হৈ তেওঁলোকে লম্ফজম্ফ কৰি আগুৱাই গৈছিল আৰু ঘোঁৰাৰ পিঠিৰ পৰাই বিপৰীত পক্ষক লক্ষ্য কৰি অস্ত্ৰবৰ্ষণ কৰিছিল। নিক্ষিপ্ত আয়ুধ ৰাশিয়ে বৰষুণৰ দৰে ঘনীভূত হৈ আকাশ ঢাকি ধৰিছিল। তুৰন্তে টাইৰেনাছ আৰু প্ৰচণ্ড আকন্টিয়াছে শক্তি সংগ্ৰহ কৰি উদ্যত বৰ্শাৰে পৰস্পৰক আক্ৰমণ কৰিলে। ভয়ঙ্কৰ শব্দেৰে দুয়োজন ভূপতিত হ'ল, কাৰণ ভীষণ সংঘৰ্ষৰ ফলত তেওঁলোকৰ চতুষ্পাদী দুবগৰ পঞ্জৰ ভগ্নপ্ৰায় হৈছিল। আকন্টিয়াছ বিজুলী বেগেৰে, গুলি যোৱাদি আগলৈ উফৰি গৈ ফুলালৈ দূৰ কৰি পৰিল আৰু ততালিকে তেওঁৰ প্ৰাণ-বায়ু বাহিৰ হ'ল। ভয়ত সৈন্যবিলাক ছেদেলি-ভেদেলি হৈ পৰিল। লাটিন সৈন্যবিলাকে ঢালবিলাক পিঠিত ওলোমাই লৈ নগৰৰ ফালে উভতি গ'ল। ট্ৰজানবিলাকে সিহঁতক খেদি গৈছিল আৰু সকলোৰে আগত আছিল

আছিনাছ তেওঁৰ ছাক সেনানী। তেওঁলোক নগৰৰ দুৱাৰ পাওঁ পাওঁ হওঁতেই লাটিনবিলাকে পুনৰ হুংকাৰ কৰি ঘোঁৰাবিলাকৰ নমনীয় গ্ৰীৱা পুনৰ আৱৰ্তিত কৰিলে। এতিয়া ট্ৰজানবিলাকে ঘোঁৰা ঘূৰাই লৈ পলাবলৈ ধৰিলে। তেওঁলোক বহুত দূৰ পালেগৈ। জোৱাৰৰ সময়ত সাগৰৰ পানীৰ প্ৰকাণ্ড ঢৌৱে উপকূল প্লাৱিত কৰি বহুতো আঁতৰত থকা বালিয়ো ডিঙাই দিয়ে আৰু তাৰ জলকণাবিলাকে পাহাৰ স্পৰ্শ কৰেগৈ। পিছত ভাটাৰ টানত পানী উভতি অহোঁতে শিলবিলাকো উটাই লৈ যায়; পানীৰ গভীৰতা কমি যায় আৰু অৱশেষত উপকূল শুকান হৈ পৰে। ট্ৰজানবিলাকৰ অৱস্থা এনেকুৱাই হৈছিল। ইট্ৰুস্কানবিলাকে ৰুটুলীয়ানবিলাকক দুৱাৰ প্ৰাচীৰৰ কাষলৈ খেদি লৈ গৈছিল আৰু তেওঁলোক দুবাৰ পৰাজিত হৈ উভতিব লগা হৈছিল। তেওঁলোকে ভয়ে ভয়ে পাছলৈ চাই চালেৰে পিঠি ঢাকি লৈছিল। কিন্তু তৃতীয়বাৰৰ আক্ৰমণত তেওঁলোকে যুদ্ধ ক্ষেত্ৰৰ সমুখ ভাগ সম্পূৰ্ণ আৱৰি ধৰি নিবিড়ভাৱে সংঘবদ্ধ হৈছিল। প্ৰতিজন যোদ্ধাই এজন শত্ৰুক বাছি লৈছিল অন্তিম আৰ্তনাদত ৰণভূমি মুখৰিত হৈছিল; তেজৰ ডোঙাত মৃতদেহ আৰু অস্ত্ৰ-শস্ত্ৰ ৰক্তাক্ত হৈ প'ৰি ছিল। মৃত্যু-যন্ত্ৰণাত ছটফটাই থকা ঘোঁৰাবিলাকো নিহত সৈনিকৰ লগত মিলি গৈছিল। যুদ্ধই কৰাল মূৰ্তি ধাৰণ কৰিছিল। আৰোহীজনৰ সন্মুখীন হ'বলৈ সাহস কৰিব নোৱাৰি আছিলকাছে ৰেমুলাছৰ ঘোঁৰাটোলৈকে বৰ্শা মাৰি পঠিয়াইছিল। লোহাৰ জোংটো ঘোঁৰাটোৰ কাণৰ তলতে সোমাল। অসহ্য যন্ত্ৰণাত জৰ্জৰিত হৈ সি ওপৰলৈ আগ ঠেং দুটা দাঙি, উন্মত্তভাৱে পাছ হুঁহকি যাবলৈ ধৰিলে। তাৰ পঞ্জৰ স্পন্দিত হৈছিল। ৰেমুলাছ অশ্বপৃষ্ঠৰ পৰা ভূপতিত হ'ল। কেটিলাছে আয়লাছ আৰু হামিনিয়াছকো ঘোঁৰাৰ পৰা বগৰাই পেলাব পাৰিছিল। হাৰমিনিয়াছৰ আছিল অসীম শৌৰ্য আৰু তাৰ লগতে খাপ খোৱাকৈ বিশাল শৰীৰ আৰু বিয়াগোম অস্ত্ৰ। তেওঁৰ অনাবৃত শিৰত সোণালী চুলিয়ে শোভা কৰিছিল। তেওঁৰ স্কন্ধদেশ আছিল উন্মুক্ত। বিৰাট বপুৰে তেওঁ নিৰ্ভীক আৰু অবিচলিতভাৱে অস্ত্ৰৰ সন্মুখীন হৈছিল। কিন্তু এতিয়া তেওঁৰ দুয়ো কান্ধৰ ঠিক মাজতে বৰ্শা এপাট সোমাই লাগি ধৰিলে। এই বীৰ পুৰুষজন এতিয়া তীব্ৰ বেদনাত ব্যাকুল হৈ পৰিল। চাৰিওফালে

তেওঁৰ সোঁত বলিছিল ; প্ৰবল প্ৰতিদ্বন্দ্বিভাবে যুদ্ধ কৰি তেওঁলোকে যেনেকৈ প্ৰাণ লৈছিল সেইদৰে সম্মানজনক মৃত্যু বৰণ কৰিবলৈয়ো তেওঁলোকে কুণ্ঠাবোধ কৰা নাছিল।

ইতিমধ্যে এগৰাকী আমাজানৰ দৰে কেমিল্লাই আনন্দ মনেৰে ধনু-শৰ লৈ ঘোঁৰাত উঠি এই সংহাৰ-লীলাৰ মাজত প্ৰবেশ কৰিছিল। বন্ধহীনভাৱে যুদ্ধ কৰিবৰ কাৰণে তেওঁ এটি স্তন মুক্ত কৰি ৰাখিছিল। সময়ে সময়ে তেওঁ সমস্ত শক্তিৰে বৰ্শা বৰ্ষণ কৰিছিল, নতুবা কোনো সময়ত তেওঁৰ হাতত থকা পৰশুখন জীৱন্ত হৈ পৰিছিল। তেওঁ কান্ধ পোন কৰি ধনুত টঙ্কাৰ দিছিল আৰু এয়া আছিল স্বয়ং ডায়েনাৰ অস্ত্ৰ। কেতিয়াবা পাছ হুঁহকি যাব লগা অৱস্থাতো তেওঁ শাণিত শৰ সন্ধান কৰিছিল। ধনুখন পাছফালে লৈয়ো তেওঁ কাঁড় মাৰিব পাৰিছিল। ইতিমধ্যে তেওঁৰ বিশেষ বান্ধৱী কেইগৰাকীমান তেওঁৰ লগত আছিল। তেওঁলোক আছিল কুমাৰী লাৰিণা, টুল্লা আৰু ব্ৰঞ্জৰ কুঠাৰ লোৱা টাৰপীয়া। এওঁলোক ইটালীৰ জীয়ৰী আছিল। ডায়েনাৰ পৰিচাৰিকা কেমিল্লাই এওঁলোকক যুদ্ধতেই হওক বা শান্তিৰ সময়তে হওক, নিজৰ সহচৰী ৰূপে বাছি লৈছিল। তেওঁলোক আছিল থ্ৰেছৰ আমাজনসকলৰ নিচিনা। চিৰবিবাই থকা অস্ত্ৰ-শস্ত্ৰেৰে সজ্জিত হৈ এওঁলোকে যেতিয়া যুদ্ধ কৰে, তেতিয়া তেওঁলোকৰ ঘোঁৰাৰ খুৰাৰ শব্দত থাৰ্মডনৰ নদ-নদী ধ্বনিত প্ৰতিধ্বনিত হয়। হিপ্পলিটা নাইবা বীৰাঙ্গনা পেন্থিছিলীয়া ৰথত উঠি যুদ্ধৰ পৰা উভতি আহোঁতে তেওঁৰ নাৰী-সৈন্যসকলে তুমুল ৰণনিনাদ কৰি অৰ্দ্ধ-চন্দ্ৰাকৃতি ঢাল আন্দোলিত কৰে আৰু সেই সময়ত তেওঁলোকৰ উদ্দীপনা অবৰ্ণনীয়।

হে ৰণচণ্ডী, তোমাৰ বৰ্শাই প্ৰথমে কাক আৰু শেষত কাক অধঃচ্যুত কৰিলে? তোমাৰ হাতত নিহত হৈ ৰণভূমিত পৰি থকা পৰাক্ৰমী পুৰুষৰ সংখ্যা কিমান আছিল? প্ৰথমজন আছিল ক্লিটিয়াছ-পুত্ৰ ইউনিয়াছ। তেওঁ ওচৰ চাপোতেই কেমিল্লাই তেওঁৰ অনাবৃত বক্ষ বৰ্শাৰে বিদীৰ্ণ কৰিছিল। তেজৰ সোঁত বোৱাই তেওঁ পৰি গ'ল আৰু ৰক্ত-সিক্ত ভূমিত মুখ দি, যন্ত্ৰণাত ছটফটাই তেওঁ শেষ নিৰ্শ্বাস ত্যাগ কৰিলে। তাৰ পিছত তেওঁ লিৰিছ আৰু আগাচাছক বধ কৰিলে। উঝুটি খোৱা ঘোঁৰাৰ পৰা বাগৰি পৰিব খোজোঁতে লিৰিছে লেকামডালত ধৰিবলৈ চেষ্টা কৰিছিল আৰু তেনেকুৱাতে আগাচাছ আহি নিৰস্ত্ৰ

হাতেৰে তেওঁৰ বন্দুক সহায় কৰিবলৈ উদ্যত হৈছিল। দুয়োজনেই ধৰাশায়ী হ'ল। হিম্‌টাচ-পুত্ৰ আমাষ্ট্ৰাছকো নিহত কৰি তেওঁ টেবিয়াছ, হাঁৰপেলিকাছ, ডিম'কুন আৰু ক্ৰমিছৰ প্ৰতি সুদীৰ্ঘ বৰ্শা সজোৰে নিক্ষেপ কৰিছিল। প্ৰতিডাল তীক্ষ্ণ বৰ্শাই একোজন ক্ৰিজীয়ান সৈনিকক বিদীৰ্ণ কৰিব পাৰিছিল। অলপ আঁতৰত অনিটাছ নামে চিকাৰী এজনে ইয়াপিজিয়ান ঘোঁৰা এটাত উঠি ৰণ কৰিছিল। তেওঁ অস্ত্ৰ-সন্ধানত বিশেষ অভ্যস্ত নাছিল। যুদ্ধলৈ আহোঁতে তেওঁ গৰু-ছাল এখন গাত লৈ আহিছিল আৰু তেওঁৰ শিৰত আছিল দাঁত নিকটাই মুখ মেলি থকা বাঘৰ মূৰ এটা। গাঁৱলীয়া মানুহে চিকাৰ কৰোঁতে ব্যৱহাৰ কৰা যাঠি এডালেই আছিল তেওঁৰ একমাত্ৰ অস্ত্ৰ। সৈন্য-বাহিনীৰ মাজত তেওঁ জিলিকি আছিল। কাৰণ লগৰ সেনাবিলাকতকৈ তেওঁ এবেগেত-মান ওখ আছিল। তেওঁৰ লগৰীয়াবিলাক পলাই পত্ৰং দিয়াত কেমিল্লাই তেওঁক আগচি ধৰি বৰ্শাৰে শালিবলৈ বেছি কষ্ট কৰিবলগীয়া নহ'ল। "তেওঁক গচকি ধৰি কেমিল্লাই তীব্ৰ বিদ্বেষত কৈছিল, "ইট্ৰুৰিয়াৰ মানুহ, তই হাঁবিত বনৰীয়া জন্তু চিকাৰ কৰিবলৈ আহিছ বুলি ভাবিছিলিনেকি? তইতে যে ভুল কৰিলি আজিৰ দিনটোৱে তাকে প্ৰমাণ কৰিছে। আৰু তই মৰিবলগীয়া হ'ল এজনী নাৰীৰ হাতত। তথাপি তই সিপুৰীত থকা পিতৃ-পিতামহৰ কাৰণে যথেষ্ট সুনাম লৈ যাব পাৰিবি, কেমিল্লাৰ বৰ্শাৰ আঘাতত নিহত হোৱাৰ সুনাম।"

ইয়াৰ অলপ পিছতে তেওঁ অৰ্ছিলকাছ আৰু বুটিছক বধ কৰিলে। এই দুয়োজন ট্ৰজান অতি বলবান আছিল। বুটিছে তেওঁৰ ফালে পিঠি দি আছিল। তেওঁ নিক্ষেপ কৰা বৰ্শা বুটিছৰ বৰ্ম আৰু শিৰস্ত্ৰাণৰ সন্ধিতে লাগিল। ঘোঁৰাত উঠি গৈ থাকোঁতে সেই ফাঁকটোৰেদি তেওঁৰ বগা ডিঙিটোৰ এচোৱা ওলাই আছিল, বাওঁহাতত তেওঁৰ সৰু ঢালখন ওলমি আছিল। অৰ্ছিলকাছে তেওঁক চক্ৰাকাৰ গতিত অনুসৰণ কৰিছিল। তেওঁ প্ৰথমে পলাইছিল। কিন্তু সংকীৰ্ণ গণ্ডীৰ ভিতৰত তেওঁ হঠাতে প্ৰত্যাবৰ্তন কৰি অৰ্ছিলকাছৰ পাছ পৰিল আৰু এতিয়া তেওঁহে অনুসৰণকাৰিণীৰ সুযোগ ল'লে। এতিয়া তেওঁ জিনৰ ওপৰত থিয় হৈ গধুৰ কুঠাৰখনেৰে অৰ্ছিলকাছক আঘাতৰ ওপৰত আঘাত কৰিবলৈ ধৰিলে। তেওঁৰ বৰ্ম ভাগি-ছিগি গ'ল আৰু লগতে হাড়ো চুৰ-মাৰ হ'ল। তেওঁৰ কাকুতি-মিনতিৰ কোনো ফল নধৰিল। লাওখোলা ভাগি মূৰৰ ঘিলু

মুখত এঠা লগাদি লাগিল আৰু আপেনাইন নিবাসী অনাছৰ বীৰ পুত্ৰ তেওঁৰ সন্মুখীন হ'ল। ভাগ্যবলত তেওঁ যিমান দিন ছল-চাতুৰি প্ৰয়োগ কৰিব পাৰিছিল, সিমান দিন তেওঁ লিগাবিয়ানবিলাকৰ মাজত জাকত জিলিকা হৈ আছিল। হঠাতে তেওঁক চকুৰ আগতে দেখা পাই তেওঁ ভয়ত লৰচৰ কৰিব নোৱাৰা হ'ল। কিন্তু তেওঁ বুজিব পাৰিলে যে তেতিয়া আৰু পলাই যোৱাৰ কোনো উপায় নাছিল। কেমিল্লাৰ আক্ৰমণৰ পৰা পৰিত্ৰাণ পোৱাৰো পথ নাছিল। সেইকাৰণে তেওঁ এটা ফন্দি বাহিৰ কৰি ক'লে, "তোমাৰ ঘোঁৰাটো ইমান তেজী! এনে এটা ঘোঁৰা থাকিলে যি কোনো নাৰীয়ে যুদ্ধ কৰিব পাৰিব। তাত আচৰিত হ'বলগা একো নাই। তাৰ পিঠিৰ পৰা নামি আহা, তেতিয়া পলাই সাৰিব নোৱাৰিবা। মাটিৰ পৰা মোৰ লগত হতাহতি যুদ্ধ কৰিবলৈ তোমাৰ জানো সাহস আছে? তেতিয়াহে তুমি বুজিব পাৰিবা কাৰ অহঙ্কাৰে কাৰ মৰণৰ পথ মুকলি কৰিছে।" তেওঁ এইদৰে কোৱাত কেমিল্লাই প্ৰচণ্ড ক্ৰোধত ঘোঁৰাটো সঙ্গী এজনৰ হাতত সোধাই নিৰ্ভীকভাৱে মাটিত থিয় হ'ল। তেওঁৰ হাতত আছিল এখন খোলা তৰোৱাল আৰু এখন সাধাৰণ ঢাল। তেওঁৰ কৌশল কামত লাগিল বুলি ভাবি তৰুণ লিগাবিয়ানজনে অলপো অপব্যয় নকৰি ঠাইতে ঘোঁৰাটো ঘূৰাই লৈ, গোৰোহাত লগাই লোৱা লোহাৰে খুচি তাক জোৰ কদমত মেলি দিলে। কুমাৰী কেমিল্লাই উচ্চ কণ্ঠে ক'লে, "মূৰ্খ লিগাবিয়ান, নিজকে তই বৰ বুধিয়ক বুলি ভাবি গেলাগপত ওকন্দি পৰিছিলি; পিছে এতিয়া সেই ভোটা বুদ্ধিয়েই তোৰ কাল হ'ল। পলোৱাত তই ওস্তাদ, কিন্তু গাঁৱলীয়া কাইদাই তোক ৰক্ষা কৰিব নোৱাৰে। তোৰ বাপেৰ অনাছো তোৰ দৰেই ঠগ, পিছে এই বিদ্যাৰ বলত তই বাপেৰৰ ওচৰ নাপাবিগৈ।" এইখিনি কোৱা শেষ হওঁ-নহওঁতেই কুমাৰীয়ে বিজুলী বেগেৰে দৌৰি গৈ ঘোঁৰাটো পাছ পেলাই তেওঁক আগচি ধৰি লেকামডাল খাপ মাৰি ধৰিলে আৰু লিগাবিয়ানজনক আক্ৰমণ কৰি তেওঁৰ ঘৃণিত ৰক্তেৰে প্ৰতিশোধ ল'লে। দেৱতাৰ প্ৰিয় শেন চৰাই এটাই ওখ পাহাৰত টিং এটাৰ পৰা সোঁ-সোঁৱাই উৰি গৈ একেবাৰে ডাৱৰৰ ওচৰ চাপি কপৌ চৰাই এটাক বেঁকা নখেৰে খাপ মাৰি আৰু তাৰ পেটটো ফালি চিৰাচিৰ কৰে, তাৰ তেজ আৰু এজাই মোৱা পাখিবিলাক আকাশৰ পৰা মাটিত পৰেহি এইদৰেই হেলাৰঙে কেমিল্লাই শত্ৰুৰ প্ৰাণ লৈছিল।

কিন্তু ইতিমধ্যে দেৱতা আৰু মানৱৰ পিতৃ-পুৰুষে উচ্চ অলিম্পাছৰ সিংহাসনত বহি এই কাৰ্য নিৰীক্ষণ কৰিছিল। বিশ্ব পিতাই এতিয়া ইট্ৰুস্কান টাৰকণক প্ৰচণ্ড সংগ্ৰামৰ কাৰণে অনুপ্ৰাণিত কৰি তেওঁৰ মনত তীব্ৰ ক্ৰোধ সঞ্চাৰিত কৰিলে। তেওঁৰ ইচ্ছানুযায়ী টাৰকণে ঘোঁৰাত উঠি মৃত-দেহেৰে ভৰি থকা ৰণভূমিলৈ গৈ আক্ৰমণ আৰম্ভ কৰিলে। সেই ঠাইৰ পৰা সৈন্যবিলাক পাছ হুঁহকি গৈছিল। তেওঁলোকৰ অন্তৰ স্পৰ্শ কৰাৰ উপায় অৱলম্বন কৰি, অশ্বাৰোহী সেনাবিলাকক নাম ধৰি মাতি অগ্ৰসৰ হ'বৰ কাৰণে প্ৰবোচিত কৰিলে। তেওঁ ক'লে, "ইট্ৰুস্কান সৈন্যসকল, তোমালোক মেৰুদণ্ডহীন! তোমালোকে লাজ-মানৰো মূৰ খালানে? ইমান ভয় কিয় হয়? তোমালোক ইমান কাপুৰুষ কেনেকৈ হ'ব পাৰিছা? সাধাৰণ এজনী নাৰীয়ে এটা সৈন্যবাহিনী পৰাজিত কৰি তোমালোকক ছেদেলি-ভেদেলি কৰি দিলে। ভাবিলে কেনে লাগে? তেনেহ'লে আমি হাতত অৰোৱাল লৈছো কিয়; যদি ব্যৱহাৰ কৰিবই নোৱাৰো তেন্তে এই বৰ্শাবিলাক ভাৰ বৈছো কিয়? ধিক, ধিক, তোমালোক ৰাতি ৰাতি প্ৰেম কৰাতহে পাকৈত। হয়, মদ খাবলৈ মতা বেঁকা পেঁপাটোৰ মাত শুনিলে, তোমালোকে লোভ সামৰিব নোৱাৰি ভোজলৈ লৰ মাৰা, কাৰণ তাত ফটিকা আছে। মঙ্গলতীয়া এজনে কিবা ভাল চিন দেখুৱাৰ বুলি নিপোটল জন্তু এটা বলি দিব আৰু গছ-গছনি থকা ধুনীয়া ঠাই এখনত তোমালোক সকলো হাজিৰ হবাগৈ। তোমালোকৰ ৰুচি তেনেকুৱাহে। সেইবিলাকেই তোমালোকক টানে।" এইদৰে খোলা কথা কৈ টাৰকণে নিজৰ জীৱন বিপন্ন কৰিয়ো যুদ্ধ-ক্ষেত্ৰৰ অতি সংকটপূৰ্ণ অংশলৈ ঘোঁৰা চেঁকুৰাই দিলে আৰু দ্বিধাহীনভাৱে ভেনুলাছক আক্ৰমণ কৰিলে। তেওঁ ঘোঁৰাৰ ওপৰৰ পৰা তেওঁক টান মাৰি আনি সোঁহাতৰ ভাঁজত গৰা মাৰি ধৰিলে; প্ৰাণপণে চেষ্টা কৰি, নিজৰ বুকুৰ আগত লৈ শত্ৰুজনক কঢ়িয়াই নিলে। তুমুল কোলাহলৰ মাজত লাটিনসকলে এই দৃশ্য চাই থাকিল। সশস্ত্ৰ মানুহজনক হৰণ কৰি টাৰকণে জুইৰ এচেৰেঙা পোহৰৰ দৰে সমতলৰ মাজেদি যাবলৈ ধৰিলে। শত্ৰুৰ বৰ্শাৰ জোংটো একবাৰ লৈ তেওঁক হানিবৰ কাৰণে দেহৰ অৰক্ষিত অংশ এটা বিচাৰি আছিল। ভেনুলাছে তেওঁক বাধা দিছিল, শক্তিয়ে আটেমানে তেওঁৰ হাতখন ডিঙিৰ ওচৰ চাপিব নোৱাৰাকৈ

ধৰি আছিল। ৺পৰেদি উৰি যোৱা সোণালী ঈগল এটাই সাপ এটা নখেৰে ধৰি লৈ যাওঁতে সাপটোৱে তাৰ ঠেং দুটা মেৰিয়াই ধৰে আৰু গাত ঘা লগা সত্ত্বেও সি কেৰমেৰ কৰি, ঠেঙা বাকলিৰে পোন হৈ কোঁচফোঁচাই থাকে। কিন্তু ঈগলটোৱে বেঁকা ঠোঁটটোৰে তাক খুটি খুটি ডেউকা মাৰি বতাহৰ মাজেদি গৈ থাকে। ফ্লিৰকণেও ঠিক সেইদৰেই শত্ৰুৰ মাজৰ পৰা বিজয় গৰ্বেৰে বন্দীজনক ধৰি লৈ গৈছিল। সেনাপতিৰ আহি অনুসৰণ কৰি আৰু তেওঁৰ কৃতকাৰ্যতাত উৎসাহিত হৈ ইট্ৰুস্কানবিলাকে এতিয়া আক্ৰমণ চলালে।

আৰু এতিয়া আৰান্স নামৰ মানুহ এজনে হাতত যাঠি লৈ কেমিল্লাৰ অনুসৰণ কৰিছিল। যৱণে তেওঁক চুলিত ধৰি টানিছিল। তেওঁ সুচতুৰ ভাৱে কেমিল্লা যি ফালেই যায় সেই ফালেই গতি কৰি তেওঁক হানিবলৈ ছেগ চাই আছিল। কুমাৰী গৰাকীয়ে দুৰ্বাৰ গতিত ৰণ-ভূমিৰ মাজ ভাগত উপস্থিত হ'লেও আৰান্সে নিশব্দে তেওঁৰ পাছ লৈছিল আৰু পাৰ্যমানে তেওঁৰ বাষ চাপিবলৈ চেষ্টা কৰিছিল। যুদ্ধৰ জয়লাভ কৰি শত্ৰুৰ মাজৰ পৰা উভতি অহাৰ সময়তো এই যুঁজাৰু যুৱকজনে গা বচাই, বেগেৰে ঘোঁৰা চেঁকুৰাই দিছিল। আক্ৰমণ কৰিবলৈ তেওঁ সুযোগ বিচাৰি আছিল আৰু তাৰে সন্ধানত ইফালে সিফালে বিচৰণ কৰি ফুৰিছিল। তেওঁৰ দৃঢ় মুষ্টিত আবদ্ধ হৈ কঠিন শেলপাট কম্পিত হৈ আছিল। এতিয়া এসময়ত ছিবিলাছৰ পবিত্ৰ যাজকৰূপে পৰিচিত কৰিয়াছ অকস্মাতে ৰণক্ষেত্ৰত উপনীত হৈছিল। ফ্ৰিজীয়াৰ বৰ্ম-কবচৰ সৈতে তেওঁ দূৰৰ পৰাই জিলিকি থাকি দৃষ্টি আকৰ্ষণ কৰিব পাৰিছিল। অনবৰতে চেঁকুৰাই থকাৰ কাৰণে তেওঁৰ ঘোঁৰাটোৰ মুখৰ পৰা ফেন ওলাইছিল। ব্ৰঞ্জ আৰু সোণৰ পাতে ঘোঁৰাটোকো পাখিৰ দৰে আবৃত কৰি থৈছিল বক্তিম বসন পৰিধান কৰি তেওঁ নিজেও জাকত জিলিকা হৈ আছিল। সোণ-খটোৱা ধনু এখন তেওঁ কান্ধত আঁৰি লৈছিল। তেওঁ আছিল ত্ৰিকালদৰ্শী; তেওঁৰ শিৰস্ত্ৰাণটোও সোণৰ আছিল বঙা আৰু সোণোৱালী বৰণৰ শলা এডালেৰে তেওঁ গেৰুৱা ৰঙৰ গাত লোৱা কাপোৰখনৰ তললৈ ওলমি থকা আঁচল কোঁচ খুৱাই লৈছিল। প্ৰাচ্য আবৰণেৰে তেওঁৰ জঙ্ঘা বিভূষিত আছিল আৰু তেওঁৰ উত্তৰীয় সোণৰ সূচাশিল্পৰে সুশোভিত হৈছিল। কুমাৰী কেমিল্লাই শবৰী-

সুলভ একাগ্ৰতাৰে তেওঁক লক্ষ্য কৰিছিল আৰু তুমুল যুদ্ধ চলি থকা ঠাইলৈ তেওঁকেই অনুসৰণ কৰি অগ্ৰসৰ হৈছিল। ট্ৰয়ৰ অস্ত্ৰ-শস্ত্ৰ মন্দিৰৰ দেৱালত সজাই থবলৈ নতুবা সোণৰ কবচ হস্তগত কৰি নিজে পৰিধান কৰিবলৈ তেওঁ মনতে কল্পনা কৰিছিল। সেই সামগ্ৰীবিলাক লুণ্ঠন কৰাৰ আশাত উত্তাবল হৈ তেওঁ সকলো সতৰ্কতা পাহৰি গ'ল আৰু যুদ্ধক্ষেত্ৰৰ অগ্ৰৱৰ্তী অংশত উপস্থিত হ'ল। অৱশেষত আৰান্সে সুযোগ বুজি অলক্ষিতভাৱে বৰ্শা নিক্ষেপ কৰিলে। তেওঁ ওপৰলৈ চাই প্ৰাৰ্থনা কৰি কৈছিল, "হে স্বৰ্গধামৰ দেৱতা, পবিত্ৰ ছক্ৰেটৰ অভিভাৱক হে এপলো, আমি ইট্ৰস্কানবিলাকে তোমাকেই পূজা কৰো। তোমাৰ পূজাত আমি সৰল কাঠেৰে জুই ধৰি ধৰ্মক থিয়াই থালি ভৰিৰে আঙঠাবিলাক গচকি জুইৰ মাজ পাওঁগৈ। হে সৰ্বশক্তিমান দেৱতা, হে পিতা, তোমাক মিনতি কৰিছো এই অস্ত্ৰই আমাৰ কলঙ্ক অপসৰণ কৰিব পাৰে। কুমাৰীৰ কবচৰ প্ৰতি মোৰ লোভ নাই। তেওঁক পৰাজিত কৰি মই কোনো জয়-চিহ্নও ৰাখিব নোখোজো। কোনো প্ৰকাৰৰ লুণ্ঠনৰো মই পক্ষপাতী নহয়। কীৰ্তি অৰ্জন কৰিব পৰা কাম আৰু বহুত আছে। প্ৰকৃততে মই খ্যাতিহীনভাৱেই ঘৰলৈ ঘূৰি যাবলৈ প্ৰস্তুত যদিহে আমাৰ অসহ্য যন্ত্ৰণাৰ হেতু এই দুৰ্দান্ত নাৰী মোৰ হাতত নিহত হয়।" তেওঁৰ এই কিৰাছৰ কৰ্ণগোচৰ হ'ল। কিন্তু তেওঁ তাকে আংশিকভাৱেহে ফলৱতী কৰিবলৈ সিদ্ধান্ত কৰি বাকীখিনি অগ্ৰাহ্য কৰিলে। আকস্মিক আঘাতত কেমিল্লাৰ মৃত্যু ঘটাবলৈ কৰা প্ৰাৰ্থনা তেওঁ পূৰণ কৰিলে। কিন্তু নিজৰ দেশলৈ উভতি যোৱাৰ অভিলাষ অপূৰ্ণ হৈয়েই ৰ'ল। তেওঁৰ সেই নিবেদন দক্ষিণ পৱনৰ দুৰন্ত প্ৰবাহে উৰুৱাই লৈ গ'ল। গতিকে তেওঁৰ হাতৰ পৰা নিক্ষিপ্ত হোৱা বৰ্শা বতাহৰ মাজেদি সোঁ-সোঁৱাই উৰি গ'ল। প্ৰতিজন ভল্লাছিয়ানে অতি ব্যাকুল একাগ্ৰতাৰে ৰাজকুমাৰীৰ ফালে দৃষ্টিপাত কৰিলে। কিন্তু তেওঁক সশব্দে লক্ষ্য কৰি অহা শক্তিশেলৰ বিষয়ে কেমিল্লাই একো গম পোৱা নাছিল। বৰ্শাৰ ফলক তেওঁৰ অনাবৃত বক্ষত প্ৰবিষ্ট হ'ল। গভীৰ আৰু ৰক্তাক্ত ক্ষতৰ সৃষ্টি কৰি সেই মাৰাত্মক অস্ত্ৰ তাতে দৃঢ়ভাৱে লাগি থাকিল। তেওঁৰ সঙ্গীসকলে সভয়ে সমবেত হৈ বীৰাঙ্গনাগৰাকীক দাঙি ধৰিলে।

অতিশয় বিচলিত হৈ আবাসে পলায়ন কৰিলে, কাৰণ তেওঁৰ আনন্দ আতঙ্কত পৰিণত হৈছিল। নিজৰ বৰ্শাৰ প্ৰতি তেওঁৰ আস্থা হেৰাই গ'ল আৰু কুমাৰীৰ অস্ত্ৰৰ সন্মুখীন হ'বলৈয়ো তেওঁ সাহস কৰিব নোৱাৰিলে। কৈতিয়াবা খাঠি-জোং লৈ খেদি যোৱাৰ আগতেই বাঘ এটাই ভেড়াৰখীয়া বা ষাড়গৰু এটা মাৰি দুৰ্গম পাহাৰ বা অটব্য অৰণ্যত আশ্ৰয় লয়গৈ। নহ'বা-নিচিন্তাকৈ কৰা কামটোৰ বিষয়ে সম্পূৰ্ণ সজাগ হয় আৰু পিছ ঠেঙৰ মাজত সুমুৱাই থোৱা নেজডালৰ কঁপি থকা আগটোৰে পেটত কোবাই সি হাবিৰ ফালে লৰ মাৰে। এনে এটা বাঘৰ দৰেই আবাসে এৰিয়া উদ্ভ্ৰান্তভাৱে সেই ঠাইৰ পৰা আঁতৰি গৈ সৈন্য দলৰ মাজত মিলি গ'ল। কেনেকৈ পৰিত্ৰাণ পাব পাৰি তেওঁ তাকেহে চিন্তা কৰিছিল। অন্তিম কালত কেমিল্লাই এখন হাতেৰে বৰ্শাপাট আঁজুৰি উলিয়াবলৈ চেষ্টা কৰিছিল। কিন্তু লোহাৰ জোংটো কাষিহাড় ভেদ কৰি ভিতৰ সোমাই লাগি ধৰিছিল। ৰক্তপাতৰ ফলত তেওঁ মাটিত ঢলি পৰিল। তেওঁৰ চকুহাল চেলা পৰি গ'ল আৰু তেওঁৰ নাভিশ্বাস আৰম্ভ হ'ল। তেওঁৰ মুখখনিৰ পৰা গোলাপী আভাই বিদায় ল'লে। শেষ নিশ্বাস ত্যাগ কৰাৰ আগে আগে তেওঁৰ সৈতে সমান বয়সৰ, অতি বিশ্বস্ত সঙ্গিনী আৰু সকলো গোপন কথাৰ সমভাগিনী আক্কাক মাত লগাই ক'লে, "আক্কা ভনীটি মোৰ, মোৰ মৰণৰ সময় উপস্থিত। এই ক্ষতে মোক দাৰুণ কষ্ট দিছে। মই চকুৰে ধোৱা-কোঁৱা দেখিছো। তুমি ইয়াৰ পৰা বেগেতে পলাই যোৱা। মোৰ এই বাৰ্তা স্বয়ং টাৰ্ণাছক দিবাগৈ। তেওঁ যুদ্ধলৈ আহি ট্ৰজানবিলাকক নগৰৰ পৰা খেদি দিয়ক। বিদায় ভনীটি, বিদায়।" এইদৰে কৈ থাকোতেই তেওঁৰ হাতৰ পৰা বাঘজৰি এৰাই গ'ল; তেওঁৰ নিস্তেজ আৰু নিঃসহায় দেহ মাটিত বাগৰি পৰিল। শীতল শৰীৰৰ পৰা প্ৰাণবায়ু বাহিৰ হ'ল। মৃত্যুৱে তেওঁক পৰাভূত কৰিলে আৰু শিৰ আৰু গ্ৰীৱা নিষ্ক্ৰিয়ভাৱে ভূমিত লুণ্ঠিত হ'ল আৰু অস্ত্ৰ-শস্ত্ৰ খহি পৰিল। তেওঁৰ ক্ৰন্দসী আত্মাই অতিশয় ক্ষোভেৰে প্ৰেতপুৰীলৈ প্ৰস্থান কৰিলে। তেওঁৰ মৃত্যুত তুমুল কোলাহলে নক্ষত্ৰখচিত নভোমণ্ডল নিনাদিত কৰিলে। কেমিল্লা অশ্বচ্যুত হোৱাৰ পিছৰ পৰা যুদ্ধই কৰাল মূৰ্তি ধাৰণ কৰিলে; ট্ৰজান, ইট্ৰুস্কান আৰু আৰ্কেডিয়ান সেনানীয়ে

সুবিন্যস্তভাৱে আক্ৰমণ চলালে।

ইতিমধ্যে ডায়েনাৰ দূতী অপিছে পৰ্বত-শিখৰৰ পৰা অবিচলিতভাৱে ভালেমানপৰ যুদ্ধখনৰ গতিগোত্ৰ লক্ষ্য কৰি আছিল। ৰণোন্মত্ত সৈন্যৰ ৰণ-হুঙ্কাৰৰ মাজত তেওঁ দূৰৰ পৰাই কেমিল্লাৰ পতন দেখা পাইছিল। তেওঁ এটা হুমুনিয়াহ পেলালে। গভীৰ আৰু মৰ্মান্তিক শোকত অভিভূত হৈ তেওঁ বিলাপ কৰিলে, "হায় কুমাৰী, যুদ্ধত ট্ৰজানবিলাকৰ সন্মুখীন হৈ তুমি অতি নিদাৰুণভাৱে নিজৰ প্ৰাণ বিসৰ্জন দিলা। অটব্য আৰু নিৰ্জন অৰণ্যত তুমি ডায়েনাক পূজা কৰিছিলা, তেওঁৰ প্ৰতীক স্বৰূপ ধনু-শৰ ধাৰণ কৰিছিলা; কিন্তু সকলো অথলে গ'ল। তথাপি দেৱীয়ে তোমাক অসম্মানজনক মৃত্যুলৈ ঠেলি দিয়া নাই। তোমাৰ দেহত্যাগৰ কাহিনী পৃথিৱীৰ সকলো দেশতে জনাজাত হৈ পৰিব। আৰু শেষ পৰিণামৰ কাৰণে যি দায়ী তেওঁ সমুচিত শাস্তি ভোগ কৰিব। তোমাৰ পবিত্ৰ দেহ যিজনে ক্ষত-বিক্ষত কৰিলে, তেওঁ নিজৰ প্ৰাণেৰে তাৰ প্ৰায়শ্চিত্ত কৰিব লাগিব।" সেই পৰ্বতটোৰ নামনিত এটা মাটিৰ টিলা আছিল। আচলতে এই টিলাটো আছিল ডাচেনাছ নামে লৰেণ্টাইন ৰজা এজনৰ মৈদাম। তৰপে তৰপে মাটি দি এই মৈদাম বন্ধা হৈছিল। সৰল গছৰ হাবি এখনৰ মাজত ই লুকাই আছিল। দীপলিপ দেৱীগৰাকী দ্ৰুত গতিৰে তালৈ নামি আহিল। মৈদামৰ ওপৰত থিয় হৈ তেওঁ আবাসক বিচাৰি দৃষ্টিপাত কৰিলে আৰু অৱশেষত চমৎকাৰ বম কৰচেৰে সজ্জিত হৈ গপত ওফন্দি থকা যোদ্ধাজন তেওঁৰ দৃষ্টিগোচৰ হ'ল। দেৱীয়ে তেওঁক সম্বোধন কৰি ক'লে, "কোনফালে জাব খুজিছা? এইফালে, এইফালে আহি থকা। ইয়াতে তুমি মৰিব লাগিব আৰু এইদৰেই কেমিল্লাৰ ঋণ তুমি পৰিশোধ কৰিব লাগিব। কিন্তু তোমাৰ নিচিনা নীচ প্ৰাণী এটাক স্বয়ং ডায়েনাৰ অস্ত্ৰেৰে বধ কৰিবলগীয়া হোৱাটোহে দুখৰ কথা।" থেচীয়ান দেৱীগৰাকীয়ে এইদৰেই কৈছিল। তেওঁ পাখিলগা কাঁড় এপাট সোণালী টোপৰ পৰা উলিয়াই ল'লে। অব্যৰ্থভাৱে লক্ষ্য স্থিৰ কৰি তেওঁ ধনুগুৰ্ণ আকৰ্ষণ কৰিলে। ধনুখন প্ৰবল শক্তিৰে ভিৰাই লওঁতে তেওঁৰ বাওঁহাতখন জোংটোৰ ওচৰ চাপি-

ছিল আৰু সোঁহাত নিজৰ বুকুত লাগিছিল। ঠিক সেই মুহূৰ্ত্তেই আৰাকে তীব্ৰগতিৰে বতাহ ফালি অহা শৰৰ শব্দ শুনিবলৈ পাইছিল, আৰু চকুৰ নিমিষতে সেই বাণ তেওঁৰ বুকুত বিদ্ধ হ'ল। সঙ্গীসকলে তেওঁক অৱহেলা কৰি এৰি থৈ গ'ল। সমতলৰ সেই আওহতীয়া অংশত, ধূলি-বালিৰ মাজত তেওঁ যন্ত্ৰণাত ছাটি-ফুটি কৰি প্ৰাণ ত্যাগ কৰিলে। অপিছ অলিম্পাছলৈ উভতি গ'ল।

কেমিল্লাৰ পতনৰ পিছত তেওঁৰ নিজৰ বাহিনীটোৱেই প্ৰথমে পলায়ন কৰিলে। সম্পূৰ্ণ ছেদেলি-ভেদেদি হৈ ৰুটুলীয়ানবিলাকো পিছ হুঁহকি গ'ল। পৰাক্ৰমী আটিনাছেও সেই পথকে অনুসৰণ কৰিলে। সৈন্য-বাহিনীৰ দ্বাৰা পৰিত্যক্ত হৈ সেনাপতিসকলে আৰু সেনাপতি বিহীন সৈন্যসকলেও নিৰাপত্তাৰ কাৰণে প্ৰাচীৰৰ ভিতৰলৈ ততালিকে উভতি গ'ল। হাতত মাৰণাস্ত্ৰ লৈ দুৰ্জয় গতিৰে অনুধাবন কৰা ট্ৰজানবিলাকক প্ৰতিহত কৰিবলৈ তেওঁলোকৰ শক্তি নাছিল। শত্ৰুৰ বিৰুদ্ধে অস্ত্ৰধাৰণ কৰিবলৈ তেওঁলোক অপাৰগ হৈছিল। ঢিলা হৈ পৰা ধনুবিলাক তেওঁলোকে দুৰ্বল কান্ধত আঁৰি লৈছিল। ঘোঁৰাৰ খুৰাৰ আঘাতত ৰণাঙ্গন কম্পমান হৈছিল। ক'লীয়া ডাৱৰৰ দৰে ধূলিয়ে নগৰ প্ৰাচীৰ ঢাকি ধৰিছিল। পুৰাঙ্গনাসকলে দুৰ্গৰ চূড়াৰ পৰা সকলো দেখা পাই হিয়া ভুকুৱাই বিননিৰ ৰোল তুলিছিল। পৰাজিত সৈন্যৰ প্ৰথম দলটো প্ৰৱেশ কৰোঁতে নগৰৰ দুৱাৰ মুকলি হৈ আছিল। কিন্তু শত্ৰু সৈন্যই খেদি আহি একেবাৰে ওচৰ চাপিছিল আৰু পলাতকসকলৰ লগত মিহলি হৈ পৰিছিল। এই সৈন্যসকল আছিল অতি দুৰ্ভগীয়া। নিজৰ নগৰখনৰ দুৱাৰমুখত, প্ৰাচীৰৰ অতি ওচৰত আৰু নিজৰ ঘৰ-দুৱাৰৰ একেবাৰে কাষতেই শত্ৰুৱে, তেওঁলোকক হত্যা কৰিছিল। এনেতে নগৰৰ দুৱাৰ বন্ধ কৰি দিয়া হ'ল। কাৰণ শত্ৰুও লগতে ভিতৰলৈ সোমাই আহিব পাৰে বুলি আশঙ্কা কৰি নগৰৰক্ষীসকলে, নিজৰ পক্ষৰ লোককো বাহিৰতে থাকিবলৈ বাধ্য কৰিলে। বাহিৰৰ পৰা তেওঁলোকে কৰুণভাৱে কাকুতি মিনতি কৰিছিল। কিন্তু কোনেও তালৈ কৰ্ণপাত নকৰিলে। যিসকলে

প্ৰৱেশ-পথ ৰক্ষা কৰিবৰ কাৰণে প্ৰস্তুত হৈ অস্ত্ৰ-ধাৰণ কৰিছিল তেওঁ-লোকক অতি নৃশংসভাৱে বধ কৰা হৈছিল। নিজৰ শোকাতুৰ পিতৃ-মাতৃৰ চকুৰ আগতে বাহিৰত ওলাই থাকিবলগীয়া হোৱা কিছুমান সেনা ঠেলা-হেঁচাত গড়খাৱৈত পৰিছিল, কিছুমানে ধোঁৱাৰে সৈতে দুৱাৰৰ খুঁটাত খুন্দা মাৰিছিল। কিন্তু দুৱাৰবিলাকে অলৰ অচৰভাৱে তেওঁলোকৰ পথ ৰুদ্ধ কৰি ৰাখিছিল। এতিয়া প্ৰাচীৰৰ ওপৰৰ পৰা ৰমণীসকলেও দেশপ্ৰেমেৰে অনুপ্ৰাণিত হৈ কেমিল্লাৰ আদৰ্শ অনুসৰণ কৰি, শত্ৰুক লক্ষ্য কৰি অস্ত্ৰ-বৰ্ষণ কৰিছিল। তেওঁলোকৰ হাতত বৰ্শাৰ পৰিবৰ্তে আছিল এক কাঠৰ কঠিন গদা আৰু জুইত পুৰি জোঙা কৰা যাঠি। প্ৰাচীৰ ৰক্ষাৰ কাৰণে তেওঁলোকে নিজৰ প্ৰাণ আহুতি দিবলৈয়ো প্ৰস্তুত হৈছিল।

ইতিমধ্যে টাৰ্ণাছে হাবিৰ মাজতে দুঃসংবাদটো শুনিবলৈ পালে। তেওঁ অস্থিৰ হৈ পৰিল। আৰুকাই এই মহা সংকটৰ বাতৰি জনাই ভলছিয়ান বাহিনীৰ বিনাশ আৰু কেমিল্লাৰ পতনৰ কাহিনী তেওঁৰ আগত বিবৃত কৰিলে। শত্ৰুৱে বিজয় গৰ্বেৰে নগৰ আক্ৰমণ কৰিবলৈ অগ্ৰসৰ হোৱা আৰু নাগৰিকসকলৰ মাজত আতঙ্কৰ সৃষ্টি হোৱাৰ কথাও তেওঁ উল্লেখ কৰিলে। তৰুণ ৰাজকুমাৰজন অতিশয় ব্যথিত হ'ল। জুপিটাৰৰ নিৰ্মম আৰু কঠোৰ আদেশ শিৰোধাৰ্য কৰি তেওঁ পাহাৰৰ পৰা নামি আহিল আৰু অগাধ অৰণ্যৰ ক্ৰমাবন অঞ্চলেদি যাবলৈ ধৰিলে। তেওঁ ভৈয়ামত ভৰি দি চকুৰ আঁৰ হোৱাৰ প্ৰায় লগে লগেই ট্ৰয়ৰ সেনাপতি ইনিয়াছ সেই অৰক্ষিত গিৰি-সঙ্কটত উপ-স্থিত হ'লহি। তেওঁ পৰ্বত লঙ্ঘন কৰি, বনাঞ্চলৰ অন্ধকাৰৰ পৰা নিষ্ক্ৰান্ত হ'ল। এতিয়া দুয়োজন অধিনায়কেই দ্ৰুতগতিৰে নগৰ প্ৰাচীৰৰ ফালে যাবলৈ ধৰিলে। দুয়োজনৰ লগতেই আছিল নিজৰ সৈন্য-বাহিনী আৰু তেওঁলোকৰ মাজৰ ব্যৱধান আছিল অতি সামান্য। ধূলিৰে ধুৱলি-কুঁৱলি হৈ থকা সমতল অঞ্চলত এতিয়া ইনিয়াছে লৰেণ্টাই সৈন্যসকলক শাৰী পাতি যোৱা দেখিবলৈ পালে। একে সময়তে টাৰ্ণ-

হেও ঘোঁৰাৰ খুৰাৰ ধ্বনি আৰু হ্রেষাৰৱৰ পৰা ইনিয়াছৰ উপস্থিতিৰ আৰু আসন্ন যুদ্ধৰ বিষয়ে জানিব পাৰিলে। তেতিয়া বাওলী বেলি লাহে লাহে মাৰ গৈছিল আৰু তেওঁৰ ক্লান্ত তুৰঙ্গই পশ্চিম সমুদ্ৰত অব-গাহন কৰিছিল। দিনান্তৰ সূচনা কৰি সন্ধ্যা নামি আহিছিল আৰু সেয়েহে দুয়ো পক্ষ ভয়াবহ সংগ্ৰামৰ পৰা বিৰত হৈছিল। সৈন্য-বাহিনী দুটাই এতিয়া নগৰৰ সন্মুখত ছাউনী পাতিলে আৰু চাৰিওফালে গোঁজ পুতি হেঙাৰ মাৰি শিবিৰ সুৰক্ষিত কৰিলে।

# বাৰ

## টাৰ্ণাছৰ মৃত্যু

টাৰ্ণাছৰ বুজিবলৈ বাকী নাথাকিল যে ৰণদেৱতাৰ দাৰুণ বিদ্বেষৰ ফলত লাটিনসকল নিশকটীয়া হৈ পৰিল। তেৱেঁই এতিয়া সকলোৰে লক্ষ্য হৈছিল আৰু পূৰ্বে ঘোষণা কৰা মতে এতিয়া তেৱেঁই বিজয় প্ৰতিশ্ৰুতি ৰক্ষা কৰাটো সকলোৱে বিচাৰিছিল। যুদ্ধৰ কাৰণে তেওঁৰ অন্তৰ অদমনীয় স্পৃহাৰে পৰিপূৰ্ণ হৈছিল। তেওঁৰ বুকুত দপ্ দপ্ কৰে জ্বলিছিল একুৰা জুই আৰু তাৰ কাৰণে কোনো ইন্ধনৰ প্ৰয়োজন নাছিল। আফ্ৰিকাৰ মৰুভূমিত, চিকাৰীৰ অস্ত্ৰাঘাতত আহত হোৱা সিংহ এটাই অৱশেষত যুদ্ধত জঁপ দিয়ে। গ্ৰীৱাৰ সুপ্ৰচুৰ কেশৰৰাশি আনন্দেৰে আন্দোলিত কৰি সি পঞ্জৰত বিদ্ধ হৈ থকা বৰ্শা নিৰ্ভীকভাৱে কামুৰি উলিয়ায়। ৰক্তাক্ত মুখ বিদীৰ্ণ-কৰি সি গুজৰি উঠে। ঠিক সেইদৰে প্ৰবল উত্তেজনাত তেওঁৰ মস্তিষ্ক উত্তেজিত হৈছিল আৰু তেওঁৰ প্ৰচণ্ড ক্ৰোধ বাধাহীনভাৱে বাঢ়ি গৈছিল। দাৰুণ অন্তৰ্দ্বন্দ্বত অভিভূত হৈ তেওঁ ৰজাক সম্বোধন কৰি ক'লে, "মই টাৰ্ণাছ, মই কাৰো প্ৰতিবন্ধক হ'ব খোজা নাই। যিবিলাক কাপুৰুষৰ দলে আনুগত্য স্বীকাৰ কৰিবলৈ ইচ্ছা কৰে, সিহঁতে যুদ্ধৰ সামৰণি মাৰি সন্ধি-স্থাপন নকৰাৰ কোনো কাৰণ নাই। কিন্তু মোৰ সন্মুখত আছে যুদ্ধ, মাথোঁ যুদ্ধ। হে মহাৰাজ, হে পিতা, শান্তি প্ৰতিষ্ঠাৰ কাৰণে আপুনি বিধি সন্মতভাৱে আয়োজন কৰক। তোমালোক লাটিনবিলাকে হাত সাবটি চাই থাকোতেই মই দক্ষিণ বাহুৰে, এচিয়াৰ পৰা পলাই অহা সেই ডাৰ্ডান-টোক টাৰ্টাৰাছৰ গভীৰতালৈ প্ৰেৰণ কৰিম। আমি আজি যি অপযশত জড়িত হৈছো, সেই অপযশ মই অপসাৰিত কৰিম এই শাণিত অসিৰে। যদি সেয়ে নহয়, তেন্তে সি আমাক পৰাভূত কৰি কুমাৰী লাভিনীয়াৰ পাণি-গ্ৰহণ কৰক।"

বুকুত উথলি উঠা সকলো আবেগ দমন কৰি লাটিনাছে টাৰ্ণাছৰ কথাৰ

উত্তৰ দিলে, "হে অসম সাহসী, তৰুণ ৰাজকুমাৰ, তুমি নিজৰ বাহুবল যিমানেই ৰখানিছা, মই সিমানেই চিন্তিত হৈ পৰিছো। নিৰপেক্ষভাৱে বিচাৰ কৰি মই উপলব্ধি কৰিব পাৰিছো, এতিয়া আমি ভয়ঙ্কৰ বিপদৰ সন্মুখীন হৈছো আৰু তাৰ বাবে আমি গভীৰভাৱে আলোচনা কৰা উচিত। প্ৰতিটো বিষ্ট আমি ভালকৈ চালি-জাৰি চাব লাগিব। তুমি আজি পিতাৰ ডনাছৰ পৰা এখন ৰাজ্য লাভ কৰিছা নিজ পৰাক্ৰমেৰে তুমি অনেক নগৰো অধিকাৰ কৰিব পাৰিছা। তদুপৰি মোৰ, ৰজা লাটিনাছৰ অপাৰ সম্পদ আছে আৰু আছে এটা উদাৰ মন। লাটিয়াম ৰাজ্যত সম্ভ্ৰান্ত বংশৰ অবিবাহিতা কন্যাৰ অভাৱ হোৱা নাই, সেইকাৰণে খোলাখুলিকৈ তোমাক কেইআষাৰমান কথা ক'ব খুজিছো। তাকে প্ৰকাশ কৰোতে মই মনত বৰ কষ্ট পাব পাৰো; তুমি মোৰ কথাৰ তাৎপৰ্য যথাযথভাৱে গ্ৰহণ কৰিবলৈ চেষ্টা কৰিবা। পূৰ্বৰ কোনো পাণি-প্ৰাৰ্থীলৈ মই মোৰ ছোৱালী-জনীক বিয়া দিব নোৱাৰোঁ। যদি দিওঁ তেন্তে মোক পাপে চুব। দৈৱিক বা মানৱীয়, সকলোবিলাক ভৱিষ্যৎ-বাণীয়েই মোক নিষেধ কৰিছে। কিন্তু তথাপি তোমাৰ মৰমত, আমাৰ আত্মীয়তাৰ খাতিৰত, ৰাণীৰ শোক আৰু চকুলো দেখি বিচলিত হৈ মই সকলো নিষেধ নেওচা দি, বাগদত্তা কন্যাক ভাবী স্বামীৰ কাষৰ পৰা আঁতৰাই আনিলো, অতি অন্যায়ভাৱে যুদ্ধ ঘোষণা কৰিলোঁ। তেতিয়াৰ পৰা সামৰিক বিপৰ্যয়ে আমাক কেনেকৈ জৰ্জৰিত কৰি আছে সেয়া তুমি নিজ চকুৰেই দেখিছা। টাৰ্ণাছ, তুমি নিজেও কিমান বিপদবিঘিনি আকোৱালি ল'ব লগা হৈছে সেই কথাও তোমাৰ অজ্ঞাত নহয়। আমি দুখন ডাঙৰ যুদ্ধত পৰাজয় বৰণ কৰিলো। ইটালীৰ ভৱিষ্যতৰ বিষয়ে মই আশাৰ ক্ষীণ ৰেঙণি এটাও দেখিবলৈ পোৱা নাই। আনকি আমাৰ নগৰখনৰ অৱস্থাও ভয়ৈৰচ। আমাৰেই তেজেৰে টাইবাৰ আজিয়ো উত্তপ্ত। আমাৰ সমতল অঞ্চল আজি আমাৰ হাঁড়েৰে বগা হৈ পৰিছে। একেটা কথাকে মই বাৰে বাৰে কিয় ক'ব লাগিছে? আৰু মই উন্মাদৰ দৰে কিয় মোৰ মত বাৰে বাৰে সলনি কৰি আছো? টাৰ্ণাছে প্ৰথমেই মৃত্যু বৰণ কৰা হ'লে মই ট্ৰজানসকলক মিত্ৰৰূপে গ্ৰহণ কৰিবলৈ প্ৰস্তুত হ'লোহয়। যদি সেয়ে হয়, তেন্তে টাৰ্ণাছ জীয়াই থাকোতেই মই অশান্তিৰ ওৰ নেপেলাওঁ কিয়?

তোমাৰ জ্ঞাতি কটুলীয়ানবিলাকৰ মতামত কি? সমগ্ৰ ইটালীবেইবা সিদ্ধান্ত কেনে ধৰণৰ হ'ব? ঈশ্বৰে নকৰক, মোৰ ছোৱালীজনীক বিয়া কৰাই আমাৰ ঘৰখনৰ লগত বৈবাহিক সম্পৰ্ক স্থাপন কৰিবলৈ আগ্ৰহ কৰাৰ কাৰণেই মই তোমাক নিশ্চিত মৰণৰ মুখলৈ পঠিয়াই দিয়াটো যদি প্ৰমাণিত হয়! যুদ্ধৰ গতি পৰিৱৰ্তনশীল। সেই কথা চিন্তা কৰি চাবা। বৃদ্ধ পিতাৰৰ কাৰণেও তোমাৰ অন্তৰত অলপ মমতা থকা উচিত। সুদূৰ আৰ্ডিয়াত থাকি আজি তেওঁ দিহিঙে দিপাঙে ঘূৰি ফুৰা পুত্ৰেকৰ কাৰণে দুখ-বেজাৰ কৰি আছে।"

কিন্তু ৰজাৰ কথাত টাৰ্ণাছৰ ভয়ানক সঙ্কল্পৰ কিঞ্চিতো পৰিৱৰ্তন নঘটিল। বৰং তেওঁৰ খং এতিয়া আৰু চৰিলহে। ঔষধৰ প্ৰভাৱত ৰোগৰ লক্ষণবোৰ বেছি প্ৰকট হৈ পৰিল। নিজকে সংযত কৰি তেওঁ কোনোমতে ক'লে, "মহাৰাজ, মই আপোনাক মিনতি কৰি কৈছো, মোৰ কাৰণে আপুনি ইমান চিন্তা কৰিব নালাগে। সসন্মানে মৃত্যু-বৰণ কৰাই মোৰ একমাত্ৰ উদ্দেশ্য। আনৰ দৰেময়ো অস্ত্ৰ-সন্ধান কৰিব পাৰো। মোৰ অস্ত্ৰৰ আঘাততো ৰক্তপাতৰ ফলত আনৰ প্ৰাণবায়ু বাহিৰ হয়। তেওঁৰ মাক দেৱী হ'ব পাৰে কিন্তু সেইবুলি তেওঁ পুত্ৰেকক কুঁৱলিৰে আবৰি ধৰি পলাই যাবলৈ নিশ্চয় সহায় নকৰে—অৱশ্যে এইবিলাক কৌশলত নাৰীজাতি নিপুণ। আৰু তেওঁ আন্ধাৰত লুকাই থাকিলেও মোৰ পৰা পৰিত্ৰাণ নাপায়।"

কিন্তু পুনৰ এখন যুদ্ধ হোৱাৰ আশঙ্কাত ৰাণী আতঙ্কিতা হ'ল। সজল নয়নেৰে আৰু অন্তিম কালত উপনীত হোৱা মানুহৰ দৰে জীয়েকৰ এই দুৰ্দান্ত পাণি-প্ৰাৰ্থীজনক আঁকোৱালি ধৰি ক'লে, "টাৰ্ণাছ, মই তোমাক কাকুতি কৰিছো, মোৰ চকুলো তাৰ সাক্ষী, যদি আমাতাৰ প্ৰতি তোমাৰ অন্তৰত অকণমান শ্ৰদ্ধাও আছে, তেন্তে তাৰ দোহাই দিয়ে তোমাক কওঁ, তুমিয়েই মোৰ একমাত্ৰ আশা-ভৰসাৰ স্থল। মোৰ জীৱনৰ এই সন্ধিয়া পৰত, মোৰ এই দুখৰ দিনত, তুমিয়ে মোৰ একমাত্ৰ আশ্ৰয়। ৰজা লাটিনাছৰ ৰাজকীয় শক্তি এতিয়া তোমাৰ ওপৰতে ন্যস্ত। কাৰণ আমাৰ ঘৰখনৰ অৱস্থা এতিয়া অতি অনিশ্চিত আৰু তোমাৰ সাহায্যৰ ওপৰতে

সকলো নির্ভৰ কৰিছে। তোমাৰ ওচৰত মোৰ এয়ে প্ৰাৰ্থনা—ট্ৰজানবিলাকৰ লগত ওচৰৰ পৰা যুদ্ধ নকৰিবা। যুদ্ধত তোমাৰ যি দশা হয় আমাৰো সেই একে দশা হ'ব। যদি তুমি মৃত্যুৰ মুখত পৰা, তেন্তে ময়ো এই পৃথিৱীৰ পৰা চিৰবিদায় ল'ম। বন্দিনীৰ দৰে ইনিয়াছক পুত্ৰ বুলি গ্ৰহণ কৰিবলৈ মই জীয়াই নাথাকো।"

মাকৰ এই আকুল কাকুতি লাভিনীয়াই শুনিবলৈ পালে। তেওঁৰ মুখ মণ্ডল উত্তপ্ত হৈ পৰিছিল আৰু উত্তেজনাত ৰঙা পৰা গাল দুখনৰ ওপৰেদি চকুপানী বৈ গৈছিল। শিল্পী এজনে ভাৰতীয় হাতী-দাঁত ৰঙা ৰঙেৰে বোলালে, নতুবা শ্বেত পদ্মৰ শুভ্ৰতা আৰু অজস্ৰ গোলাপৰ ৰক্তিম জেউতি সম্মিলিতভাৱে প্ৰতিফলিত হ'লে যেনে এটি বিনন্দীয়া বৰ-ণৰ সৃষ্টি হয়, এতিয়া ৰাজকুমাৰীৰ মুখখনিত তেনে এটি অপূৰ্বণীয়া আভা বিৰাজ কৰিছিল। প্ৰেমত বিহ্বল হৈ টাৰ্ণাছে তেওঁক মুগ্ধ দৃষ্টিৰে অৱলোকন কৰিছিল; যিমানেই চাইছিল সিমানেই তেওঁৰ ৰণলিপ্সা জাগি উঠিছিল। তেওঁ চমুকৈ আমাতাক উত্তৰ দিলে, "হে জননী, মই আপোনাক মিনতি কৰি কৈছো, মোৰ যুদ্ধ-যাত্ৰাৰ সময়ত চকুৰ পানীৰে অমঙ্গল সূচনা নকৰিব। মৃত্যুৰ মুখৰ পৰা আঁতৰি থাকিবলৈ টাৰ্ণাছৰ স্বাধীনতা নাই। শুনা ইড্‌মন, মোৰ দূত হিচাপে তুমি ফ্ৰিজীয়াৰ সামন্তজনক এই বাৰ্তা দিয়াগৈ, মই জানো মোৰ কথা শুনি তেওঁ সন্তোষ নাপায়। কালিলৈ অৰুণোদয়ৰ হেঙুলীয়া বোলে যেতিয়া আকাশত ৰঙণ চৰাব, তেতিয়া তেওঁ ৰুটুলীয়ানবিলাকৰ লগত যুদ্ধ কৰিবলৈ ট্ৰজান সৈন্য প্ৰেৰণ কৰাৰ প্ৰয়োজন নাই। দুয়ো পক্ষৰ সৈন্যই তেতিয়া জিৰণি ল'ব। আমি দুয়ো মাত্ৰ যুদ্ধ কৰিম আৰু তাৰ পৰাই আমি এটা চৰম মীমাংসাত উপনীত হ'ব পাৰিম। লাভিনীয়াৰ বৰণমাল্য কোনে লাভ কৰিব, তাৰ সিদ্ধান্তও তেতিয়াহে হ'ব।"

এই বুলি কৈ তেওঁ শীঘ্ৰে প্ৰাসাদত প্ৰবেশ কৰিলে। তেওঁ ঘোঁৰাবিলাক আনিবলৈ আদেশ দিলে। তেতিয়া সিহঁতে উত্তেজনাত অস্থিৰ হৈ আছিল। টাৰ্ণাছে আনন্দ মনেৰে সিহঁতক চালে। স্বয়ং অৰিথিয়াই এই ঘোঁৰাকেইটা পিলুমনাছক উপহাৰ দিছিল। সিহঁত

আছিল তেওঁৰ বহুমূলীয়া সম্পত্তি। কাৰণ সিহঁতৰ বৰণ আছিল বক-কতকৈয়ো বেছি বগা আৰু সিহঁতে গতিবেগত বতাহকো চেৰ পেলাব পাৰিছিল। সাৰথিসকলে হাতৰ তলুৱাৰে সিহঁতৰ গাত থপৰিয়াইছিল আৰু তিতিত অবিন্যস্তভাবে পৰি থকা কেশৰবিলাক আঁচুৰি দিছিল। ঘোঁৰাবিলাক তেতিয়া বেছি তত্পৰ হৈ পৰিছিল। তেনেকুৱাতে টার্ণাছে সোণ আৰু সোণ-মিহলি ব্ৰঞ্জেৰে নির্মিত কঠিন বৰ্ম পৰিধান কৰিলে। তৰোৱাল কঁকালত বান্ধি লৈ হাতত ঢাল ধাৰণ কৰিলে। ৰঙা পাখি লগোৱা শিৰস্ত্ৰাণ তেওঁৰ মস্তকত শোভিত হ'ল। আগ্নেয় অস্ত্ৰৰ অধিকাৰী দেৱতাজনে তৰোৱালখন টাৰ্ণাছৰ পিতৃ ডনাছৰ কাৰণে তৈয়াৰ কৰিছিল। বৈতৰণীৰ পানীত জুবুৰিয়াই তেওঁ তপত তৰোৱাল-খন চেঁচা কৰিছিল। ইয়াৰ পিছত টাৰ্ণাছে দৃঢ়মুষ্টিৰে প্ৰকাণ্ড বৰ্শাপাট হাতত ল'লে। বৰ্শাপাত হাত দিলেই পোৱাকৈ খুঁটা এটাও আঁউজাই থোৱা আছিল। এই বৰ্শা তেওঁ আৰাঙ্কান যোদ্ধা একটৰৰ পৰা হস্তগত কৰিছিল। শেলপাট হাতেৰে জোঁকাৰি টাৰ্ণাছে চিঞৰি চিঞৰি ক'লে, "বৰ্শা, তই মোক কোনো কালে প্ৰতাৰণা কৰা নাই। এতিয়া সময় হৈছে। বীৰ একটৰে এসময়ত ধাৰণা কৰিছিল। আৰু এতিয়া তই টাৰ্ণাছৰ হাতত। সেই ফ্ৰিজীয়াৰ কাপুৰুষটোৰ বক্ষ যাতে বিদীৰ্ণ কৰিব পাৰো তাৰ বাবে তই মোক সহায় কৰিবি। তাৰ তৈলশক্তি, কুঞ্চিত কেশদাম যেন ভূমিত লুণ্ঠিত হয়।" উন্মাদনাত তেওঁ চঞ্চল হৈ পৰিছিল। তেওঁৰ চকুত জুই জ্বলিছিল। তেওঁৰ অন্তৰৰ উত্তাপ মুখমণ্ডলত উদ্ভাসিত হৈ সৰ্বগ্ৰাসী হুতাশনৰ ৰূপ ধৰিছিল। যুদ্ধৰ আগতে দাৰুণ ক্ৰোধত গছৰ গুৰিত শিং হানি, আক্ৰমণৰ কাৰণে দুৰন্ত গতিত ধূলি উৰুৱাই আগ বাঢ়ি যোৱা ষাঁড় গৰু এটাৰ দৰে টাৰ্ণাছেও দুৰ্দান্ত ৰূপ ধাৰণ কৰিছিল।

ইতিমধ্যে যুদ্ধৰ সামৰণি মাৰিবৰ বাবে উত্থাপিত হোৱা এই নতুন প্ৰস্তাৱ পাই ইনিয়াছ আনন্দিত হৈছিল। ভয়ঙ্কৰ মূৰ্তি ধৰি তেওঁ মাতৃ-দত্ত বৰ্ম-কৱচ পৰিধান কৰিছিল আৰু টাৰ্ণাছৰ দৰেই তেওঁ প্ৰচণ্ড সাহস আৰু অদম্য ক্ৰোধ তীব্ৰতৰ কৰি তুলিছিল। তেওঁ গভীৰ আত্মবিশ্বাসেৰে সঙ্গীসকলক সম্বোধন কৰিছিল, শঙ্কিত আৰু ব্যথিত ইউলাছক সান্ত্বনা

দিছিল। এই ঘটনাবিলাকত দৈৱৰ প্ৰভাৱ আছে বুলি তেওঁ সকলোকে কৈছিল। তাৰ পিছত তেওঁ নিজৰ সঙ্কল্প আৰু শান্তিৰ চৰ্তবিলাক বজা লাটিনাছৰ আগত ব্যক্ত কৰিবলৈ দূত পঠাইছিল।

পিছদিনা উষাদেৱীয়ে হেঙুলী পৰশেৰে পৰ্বত শিখৰবিলাক আলোকিত কৰাৰ সময়তে, আৰু সূৰ্যদেৱতাৰ ৰথৰ ঘোঁৰাই সমুদ্ৰ গৰ্ভৰ পৰা ওলাই আহি উদ্যত নাসিকাৰ পৰা কিৰণ মালা বিকিৰিত কৰাৰ পৰতে, ৰুটুলীয়ান আৰু ট্ৰজান সেনাপতিসকলে মহানগৰীৰ প্ৰাচীৰৰ নিচেই কাষতে দ্বৈৰথ যুদ্ধৰ কাৰণে স্থান নিৰ্বাচন কৰিলে। এই ঠাইৰ ঠিক মাজতে দুয়ো পক্ষৰে ইষ্ট দেৱতাসকলৰ কাৰণে যজ্ঞকুণ্ড আৰু তৃণবেদী নিৰ্মাণ কৰা হৈছিল। যাজকসকলে দীৰ্ঘ বসন পৰিধান কৰি আৰু পবিত্ৰ পৰ্ণমালা শিৰত লৈ, জুই আৰু পানী আনিছিল। ইটালীয়ান সৈন্যবাহিনী সুসংহতভাৱে জনাকীৰ্ণ নগৰদ্বাৰৰ পৰা নিষ্ক্ৰান্ত হৈছিল। বিপৰীত ফালৰ পৰা ট্ৰয় আৰু ইট্ৰুৰিয়াৰ সমগ্ৰ সৈন্য, বিভিন্ন সাজেৰে সজ্জিত হৈ আৰু শাণিত অস্ত্ৰ ধাৰণ কৰি যুদ্ধলৈ অহাৰ দৰেই ক্ষিপ্ৰভাৱে সেই ঠাইলৈ আহিছিল। হেজাৰ হেজাৰ সৈন্যৰ মাজেদি সেনাপতিসকলেও ৰঙা আৰু সোণোৱালী সাজ পিন্ধি, গৰ্বিতভাৱে আহি আছিল। আছাৰেকাছ বংশৰ মেনিষ্টিয়াছ, সাহসী আচিলাছ, নেপচুন-নন্দন অশ্বদমন মেচাপাছ তেওঁলোকৰ মাজত আছিল। নিৰ্দিষ্ট সঙ্কেত পাই সকলোটি নিজ নিজ ঠাইলৈ গ'ল। তেওঁলোকে বৰ্শাবিলাক মাটিত খুঁচি ঢালবিলাক তাতে আঁওজাই থৈছিল। প্ৰবল উত্তেজনাত পুৰললনাসকলো ওলাই আহিছিল আৰু আহিছিল নিৰস্ত্ৰ প্ৰজাসকল। বাৰ্দ্ধক্যপীড়িত, শক্তিহীন লোকসকলো আহি দুৰ্গৰ ওপৰত, ঘৰৰ চালত সমবেত হৈছিল। ওখ ওখ দুৱাৰবিলাকৰ ওপৰতো বহুত মানুহ থিয় হৈ আছিল।

ইতিমধ্যে জুনোৱে এটা পাহাৰৰ টিঙৰ পৰা সকলো লক্ষ্য কৰি আছিল। এই পাহাঁৰটো আজিকালি আলবান নামে জনাজাত। কিন্তু সেই সময়ত সি অখ্যাত আছিল। লাটিনাছৰ নগৰ আৰু সমতলত সমবেত হোৱা লৰেণ্টাইন আৰু ট্ৰজান সৈন্যসকল তেওঁৰ দৃষ্টিগোচৰ হ'ল। তেওঁ টাৰ্ণাছৰ ভগিনী জলকুঁৱৰী দেৱীপৰাকীক সম্বোধন কৰিলে। জুপি-

টাৰে তেওঁৰ সতীত্বৰ বিনিময়ত তেওঁক জলাশয় আৰু খৰস্রোতা নদী-বিলাকত অধিষ্ঠাত্রী ৰূপে নিযুক্ত কৰিছিল। জুনোৱে ক'লে, "দেৱী, তুমি জল-নদী নিয়ন্ত্রণ কৰিছা। তুমি মোৰ প্রিয়পাত্রী। পৰম প্রেমিক জুপি-টাৰৰ শয্যা-সঙ্গিনীৰূপে লাঞ্ছিত হোৱা লাটিয়ামৰ কুমাৰীসকলৰ ভিতৰত মই তোমাকেই বেছি ভাল পাওঁ আৰু তাৰ চিন স্বৰূপে তোমাক মই আনন্দমনেৰে স্বৰ্গত এখন সুকীয়া আসন দিছো। শুনা, জুটুৰ্ণা, তোমাৰ কপালত দুখ আছে। মোক বেয়া নাপাবা, কাৰণ ভাগ্য লাটিয়ামৰ প্রতি অনুকূল থকা সময়ছোৱাত মই টাৰ্ণাছক আৰু তোমাৰ প্রাচীৰাবৃত নগৰখনক সদায় ৰক্ষা কৰি আহিছো। কিন্তু এতিয়া মই দিব্যদৃষ্টিৰে দেখিবলৈ পাইছো যে আসন্ন যুদ্ধত টাৰ্ণাছৰ অদৃষ্ট অনুকূল নহয়। তেওঁৰ শত্রুৰ সৌভাগ্য উদয় হৈছে। নিষ্ঠুৰ নিয়তিয়ে তেওঁৰ পিছ লৈছে। মই নিজ চকুৰে শান্তিৰ কাৰণে সংঘটিত হোৱা এই যুদ্ধ চাই থাকিব নোৱাৰো। কিন্তু তুমি যদি ভায়েৰাক নিজৰ শক্তিৰে সহায় কৰিব খোজা, তেনেহ'লে অগ্ৰসৰ হোৱা। কাৰণ এয়ে উপযুক্ত সময়। তোমালোক দুয়ো ৰৰ দুৰ্ভগীয়া—এতিয়া হয়তো ফলাফল তোমালোকৰ কাৰণে ভালো হ'ব পাৰে।" তেওঁৰ কথাত জুটুৰ্ণাৰ চকু দুটি চলচলীয়া হ'ল। তেওঁ শুৱনি বুকুখন ভুকুৱাই কান্দিবলৈ ধৰিলে। ছেটাৰ্ণিয়ান জুনোৱে ক'লে, "এতিয়া চকুৰ পানী টোকাৰ সময় নহয়। খৰ খেদা কৰা আৰু পাৰা যদি ভায়েৰাক মৰণৰ মুখৰ পৰা আঁতৰাই আনা। নহ'লে দুয়োপক্ষই মানি লোৱা সন্ধিৰ চৰ্তবিলাক ভঙ্গ কৰি যুদ্ধখন পুনৰ লগাই দিয়া। মই আদেশ দিছো, ভয় নকৰিবা।" এইদৰে উদগনি দি তেওঁ মনৰ দুখত আৰু আশঙ্কাত হতবুদ্ধি হৈ প্রস্থান কৰিলে।

তেওঁলোকে কথা পাতি থকাৰ সময়ত ৰাজ-ৰাজন্যসকল ওলাই আহিছিল। চাৰিটা ঘোঁৰাই টনা এখন প্ৰকাণ্ড ৰথত আহিছিল ৰজা লাটিনাছ। সূৰ্য বংশৰ নৃপতি স্বৰূপে তেওঁৰ কপালত বাৰডাল ৰেখা অঙ্কিত কৰা আছিল। তেওঁৰ পাছতে আহিল টাৰ্ণাছ। তেওঁৰ ৰথ দুটা শুকুলা ঘোঁৰাই আকৰ্ষণ কৰিছিল। এনেতে ট্রজান শিবিৰৰ পৰা দিব্যাস্ত্র ধাৰণ কৰি জ্যোতিৰ্ময় ৰূপত ৰোমৰ প্রতিষ্ঠাতা, ৰাজকুমাৰ ইনিয়াছ ওলাই আহিছিল। তেওঁৰ ঢালখন তৰা

এটাৰ দৰে জিলিকি আছিল। তেওঁক অনুসৰণ কৰিছিল এফেনিয়াছে। এওঁেই আছিল দ্বিতীয়জন পুৰুষ, যাৰ ওপৰত ন্যস্ত আছিল ৰোমৰ মহত্ব আৰু গৌৰৱ। বগলীৰ পাখি যেন বগা কাপোৰ পিন্ধা যাজক এজনে এটা ঠৰঙা নোমৰ গাহৰি আৰু এটা দুবছৰীয়া নোমাল ভেড়া লগত লৈ আহিছিল। জুই জ্বলি থকা যজ্ঞকুণ্ডৰ কাষলৈ তেওঁ পশু দুটা টানি লৈ গৈছিল। পুৱাৰ সূৰ্য্যৰ ফালে চাই নৃপতিসকলে আঁজলি ভৰাই নিমখ ছটিয়ালে, তৰোৱালেৰে পশু দুটাৰ কপাল পৰশ কৰিলে আৰু বেদীত সুৰাৰে আহুতি দিলে। ইয়াৰ পিছত সত্যসন্ধ ইনিয়াছে তৰোৱাল হাতত লৈ প্ৰাৰ্থনা কৰি ক'লে, "হে ভাস্কৰ, তুমি মোৰ সাক্ষী হোৱা। ইটালীয় ভূমি, তোমাৰ কাৰণেই মই ইমান দুখ-দুৰ্গতি সহ্য কৰিবলৈ শক্তি আহৰণ কৰিব পাৰিছো। হে পৰম পিতা, হে স্বৰ্গৰ অধিশ্বৰী ছেটাৰ্ণ-দুহিতা, হে দেৱী, মিনতি কৰিছো, মোৰ প্ৰতি প্ৰসন্ন হোৱা আৰু হে মাৰ্ছ, হে দীপ্তিমান জনক, যাৰ নিৰ্দেশৰ ওপৰতে যুদ্ধৰ জয়-পৰাজয় নিৰ্ভৰ কৰে তোমালোক সকলোটিকে মই আবাহন কৰিছো। সমস্ত নদ-নদী, অনন্ত অন্তৰীক্ষ, নীল সাগৰৰ শক্তিসমূহ—তোমালোক সকলোটি সাক্ষী থাকিবা—যদি অছনিয়ান টাৰ্ণাছে জয়লাভ কৰে, তেন্তে পৰাজিতসকল ইভেণ্ডাৰৰ নগৰলৈ গুচি যাব। ইউলাছে এই ৰাজ্যৰ দাবী প্ৰত্যাহাৰ কৰিব—ইনিয়াছৰ অনুগামীসকলে এই ৰাজ্য আক্ৰমণ কৰিবলৈ কোনোকালেই অগ্ৰধাৱণ নকৰিব। কিন্তু মাৰ্ছৰ অনুগ্ৰহত যদিহে আমি বিজয়ী হওঁ,—আৰু মোৰ মতে এই সম্ভাৱনাই বেছি—দেৱতাসকলে যেন আমাৰ এই আশা পূৰণ কৰে—তেন্তে মই শপত খাই কৈছো, মই ইটালীয়ানসকলৰ স্বাধীনতা কেতিয়াও খৰ্ব নকৰো। মই ইয়াত ৰাজত্ব কৰিবলৈ ইচ্ছা নকৰো, এই জাতি দুটাই পৰস্পৰৰ স্বাতন্ত্ৰ্য অক্ষুণ্ণ ৰাখি এক চিৰস্থায়ী সন্ধিত চুক্তিবদ্ধ হওক। মই ট্ৰয়ৰ ৰীতি-নীতি আৰু আমাৰ ইষ্ট দেৱতাসকলক প্ৰতিষ্ঠা কৰিম। কিন্তু এই মিলিত শক্তিৰ জনক স্বৰূপে লাটিনাছৰ হাততেই সকলো সামৰিক শক্তি আৰু সামাজিক কৰ্তৃত্ব ন্যস্ত হৈ থাকিব। ট্ৰজানসকলে মোৰ কাৰণে নিৰ্মাণ কৰিব এখন প্ৰাচীৰাবৃত্ত নগৰ আৰু লাভিনীয়াৰ নামেৰেই তাৰ নামকৰণ কৰা হ'ব।"

ইনিয়াছৰ পিছত লাটিনাছ আগ বাঢ়ি আহিল। তেওঁ আকাশৰ ফালে

চাই, সোঁহাত ওপৰলৈ তুলি, প্ৰাৰ্থনা কৰি ক'লে, "ইনিয়াছ, জল, স্থল, নভোমণ্ডল, লাটোনাৰ যমজ সন্তান, দুমুখীয়া জেনাছ, সপ্ত পাতালৰ শক্তি আৰু অপ্ৰশম্য ডিছৰ মন্দিৰৰ নামত প্ৰতিজ্ঞা কৰিছো। বজ্ৰ-নিনাদেৰে সকলো সহি অনুমোদন কৰা হে পিতা, তুমিও মোৰ অঙ্গীকাৰ শ্ৰৱণ কৰা। মই এই পবিত্ৰ বেদী স্পৰ্শ কৰিছো আৰু এই অগ্নি, ইয়াত উপস্থিত হোৱা দেৱতাসকল সাক্ষী হৈ ৰওক; উত্থান-পতন, যি ঘটে ঘটি থাকিব পাৰে, কিন্তু ইটালীয় মৈত্ৰীৰ প্ৰতীক স্বৰূপ এই চৰ্তবিলাক চিৰদিন অক্ষুণ্ণ হৈ থাকিব। কোনো শক্তিয়ে মোৰ এই প্ৰতিজ্ঞা ভঙ্গ কৰাবলৈ সমৰ্থ নহয়। প্ৰলয়-জলত পৃথিৱী প্লাবিত হ'ব পাৰে, অন্তৰীক্ষ ছিন্ন-ভিন্ন হৈ ৰসাতলত পতিত হ'ব পাৰে, কিন্তু এই ৰাজদণ্ডৰ দৰেই মোৰ অঙ্গীকাৰ অলৰ-অচৰ হৈ থাকিব।" ঘটনাক্ৰমে সেই সময়ত তেওঁ ৰাজদণ্ড ধাৰণ কৰি আছিল—"এই ৰাজদণ্ডই কোনো দিনেই কুঁহিপাত মেলিব নোৱাৰে, ইয়াৰ পৰা আমি অকণমান ছাঁও আশা কৰিব নোৱাৰো। কাৰণ আচল গছজোপাৰ পৰা কাটি অনা এই ডালটো দাৰে কৰালি চাঁচি, কাৰিকৰে ব্ৰঞ্জৰ বেৰিৰে মেৰিয়াই এই দণ্ডডাল সাজিছে। লাটিয়ামৰ পালকসকলে ধাৰণ কৰা এই ৰাজদণ্ডৰ নামত মই প্ৰতিজ্ঞাৰ পৰিবৰ্তন নহয়।"

সেনাপতিসকলৰ সন্মুখত তেওঁলোকে এইদৰে ভাষণ দি চুক্তিখন দৃঢ়ীভূত কৰিলে। ইয়াৰ পিছত তেওঁলোকে উৎসৰ্গীকৃত পশু দুটা যজ্ঞকুণ্ডৰ জুইৰ ওপৰত ৰাখি বলি দিলে। জীৱন্ত অৱস্থাতে সিহঁতক কাটি-বাছি, মাংসৰ নৈবেদ্য বেদীত স্থাপন কৰা হ'ল।

ইমানখিনি আগবঢ়া সত্বেও, ৰুটুলীয়ানসকলে এই যুদ্ধখন ন্যায়ৰ ওপৰত প্ৰতিষ্ঠিত হোৱা নাই বুলি বিবেচনা কৰিছিল। পৰস্পৰ বিৰোধী বহুতো অনুভূতিয়ে তেওঁলোকৰ অন্তৰত জুমুৰি দি ধৰিছিল। কিন্তু এতিয়া প্ৰতিদ্বন্দ্বী দুজনক নিচেই ওচৰৰ পৰা দেখা পাই আৰু তেওঁলোকৰ অসমকক্ষতা উপলব্ধি কৰি তেওঁলোকে বিচলিত হৈ পৰিল। নীৰৱভাৱে টাৰ্ণাছ আগ বাঢ়ি অহাঁতে ৰুটুলীয়ানসকলৰ উৎকণ্ঠা তীব্ৰতৰ হ'ল। তেওঁ অতি নম্ৰভাৱে বেদীৰ কাষত ভলমূৰ কৰি প্ৰাৰ্থনা কৰিছিল আৰু তেতিয়া যৌৱন-সুলভ, কোমল ডাড়িয়ে শোভা কৰা গাল দুখনি শেঁতা পৰি আছিল। জুটুৰ্ণাই সকলো

লক্ষ্য কৰি আছিল। প্ৰজাসকলৰ কথা-বাৰ্তাত তেওঁলোকৰ অনিশ্চিত মনোভাবৰ পৰিচয় পোৱা হৈছিল আৰু তেওঁলোকে যে এটা পৰিবৰ্তন বিচাৰে সেই কথা প্ৰকট হৈ পৰিছিল। তেওঁ তেতিয়াই কামাৰ্ছৰ ৰূপ ধাৰণ কৰিলে। কামাৰ্ছ আছিল সম্ভ্ৰান্ত বংশৰ সন্তান; পিতাকৰ শৌৰ্য-বীৰ্যৰ কাৰণেই তেওঁ বিশেষ খ্যাতি লাভ কৰিছিল আৰু নিজেও যুদ্ধত পাৰদৰ্শী আছিল। এতিয়া কামাৰ্ছৰ ছদ্মবেশত জুটুৰ্ণা ক্ষিপ্ৰতাৰে সৈন্যসকলৰ মাজত উপস্থিত হ'ল। তেওঁলোকক কেনে ধৰণেৰে কথা ক'ব লাগে সেই বিষয়ে তেওঁৰ সম্যক জ্ঞান আছিল। তেওঁ বিভিন্ন জনৰৱ প্ৰচাৰ কৰি ক'লে, "ৰুটুলীয়ানসকল, তোমালোকৰ লাজ লগা নাইনে? সৈন্যবাহিনী এটা ৰক্ষা কৰিবৰ কাৰণে তোমালোকে এজন মাত্ৰ বীৰক মৃত্যুৰ মুখলৈ ঠেলি দিছা। সংখ্যা আৰু শক্তিত আমি সিহঁতৰ সমকক্ষ নহয় জানো? চোৱা, টাৰ্ণাছৰ প্ৰতি শত্ৰু ভাবাপন্ন সকলো সৈন্য ইয়াতেই সমবেত হৈছে; ট্ৰজান, আৰ্কেডিয়ান আৰু দৈৱলক্ষণৰ দ্বাৰা পৰিচালিত ইট্ৰুস্কান সকলো ইয়াতে আছে। আমাৰকালে থকা সেনাসকলৰ অৰ্দ্ধেকেও যদি একোজনকৈ শত্ৰু যুঁজৰ কাৰণে বাছি ল'ব খোজে, তেনেহ'লেও প্ৰত্যেকৰে ভাগত যে এজন পৰিব সেই কথাও কোৱা টান। টাৰ্ণাছ নিঃসন্দেহে অতুল কীৰ্তিৰ অধিকাৰী হৈ দেৱধামলৈ যাত্ৰা কৰিব। তেওঁৰ যশস্যা মানুহৰ মুখে মুখে যাউতিযুগীয়া হৈ ৰ'ব। কিন্তু আমি আজি হাত সাবটি বহি থকাৰ ফলত শত্ৰুৰ অধীন হৈ নিজৰ দেশখনো হেৰুৱাব লাগিব।"

জুটুৰ্ণাই এইদৰেই কৈছিল। তেওঁৰ কথাত তৰুণ যোদ্ধাসকলৰ তেজ উত্তপ্ত হৈ পৰিল আৰু ক্ৰমান্বয়ে তেওঁলোকৰ উৎসাহ-উদ্দীপনা প্ৰবলভাৱে বৃদ্ধি পাবলৈ ধৰিলে। তেওঁলোকৰ মাজত এটি মৃদু গুঞ্জন বিয়পি পৰিল। লৰেণ্টাইন আৰু লাটিন, সকলোটিৰেই মানসিক পৰিৱৰ্তন ঘটিল। যুদ্ধৰ সামৰণি মাৰি বিশ্ৰামৰ কাৰণে লুব্ধ হোৱা লোকসকলেও এতিয়া অস্ত্ৰৰ সন্ধান কৰিলে। টাৰ্ণাছৰ প্ৰতি কৰা অবিচাৰত তেওঁলোক ক্ষুণ্ণ হ'ল। সন্ধিৰ প্ৰস্তাৱ প্ৰত্যাখ্যান কৰাই যুক্তিযুক্ত আছিল বুলি তেওঁলোকে উদ্দাম-ভাৱে চিন্তা কৰিছিল। জুটুৰ্ণাই এই সুবিধাৰ সদ্ব্যৱহাৰ কৰি তেওঁলোকৰ মনত ৰেখাপাত কৰিব পৰাকৈ আকাশৰ ওপৰত এটি বিচিত্ৰ দৃশ্যৰ সৃষ্টি

কৰিলে। ইটালীয়ানসকলক হতবুদ্ধি কৰি বিপথে পৰিচালিত কৰিবৰ কাৰণেই তেওঁ সুচতুৰভাৱে এই লক্ষণবিলাকৰ অৱতাৰণা কৰিছিল।

বঙা আৰু সোণোৱালী পাখি মেলি উৰি যোৱা জুপিটাৰৰ ঈগল এটাই এতিয়া কিছুমান চৰাইক সাগৰৰ পাৰৰ ফালে খেদি গৈছিল। চৰাইৰ জাকটো তাৰ আগে আগে সোঁ-সোঁৱাই উৰি গৈছিল। হঠাতে ঈগলটোৱে চোৰ ফালে চোঁচা মাৰি চৰাইৰ জাকটোৰ একেবাৰে আগত যোৱা ৰাজহাঁহ এটা নিষ্ঠুৰ নখেৰে থাপ মাৰি ধৰিলে। ইটালীয়ানবিলাকে সজাগ হৈ অধিক মনোযোগেৰে চোৱাত অলৌকিক দৃশ্য তেওঁলোকৰ দৃষ্টিগোচৰ হ'ল। কাৰণ এতিয়া চৰাইবিলাকে পলাই নাগৈ, বিকট আৰাও কাৰি জঁাপ মাৰি ডেউকা কোবাই, ডাৱৰৰ দৰে আকাশ ছাটি ধৰিলে। সিহঁতে হঠাতে আবৰ্তন কৰি শত্ৰুটোক আক্ৰমণ কৰিলে। সিহঁতৰ সম্মিলিত চাপত আৰু হাঁহটোৰ ভৰত ঈগল চৰাইটো বিব্ৰত হৈ পৰিল। সি ভয় খালে আৰু তাৰ নখৰ পৰা ৰাজহাঁহটো নদীৰ পানীত সৰি পৰিল। সি পলাই গৈ ডাৱৰৰ ওচৰ পালেগৈ। ৰুটুলীয়ানবিলাকে তুমুল নিনাদ কৰি এই লক্ষণটো আদৰি ল'লে। তেওঁলোক যুদ্ধৰ কাৰণে প্ৰস্তুত হ'ল। তেওঁলোকৰ ভৱিষ্যৎ-বক্তা, টুলুম্নিয়াছেই প্ৰথম মাত লগাই ক'লে, "এই শুভক্ষণটোৰ কাৰণেই মই ইমান দিন বাট চাই আছিলো। মই ইয়াক গ্ৰহণ কৰিছো। এই কাৰ্যত ভগৱানৰ হাত আছে বুলি মই ভাবো। তোমালোকক মই পৰিচালনা কৰিম। হে অসহায় স্বদেশবাসী-সকল, তৰোৱাল হাতত লোৱা। নবাগত নিৰ্মম শত্ৰুৱে যুদ্ধ কৰি তোমা-লোকক ভীতি-প্ৰদৰ্শন কৰিছে। তোমালোকক অক্ষম বুলি বিবেচনা কৰি তেওঁ উপকূল অঞ্চল লণ্ড-ভণ্ড কৰিছে। তোমালোক যেন সেই চৰাইৰ জাকটোৰ দৰে নিঠৰুৱা আৰু দুৰ্বল। পিছে তেওঁ পলায়ন কৰিব লাগিব, অকল সমুদ্ৰৰ মাজত তেওঁ অকলশৰীয়া হ'ব। কিন্তু তোমালোকে সাহস গোটাই, মাৰ বান্ধি তেওঁক চেপি ধৰিব লাগিব। আসন্ন যুদ্ধৰ পৰা ৰাজকুমাৰক ৰক্ষা কৰা, নহ'লে তেওঁক আমি হেৰুৱাব লাগিব।"

এইবুলি কৈ তেওঁ আগবৈ ল'ৰি গ'ল আৰু শত্ৰুক লক্ষ্য কৰি এপাট বৰ্শা নিক্ষেপ কৰিলে। কাঠৰ এই শেলপাট বতাহত সোঁ-সোঁৱাই

উৰি গ'ল। ঠিক সেই সময়তে ভয়াবহ কোলাহল শ্ৰুতিগোচৰ হ'ল প্ৰতি পাৰীতে থকা দৰ্শকসকলে প্ৰগাঢ় উত্তেজনাত চিঞৰি উঠিছিল। উৰন্ত বৰ্শাৰ ঠিক সমুখতে থিয় হৈ আছিল সাতজন সাহসী সহোদৰ। আৰ্কেডিয়ানিবাসী গিলিপ্পাছৰ সুযোগ্যা সহধৰ্মিনীয়ে তেওঁলোকক গৰ্ভত ধাৰণ কৰিছিল। তেওঁলোক আছিল এই ইট্ৰুস্কান জননীৰ সন্তান। তেওঁলোকৰ ভিতৰৰে এজনৰ তলপেটত বাহি থোৱা টঙালিত বৰ্শাই আঘাত কৰিলে। তেওঁ আছিল এজন সুদৰ্শন তৰুণ যোদ্ধা; তেওঁৰ চমৎকাৰ বৰ্ম—কবচ চিকমিকাই আছিল। কিন্তু বৰ্শা তেওঁৰ কামিহাড়ৰ মাজেদি সৰকি গ'ল আৰু তেওঁ হালধীয়া বালিত বাগৰি পৰিল। তেওঁৰ পৰাক্ৰমী ভ্ৰাতাসকল শোকত ম্ৰিয়মান হ'ল, কিন্তু তেওঁলোক সংহতভাৱে সেই ঠাইতে থাকিল। কেইজনমানে খাপৰ পৰা তৰোৱাল উলিয়াই ল'লে বাকী কেইজনে লৌহনিৰ্মিত শক্তিশেল ধাৰণ কৰিলে। লৰেন্টাইন সৈন্য আগ বাঢ়ি আহিল। এতিয়া ট্ৰজান, ইট্ৰুস্কান আৰু আৰ্কেডিয়ানসকলে বিচিত্ৰ বৰণৰ বৰ্ম—কবচ পৰিধান কৰি পুনৰ বানপানীৰ দৰে ৰণভূমিত বিস্তৃত হৈ পৰিল। তেওঁলোক সকলোটিৰে একেটা মাথোঁ উদ্দেশ্য আছিল, অস্ত্ৰৰ দ্বাৰা এই বিবাদৰ এটা সিদ্ধান্তত উপনীত হোৱাৰ প্ৰচণ্ড আগ্ৰহ। চকুৰ নিমিষতে তেওঁলোকে বেদীবোৰ ভাঙি পেলালে। অকল্পিতভাৱে অস্ত্ৰবৰ্ষণ কৰাৰ ফলত আকাশ অন্ধকাৰ হৈছিল আৰু বৰষুণৰ দৰে শেল-জোংবিলাক মাটিত পৰিছিল। সুৰাপাত্ৰ আৰু চুলাবিলাক খান-বান হৈ পৰিছিল। লাটিনাছ পলাই গ'ল। সকলো চুক্তি বাতিল হ'ল আৰু তেওঁ অপমানিত দেৱতাসকলক লগত লৈ প্ৰাসাদলৈ উভতি গ'ল, কিছুমানে ৰথৰ ঘোঁৰাকে খুলি লৈ, লেকাম লগালে আৰু তাতে উঠি হাতত তৰোৱাল লৈ ৰণলৈ চেকুৰ মেলিলে। সন্ধি-ভঙ্গৰ কাৰণে অধীৰ হৈ মেচাপাছে ঘোঁৰাত উঠি ইট্ৰুস্কান-ৰাজ অলিষ্টিছক খেদি গ'ল। তেওঁৰ শিৰত আছিল ৰাজমুকুট। আতঙ্কিত হৈ তেওঁ পাছ হুঁহকি যাওঁতে দুৰ্ভাগ্যবশত বেদীবিলাকৰ মাজত সোমাল আৰু উজুটি খাই পৰিল। ভয়ঙ্কৰ মূৰ্তি ধৰি হাতত বৰ্শা লৈ মেচাপাছ তেওঁৰ ফালে ধাবিত হ'ল আৰু দুৰ্ভগীয়া ৰজাজনে প্ৰাণ-ভিক্ষা কৰি থকা অৱস্থাতে তেওঁ ঘোঁৰাৰ পিঠিত থিয় হৈ প্ৰকাণ্ড অস্ত্ৰপাটেৰে তেওঁক মাৰাত্মক-

তাৰে আঘাত কৰিলে। মেচাপ'ছে হুঙ্কাৰ কৰি ক'লে, "কেনে প্ৰতিফল! মহান দেৱতাসকলৰ প্ৰতি উৎসৰ্গা কৰিবৰ কাৰণে কি চমৎকাৰ বলি! ইটালীয়ানবিলাকে তুৰন্তে তেওঁৰ তেজিয়াও ওপৰত হৈ থকা অস্ত্ৰবিলাক ৰিক্ত কৰি পেলালে। কৰিনিয়াছে যজ্ঞ-কুণ্ডৰ পৰা আধা পোৰা কাঠ এডোখৰ লৈ, আক্ৰমণৰ উদ্দেশ্যে ওচৰ চাপি অহা ইবিচাছক তাতেই আঘাত কৰি তেওঁৰ মুখখন পুৰি পেলালে। তেওঁৰ ডাঠ দাঁড়িবিলাকত জুই লাগিছিল আৰু তাৰ পৰা পোৰা গোন্ধ বাহিৰ হৈছিল। কৰিনিয়াছে ঠেকত থকা শত্ৰুজনক চুলিত খাপ মাৰি ধৰিলে। তেওঁ গাৰ বলেৰে আঁঠুৰে হেঁচা মাৰি তেওঁক মাটিত বগৰাই ল'লে আৰু কঠিন কৃপাণ তেওঁৰ শৰীৰৰ পাৰ্শত বহুৱাই দিলে। আলচাছ নামে ভেড়াৰখীয়া এজন নিক্ষিপ্ত অস্ত্ৰৰ আগে আগে ৰণভূমিৰ পৰা ক্ষিপ্ৰগতিৰে গৈ আছিল। পোডালিৰিয়াছে উদ্যত অসিৰে তেওঁক আক্ৰমণ কৰিলে। কিন্তু পোডালিৰিয়াছ তেওঁৰ কাষত খিয় হোৱা মাত্ৰকে আলচাছে হাতত থকা কুঠাৰখনেৰে তেওঁৰ মূৰত খাপ মাৰি দিলে। কপালৰ পৰা থুঁতৰি পৰ্যন্ত মুখখন দুছেও হ'ল। হোলোকা-হোলোকে তেজ ওলাল আৰু তেওঁৰ বৰ্ম-কবচ ৰক্তাক্ত হৈ পৰিল। তেওঁৰ নয়ন চিৰনিদ্ৰাৰ লৌহকঠিন জড়তাত আছন্ন হৈ পৰিল আৰু তাৰ দীপ্তি অতল অন্ধকাৰত হেৰাই গ'ল।

ইতিমধ্যে সত্যসন্ধ ইনিয়াছে অনাবৃত শিৰিৰে, নিৰস্ত্ৰ হাত প্ৰসাৰিত কৰি, তেওঁৰ সৈন্যবাহিনীক সম্বোধন কৰি উচ্চৈঃস্বৰে ক'লে, "ইমান বেগেৰে ক'লৈ গৈছা? হঠাতে যুদ্ধৰ ইমান আয়োজন কিয়? ক্ৰোধ সম্বৰণ কৰা। যুদ্ধ-বিৰতিৰ চৰ্তবিলাক আমি মানি লৈছো। এতিয়া যুদ্ধ কৰাৰ অধিকাৰ মোৰ ওপৰতে ন্যস্ত। মোৰ হাতত সকলো দায়িত্ব এৰি দি তোমালোক নিৰ্ভয় মনেৰে থাকিব পাৰা। মইহে এতিয়া সন্ধিখন কাৰ্যকৰী কৰি তুলিম; আনুষ্ঠানিক আৰু শাস্ত্ৰীয় বিধান মতে টাৰ্ণাছক মোৰ হাতত সমৰ্পণ কৰা হৈছিল।" কিন্তু তেওঁ এইদৰে উচ্চ কণ্ঠে সৈন্যসকলক সম্বোধন কৰি থকা অৱস্থাতে পাখিলগা কাঁড় এপাট সোঁ-সোঁৱাই তেওঁৰ কাষে পোনে পোনে উৰি আহিছিল। কোনে এই শৰ-সন্ধান কৰিছিল, কাৰ আকৰ্ষণত ই ক্ষ্যামুক্ত হৈছিল, কিবা দুৰ্ঘটনাৰ ফলতেই নে কোনোবা দেৱতাৰ অনুগ্ৰহত কট্টুলীয়ানবিলাক এনে এটা বিশেষ গৌৰবৰ অধিকাৰী হ'ব পাৰিছিল,

সেই কথা সকলোৰে সম্পূৰ্ণ অজ্ঞাত আছিল। এই স্মৰণীয় কৃতিৰ অতি গোপনে ৰখা হৈছিল। ইনিয়াছক আহত কৰাৰ সন্মান কোনেও দাবী কৰা নাছিল। ইনিয়াছ ৰণভূমিৰ পৰা নিষ্ক্ৰান্ত হ'ল আৰু তেওঁৰ সেনাপতি সকলো বিমৰ্ষ হৈ পৰিল। ইয়াকে দেখি টাৰ্ণাছৰ অন্তৰত নতুন আশাৰ এগছি বন্তি জ্বলি উঠিল। তেওঁ অশ্ব আৰু অস্ত্ৰ-শস্ত্ৰ আনিবলৈ আদেশ দিলে। আৰু চকুৰ নিমিষতে ৰথত উলাহেৰে আৰোহণ কৰি দৃঢ়মুষ্টিৰে বল্লা ধাৰণ কৰিলে।

শীঘ্ৰে তেওঁ যুদ্ধ ক্ষেত্ৰত বিচৰণ কৰিছিল। বহুতো পৰাক্ৰমী বীৰ তেওঁৰ হাতত নিহত হ'ল, বহুতো মাৰাত্মকভাৱে আহত হ'ল। তেওঁ ৰথেৰে শত্ৰু সৈন্য মহটিয়াই গৈছিল আৰু অনেক বৰ্শা ভূৰত্নে সংগ্ৰহ কৰি পলায়নমান সৈন্যলৈ নিক্ষেপ কৰিছিল। ৰণদেৱতা মাৰ্চৰ দৰেই তেওঁ ৰক্ত বৰ্ণ ৰূপ ধাৰণ কৰিছিল। হিব্ৰাছৰ শীতল জলধাৰাৰ কাষত জাগৃত হৈ তেওঁ চালেৰে ঝনঝননিৰ সৃষ্টি কৰি, ৰণোন্মত্ত অশ্ব পৰিচালনা কৰে আৰু এয়ে এখন যুদ্ধৰ আগ-জাননী। বায়ুতকৈয়ো অধিক বেগেৰে সিহঁত বিস্তীৰ্ণ অঞ্চলৰ ওপৰেদি চেকুৰি যায় আৰু সিহঁতৰ খুৰাৰ আঘাতত ধৰণীয়ে টলমল কৰে। ৰণদেৱতাৰ সঙ্গী আতঙ্ক, ক্ৰোধ আৰু বিশ্বাসঘাতকতাই তেওঁক অনুসৰণ কৰে। ইহঁত হৈছে স্বয়ং ভগৱানৰ অনুচৰ। মাৰ্চৰ দৰে তেজস্বী টাৰ্ণাছে দুৰন্ত গতিৰে সৈন্যবাহিনীৰ মাজেদি ঘামি জোল বোৱা ঘোঁৰাকেইটা চলাই নিছিল। শোকাবহভাৱে প্ৰাণ হেৰুৱা শত্ৰুৰ মৃতদেহবিলাক সিহঁতে গচকি গৈছিল, সিহঁতৰ ৰক্তাক্ত খুৰাৰ পৰা তেজৰ টোপাল পৰিছিল আৰু সিহঁতৰ খোজ পৰা বালিও শোণিত-সিক্ত হৈছিল। ষ্টেনিলাছ, ঠামিৰাছ আৰু ফলাছ টাৰ্ণাছৰ হাতত নিহত হৈছিল। শেষৰ দুজনৰ লগত তেওঁৰ হতাহতি যুদ্ধ হৈছিল। প্ৰথমজনক তেওঁ দূৰৰ পৰাই বধ কৰিছিল। ইম্ব্ৰাচাছৰ পুত্ৰ গ্লকাছ আৰু লাডিছকো তেওঁ আঁতৰৰ পৰাই বৰ্শাবিদ্ধ কৰিছিল। ইম্ব্ৰাছে নিজে পুতেকহঁতক তুলি-তালি সতুল যুদ্ধৰ প্ৰশিক্ষণ দিছিল ; বায়ু বেগেৰে ঘোঁৰা চলোৱাতো তেওঁ তেওঁলোকক পাৰ্গত কৰিছিল উপৰি পিতাকে তেওঁলোকক যুদ্ধৰ উপযোগী অস্ত্ৰ-শস্ত্ৰৰে সজ্জিত কৰিছিল। ৰণক্ষেত্ৰৰ ঠিক মাজতে যুদ্ধত প্ৰবৃত্ত হৈছিল

বিখ্যাত বীৰ ইউমিডিছ। তেওঁ আছিল পূৰ্ব-প্ৰসিদ্ধ ডলনৰ পুত্ৰ। তেওঁৰ ককাকৰ নামো আছিল ইউমিডিছ। পিতাকৰ সাহস আৰু হস্তলাঘৱ তেওঁ সদায় সুঁৱৰিছিল। কাৰণ ডলনে এবাৰ গ্ৰীক শিবিৰলৈ গুপ্তচৰ ৰূপে যোৱাৰ দুঃসাহসিক কাৰ্যৰ পুৰস্কাৰ হিচাপে পেলিউছ পুত্ৰৰ ঘোঁৰাবোৰ দাবী কৰিছিল। কিন্তু এনে এটা অশাঠন কামৰ কাৰণে তেওঁ ডায়মিডিছৰ হাতত একেবাৰে অভাৱনীয় বঁটা এটাহে পালে। একিলিছৰ ঘোঁৰাৰ কাৰণে তেওঁৰ দুৰাকাংক্ষাৰ সিমানতে সমাপ্তি ঘটিল। টাৰ্ণাছে দূৰৰ পৰাই ইউমিডিছক মুকলি ঠাইখনত দেখা পালে। প্ৰথমতে তেওঁক লক্ষ্য কৰি বিস্তৃত ব্যৱধান মাজত ৰাখিয়েই তেওঁ বৰ্শা নিক্ষেপ কৰিলে। তাৰ পিছত তেওঁ ৰথখন ৰাখি নামি প'ল, তুৰন্তে তেওঁ মাটিত প'ৰি, দীঘল উশাহ লৈ থকা শত্ৰুজনৰ সন্নিকট হ'ল আৰু ডিঙিত গচকি ধৰি লৌহাস্ত্ৰেৰে তৰোৱালখন লৈ তেওঁৰ টেঁটুত বহুৱাই দিলে। টাৰ্ণাছে বিদ্ৰূপ কৰি ক'লে, "হেৰ' ট্ৰজান, আমাৰ দেশখন অধিকাৰ কৰিবলৈ আহিছিলি নহয়। এতিয়া তোৰ দেহৰ জোখমতেই কিমান মাটি লাগে লৈ ল। মোৰ লগত যুদ্ধ কৰিবলৈ সাহস কৰাবিলাকৰ এনে দশাই হয়। আৰু এইদৰেই সিহঁতে গড় মাৰি লৈ নগৰ পাতে।" ইয়াৰ পিছত তেওঁ বৰ্শা-সন্ধান কৰি আছ্‌, বাইটিছকো ইউমিডিছৰ সহযাত্ৰী কৰিলে। ক্ৰমিয়াছ, ছাইৰাৰিছ, ডাৰিছ, আৰু ঠাৰ্ছিলকাছো তেওঁৰ হাতত নিহত হ'ল। ঘোঁৰাৰ পিঠিৰ পৰা মাটিত বাগৰি পৰা ঠাইমিটিছক তেওঁ বধ কৰিলে। ইডনীয়াৰ পৰা বলা কুকুৰা বতাহে ইজিয়ান সাগৰৰ কৃষ্ণ সলিলৰাশিৰ ওপৰেদি পাৰ হৈ যাওঁতে, যেতিয়া তৰঙ্গমালাই উপকূলত খুন্দা মাৰেহি আৰু বায়ু-প্ৰবাহৰ ফলত আকাশৰ ঘন মেঘ যেনেকৈ অপসৃত হয়, সেইদৰে টাৰ্ণাছে যিফালেই গতি কৰিছিল, সেই ঠাইৰ সকলো সৈন্য পলাই পত্ৰং দিছিল। অপ্ৰতিহত গতি-বেগেৰে টাৰ্ণাছ অগ্ৰসৰ হৈছিল। ৰথখন বায়ুবেগে চলি যাওঁতে তেওঁৰ শিৰস্ত্ৰাণৰ পাখিবিলাক বতাহত জোঁকাৰ খাই কঁপি আছিল, কিন্তু ফিজিয়াছে তেওঁৰ এই অবাধ আক্ৰমণ আৰু সদৰ্প ৰণহুংকাৰ সহ্য কৰিব নোৱাৰিলে। তেওঁ তৎপৰতাৰে চলন্ত ৰথখনৰ সন্মুখীন হৈ শক্তিশালী সোঁহাতেৰে মুখ লেকাই দৌৰি যোৱা ঘোঁৰাহাল ধৰি সিহঁতক অন্য ফালে ঘূৰাই দিলে। তাকে কৰোঁতে তেওঁ ঘূৰলিত ধৰি চুচৰি যাব লগা হৈছিল আৰু

তেওঁৰ শৰীৰৰ পাৰ্শ্বদেশ অৰক্ষিত হৈ পৰিছিল। টাৰ্ণাছৰ বৰ্শাফলকে তেওঁৰ হুতৰপীয়া জাখৰ বিদীৰ্ণ কৰিছিল। তেওঁ সামান্যভাৱে আহত হ'ল। ফিজিয়াছে এতিয়া শত্ৰুৰ ফালে চকু দিলে। তেওঁ ঢালখনেৰে নিজক আবৰি ধৰি তীক্ষ্ণ তৰোৱালখন উলিয়াই ল'লে। কিন্তু আক্ৰমণ কৰিবলৈ নৌপাওঁতেই, তেওঁ দুৰ্জয় গতিত চলি থকা ৰথৰ চকাৰ তলত পৰি ধৰাশায়ী হ'ল। ঠিক সেই মুহূৰ্ত্ততে টাৰ্ণাছে শাণিত অসিৰে তেওঁৰ শিৰ-স্ত্ৰাণ আৰু বৰ্মৰ যোৰাতে আঘাত কৰিলে। তেওঁৰ কটা মূৰ উফৰি গ'ল আৰু কবন্ধ বালিৰ ওপৰত পৰি থাকিল।

ৰণভূমিত টাৰ্ণাছে এইদৰে সংহাৰ-লীলাৰ সৃষ্টি কৰি থাকোতে মেনি-ষ্টিয়াছ, বিশ্বস্ত একেটিছ আৰু এস্কেনিয়াছে আহত ইনিয়াছক শিবিৰলৈ লৈ আহিছিল। তেওঁ দীঘল বৰ্শাডালত ভৰ দি অতি কষ্টেৰে খোজ দিছিল। তেওঁ অতি ক্ৰোধেৰে কাড়ৰ ভগা আগটো উলিয়াবলৈ চেষ্টা কৰিছিল। তৰোৱালেৰে ঘাভোখৰ বহল কৰি কাটি কাড়ৰ আগটো বাহিৰ কৰিলেই শীঘ্ৰে সকাহ পাব বুলি তেওঁ অনুচৰসকলক বাৰে বাৰে সকীয়াই দিছিল আৰু তাকে কৰি অটাই তেওঁ যুদ্ধলৈ উভতি যাবলৈ তেওঁলোকক আদেশ দিছিল। আৰু এতিয়া তেওঁৰ ওচৰত আয়াচাছ-তনয় আয়াপিক্স উপস্থিত হ'ল। ফিবাছৰ তেওঁৰ প্ৰতি থকা গভীৰ অনুৰাগৰ ফলত তেওঁ জ্যোতিষ, বীণা-বাদন, শৰ-সন্ধান আদি বিদ্যাত পাৰদৰ্শিতা লাভ কৰিছিল। কিন্তু আয়াপিক্সে ৰোগত পৰি মুমূৰ্ষ হোৱা পিতাকক বচাবৰ বাবে ভেষজ ঔষধৰ ক্ৰিয়া অধ্যয়ন কৰি চিকিৎসা বিদ্যা আয়ত্ত কৰিবলৈ মন মেলিলে। যশ-গৌৰৱৰ প্ৰতি তেওঁৰ আকৰ্ষণ নাইকিয়া হ'ল। তেতিয়া যাঠি এডালত ভৰ দি ইনিয়াছে বিকটভাৱে চীৎকাৰ কৰি আছিল। এদল যোদ্ধাই তেওঁক বেৰি আছিল। অতি ব্যথিত হৈ ইয়ুলাছো তাতে আছিল। তেওঁ-লোকৰ চকুৰ পানীয়ে ইনিয়াছক টলাব পৰা নাছিল। অশ্বিনীকুমাৰৰ দৰে কাপোৰ-কানি-কোঁচাই লৈ বৃদ্ধ আয়াপিক্সে অতিশয় উৎকণ্ঠাৰে এপলোৰ পৰা লাভ কৰা নিদান প্ৰয়োগ কৰিছিল। কিন্তু তেওঁৰ সকলো চেষ্টা ব্যৰ্থ হ'ল। তেওঁ কাঁড়পাট আঙুলিৰে ধৰিছিল আৰু লোহাৰ জোংটো চেপেনাৰে বাহিৰ কৰিবলৈ অশেষ প্ৰয়াস কৰিছিল। কিন্তু তেওঁ সাফল্য লাভ কৰিব নোৱাৰিলে। তেওঁৰ পৃষ্ঠপোষক এপলোৰ অনুগ্ৰহৰ

পৰা তেওঁ বঞ্চিত হ'ল। আৰু এই সময়ছোৱাতে ৰণভূমিৰ ভয়ঙ্কৰ কোলাহ'ল ক্ৰমান্বয়ে তীব্ৰতৰ হৈ আহিছিল। দুৰ্যোগ আসন্ন হৈ পৰিছিল। ধূলিৰ ডাৱৰে আকাশ আৱৰি ধৰিছিল। অশ্বাৰোহী সৈন্য তেওঁলোকৰ প্ৰায় ওচৰ চাপিছিল। শিবিৰৰ ভিতৰতো ধূলি-মাকতি আহি সোমাইছিল। ৰণদেৱতাৰ নিষ্ঠুৰ কবলত পৰি প্ৰাণত্যাগ কৰা তৰুণ যোদ্ধাৰ তুমুল আৰ্ত্তনাদেৰে গগন মুখৰিত হৈছিল।

কিন্তু পুতেকে অযথা ইমান কষ্ট পোৱাত ইনিয়াছ-জননী ভেনাছ বিচলিত হৈ পৰিছিল। ক্ৰীটদেশত থকা ইডা পৰ্বতৰ পৰা তেওঁ এটা বনৌষধি আহৰণ কৰিলে। ইয়'ৰ ডাল-পাত লহপহীয়া আৰু ফুলবিলাক তেজবৰ্ণ। পিঠিত কাঁড় সোমালে বনৰীয়া ছাগলীবিলাকে এই বনপাতবিলাক খায়। কুঁৱলিৰ আৱৰণেৰে নিজকে লুকুৱাই ভেনাছে এই বনৌষধি লৈ তেওঁলোকৰ কাষ পালেহি। যিটো জিলিকি থকা পাত্ৰৰ পৰা তেওঁলোকে ঘাঁ-ডোখৰত পানী ঢালিছিল, সেই পাত্ৰত থকা পানীতে তেওঁ ঔষধৰ ৰস মিহলাই দিলে। শেষত তেওঁ সৰ্বৰোগহৰ, অমৃতোপম, সুগন্ধি ভেষজৰ আৰক সেই পানীত ঢালি দিলে। এতিয়া এই ঔষধিকৃত জলেৰে আয়াপিক্সে ক্ষত প্ৰক্ষালন কৰিলে। অৱশ্যে তেওঁ ইয়াৰ মহিমা বুজিব পৰা নাছিল। আৰু আকস্মিকভাৱে ইনিয়াছৰ বেদনাৰ উপশম হ'ল। ৰক্তক্ষৰণো বন্ধ হ'ল ইয়াৰ পিছত আয়াপিক্সে হাতেৰে ধৰি থকা কাঁড়পাট অনায়াসে আৰু আপোনা-আপুনি ওলাই আহিল। ইনিয়াছে পূৰ্বৰ শক্তি ঘূৰাই পালে। আয়াপিক্সে চিঞৰি ক'লে, "তুৰন্তে এই বীৰজনৰ কাৰণে অস্ত্ৰ-শস্ত্ৰ লৈ আহা। দবক লাগি ৰৈ আছা কিয়?" তেৱেঁই শত্ৰুৰ সন্মুখীন হ'বৰ কাৰণে তেওঁলোকক অনুপ্ৰাণিত কৰিলে। "এই শুভ ফল মানৱীয় শক্তিয়ে প্ৰদান কৰা নাই। ই আমাৰ চিকিৎসা বিদ্যাৰো অতীত। ইনিয়াছ, মোৰ হাতত তুমি আৰোগ্য লাভ কৰা নাই। মোতকৈ অধিক শক্তিশালী কোনোবা দেৱতাই এই কাম কৰিছে। মহত্তৰ কাৰ্য সাধন কৰিবৰ কাৰণে তেওঁ তোমাক পুনৰ ৰণলৈ প্ৰেৰণ কৰিছে।"

ইনিয়াছৰ ৰণস্পৃহা জাগি উঠিল। তেওঁ ক্ৰমে সোঁহাতে আৰু বাওঁহাতত সুবৰ্ণ অঙ্গত্ৰাণ ধাৰণ কৰিলে। ইমান সময় পলম কৰিব লগা হোৱাত, তেওঁ সক্ৰোধে দীপ্যমান বৰ্শা আন্দোলিত কৰি ঢাল আৰু বৰ্মেৰে

নিজক সজ্জিত কৰিলে। ইয়াৰ পিছত তেওঁ এস্কেনিয়াছক মৰমেৰে সাৱটি ধৰি মুখাবৰণৰ সৈতেই চুমা খাই ক'লে, "পুত্ৰ, মোৰ পৰা তুমি নিৰ্ভীকতা কি বস্তু আৰু উৎসাহেৰে কঠোৰ পৰিশ্ৰম কেনেকৈ কৰিব পাৰি, এই গুণকেইটা শিকি লোৱা। সৌভাগ্য কি সেয়া আনৰ পৰা জানিব পাৰিবা। আজি মোৰ এই দক্ষিণ বাহুৱে তোমাক নিৰাপদে ৰক্ষা কৰিব আৰু য'ত বহুমূলীয়া পুৰস্কাৰ লাভ কৰিব পাৰি তালৈ লৈ যাব। কিন্তু যেতিয়া তোমাৰ বয়স বাঢ়িব, তেতিয়া তুমি এটা কথা পাহৰি নাযাবা। তোমাৰ পিতৃ-পিতামহে যিবিলাক নিদৰ্শন দেখুৱাই গৈছে, সেইবিলাক তুমি সুঁৱৰিব লাগিব। তোমাৰ পিতাৰ ইনিয়াছ আৰু পিতৃব্য হেক্টৰ। ইয়াৰ পৰাই তুমি অনুপ্ৰেৰণা লাভ কৰিবা।

ইয়াকে কৈ তেওঁ প্ৰকাণ্ড বৰ্শা আস্ফালিত কৰি শিবিৰৰ পৰা যাত্ৰা কৰিলে। তেওঁৰ বিশাল শৰীৰে সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছিল। আন্তিয়াছ আৰু মেনিষ্টিয়াছেও একোটা সৈন্যদল লৈ তেওঁক অনুসৰণ কৰিলে। সমগ্ৰ সৈন্যবাহিনী এতিয়া শিবিৰৰ পৰা নিষ্ক্ৰান্ত হ'ল আৰু যুদ্ধক্ষেত্ৰৰ ফালে সদলবলে যাবলৈ ধৰিলে। বিস্তীৰ্ণ সমতল ধূলিৰে ধুঁৱলি-কুঁৱলি হৈছিল আৰু খোজৰ ভৰত মেদিনী কঁপি উঠিছিল। বিপৰীত ফালে থকা মাটিৰ ঢাপৰ সিপাৰৰ পৰা টাৰ্ণাছ আৰু অছনীয়ানসকলে তেওঁলোকক আহি থকা দেখিবলৈ পালে। তেওঁলোকে হাড়ৰ মাজে মাজে এটা শীতল শিহৰণ অনুভৱ কৰিলে। কিন্তু লাটিনবিলাকৰ ভিতৰত এক-মাত্ৰ জুটুৰ্ণাইহে পোন প্ৰথমে সেই কোলাহল শুনিবলৈ পাইছিল আৰু তাৰ অৰ্থ উপলব্ধি কৰি তেওঁ ঠক্ ঠক্ কৰে কঁপিছিল। ইনিয়াছে দ্ৰুত-গতিৰে আহি সৈন্য-বাহিনীক তৎপৰতাৰে পৰিচালিত কৰিছিল। ভয়ঙ্কৰ বিপদৰ আগ-জাননী দি তেওঁলোক মুকলি পথাৰখনেদি আগ বাঢ়ি গৈছিল। সাগৰৰ মাজৰ পৰা সবেগে আহি থকা ধুমুহাৰ উত্থান পালে উপকূলৰ আশে-পাশে থকা দৰিদ্ৰ কৃষকসকল আতঙ্কিত হৈ পৰে, কাৰণ সেই বায়ু-প্ৰবাহে তেওঁলোকৰ লাগনি গছবিলাক, পথাৰৰ খেতি ভছিলং কৰিব আৰু এটা বিস্তৃত অঞ্চল জুৰি বিপৰ্যয়ৰ সৃষ্টি কৰিব। সাগৰৰ পাৰৰ ফালে হোঁ-হোৱাই বতাহ বলে। ট্ৰয়ৰ বীৰজন এইদৰেই অগ্ৰসৰ হৈছিল। শত্ৰু-সৈন্যৰ বিৰুদ্ধে তেওঁ নিজৰ বণুৱাসকলক পৰিচালনা কৰিছিল।

যুঁজাকসকলে সংহত আৰু সুবিন্যস্তভাৱে মাৰ বান্ধি যাত্ৰা কৰিছিল। আৰু এতিয়া ঠিগ্‌ৰিয়াছে বিশাল বপু অচিৰিছক তৰোৱালেৰে বধ কৰিছিল। মেনিষ্টিয়াছৰ হাতত আৰ্কেটিয়াছ নিহত হৈছিল, একেটাছে ইপুলৰ প্ৰাণ লৈছিল আৰু জায়াছে উকেল্সক সংহাৰ কৰিছিল। বৰ্শা নিক্ষেপ কৰি সন্ধি-ভঙ্গ কৰা জ্যোতিষী টলুম্‌নিয়াছৰ মৃত্যু হ'ল। তুমুল কোলাহলে গগন মুখৰিত কৰিছিল। ৰুটুলীয়ানবিলাকে এতিয়া পৃষ্ঠপ্ৰদৰ্শন কৰিছিল। ধূলিৰ ডাৱৰৰ পৰা পৰিত্ৰাণ পাবলৈ তেওঁলোক জাপদি মেলিছিল। কিন্তু এই পলায়নমান পদাতিকসকলক হত্যা কৰা ইনিয়াছৰ উদ্দেশ্য নাছিল। আনকি তেওঁৰ সম্মুখীন হোৱা বৰ্শাধাৰী সেনাবিলাককো তেওঁ আক্ৰমণ কৰা নাছিল। কাৰণ সেই ঘোৰ অন্ধকাৰত তেওঁ একমাত্ৰ টাৰ্ণাছকহে বিচাৰি ফুৰিছিল আৰু অকল তেওঁৰ লগত যুদ্ধ কৰিবলৈহে ইনিয়াছে অভিলাষ কৰিছিল।

সেই সংগ্ৰামখনৰ আশঙ্কাতে এতিয়া নিৰ্ভীক জুটুৰ্ণা ব্যাকুল হৈ পৰিছিল। টাৰ্ণাছৰ সাৰথি। মেটিস্কাছক ৰথচ্যুত কৰি তেওঁ নিজে সেই ঠাইত অৱস্থিত হ'ল। মেটিস্কাছৰ ৰূপ ধাৰণ কৰি তেওঁ হাতত বাঘ জৰি ল'লে। মাতে-কথাই, চেহেৰাই-পাতিয়ে, অস্ত্ৰই-শস্ত্ৰই তেওঁ সাইলাখ মেটিস্কাছৰ নিচিনা হ'ল। কোনো এজন ধনী জমিদাৰৰ প্ৰকাণ্ড ভঁৰালত সোমাই বাহত থকা পোৱালিৰ কাৰণে মুখত খুদ-কণ এটা লৈ বালিমাহী চৰাই এটা ভুৰং কৰে উৰা মাৰি যায়। তাইৰ মাত কেতিয়াবা হয়তো খালি ঘৰ এটাৰ পৰা নাইবা কোনো সময়ত পুখুৰীৰ পাৰত শুনিবলৈ পোৱা হয়। সেইদৰেই জুটুৰ্ণাই এতিয়া শত্ৰুৰ মাজেদিয়েই ৰথখন বেগেৰে চলাই লৈ গৈছিল। তেওঁ সমগ্ৰ ৰণক্ষেত্ৰ এইদৰে বিচৰণ কৰিছিল। বিজয় গৰ্বত তেতিয়াও উল্লসিত হৈ থকা ভায়েকক তেওঁ ইফালে সিফালে লৈ ফুৰিছিল। কিন্তু যুদ্ধত যাতে তেওঁ প্ৰবৃত্ত হ'ব নোৱাৰে তাৰ বাবে সচেষ্ট হৈ আছিল। সেই উদ্দেশ্যে তেওঁ ৰথখন বেঁকা-বেঁকিকৈ চলাইছিল আৰু ৰণপথাৰৰ পৰা বহুত আঁতৰলৈ নিছিল। কিন্তু তথাপি ইনিয়াছে বক্ৰগতিৰে চলি থকা ৰথখন অনুসৰণ কৰিছিল আৰু টাৰ্ণাছৰ মুখামুখি হ'বলৈ চেষ্টা কৰিছিল। তেওঁ এবাৰ ৰণভঙ্গ দিয়া সৈন্যবিলাকৰ মাজেদি গৈ টাৰ্ণাছৰ সন্ধান পাইছিল আৰু তেওঁক উচ্চ কণ্ঠে ৰণৰ কাৰণে আহ্বান

কৰিছিল। কিন্তু যি মুহূৰ্ত্তত তেওঁ বায়ুবেগী ঘোঁৰাই টানি নিয়া ৰথ-খনত টাৰ্ণাছক দেখা পাই তেওঁৰ সমীপৱৰ্ত্তী হ'বলৈ প্ৰাণটাকি চেষ্টা কৰিছিল, ঠিক তেতিয়াই জুটুৰ্ণাই থিতাতে ফালৰি কাটি ৰথখন আন-ফালে চলাই লৈ গৈছিল। এতিয়া বাক বেচেৰা ইনিয়াছে কি কৰিব? তেওঁ বিপাঙত পৰিছিল আৰু কেনি যাব কেনি নাযাব, একো স্থিৰ কৰিব পৰা নাছিল। নদীৰ প্ৰবল সোঁতে যেন তেওঁক ইফালে সিফালে উটুৱাই নিছিল। কিন্তু এনেতে মেচাপাছ কোবেৰে লৰি আহিছিল। তেওঁৰ বাওঁহাতত আছিল লোহাৰ জোং লগোৱা ছুডাল কঠিন বৰ্ষা। তাৰে এডাল তেওঁ ইনিয়াছলৈ মাৰি পঠাইছিল। ইনিয়াছে ঠাইতে বৈ এটা আঁঠুৰ ওপৰত ভৰ দি চাপৰি দিলে আৰু ঢালেৰে নিজক আৱৰি ধৰিলে। তথাপি প্ৰবল গতিৰে আহি থকা বৰ্শাপাটে শিৰস্ত্ৰাণৰ চূড়াত আঘাত কৰি তাত লাগি থকা পাখিকেইটা উকৰাই পেলালে। তেতিয়া ইনিয়াছ খঙত টিঙিৰি তুলা হ'ল, এই অপ্ৰত্যাশিত আক্ৰমণত তেওঁৰ উদ্দেশ্য সলনি হ'ল। ঘোঁৰাই ৰথখন যুদ্ধ-ক্ষেত্ৰৰ পৰা বহুত আঁতৰলৈ টানি লৈ যোৱা দেখা পাই তেওঁ বহুত সময় জুপিটাৰক প্ৰাৰ্থনা কৰিলে। যিবিলাক বেদীৰ কাষতে শান্তিৰ চৰ্ত্তবিলাক উলংঘা কৰা হৈছিল, সেই বেদীবিলাকক তেওঁ সাক্ষী মানিলে। এইখিনি কৰি অটাই তেওঁ অৱশেষত শত্ৰুক আক্ৰমণ কৰিবলৈ উদ্যত হ'ল। ৰণদেৱতাৰ সাহায্যত ৰুদ্ৰমূৰ্ত্তি ধৰি তেওঁ ভেদাভেদ বিচাৰ নকৰি নৃশংস হত্যালীলাৰ সৃষ্টি কৰিলে। এইদৰেই তেওঁৰ প্ৰচণ্ড ক্ৰোধনদী প্ৰবাহিত হৈছিল।

মৃত্যুৰ এই তাণ্ডৱলীলা মই কোন দেৱতাৰ সহায়ত বৰ্ণনা কৰিম। টাৰ্ণাছ আৰু ট্ৰয়ৰ নেতাজনৰ হাতত কেনেকৈ অসংখ্য সামন্তৰ বিনাশ ঘটিল আৰু কেনেকৈ সৈন্যবিলাকে ৰণভঙ্গ দি পলায়ন কৰিলে, সেই কাহিনী কোনে মোৰ আগত উদ্ঘাটন কৰিব? জুপিটাৰ! যিবিলাক জাতি ভৱিষ্যতে যাউতিযুগীয়া শান্তিত একেলগে বসবাস কৰি পাৰিব, সেইবিলাকৰ মাজতে এনেকুৱা অভূতপূৰ্ব হিংস্ৰতাৰ সৃষ্টি তুমিয়েই কৰিছিলানে? কটুলীয়ান ছুক্ৰোৰে পাৰ দাঁতিত আঘাত কৰাত ইনিয়াছে তেওঁক আগচি ধৰিলে। তেওঁলোক দুয়োৰে যুঁজ লাগিল আৰু ট্ৰজান-বিলাকে আক্ৰমণৰ কথা পাহৰি গৈ একেথৰে তেওঁলোকক চাই থাকিল।

কিন্তু ছুক্ৰোক পৰাস্ত কৰিবলৈ ইনিয়াছৰ বেছি সময় নালাগিল। তেওঁ কামিহাঁড়ৰ মাজেদি হানি নিৰ্মম অসি ছুক্ৰোৰ কলিজাত বহুৱাই দিলে। এনে আঘাতে চকুৰ পলকতে মৃত্যু ঘটায়। টাৰ্ণাছে আমিকাছক আক্ৰমণ কৰিছিল। তেওঁ মাটিৰ পৰা যুঁজিব লগা হৈছিল, ভায়েক ডায়ৰিছৰ লগতে তেওঁ ঘোঁৰাৰ পৰা বাগৰি পৰিছিল। আমিকাছে চোঁচা লওঁতেই টাৰ্ণাছে তেওঁক বৰ্শাবিদ্ধ কৰিলে আৰু ডায়ৰিছৰ গাত তৰোৱালৰ আঘাটো বহুৱাই দিলে। দুয়োজনৰে মূৰ দুটা কাটি লৈ তেওঁ ৰথত ওলোমাই লৈছিল আৰু তাৰ পৰা টোপাটোপে তেজ পৰিছিল। টালোছ, টাৰ্ণাইছ আৰু নিৰ্ভীক ছিঠিপাছৰ ইনিয়াছৰ হাতত মৃত্যু হ'ল। তেওঁ তিনিও জনকে একেলগে আক্ৰমণ কৰিছিল। নিৰানন্দ ওনিটিছৰো পতন হ'ল। ইকিয়মৰ নগৰখনৰ নামেৰে তেওঁ অভিহিত হৈছিল। তেওঁ জন্মদাত্ৰী আছিল পেৰিভিয়া। এপলোৰ দেশ লিছিয়াৰ পৰা ৰণলৈ অহা কেইজনমান ককাই-ভাইক টাৰ্ণাছে যমপুৰীলৈ পঠাইছিল। তেওঁৰ হাতত আৰ্কেডিয়ান মিনিটিছেও প্ৰাণ হেৰুৱালে। তেওঁৰ যুদ্ধৰ প্ৰতি আসক্তি নাছিল, কিন্তু তথাপি তেওঁ ৰণতেই জীৱন আহুতি দিলে। তেওঁৰ ঘৰৰ অৱস্থা টনকিয়াল নাছিল। প্ৰচুৰ মাছ পকা লাৰ্ণাৰ নদী-বিলাকেই তেওঁলোকক জীৱিকা যোগাইছিল। ক্ষমতাশালী লোকৰ লগত তেওঁলোকৰ সংশ্ৰৱ নাছিল। তেওঁৰ পিতাকে খাজনাত লোৱা মাটি এডৰাতে সদায় খেতি কৰিছিল। শুকাই খৰখৰীয়া হৈ থকা হাবিখনত জুই লাগিলে বেলেগ বেলেগ দিশৰ পৰা শিখাবিলাক যেনেকৈ জিভা মেলি আছে আৰু জোপাবিলাকৰ পৰা ফট ফট শব্দ হয়; নতুবা পাহাৰৰ ওপৰৰ পৰা যেনেকৈ ফেনে-ফোটোকাৰে ভৰা নদীবিলাক গুজৰি-গুমৰি তললৈ বৈ আহে, আৰু সমতল ভূমি নোপোৱা পৰ্যন্ত প্ৰতিখনেই দুৰ্বাৰ গতিৰে সকলো বাধা উটুৱাই লৈ যায়, ঠিক সেইদৰেই ইনিয়াছ আৰু টাৰ্ণাছে অতিশয় ক্ষিপ্ৰতাৰে আৰু অধীৰ আগ্ৰহেৰে ৰণ-ভূমি অতিক্ৰম কৰিছিল। তেওঁলোকৰ অন্তৰৰ ক্ৰোধ অভূতপূৰ্বভাৱে প্ৰজ্বলিত হৈছিল। তেওঁলোকৰ অপৰাজেয় হৃদয় বিপজ্জনকভাৱে স্ফীত হৈ পৰিছিল। তেওঁ-লোকে হনা আঘাতবিলাকে তেওঁলোকৰ অপৰিসীম শক্তিৰ স্বাক্ষৰ বহন কৰিছিল।

মাৰেনাছে চিগ্ৰুবি চিগ্ৰুবি তেওঁৰ প্ৰাচীন বংশ-পৰম্পৰা, পূৰ্বপুৰুষসকলৰ নাম আৰু লাটিন ৰজাসকলৰ পৰা তেওঁৰ বংশৰ কেনেকৈ উৎপত্তি হৈছিল, এইবিলাক কীৰ্তন কৰি আছিল। ইনিয়াছে দুৰ্জয় গতিৰে তেওঁলৈ শিল এটা মাৰি পঠিয়ালে আৰু বেচেৰা লগে লগেই ধৰাশায়ী হ'ল। ৰথৰ খুঁৰলিয়ে তেওঁক হেঁচা মাৰি ধৰিছিল, বাঘজৰিও তেওঁৰ হাতত আছিল। চকাকেইটা আগৰ ফালে চলি গ'ল আৰু ঘোঁৰাই একো গম নোপোৱাকৈয়ে তেওঁক খুৰাৰে গচকি-পিহি পেলালে। অতি গৰ্বেৰে হুঙ্কাৰ কৰি আক্ৰমণ কৰাৰ সময়তে টাৰ্ণাছে হিল্লাছৰ সোণৰ শিৰস্ত্ৰাণটো লক্ষ্য কৰি বৰ্শা নিক্ষেপ কৰিলে। শিৰস্ত্ৰাণ ভেদ কৰি বৰ্শা মূৰত সোমাল। আৰু হায় ক্ৰিঠিয়াছ, অসম সাহসী গ্ৰীক বীৰ, দক্ষিণ বাহুৰে তোমাক টাৰ্ণাছৰ পৰা ৰক্ষা কৰিব নোৱাৰিলে। কুপেনাছৰ ইষ্টদেৱতাসকলেও তেওঁক ইনিয়াছৰ হাতৰ পৰা মুক্ত কৰিব পৰা নাছিল। তেওঁৰ ব্ৰঞ্জৰ ঢালখনে আঘাত প্ৰতিৰোধ কৰিব নোৱাৰিলে। অতি দুখ লগাকৈ অস্ত্ৰপাট তেওঁৰ বুকুত সোমাল। সেই লৰেন্টাইন উপত্যকাতে ইয়লাছৰ পতন হ'ল। ওপৰলৈ মুখ কৰি তেওঁ মাটিত বাগৰি পৰিল। প্ৰায়ামৰ সাম্ৰাজ্য ধ্বংস কৰা একিলিছ আৰু তেওঁৰ গ্ৰীক সৈন্যসকলেও তোমাক পৰাজিত কৰিব পৰা নাছিল। কিন্তু এতিয়া তুমিও প্ৰাণ হেৰুৱালা। ইডা পৰ্বতৰ নামনিত অৱস্থিত লাৰ্নিচাছত আছিল তোমাৰ মনোৰম প্ৰাসাদ। সেই চালে ঢকুৱোৱা ঘৰখনত তুমি বাস কৰিছিলা, কিন্তু এতিয়া লৰেন্টাইন ভূমিত তুমি সমাধিস্থ হ'লা। ৰণক্ষেত্ৰৰ প্ৰতিটো শাৰীত, প্ৰতিটো অংশত এতিয়া লাটিন ডাৰ্ডানসকলে প্ৰাণপণে যুদ্ধ কৰিবলৈ ধৰিলে। মেনিষ্টিয়াছ, ভয়ঙ্কৰ চেৰেষ্টাছ, অশ্বদমন মেচাপাছ আৰু নিৰ্ভীক আচিলাছ, সুসজ্জিত ইট্ৰুস্কান বাহিনী, ইভেণ্ডাৰৰ আৰ্কেডিয়ান যোদ্ধা, সকলোটি যুদ্ধত প্ৰবৃত্ত হ'ল। একাণ্ড নিজৰ শক্তিৰ ওপৰত নিৰ্ভৰশীল হৈ প্ৰতিজন সৈন্যই যুঁজ কৰিছিল, অবিৰাম যুদ্ধ কৰিছিল; প্ৰাণটাকি যুদ্ধ কৰাৰ বাহিৰে তেওঁলোকৰ গত্যন্তৰ নাছিল। খন্তেকো জিৰণি ল'বলৈ তেওঁলোকৰ অৱকাশ নাছিল।"

কিন্তু ইনিয়াছৰ জননী, ৰূপকুঁৱৰী, দেৱী ভেনাছে, লগেলগে প্ৰাচীৰ আক্ৰমণ কৰি লাটিনবিলাকক অকস্মাতে বিপৰ্যয়ৰ সম্ভাৱনাৰে আতঙ্কিত কৰিবলৈ পুত্ৰেকক প্ৰণোদিত কৰিলে। টাৰ্ণাছক অনুসৰণ কৰি থকা

অকস্মাত ইনিয়াছে ৰণভূমিৰ পৰা ইফালে সিফালে দৃষ্টিপাত কৰিছিল আৰু তেতিয়া নগৰখন তেওঁৰ চকুত পৰিছিল। নগৰখনে এই ভয়ঙ্কৰ যুদ্ধত কোনো ভূমিকা গ্ৰহণ কৰা নাছিল আৰু সেইকাৰণে তাত বিৰাজ কৰা শান্তিও বিপন্ন হোৱা নাছিল। লগে লগে তেওঁৰ কল্পনা শক্তি সক্ৰিয় হৈ পৰিল। অত এটা ভয়ানক ৰণকৌশল তেওঁ আৱিষ্কাৰ কৰিলে। তেওঁ মেনিষ্টিয়াছ, চাৰ্জেষ্টাছ আৰু সাহসী চেৰেষ্টাছ আদি সেনাপতিসকলক মাতি পঠিয়ালে আৰু নিজে ওখ ঠাই এডোখৰত থিয় হ'ল। সমস্ত ট্ৰজান সৈন্য সেই ঠাইত সমবেত হ'ল। শাণিত অস্ত্ৰ আৰু ঢাল ধাৰণ কৰি তেওঁলোকে সুবিন্যস্তভাৱে গোট খাইছিল। মাটিৰ ঢিপটোৰ ওপৰত থিয় হৈ ইনিয়াছে ক'লে, "অবিলম্বে মোৰ আদেশ পালন কৰা। জুপিটাৰে আমাক সমৰ্থন কৰিছে। মোৰ এই নতুন কৌশলৰ কথা আগতে তোমা-লোকক জনাব পৰা নাছিলো। কিন্তু সেই বুলি তোমালোকে পলম কৰিব নোৱাৰিবা। আজি আমি লাটিনাছৰ ৰাজধানীখন আক্ৰমণ কৰিম। এই নগৰখনৰ কাৰণেই এই যুদ্ধৰ সূত্ৰপাত হৈছে। পুৰবাসীসকলে যদি পৰাজয় স্বীকাৰ নকৰে, তেওঁলোকে যদি আমাৰ আধিপত্য মানি নলয়, তেন্তে আমি নগৰখন বিধ্বস্ত কৰিম। অগ্নি-সংযোগ কৰি প্ৰতিটো অট্টালিকা মাটিৰ লগত মিহলি কৰি পেলাম। টাৰ্ণাছে নিজৰ অৱসৰ মতে মোৰ লগত যুঁজ কৰিবলৈ আহিব আৰু মই তাৰ কাৰণে অপেক্ষা কৰি থাকিম। এবাৰ তেওঁ পৰাজিত হৈছেই, তেনেস্থলত তোমালোকে ভাবিছানেকি যে মই পুনৰ তেওঁৰ সন্মতিৰ কাৰণে বাট চাম? এই অমঙ্গলীয়া যুদ্ধখনৰ উৎপত্তিৰ কাৰণ তাতেই নিহিত হৈ আছে। দেশবাসীসকল, জ্বলা জোঁৰ সংগ্ৰহ কৰা। এই জ্বলন্ত যুক্তিৰ দ্বাৰাহে আমি বোধহয় পুনৰ শান্তি প্ৰতিষ্ঠা কৰিব পাৰিম।"

ইনিয়াছে এইদৰে কোৱাৰ লগে লগে সৈন্যবিলাকে কীলক-ব্যূহ নিৰ্মাণ কৰি, অফুৰন্ত উৎসাহেৰে আৰু সম্মিলিত শক্তিৰে প্ৰাচীৰ আক্ৰমণ কৰিলে। বিস্ময়জনক তৎপৰতাৰে তেওঁলোকে জখলা আৰু জ্বলা জোঁৰ সংগ্ৰহ কৰিলে। ট্ৰজান সৈন্যৰ এটা দলে দ্বাৰৰক্ষীসকলক বধ কৰিলে। বাকীবিলাকে বৰ্ষণ কৰা লৌহাস্ত্ৰই আকাশ ঢাকি ধৰিলে। সকলোৰে আগত থাকি ইনিয়াছে প্ৰাচীৰৰ কাষে হস্ত প্ৰসাৰিত কৰি লাটিনাছক অভিযুক্ত

কৰিলে। দেৱতাসকলক সাক্ষী মানি ক'লে যে পুনৰ যুদ্ধত জঁাপ দিবলৈ তেওঁক বাধ্য কৰোৱা হ'ল। ইটালীয়ানবিলাকে দ্বিতীয়বাবৰ বাবে শান্তিৰ চৰ্ত্ত ভঙ্গ কৰি তেওঁৰ প্ৰতি শত্ৰুতাচৰণ কৰিলে। আৰু এতিয়া নাগৰিক-সকলৰ মাজত আতঙ্ক আৰু অনৈক্য বিস্তৃত হৈ পৰিল। কিছুমানে মত প্ৰকাশ কৰিলে যে নগৰদ্বাৰ ড্ৰাৰ্ডানসকলৰ কাৰণে উন্মুক্ত কৰি লাটিনাছক প্ৰাচীৰৰ ওপৰলৈ বলেৰে লৈ আহিব লাগে। কিন্তু বহুতেই অনুধাৱণ কৰি নগৰ প্ৰাচীৰ ৰক্ষা কৰাই উচিত হ'ব বুলি সিদ্ধান্ত কৰিলে। পাহাৰৰ শিলৰ মাজৰ খোন্দ এটাত মৌ-বাহ এটা দেখা পালে; ভেড়াৰখীয়া এজনে তাত জাগ দিয়ে। শিলৰ ভিতৰখন ফঁপোলা। লুকাই থাকিবলৈ তাত বহুতো সুৰুঙা আছে। ভিতৰত থকা মৌ-মাখিবিলাকে বিপদত পৰি মৌ-চাকৰ চাৰিওফালে কোবেৰে উৰি ফুৰে। খঙত সিহঁতে গুনগুনায়। ইতিমধ্যে ক'লা ধোঁৱাই সিহঁতৰ বাহটো আগুৰি ধৰে। শিলৰ মাজৰ পৰা সশব্দে বাহিৰলৈ ধোঁৱা ওলাই আছে। নগৰখনৰ অৱস্থা এতিয়া তেনেকুৱাই হৈছিল।

দুখে-ভাগৰে জৰ্জৰিত হোৱা লাটিনবিলাকৰ কপালত তেতিয়াও বহুত দুখ আছিল। এতিয়া আন এটা দাৰুণ দুৰ্দশাই নগৰৰ ভেটি পৰ্যন্ত কপাই তুলিলে। ৰাণীয়ে প্ৰাসাদৰ পৰাই দেখা পালে যে শত্ৰু ওচৰ চাপি আহি প্ৰাচীৰ আক্ৰমণৰ আয়োজন কৰিছে আৰু নগৰৰ ঘৰবিলাকত অগ্নি-সংযোগ কৰিবলৈ উদ্যত হৈছে। কিন্তু ৰুটুলীয়ানবিলাকে আক্ৰমণ-কাৰীহঁতক বাধা দিবলৈ চেষ্টা কৰা নাই। টাৰ্ণাছে পৰিচালনা কৰা সৈন্য বাহিনীৰো দেখা-দেখি নাই। অভাগিনী কুঁৱৰীৰ বিশ্বাস হ'ল যে তৰুণ টাৰ্ণাছে যুদ্ধত প্ৰাণ বিসৰ্জন দিলে। তেওঁৰ মন বিক্ষিপ্ত হৈ পৰিল আৰু গভীৰ উদ্বেগত তেওঁ কান্দিবলৈ ধৰিলে এই শোচনীয় অৱস্থাৰ কাৰণে তেৱেঁই জগৰীয়া সেই কথা তেওঁ উচ্চ কণ্ঠে প্ৰকাশ কৰিলে। মানসিক ভাৰসাম্য হেৰুৱাই, অতি উদ্ভ্ৰান্তভাৱে তেওঁ বিলাপ কৰিবলৈ ধৰিলে। তেওঁ গাত লোৱা ৰঙা কাপোৰখন টানি-আজুৰি ফালি-ছিৰি পেলালে। চ'ৰ্ত্তিত চিপজৰি এডাল বান্ধিলে। লাটিয়াছৰ দুৰ্ভগীয়া ললনাসকলে ৰাণীৰ এই শোকাবহ পৰিণতিৰ বাতৰি পাই মৰ্মাহত হ'ল। লাভিনীয়াই নিজ হাতেৰে ফুলৰ দৰে শুৱনি চুলিটাৰি আঁজুৰি, জবাফুলীয়া গালদুখনি

আঁচুৰি, শোকত মৃহ্যমান হৈ পৰিল। বাকীবিলাকো বেজাৰত বলিয়া হোৱাদি হ'ল। গোটেই কাৰেঙতে তেওঁলোকৰ খিননিৰ বোল বিয়পি পৰিল। সমগ্ৰ নগৰখন শোকত অভিভূত হ'ল। সকলোৰে হিয়া ভাগি গ'ল। ফটা-ছিটা কাপোৰ পিন্ধি লাটিনাছে উদ্দেশ্যবিহীনভাৱে অনাই-বনাই ঘূৰিছিল। বাণীৰ মৃত্যু আৰু নগৰখনৰ পতনত তেওঁ হতবুদ্ধি হৈছিল। তেওঁ মূৰৰ পকা চুলিত ধূলি-বালি সানি ভাৰ্চান ইনিয়াছক পূৰ্বেই আদৰি আনি জীয়েকক তেওঁলৈ মুকলি মনেৰে বিয়া নিদিয়াৰ কাৰণে নিজকে দোষাৰোপ কৰিছিল।

ইতিমধ্যে টাৰ্ণাছে ৰণভূমিৰ সিমূৰে যুদ্ধ কৰি আছিল। তেওঁ পলৰীয়া সেনা কিছুমানক অনুসৰণ কৰিছিল। কিন্তু তেওঁৰ হিংস্ৰতা কমি গৈছিল, ঘোঁৰা চেঁকুৰি যাওঁতে তেওঁ আগৰ দৰে আনন্দত উগ্ৰাবল হোৱা নাছিল। বতাহত ভাহি অহা বিলাপৰ ধ্বনি তেওঁৰ শ্ৰুতিগোচৰ হৈছিল: কিবা এটা অজান আতঙ্কত তেওঁ শিয়ৰি উঠিছিল। নগৰত আৰম্ভ হোৱা তুমুল কোলাহল তেওঁৰ কাণত পৰিছিল। তেওঁ অতি সতৰ্কভাৱে কাণ পাতি আছিল, কিন্তু হৰ্ষসূচক কোনো শব্দ তেওঁ শুনা নাছিল। তেওঁ নিজে নিজেই ক'লে, "হায় হায়, নগৰখনত কিয় ইমান হুলস্থূল লাগিছে? কিহৰ কাৰণে ইমান হুৰা-হুৰা? ইমান দূৰৰ পৰা মই কিহৰ চিঞৰ-বাখৰ শুনিবলৈ পাইছো?" ইয়াকে কৈ তেওঁ গভীৰ উদ্বেগত বল্গা আকৰ্ষণ কৰিলে। ৰথখন ৰৈ গ'ল। ইয়াৰ পিছত আকস্মিকভাৱে মেটিস্কাছৰ ৰূপত ৰথ চলাই থকা টাৰ্ণাছৰ ভগিনীয়ে মাত লগালে, "টাৰ্ণাছ, আমি এই ট্ৰজান-হঁতক খেদি যোৱাই ভাল হ'ব। আমি ইয়াতে থাকি যি সাফল্য লাভ কৰিছো, তাকে অক্ষুণ্ণ কৰি ৰখাই আমাৰ একমাত্ৰ কৰ্তব্য। আমাৰ নগৰখন নিৰ্ভীকভাৱে ৰক্ষা কৰিবলৈ বীৰৰ অভাৱ হোৱা নাই। ইনিয়াছে ইটালীয়ানবিলাকক আক্ৰমণ কৰি যুদ্ধক্ষেত্ৰত চাঞ্চল্যৰ সৃষ্টি কৰিছে। আমিও শক্তি প্ৰয়োগ কৰি ট্ৰজানবিলাকক একেবাৰে নিৰ্মূল কৰি পেলাওঁ। শত্ৰুক সংহাৰ কৰি তেওঁ যি সন্মানৰ অধিকাৰী হ'ব, আমিও যেন তদ্ৰূপ গৌৰৱ লাভ কৰিব পাৰো।" টাৰ্ণাছে উত্তৰ দিলে, "বাইদেউ, যেতিয়াই তুমি কূটকৌশলেৰে শান্তি চৰ্ত ভঙ্গ কৰি ৰণত যোগ দিছিলাহি, সেই মুহূৰ্তৰ পৰাই তুমি মোৰ চকুত ধৰা পৰিছিলা। এতিয়াও মই তোমাক

চিনি পাইছো। তুমি মিছাকৈয়ে ছদ্মবেশ ধৰি আছা। কিন্তু আমাৰ কাৰণে এই দুখ-কষ্ট বৰণ কৰিবলৈ কোনে তোমাক অলিম্পাছৰ পৰা পঠাইছে? তুমি কি তোমাৰ অভাগা ভায়েৰৰ মৃত্যু-যন্ত্ৰণা চাবলৈকে ইয়ালৈ আহিছা? বাৰু কোৱাচোন, এতিয়া মোৰ জানো অন্য গতি আছে? বিধাতাই জানো মোক জীৱন দান কৰিব পাৰিব? মাৰেনাছক মই ভাল পাইছিলো, এতিয়াও যিসকল বাচি আছে, তেওঁলোকৰ সকলোতকৈয়ে তেওঁ মোৰ অধিক প্ৰিয়পাত্ৰ আছিল। কিন্তু দুৰ্দান্ত শক্তিৰ দ্বাৰা পৰাভূত হৈ দৈত্যৰ দৰেই তেওঁ ৰণত পৰিল। মই তেওঁক নিজ চকুৰে দেখা পাইছিলো, মৰাৰ সময়ত তেওঁ মোৰ নাম উচ্চাৰণ কৰিছিল, মই শুনিছিলো। দুৰ্ভগীয়া উফেন্সবো মৃত্যু হ'ল; মোৰ অপযশ দেখি যোতাৰ পৰা তেওঁ পৰিত্ৰাণ পালে। ট্ৰজানবিলাকে অস্ত্ৰ-শস্ত্ৰেৰে তেওঁৰ মৃতদেহ আটক কৰি থৈছে। এতিয়া আমাৰ ঘৰখন ধ্বংস হ'ব, মই কি তাকে চাই থাকিম? ড্ৰান্সিছে মোক যি অপমান কৰিলে সেয়া মোৰ কাণত এতিয়াও বাজি আছে। তাৰ প্ৰতিশোধ নোলোৱাকৈয়ে কি মই নিৰ্লজ্জভাবে জীয়াই থাকিম? মই কি শত্ৰুৰ প্ৰতি পৃষ্ঠপ্ৰদৰ্শন কৰিম আৰু সমগ্ৰ ইটালীয়ে টাৰ্ণাছৰ পলায়ন চাই থাকিব? মৰণ কি ইমান শোকাবহ! হে মৰ্ত্যৰ বীৰসকল, তোমালোকেই এতিয়া মোৰ সহায় হোৱা। কাৰণ স্বৰ্গৰ দেৱ-দেৱীসকলে মোক পৰিত্যাগ কৰিছে। এখন পবিত্ৰ অন্তৰ লৈ মই তোমালোকৰ মাজলৈ আহিছো; কাপুৰুষৰ পাপে মোক স্পৰ্শ কৰিব পৰা নাই। মহান পিতৃ-পিতামহসকলৰ নাম মই কলঙ্কিত নকৰো।"

এনে সময়তে জাক জাক শত্ৰু সেনাৰ মাজেদি চাচিছ টোপাকাঁড় অহাদি আহি আছিল, তেওঁৰ ঘোঁৰাটোৰ মুখৰ পৰা ফেন ওলাইছিল আৰু তেওঁৰ গালত শৰ এপাট সোমাই আছিল। তেওঁ টাৰ্ণাছৰ ওচৰলৈ তীব্ৰগতিৰে আহি তেওঁক নাম ধৰি ক'লে, "টাৰ্ণাছ, অৱশেষত এতিয়া তোমাৰ ওপৰতে আমাৰ জীৱন নিৰ্ভৰ কৰিছে। প্ৰজাবিলাকৰ প্ৰতি সদয় হোৱা। বজ্ৰৰ দৰে ভয়ঙ্কৰ মাৰণাস্ত্ৰ ধাৰণ কৰি ইনিয়াছে ইটালীৰ দুৰ্গ ভূ-পতিত কৰিবলৈ উদ্যত হৈছে। আমাৰ গৃহ-শিখৰলৈ অগ্নিবৰ্ষণ কৰিছে। প্ৰতিজন লাটিনে এতিয়া একমাত্ৰ তোমাৰ কাৰণেই করুণ মুখেৰে আৰু সজল চকুৰে বাট চাই আছে। আমাৰ ৰজা লাটিনাছো এতিয়া দ্বিধাগ্ৰস্ত,

জীয়েকক কাৰে বিয়া দিব আৰু কাৰ চৰ্ত্ত গ্ৰহণ কৰিব, সেই বিষয়ে তেওঁ সন্দিহান। যিগৰাকী কুঁৱৰীয়ে তোমাক ইমান ভাল পাইছিল, তেৱোঁ এই চূড়ান্ত অৱস্থাত আত্মহত্যা কৰি পৃথিৱীৰ পৰা চিৰ-বিদায় লৈছে। মেচাপাছ আৰু বাহুবলী আটিনাছেহে এতিয়া নগৰ তোৰণৰ ওচৰত সসৈন্যে শত্ৰুক বাধা দি আছে। অসংখ্য শত্ৰু সৈন্যই নিবিড়ভাৱে তেওঁলোকক বেৰি আছে। লৌহ শস্য শীৰ্ষৰ দৰে সিহঁতৰ উদ্যত অসি আন্দোলিত হৈ আছে। আৰু এই মুহূৰ্ত্তত তুমি ৰণক্ষেত্ৰৰ নিৰ্জন তৃণভূমিৰ মাজত ৰথ চলাই সময়ৰ অপচয় কৰিছা।"

চাৰিওফালৰ পৰা জুমুৰি দি ধৰা বিপদৰ জাননী পাই টার্ণাছ হতবুদ্ধি হ'ল, তেওঁৰ মুখৰ মাত হৰিল। তেওঁ নীৰৱ আৰু নিস্তব্ধ হৈ স্থিৰ দৃষ্টিৰে চাই থাকিল। লজ্জা, উন্মত্ততা আৰু বেদনাৰ বিপুল জোঁৱাৰে তেওঁৰ অন্তৰত উত্তাল তৰঙ্গৰ সৃষ্টি কৰিছিল; প্ৰতিশোধ লোৱাৰ প্ৰচণ্ড বাসনাৰে ব্যাকুলিত হোৱা প্ৰেম আৰু প্ৰকৃত শৌৰ্য-বীৰ্য তাত মিশ্ৰিত হৈ আছিল। শীঘ্ৰে তেওঁৰ চকুৰ আগৰ পৰ্দাখন মুকলি হৈ গ'ল। তেওঁ পুনৰ পোহৰ দেখা পালে। জ্বলন্ত নয়নেৰে তেওঁ বিহ্বলভাৱে প্ৰাচীৰৰ ফালে দৃষ্টিপাত কৰিলে আৰু ৰথৰ পৰাই নগৰখন তেওঁ দেখিবলৈ পালে। অগ্নি-শিখাই তেতিয়া ঘূৰ্ণি বায়ুৰ উত্তাল গতিৰে গগনমণ্ডল পৰ্যন্ত বিয়পি পৰিছিল, লেলিহান জিভা মেলি, প্ৰসাৰিত হৈ সেই দুৰন্ত অনলে সমস্ত দুৰ্গ গ্ৰাস কৰিছিল। তেওঁ নিজে নিৰ্মাণ কৰা সেই সুউচ্চ দুৰ্গ,—চক্ৰ-চালিত যন্ত্ৰেৰে উত্তোলিত কঠিন কাঠেৰে সুদৃঢ়ভাৱে সজা সেই সেতু সংযুক্ত দুৰ্গ। তেওঁ ক'লে, "বাইদেউ, নিয়তিয়ে আমাক আহ্বান কৰিছে। আৰু পলম নকৰিবা। দেৱতাই আৰু দুৰ্ভাগ্যই আমাক যিফালে লৈ যায় আমি সেই ফালেই যাব লাগিব। মই ইনিয়াছৰ লগত হুতা-হুতি যুদ্ধ কৰিম, মৃত্যুৰ সকলো যন্ত্ৰণা মই আঁকোৱালি লম। বাইদেউ, মই নিজৰ সন্মান কেতিয়াও পাহৰি নাযাওঁ। কিন্তু প্ৰথমতে, মৰণৰ আগ-মুহূৰ্ত্তত মই উন্মাদৰ দৰে এটা কাম কৰিব খুজিছোঁ, মোক বাধা নিদিবা বাইদেউ।" এইবুলি কৈয়েই তেওঁ ৰথৰ পৰা জাঁপ মাৰি নামিল আৰু শত্ৰুৰ অস্ত্ৰ-বৰ্ষণৰ মাজেদিয়েই ক্ষিপ্ৰগতিৰে ধাবলৈ ধৰিলে। বায়েক বিমৰ্ষ হৈ ৰ'ল। সমূহ বেগেৰে তেওঁ শত্ৰুৰ ব্যূহৰ মাজত প্ৰৱেশ কৰিলে।

বতাহ-ববযুণত বা সময়ব প্ৰভাবত সোলোক ঢোলোক হৈ পৰা। প্ৰকাণ্ড শিল এটা পৰ্বতৰ টিঙৰ পৰা হিলদল ভাঙি বাগৰি অহাৰ দৰে তেওঁ দুৰ্বাৰ গতিৰে শত্ৰু-সৈন্যক মহটিয়াই নিলে। লম্বভাৱে, তললৈ নামি অহা বিৰাট শিলটোৱে দুৰ্জয় গতিত, দুৰ্দান্ত শক্তিত বাটত থকা হাবি-বন, মানুহ-দুনুহ আৰু গৰু-ম'হ সকলো নিশ্চিহ্ন কৰি পেলায়। এতিয়া টাৰ্ণাছেও সেইদৰেই বাটত থকা শত্ৰুসৈন্য সমূলকে বিনাশ কৰি, তেজেৰে তোঁতা বান্ধি থকা মাটিৰ ওপৰেদি গৈ নগৰ প্ৰাচীৰৰ অভিমুখে ধাবিত হৈছিল। বৰ্শাৰ সোঁ-সোঁৱনিত বতাহ মুখৰিত হৈছিল। তেওঁ হাতেৰে সংকেত দি উচ্চস্বৰে কৈছিল, "কটুলীয়ানসকল, ক্ষান্ত হোৱা লাটিনসকল, বৰ্শা নিক্ষেপ নকৰিবা। কপালত যিয়েই নাথাকক, এইখন মোৰ ৰণ। আমি সম্পাদন কৰা চুক্তিৰ বাবে প্ৰায়শ্চিত্ত কৰিবলৈ একমাত্ৰ মোৰহে অধিকাৰ আছে। তোমালোকৰ হৈ মই অস্ত্ৰধাৰণ কৰিম আৰু তেতিয়াহে এটা সিদ্ধান্ত হ'ব।" সকলোৱে অলপ আঁতৰি গৈ মাজত ঠাই উলিয়াই দিলে।

টাৰ্ণাছৰ নাম ট্ৰয়ৰ ৰাজকুমাৰ ইনিয়াছৰ কৰ্ণগোচৰ হ'ল। সকলো বাধা অতিক্ৰম কৰি, তেওঁ ওখ প্ৰাচীৰৰ পৰা নামি আহিল আৰু আক্ৰমণৰ সামৰণি মাৰি তেওঁ সহৰ্ষে, অস্ত্ৰৰ ভয়ঙ্কৰ ঝনঝননি তুলি সেই ঠাইত উপস্থিত হ'ল। উচ্চতাত তেওঁ আথোছ, ইৰিক্স অথবা হালি-জালি থকা ওক গছে ছাটি থোৱা, বৰফেৰে ঢাক খাই থাকি উচ্চ শিৰেৰে আকাশ স্পৰ্শ কৰা পিতৃতুল্য আপেনাইন পৰ্বতৰ দৰে দৃশ্যমান হৈছিল। এই ভয়ঙ্কৰ ক্ষণত, যুদ্ধখন ভালকৈ চাবলৈ সকলোৱে যৎপৰোনাস্তি চেষ্টা কৰিলে। কটুলীয়ান, ট্ৰজান, ওখ গড়ৰ ওপৰত উঠি থকা প্ৰতিজন ইটালীয়ান আৰু গড় ভাঙিবলৈ চেষ্টা কৰি থকা সেনাসকলে এতিয়া শৰীৰৰ বৰ্ম-কৱচ খুলি কাষত ৰাখিলে। পৃথিৱীৰ সুদূৰ দুই প্ৰান্তত জন্ম লাভ কৰা এই মহাবীৰ দুজনে অসিৰ দ্বাৰা এটা সিদ্ধান্তত উপনীত হ'বলৈ পৰস্পৰৰ সম্মুখীন হোৱা দৃশ্য দেখি লাটিনাছেও বিস্মিত হৈ তবধ লাগি চাই আছিল।

যুদ্ধৰ কাৰণে মুকলি সমান ঠাই এখন ইতিমধ্যে প্ৰস্তুত হোৱা দেখা পাই দুয়োজনেই ক্ষিপ্ৰতাৰে অগ্ৰসৰ হ'ল আৰু দুয়োৰে মাজত ভালেখিনি ব্যৱধান থাকোতেই বৰ্শা নিক্ষেপ কৰিলে। ইয়াৰ পিছত দুয়োৰে মাজত একেবাৰে ওচৰৰ পৰা হোৱা সংঘৰ্ষত ব্ৰঞ্জৰ ঢালৰ পৰা গম্ভীৰ নিৰ্ঘোষ

নিস্পৃত হ'ল। আঘাতৰ ফলত প্ৰতিখন ঢাল কৰ্কশভাৱে বাজিছিল। অসি-চালনাৰ গতি তীব্ৰতৰ কৰি তেওঁলোকে পুনৰ আঘাত হানিছিল। ৰণৰ এই বিপুল উত্তেজনাৰ মাজত, যোদ্ধা দুজনৰ শক্তি-সামৰ্থ্য বিচাৰ কৰা অসম্ভৱ হৈ পৰিছিল নতুবা কোনজনে কিমান সুবিধা পাইছে তাকো নিৰ্ণয় কৰা কঠিন আছিল। ছাইলা বা টেৰাৰ্ণাছৰ উচ্চতাত দুটা ষাঁড় গৰুৱে অতি নিদাৰুণভাৱে যুদ্ধ কৰে। গৰখীয়াবিলাকে ভয়ত আনবিলাক গৰু-গাই তাৰ পৰা খেদাই লৈ যায় আৰু নিজে নীৰৱে চাই থাকে। কিন্তু চেঁউৰী গৰুবিলাকে হেম্বেলিয়ায় আৰু কোনটো ষাঁড়ে যুঁজত জিকি বিস্তীৰ্ণ তৃণ ভূমিত নায়কত্ব কৰিব সেই বিষয়ে সিহঁতৰ কৌতূহল হয়। গৰু দুটাই অতিশয় হিংস্ৰভাৱে কপালে কপালে খুন্দা মাৰে, ইটোৱে সিটোক শিঙেৰে হানিবলৈ আপ্ৰাণ চেষ্টা কৰে, সিহঁতৰ মূৰ-কান্ধ আদি তেজেৰে ৰঙা হয়। সিহঁতৰ নিনাদত হাবি-বন মুখৰিত হয়। এতিয়া এইদৰেই ট্ৰজান ইনিয়াছ আৰু ডনিয়ন বীৰজনে ঢাল লৈ যুদ্ধ কৰিছিল আৰু প্ৰবল সংঘৰ্ষৰ ফলত হোৱা তুমুল ঝনঝননিত আকাশ বিদীৰ্ণ হৈছিল। জুপিটাৰে হাতত এখন তৰ্জু লৈ দুয়োজনৰে ভাগ্য জুখি চাইছিল। এই অগ্নি-পৰীক্ষাত কোনজন উত্তীৰ্ণ হ'ব আৰু কোনজনৰ কপালত মৰণ আছে সেই বিষয়ে তেওঁ সূক্ষ্মভাৱে পৰীক্ষা কৰিছিল।

কিন্তু এনেতে টাৰ্ণাছে অকণমান সুৰুঙা এটা পাই তৰিৎ গতিৰে আক্ৰমণ কৰিলে। তেওঁ তৰোৱালখন সমস্ত শক্তিৰে উত্তোলন কৰি, পোন হৈ থিয় হ'ল আৰু ঘাপ মাৰি দিলে। ট্ৰজান আৰু উৎকণ্ঠিত লাটিনবিলাকে কলৰৱ কৰিলে। শাৰীবদ্ধ সৈন্য বাহিনী দুটাও দাৰুণ উৎকণ্ঠাত অভিভূত হৈছিল। কিন্তু তৰোৱালখনে টাৰ্ণাছক বিশ্বাসঘাতকতা কৰি দুছোৱা হৈ ভাগি থাকিল। ইয়াৰ ফলত, যুদ্ধ চলি থকা অৱস্থাতে উন্মত্ত আক্ৰমণকাৰীজনৰ আত্মৰক্ষাৰ অন্য কোনো উপায় নাছিল। কিন্তু তেওঁ তৎক্ষণাৎ পলায়ন কৰিলে। কাৰণ তৰোৱালখনৰ সলনি অকল অচিনাকি নাল এডালহে হাতত থকা দেখা পাই টাৰ্ণাছে পছোৱা বতাহতকৈয়ো অধিক বেগেৰে পলাই গ'ল।

ৰথখনত নতুন ঘোঁৰা লগাই, টাৰ্ণাছে ছৰা-মূৰাকৈ যুদ্ধলৈ যাওঁতে লৰা-

লৰিব কোৰত পিতাকৰ তৰোৱালখনৰ সলনি সাৰথি মেটিস্কাছৰখনকে হাতত লৈ ওলাই গ'ল। ইমান সময় তেওঁ তাৰেই কাম চলাই আছিল, কাৰণ তেওঁ ৰণত হাৰি পলাই যোৱা ট্ৰজানবিলাককহে অনুসৰণ কৰিছিল। কিন্তু যি মুহূৰ্তত তেওঁ স্বয়ং ভালকানে নিৰ্মাণ কৰা দিব্যাস্ত্ৰৰ সন্মুখীন হ'ব লগা হ'ল, তেতিয়াই সেই সাধাৰণ খড়্গখন ব্যৱহাৰ কৰা মাত্ৰকে এটুকুৰা চনকা বৰফৰ দৰে ভাগি টুকুৰা-টুকুৰ হ'ল আৰু হালধীয়া বালিত পৰি ক্ষীণভাৱে জিলিকি উঠিল। টাৰ্ণাছে সকলো দেখা পালে। ভয়ত অস্থিৰ হৈ তেওঁ অপধাবন কৰি মুকলি পথাৰখনৰ যি কোনো এটা অংশত উপস্থিত হ'বলৈ প্ৰয়াস কৰিলে। লক্ষ্যহীনভাৱে তেওঁ অকাই-পকাই দৌৰ দিছিল, কাৰণ তেওঁৰ সমুখত আছিল ট্ৰজানবিলাক। সিহঁতে সংহতভাৱে তেওঁক বেৰি ধৰিছিল। আনফালে এখন বহল পিটনি আছিল আৰু পিছ-ফালে প্ৰতিবন্ধকৰ সৃষ্টি কৰিছিল। নগৰৰ ওখ প্ৰাচীৰবিলাকে।

ইনিয়াছেও প্ৰবল বেগে তেওঁক খেদি গৈছিল। কিন্তু কাঁড়ডালে ঘা লগোৱাৰ কাৰণে তেওঁৰ গতি সময়ে সময়ে মন্থৰ হৈ পৰিছিল। সন্ত্ৰস্ত শত্ৰুক কবায়ত্ত কৰিবলৈ তেওঁ সক্ষম হোৱা নাছিল সময়ে সময়ে তেওঁৰ অৱস্থা হৈছিল পহু খেদি যোৱা চিকাৰী কুকুৰ এটাৰ নিচিনা। পহুটো পলাই যাওঁতে নদীখনে প্ৰতিবন্ধকৰ সৃষ্টি কৰে; তদুপৰি হাবিত লুকাই থকা চিকাৰীয়ে তাক লক্ষ্য কৰি ৰঙা পাখি লগোৱা কাঁড় মাৰিব পাৰে বুলিয়ো তাৰ ভয় হয়। তথাপি কুকুৰটোৱে ভুকি ভুকি পহুটোক ধৰিবলৈ প্ৰাণপণে চেষ্টা কৰে; পহুটোৱেও বাৰে বাৰে বাগি দি ইফালে সিফালে দৌৰি ফুৰে। নদীৰ ওখ গৰা আৰু হাবিত থকা চিকাৰী—দুয়োফালেই তাৰ বিপদ। আম্প্ৰিয়াৰ চিকাৰী কুকুৰটোৱে মুখ মেলি পহু-টোৰ ওচৰ চাপে আৰু প্ৰায় ধৰো ধৰো হোৱা অৱস্থাত সি চুকি পোৱাহে আছে বুলি কামুৰিবৰ কাৰণে মুখ জপায়; কিন্তু কামোৰটো অথলে যায়, পহুটো তাৰ গৰাহত নপৰে।

আৰু এতিয়া কোলাহল গৰ্জনত পৰিণত হ'ল। ওচৰৰ সৰোবৰ আৰু নদী-তীৰত সঘনে তাৰ প্ৰতিধ্বনি উঠিছিল। তুমুল নিনাদত আকাশ মুখৰিত হৈছিল। টাৰ্ণাছ পলাই গৈছিল আৰু যাওঁতে তেওঁ প্ৰতিজন ৰুটুলীয়ানক নাম ধৰি মাতি নিজৰ তৰোৱালখন বিচাৰিছিল। আনহাতে

ইনিয়াছে কোনোবা টাৰ্ণাছৰ কাষলৈ যাব খুজিলে। লগে লগে সেইজনক হত্যা কৰিব বুলি ভীতিপ্ৰদৰ্শন কৰিছিল। তদুপৰি নগৰখনো ছাৰখাৰ কৰিব বুলি ভাবুকি দিয়াত সকলো ভয়ত কম্পমান হৈছিল। ঘাডোখৰ থকা সত্ত্বেও তেওঁ খেদিবলৈ এৰা নাছিল। এইদৰে তেওঁলোকে বৃত্তাকাৰ পথৰ পাৰধি পাঁচবাৰ অতিক্ৰম কৰিছিল আৰু পাঁচবাৰ বিপৰীতমুখী হৈ আবৰ্তন কৰিছিল। সাধাৰণ এটা পুৰস্কাৰৰ লোভত তেওঁলোকে এইদৰে দ্ৰুত গতিৰে বিচৰণ কৰা নাছিল; প্ৰাণৰ মমতাত এজন পলাইছিল আৰু টাৰ্ণাছৰ কলিজাৰ কেঁচা তেজৰ কাৰণে এজনে অনুসৰণ কৰিছিল।

এসময়ত ফনাছে উছৰ্গা কৰা এজোপা পবিত্ৰ জলফাই গছ তাতে আছিল। গছজোপাৰ পাতবিলাক আছিল তিতা। এতিয়া গছজোপাৰ শুকান মুঢ়াটোহে মাথোন থিয় হৈ আছিল। পিছে পূৰ্বে নাবিকবিলাকে জাহাজ ডুবাৰ পৰা ৰক্ষা কৰিলে, অতি ভক্তিভাৱে এই মুঢ়াটোৰ ওপৰতে লৰেণ্টাইন দেৱতাসকলৰ প্ৰতি আগকৰা উপচাৰ স্থাপন কৰিছিল আৰু নিজৰ কাপোৰ-কানি হাতে আঁৰি থৈ ব্ৰত পালন কৰিছিল। ট্ৰজানসকলে বিশেষ গুৰুত্ব নিদি ৰণভূমিখন সমান কৰিবৰ কাৰণে এই গছৰ মুঢ়াটো উঘালি পেলাইছিল। এতিয়া এই বনৰীয়া জলফাই গছজোপাৰ শুকান শিপাৰ মাজতে ইনিয়াছে নিক্ষেপ কৰা এপাট বৰ্শা কটকটীয়াকৈ লাগি আছিল। ডাৰ্ডান বীৰজনে পলায়মান শত্ৰুক হাতত নাপাই এতিয়া তেওঁৰ প্ৰতি সন্ধান কৰাৰ উদ্দেশ্যে কুঁজা হৈ এই বৰ্শাকে আঁজুৰি উলিয়াবলৈ চেষ্টা কৰিছিল। ভয়ত বিহ্বল হৈ টাৰ্ণাছে প্ৰাৰ্থনা কৰিলে, "হে ফনাছ, মিনতি কৰিছো, মোক কৰুণা কৰা। আৰু হে মোৰ দেশৰ মাটি, তোমাৰ সন্মান ৰক্ষাৰ কাৰণে যদিহে মই কোনোকালেই কুণ্ঠাবোধ কৰা নাই, তেন্তে ইনিয়াছ আৰু তেওঁৰ সৈন্যবিলাকে তোমাৰ প্ৰতি আচৰণ কৰা শত্ৰুতাৰ প্ৰতিফল স্বৰূপে এই বৰ্শাৰ লৌহ ফলক যেন মুক্ত নহয়।" এইদৰেই তেওঁ কৈছিল আৰু দেৱতাজনক উদ্দেশি কৰা তেওঁৰ কাতৰ প্ৰাৰ্থনা ফলৱতী হ'ল। কাৰণ অশেষ চেষ্টা কৰিয়ো ইনিয়াছে মুঢ়াটোত সোমাই থকা বৰ্শাপাট টানি আনিব নোৱাৰিলে। তেওঁ এই কামত ব্যস্ত হৈ থাকোতেই সিফালে ভগিয়ান দেৱী জুটুৰ্ণাই পুনৰ সাৰথি মেটিস্কাছৰ ৰূপ ধৰি আগলৈ লৰি গৈ ভায়েকৰ হাতত তৰোৱালখন দিলে।

কিন্তু এই সাহসী দেৱীগৰাকীৰ স্পৰ্দ্ধা সহ্য কৰিব নোৱাৰি ভেনাছে সেই ঠাইলৈ আহি গছৰ শিপাত সোমাই থকা বৰ্শাপাট আঁজোৰ মাৰি উলিয়াই আনিলে। এতিয়া বীৰ পুৰুষ দুজনে পুনৰ অস্ত্ৰ লাভ কৰি হেৰোৱা মনোবল ঘূৰাই পালে। একনে তৰোৱালৰ ওপৰত নিৰ্ভৰ কৰি আৰু আনজনে বৰ্শা হাতত লৈ ভীষণ মূৰ্তি ধৰি পৰস্পৰৰ সন্মুখীন হ'ল। তেওঁলোক ক্লান্ত হৈছিল, কিন্তু ৰণদেৱতাৰ নিৰ্দেশত ৰণৰ কাৰণে প্ৰস্তুত আছিল।

সেই সময়ত জুনোৱে উজ্জ্বল মেঘৰ ওপৰৰ পৰা যুদ্ধখন চাই আছিল। তেনেকুৱাতে অলিম্পাচৰ পৰম শক্তিশালী অধিপতিজনে তেওঁক ক'লে, "কুঁৱৰী, এতিয়া শেষত কি ঘটিব গম পাইছাই বোধহয়? তুমিনো কি কৰিবা বুলি ভাবিছা? তুমি নিজে জানা আৰু স্বীকাৰো কৰিছা যে ইটালীৰ দেৱতাৰূপে ইনিয়াছে স্বৰ্গাৰোহণ কৰিব। অদৃষ্টই নক্ষত্ৰৰাশিৰ মাজত তেওঁৰ কাৰণে এখন উচ্চ আসন ঠিক কৰি থৈছে। এতিয়া তোমাৰ উদ্দেশ্য কি? শীতল ডাৱৰৰ মাজত এইদৰে বৈ থাকিলে তোমাৰ কি লাভ হ'ব? সাধাৰণ এটা মানুহৰ হাতত এগৰাকী দেৱী আহত হোৱাটো জানো শোভনীয়? পাহৰি এৰি থৈ অহা তৰোৱালখন টাৰ্ণাছে আকৌ পালে। অৱশ্যে তোমাৰ পৰা উৎটনি নোপোৱা হ'লে জুটুৰ্ণাই এই কাম কেতিয়াও কৰিব নোৱাৰিলেহেঁতেন। পৰাজয় বৰণ কৰা বীৰজনে এতিয়া পুনৰ বল শক্তি পাইছে। কিন্তু ইয়ানতে তুমি ক্ষান্ত হোৱা মোৰ নিৰ্দেশ লোৱাই কৰ্তব্য। চাবা, গভীৰ অসন্তোষে যেন তোমাৰ অন্তৰখন খুলি খুলি নাখায়। শুৱনি ওঁঠ দুটিৰে তুমি বিহ নাঢালিবা। এয়ে চূড়ান্ত মীমাংসাৰ মুহূৰ্ত। তুমিয়েই ট্ৰজানবিলাকক জোলোকা-জোলোকে পানী খুৱালা। সিহঁত দুখে-কষ্টে উটি-বুৰি ফুৰিব লগা হ'ল। ভীষণ যুদ্ধখনৰ মূলতে তুমি, সিহঁতৰ লাজ-অপমানৰ মূল তেওঁ তুমি। আপোন শক্তিৰে তুমি সকলো কৰি গ'লা আৰু বিবাহোৎসৱৰ আনন্দত তুমি বিষাদৰ কালিমা সানিলা। আৰু আগ নাবাঢ়িবা, মই তোমাক নিষেধ কৰিছো।"

এইদৰেই জুপিটাৰে কৈছিল। ছেটাৰ্ণ-দুহিতাই কোনো প্ৰতিবাদ নকৰি নীৰৱে সকলো শুনি গ'ল। তেওঁ উত্তৰ দিলে, "সৰ্বশক্তিমান জুপিটাৰ, তোমাৰ এই অভিলাষ মোৰ অজ্ঞাত নহয়। সেই কাৰণে মই অতি

অনিচ্ছা সত্ত্বেও টার্ণাছক পৰিত্যাগ কৰিছো, পৃথিৱীৰ পৰা উভতি আহিছো। নহ'লে তুমি মোক এই বায়বীয় আসনখনত বহি থকা অৱস্থাত নাপালা-হেঁতেন। সকলো বিড়ম্বনা সহ্য কৰি, প্ৰজ্বলিত বহ্নি-শিখাৰে নিজকে আবৰি লৈ মই ৰণ-ক্ষেত্ৰৰ ওচৰৰ পৰাই ট্ৰজানবিলাকক যুদ্ধত জৰ্জৰিত কৰিলোহঁয়। অতি নিঠৰা অৱস্থাত পৰা টার্ণাছক অকণমান সহায় কৰিবলৈ ময়েই জুটুর্ণাক অনুৰোধ কৰিছিলো। সেই কথা মই স্বীকাৰ কৰিছো। তেওঁৰ জীৱন ৰক্ষা কৰিবলৈ ময়েই তেওঁক সাহস যোগাইছিলো। কিন্তু মই শপত খাই কৈছো, মই তেওঁক শৰসন্ধান কৰিবলৈ কোৱা নাছিলো। স্বয়ং মহান দেৱতাসকলো যাৰ প্ৰতি শ্ৰদ্ধাত বিগলিত হয়, সেই বিপুল বৈতৰণীৰ নিদাৰুণ সলিলৰাশিৰ নামত শপত খাই মই এই কথা উচ্চাৰণ কৰিছো। আৰু এতিয়া যুদ্ধৰ প্ৰতি মোৰ বিতৃষ্ণা হৈছে, সেইকাৰণে মই ৰণাঙ্গনৰ পৰা বিদায় লৈছো। কিন্তু তোমাৰ ওচৰত মোৰ এটি নিবেদন আছে। অদৃষ্টৰ লগত ইয়াৰ কোনো সম্পৰ্ক নাই। লাটিয়াম আৰু তাৰ অধিবাসীসকল তোমাৰেই সেৱক। তেওঁলোকৰ সন্মানৰ খাতিৰতে মই তোমাক এই অনুৰোধ কৰিছো। বৈবাহিক সম্পৰ্ক স্থাপন কৰি তেওঁলোকে ৰাজ্যত শান্তি প্ৰতিষ্ঠা কৰক, মোৰ কোনো আপত্তি নাই। কিন্তু এটা কথা, নিজৰ দেশতে থাকি লাটিনবিলাকে তেওঁলোকৰ পুৰণি নামটো পাহৰি যোৱা উচিত নহয়। ট্ৰজান বা টিউক্ৰিয়ান বুলি তেওঁলোকে যেন নিজৰ পৰিচয় দিব লগা নহয়। নিজৰ মাতৃ-কথা বা সাজ-পাৰ সলনি কৰিবলৈ তেওঁলোকক আদেশ নিদিবা। যুগ যুগ ধৰি লাটিয়াম আৰু আলবাৰ অধিপতিসকল স্মৰণীয় হৈ থাকক। ইটালীয় শৌর্য-বীর্যৰে ৰোমানসকল পৰিপুষ্ট হওক। ট্ৰয়ৰ পতন হ'ল, আৰু তোমাৰ অনুমতি সাপেক্ষে সেই নামৰ যেন পুনৰুত্থান নহয়।"

বিশ্ব চৰাচৰ আৰু মানৱ জাতিৰ সৃষ্টিকৰ্তাজনে মিচিকিয়া হাঁহি এটি মাৰি উত্তৰ দিলে, 'হে টার্ণ-নন্দিনী, তুমি জুপিটাৰৰ সহোদৰা। তোমাৰ অন্তৰত উথলি অসন্তোষৰ কিমান শক্তি? কিন্তু এতিয়া তোমাৰ মানসিক উগ্ৰতা দমন কৰা। প্ৰকৃততে তোমাৰ মন ইমান বিক্ষুব্ধ হোৱা উচিত নাছিল। তোমাৰ মনোবাঞ্ছা পূৰ্ণ হ'ব। তোমাৰ সনিৰ্বন্ধ অনুৰোধত মই নিজৰ ইচ্ছা প্ৰত্যাহাৰ কৰিছো। ইটালীৰ অধিবাসীসকলে পূৰ্বপুৰুষৰ ভাষা আৰু ৰীতি-নীতি বিসৰ্জন নিদিয়ে। তেওঁলোকৰ নাম চিৰদিন একে-

দবেই জনাজাত হৈ থাকিব। ট্ৰজানবিলাক ইটালীয়ানবিলাকৰ লগত সম্পূৰ্ণ মিলি যাব। এই মহামিলনৰ ফলত মিশ্ৰিত তেজৰ এটা জাতিৰ অভ্যুদয় হ'ব। ধৰ্ম-কৰ্মত তেওঁলোকে মানুহ নালাগে দেৱতাকো চেৰাই যাব। তেওঁলোকৰ দৰে কোনো জাতিয়েই তোমাৰ পূজা-সেৱাত অধিক ভক্তি আৰু শ্ৰদ্ধা প্ৰদৰ্শন কৰিব নোৱাৰে।" তেওঁৰ কথাত অতি আনন্দ লাভ কৰি জুনোৱে মূৰ দুপিয়ালে আৰু মনত পোষণ কৰি ৰখা সকলো বাসনা পৰিত্যাগ কৰি তেওঁ চকুৰ নিমিষতে মেঘৰ আসন এৰি মহাশূন্যৰ পৰা প্ৰস্থান কৰিলে।

ইয়াৰ পিছত সৃষ্টিকৰ্তাই ভাবি-গুণি আৰু এটা উপায় উলিয়ালে। তেওঁ জুটুৰ্ণাক ভায়েকৰ কাষৰ পৰা আঁতৰাবলৈ চেষ্টা কৰিছিল। তেওঁৰ দুজনী ডাকিনী আছে বুলি সকলোৱে কয়। সিহঁত ভীষণা নামে জনা-জাত। নিশীথ ৰজনীৰ গৰ্ভত সিহঁতৰ জন্ম, টাৰ্টাৰিয়ান মিগাৰোও সিহঁতৰ লগতে উপজিছিল। মাকে সিহঁতক সৰ্পৰ কিঙ্কিনী পিন্ধাই দিছিল আৰু বায়ুবেগে উৰি যাব পৰাকৈ প্ৰতিজনীকে প্ৰদান কৰিছিল দুখন ডেউকা। জুপিটাৰৰ প্ৰচণ্ড ৰোষ চৰিতাৰ্থ কৰিবৰ কাৰণে এই ডাকিনী দুজনী তেওঁৰ ৰাজপ্ৰাসাদৰ দুৱাৰমুখতে থাকে। দেৱতাৰ জনকজনে যেতিয়াই মৰণৰ বিভীষিকা আৰু মহামাৰীৰে, নতুবা পাপত লিপ্ত হোৱা নগৰবিলাকত যুদ্ধৰ সৃষ্টি কৰি যন্ত্ৰণা-জৰ্জৰিত মানৱৰ আতঙ্ক তীব্ৰতৰ কৰি তোলে তেতিয়াই সিহঁতৰ ভূমিকা আৰম্ভ হয়। এতিয়া দেৱৰাজে তাৰে ডাকিনী একনীক অমঙ্গলৰ দূতী স্বৰূপে জুটুৰ্ণাৰ ওচৰলৈ প্ৰেৰণ কৰিলে। ধূমুহাৰ বেগেৰে তাই পৃথিবীলৈ উৰা মাৰিলে। পাৰ্থিয়ান ক্ৰিটানবিলাকে ধনুৰ পৰা সন্ধান কৰা শৰ এপাট ডাৱৰৰ মাজে মাজে তৰিৎ গতিৰে যোৱাৰ দৰে তায়ো মুনিচুনি বেলিকা সোঁসোঁৱাই অদৃশ্যভাবে উৰি গৈছিল। তাইৰ লগত আছিল তীব্ৰ হলাহল, যাক প্ৰয়োগ কৰিলে কোনেও নিষ্কৃতি নাপায়। ৰাত্ৰি-দুহিতাই তীব্ৰ বেগে তললৈ নামিছিল। তাই যুদ্ধ ক্ষেত্ৰত ট্ৰজান আৰু টাৰ্ণাছৰ সৈন্যসকলক দলবদ্ধ হৈ থকা দেখিবলৈ পালে আৰু তৎক্ষণাৎ সৰু চৰাই এটাৰ আকৃতি ধাৰণ কৰিলে। এই চৰাই সাধাৰণতে মৰি-শালিত থাকে; কেতিয়াবা মানুহ নথকা ঘৰৰ চালত পৰি আন্ধাৰত

কুকলিয়াই তাই সন্ত্ৰাসৰ সৃষ্টি কৰে। দানৱীয়ে এই ৰূপ ধৰি টাৰ্ণাছৰ মূৰৰ ওপৰত বাৰে বাৰে উৰি বিকটভাৱে আৰাও কৰিলে আৰু এবাৰ পাখিৰে কোবাই টাৰ্ণাছৰ ঢালখন কাণ্ডি কৰি দিলে। ভয়ত মূৰৰ চুলি থিয় হ'ল আৰু মুখৰ মাত গলত লাগি ধৰিলে। দানৱীৰ ডেউকাৰ ঢপঢপনি জুটুৰ্ণাই দূৰৰ পৰাই শুনি সকলো বুজি পালে। ভাগিন-সুলভ উৎকণ্ঠাত তেওঁ ব্যাকুল হৈ পৰিল আৰু চুলি ছিঙিনৰ থানেগেল আঁচুৰি, দুয়োখন হাত মুঠি মাৰি তেওঁ হিয়াধুনি কান্দিলে আৰু ক'লে, "টাৰ্ণাছ, এতিয়া বায়েৰে তোমাক কি সহায় কৰিব পাৰিব? মই ইমান কষ্ট কৰাৰ কি ফল হ'ল? কি কৌশলেৰে মই তোমাক মৰণৰ পৰা ৰক্ষা কৰিম? এনে বিভীষিকাৰ সন্মুখীন হ'বলৈ মোৰ শক্তি নাই। মই ৰণক্ষেত্ৰ এতিয়াই পৰিত্যাগ কৰিলো। আপদীয়া চৰাই, মোক আৰু ভয় খুৱাবৰ প্ৰয়োজন নাই। ইমানেই মোৰ কাৰণে যথেষ্ট হৈছে সেই ডেউকা দুখনৰ ঢপঢপনিত মই মৃত্যুৰ আহ্বান স্পষ্টভাৱে শুনিবলৈ পাইছো। নিৰ্মম জুপিটাৰে সদৰ্পে দিয়া সঙ্কেত মোৰ আগত স্পষ্ট হৈ পৰিছে। মোৰ কুমাৰী ধৰ্মৰ বিনিময়ত তেওঁ মোক এই প্ৰতিদানকে দিলে? তেওঁ মোক কিয় অমৰত্ব প্ৰদান কৰিছিল? মৃত্যুৰ বিধান মোৰ ক্ষেত্ৰত তেওঁ কিয় অপ্ৰযোজ্য কৰিছিল? সেয়ে নোহোৱা হ'লে এতিয়া মই এই নিদাৰুণ যন্ত্ৰণাৰ ওৰ পেলাই, মোৰ অভাগা ভাইটোৰ লগতে অন্ধকাৰৰ পথিক হ'ব পাৰিলোহেঁতেন? ভাইটি মোৰ, তই মৰিলে মই জানো শান্তি পাম? হায় বসুমতীয়ে যদি ফাট মেলিলেহয় আৰু মই যদি পাতালত লুকাব পাৰিলোহেঁতেন।" তেওঁ ইমানকে ক'লে। ধূসৰ অৱগুণ্ঠনেৰে শিৰ আবৃত কৰি, কেওঁ উচুপি উচুপি নদীত জাঁপ মাৰি পৰিল আৰু অলৌকিক শক্তিৰে সাহায্য আগবঢ়োৱাৰ পৰা বিৰত হৈ সুগভীৰ সলিলৰাশিৰ মাজত আবদ্ধ হৈ থাকিল।

সিফালে ইনিয়াছে বৃক্ষ সদৃশ বৰ্শা হাতত লৈ, ঘোৰ মূৰ্তি ধৰি আগ বাঢ়ি গৈছিল। তেওঁৰ অন্তৰৰ সকলো মায়া-মমতা অন্তৰ্হিত হৈছিল। অতি নিদাৰুণভাৱে তেওঁ ক'লে, "এতিয়া তোমাৰ গত্যন্তৰ নাই। টাৰ্ণাছ, পলায়নৰ পথ বন্ধ হৈ গৈছে। গতিকে ক্ষিপ্ৰতাৰ পৰীক্ষা পাৰ হৈ গ'ল। এতিয়া আহিছে অন্য এটা পৰীক্ষা, অস্ত্ৰ-সন্ধানৰ কঠিন পৰীক্ষা। মোৰ লগত যুদ্ধ কৰিবলৈ প্ৰস্তুত হোৱা। তুমি যি কোনো আকৃতি ধাৰণ কৰিব পাৰা, তোমাৰ

সমস্ত শক্তি প্ৰয়োগ কৰিব পাৰা, সাহসত অনুপ্ৰাণিত হ'ব পাৰা নতুবা ছলনাৰ আশ্ৰয় ল'ব পাৰা। ইচ্ছা আছে যদি আকাশলৈ উৰি যোৱা, নহ'লে ভূগৰ্ভত লুকাই থাকা।” টাৰ্ণাছে শিৰ সঞ্চালন কৰি উত্তৰ দিলে, “মদমত্ত শত্ৰু, তোমাৰ উদ্ধত উক্তিত মই আতঙ্কিত হোৱা নাই। মই দেৱতাসকলৰ বিশেষকৈ জুপিটাৰৰ শত্ৰুতাচৰণতহে ভয় খাইছোঁ।” তেওঁ নীৰৱ হৈ চাৰিওফালে দৃষ্টিপাত কৰিলে। ভৱিষ্যতে যাতে কোনো বিবাদৰ সৃষ্টি নহয়, তাৰ কাৰণে পথাৰখনৰ সীমা চিহ্নিত কৰি থোৱা পুৰণি আৰু প্ৰকাণ্ড শিল এটা তেওঁৰ চকুত পৰিল। আজিকালিৰ দিনৰ বাৰজন বছা বছা থুলন্তৰ মানুহেও এনে এটা শিল দাঙি ল'ব নোৱাৰে। কিন্তু বীৰ-পুঙ্গৱ টাৰ্ণাছে চকুৰ নিমিষতে হাতেৰে সেই শিলটো খাপ মাৰি দাঙি ল'লে আৰু খজুৰেহেৰে সবেগে ধাবন কৰি শত্ৰুৰ উদ্দেশ্যে সেই প্ৰস্তৰ নিক্ষেপ কৰিবলৈ সচেষ্ট হৈছিল। কিন্তু তেওঁৰ ইন্দ্ৰিয়বিলাক নিষ্ক্ৰিয় হৈ পৰিছিল, দৌৰি গৈ সেই বিৰাট পাথৰটো দলিয়াই দিয়াৰ কাৰ্যৰ বিষয়েও তেওঁৰ চেতনা নাছিল। তেওঁৰ আঁঠুৰ কঁপনি উঠিছিল আৰু শৰীৰৰ তেজ শীতল হৈ গোট মাৰি গৈছিল। তেওঁ নিক্ষেপ কৰা শিলটো লক্ষ্যভ্ৰষ্ট হৈ অলপ দূৰ গৈয়েই মাটিত পৰিল। কেতিয়াবা শুই থাকোতে আমাৰ চকুৰ পতা এক নিবিড় অৱসাদে হেঁচা মাৰি ধৰে, দ্ৰুতগতিৰে আৰু অকুতোভয়ে অগ্ৰসৰ হোৱাৰ সপোন দেখোঁ; কিন্তু প্ৰাণপণে চেষ্টা কৰা সত্ত্বেও আমি সেই ক্ষণটোত চলন শক্তি হেৰুৱাই সংজ্ঞাহীন হৈ পৰোঁ। আমাৰ জিভা নিশ্চল হয়, আমাৰ শাৰীৰিক শক্তিৰ স্বাভাৱিক প্ৰতিক্ৰিয়া ব্যাহত হয় আৰু মুখেৰে আমি মাত মাতিব নোৱাৰোঁ। এতিয়া টাৰ্ণাছৰো এনেকুৱা অৱস্থা হৈছিল। তেওঁ শক্তি প্ৰয়োগ কৰিবলৈ প্ৰয়াস কৰিছিল, কিন্তু নিয়তিয়ে তেওঁৰ চেষ্টা ব্যৰ্থ কৰিছিল। তেওঁৰ মানসপটত বহুতো ছবি জিলিকি উঠিছিল, তেওঁৰ দৃষ্টি ৰুটুলীয়ানবিলাকৰ ওপৰত আৰু নগৰখনত নিবদ্ধ হৈ আছিল। ভয়ত তেওঁ অস্থিৰ হৈ পৰিছিল; বৰ্শাগ্ৰ যিমানেই নিকটবৰ্তী হৈছিল, তেওঁ সিমানেই চিঞৰি উঠিছিল। তেওঁ কোনো আশ্ৰয় বিচাৰি পোৱা নাছিল, আৰু শত্ৰুক আক্ৰমণ কৰিবলৈকো তেওঁৰ শক্তি নাছিল। হাতত বল্গা ধাৰণ কৰি ৰথ চলাই থকা বায়েককো তেওঁ ক'তো দেখা পোৱা নাছিল।

টার্ণাছ এইদৰে কিংকৰ্তব্যবিমূঢ় হৈ থকা অৱস্থাতে ইনিয়াছে কৃতান্ত সদৃশ, কম্পমান বৰ্শা হাতত লৈ লক্ষ্য স্থিৰ কৰিলে। সতৰ্ক দৃষ্টিৰে তেওঁ সুযোগৰ কাৰণে অপেক্ষা কৰি আছিল। আৰু নিৰ্দিষ্ট দূৰত্বৰ পৰা, প্ৰবল শক্তিৰে তেওঁ বৰ্শা নিক্ষেপ কৰিলে। ক্ষেপণ যন্ত্ৰৰ দ্বাৰা বিতাৰিত প্ৰস্তৰেও ইমান দ্ৰুতভাৱে লক্ষ্য স্থানত আঘাত কৰিব নোৱাৰে। বজ্ৰপাত হ'লেও ইমান প্ৰচণ্ড নিৰ্ঘোষৰ সৃষ্টি নহয়। ভয়ঙ্কৰ মৃত্যুদূতৰ দৰে এই বৰ্শা-কাল ধুমুহাৰ কৰাল গতিত ধাৱমান হ'ল। সাত তৰপীয়া ঢালৰ বলয় আৰু বৰ্মৰ নিম্ন ভাগ বিদীৰ্ণ কৰি সশব্দে টার্ণাছৰ উৰুৰ মাজ ভাগত প্ৰবেশ কৰিলে। এই আঘাতত মহা পৰাক্ৰমী বীৰজন ধৰাশায়ী হ'ল। ৰুটুলীয়ান-বিলাকে থিয় হৈ গভীৰ বিষাদত হাহাকাৰ কৰিবলৈ ধৰিলে। তেওঁলোকৰ শোকাকুল চীৎকাৰ পৰ্বতে-পাষাণে প্ৰতিধ্বনিত হৈছিল, দূৰ-দূৰণিৰ বনাঞ্চলত সৈকা থাই সেই শব্দ উভতি আহিছিল। ভূপতিত টার্ণাছে ওপৰৰ ফালে চাই, অসহায় আকৃতিত দক্ষিণ পাণি প্ৰসাৰিত কৰি ক'লে, "এয়া মোৰ কৰ্মফল। মই কোনো প্ৰাৰ্থনা কৰিব খোজা নাই। সৌভাগ্যই তোমাক বৰণ কৰিছে। তাৰ ফল তুমি ভোগ কৰিবা। এজন হতভাগ্য পিতৃৰ বেদনাই যদি তোমাক স্পৰ্শ কৰিব পাৰে—তোমাৰ পিতা এঙ্কাইচিছ আৰু মোৰ পিতাৰ মাজত বিশেষ পাৰ্থক্য নাই—তেন্তে তোমাক মিনতি কৰিছো ডনাছৰ বাৰ্দ্ধক্যৰ প্ৰতি সহানুভূতিশীলতা প্ৰদৰ্শন কৰি, তুমি মোক অন্ততঃ মোৰ প্ৰাণহীন মৃতদেহটো, মোৰ দেশবাসীসকলৰ হাতত প্ৰত্যাৰ্পণ কৰিবা। তুমি বিজেতাৰ সম্মান লাভ কৰিছা মই পৰাভূত হৈ কৰযুগল উত্তোলন কৰিছো আৰু অছনীয়ানসকলে এই দৃশ্য দেখি আছে। লাভিনীয়া তোমাৰ। তোমাৰ বিদ্বেষৰ ইমানতে অৱসান হওক "

ইনিয়াছ স্থিৰভাৱে থিয় হৈ আছিল। তেওঁৰ সশস্ত্ৰ শৰীৰৰ প্ৰচণ্ডতা প্ৰকট হৈ পৰিছিল। কিন্তু তেওঁৰ দৃষ্টি চঞ্চল হৈছিল, দক্ষিণ বাহুৰ সক্ৰিয়তা তেওঁ ৰোধ কৰিছিল। টার্ণাছৰ করুণ কাকুতিয়ে তেওঁৰ মনত প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছিল আৰু এতিয়া যি কোনো মুহূৰ্ততে তেওঁৰ দ্বিধাজড়িত চিত্ত প্ৰভাৱিত হ'লহেঁতেন। কিন্তু অকস্মাতে তেওঁ টার্ণাছৰ দেহত পালাছৰ সেই অভিশপ্ত চৰ্ম-বন্ধনী স্থিৰভাৱে সংলগ্ন হৈ তিৰবিৰাই

থকা দেখিবলৈ পালে। তেওঁৰ প্ৰিয়তম বন্ধুৰ এই সম্পত্তি তেওঁ চিনিব পাৰিছিল; আৰু টাৰ্ণাছৰ হাতত তেওঁ প্ৰাণ হেৰুৱাইছিল। এতিয়া টাৰ্ণাছে বিজয়লব্ধ স্মৃতি-চিহ্ন হিচাপে পৰিধান কৰি থকা এই চৰ্ম বন্ধনীয়েই তেওঁৰ কাল হ'ল। ইনিয়াছে পূৰ্ণ দৃষ্টিৰে সেই টঙালীডাল নিৰীক্ষণ কৰিলে; তেওঁৰ অন্তৰত প্ৰতিহিংসাৰ অনল প্ৰজ্জলিত হ'ল। ক্ৰোধত কৰাল মূৰ্তি ধৰি তেওঁ ক'লে, "মোৰ অতি মৰমৰ মিত্ৰজনক বধ কৰি তেওঁৰ লুণ্ঠিত মেখলা তুমি পৰিধান কৰিছা তত্ৰাচ তুমি মোৰ হাতৰ পৰা পৰিত্ৰাণ পাবলৈ আশা কৰিছানে? পালাছ, একমাত্ৰ পালাছৰ প্ৰতি তোমাৰ শোণিত তৰ্পণ কৰিম। তুমি অপৰাধী আৰু কেৱল ৰক্তেৰেহে সেই অপৰাধৰ প্ৰায়শ্চিত্ত কৰিবা।" ইয়াকে উচ্চাৰণ কৰি ক্ৰোধত ঘৃতাহুতি হৈ তেওঁ টাৰ্ণাছৰ বুকুত তৰোৱাল বহুৱাই দিলে। তেওঁৰ শৰীৰ শিথিল হৈ চেঁচা পৰি গ'ল; দীৰ্ঘ নিশ্বাস ত্যাগ কৰি তেওঁৰ অতৃপ্ত আত্মা ৰসাতলৰ অন্ধকাৰ গৰ্ভলৈ প্ৰস্থান কৰিলে।

# নিৰ্ঘণ্ট

'ইনীদ' মহাকাব্যখনত প্ৰায় ন শ নাম আছে। তাৰ ভিতৰত সৰহ সংখ্যকেই হৈছে মানুহ আৰু দেৱতাৰ নাম। কিছুমানৰ ক্ষেত্ৰত ভাৰ্জিলে দি যোৱা ব্যাখ্যাই যথেষ্ট। গতিকে নিৰ্ঘণ্টত হৈ যোৱা নামবোৰেহে স্থান পাব, এইখিনি মুঠ ন শ নামৰ আধাতকৈয়ো কম হ'ব।

ইয়াত বিষয়সমূহৰ অতি চমু বিৱৰণহে পোৱা যাব। গ্ৰীক আৰু ৰোমানসকলৰ পুৰণি অভিধানসমূহ, গ্ৰীচ আৰু ৰোমৰ ইতিহাস ৰবাৰ্ট গ্ৰেভছৰ 'The Greek Myths' কে ধৰি পেঙ্গুইন গ্ৰন্থৰাজি আদিৰ দৰে সহজলভ্য পুথি সমূহতে অধিক তথ্য সংগ্ৰহৰ বাবে সমল পোৱা যাব। তাৰোপৰি বিশেষকৈ হোমাৰৰ ছফাক্লিছ, লুক্ৰেছিয়াছ আৰু অভিদৰ অনুবাদিত হোৱা গ্ৰন্থসমূহতো বহুতো সমল পোৱা যাব। বেটি ৰেডিছৰ 'Who is who in the Ancient world' নামৰ কিতাপখনো উল্লেখযোগ্য।

অ

**অগষ্টাছ :** খৃঃ পূঃ ১৭ৰ পৰা ১৪ লৈকে ৰাজত্ব কৰা ৰোমান সাম্ৰাজ্যৰ প্ৰতিষ্ঠাতা তথা প্ৰথম সম্ৰাট জুলিয়াছ চিজাৰৰ তোলনীয়া পুত্ৰ। তেওঁৰ প্ৰধান মন্ত্ৰীসকলৰ অন্যতম মিছিনাছ ভাৰ্জিলৰ পৃষ্ঠপোষক আছিল।

**অলিছ :** এটা বন্দৰ। ইয়াৰ পৰাই সন্মিলিত গ্ৰীক সৈন্য বাহিনীটোৱে ট্ৰয়ৰ উদ্দেশ্যে সমুদ্ৰ যাত্ৰা আৰম্ভ কৰিছিল।

**অৰোৰা :** ঊষা বা ঊষাৰ অধিষ্ঠাত্ৰী দেৱী।

**অৰাকান :** মধ্য ইটালীৰ অধিবাসী কিছুমানৰ নাম।

**অছনিয়াছ :** ৰোধকৰো আৰাংকানৰ আন এটা নাম। ভাৰ্জিলে এই শব্দটো ইটালীয়ানসকলক বুজাবলৈহে ব্যৱহাৰ কৰিছিল।

**অলিম্পাছ :** উত্তৰ-পূব গ্ৰীচৰ এটা সুউচ্চ পৰ্বত ( আধুনিক চেজনিকাৰ ফালে ) হোমাৰৰ মতে জুপিটাৰ আৰু প্ৰায় সকলো দেৱতাই ইয়াতে বসবাস কৰে। মাজে সময়ে এই নামটো আকাশক বুজাবলৈও ব্যৱহাৰ কৰা হয়।

অৰ্কাছ : প্লুটোৰ আন এটা নাম। প্ৰেতপুৰীক বুজাবলৈও এই নামটো ব্যৱহাৰ কৰা হয়।

অৰিষ্টিছ : আগামেমনন আৰু ক্লাইটিমেষ্ট্ৰাৰ পুত্ৰ। ট্ৰয়ৰ পৰা ঘৰলৈ উভতি আহি ক্লাইটিমেষ্ট্ৰাৰ হাতত নিহত হোৱা পিতৃ আগামেমননৰ মৃত্যুৰ পোতক তুলিবলৈ এপলোৰ আদেশত অৰিষ্টিছে নিজ মাতাক হত্যা কৰিছিল। এই মাতৃহত্যাৰ বাবে তেওঁ ফিউৰিসকলৰ হাতত নিৰ্যাতন ভুগিব লগা হৈছিল।

অৰিকাম : ইটালীৰ পাদদেশৰ ঠিক বিপৰীতফালে অৱস্থিত পশ্চিমে গ্ৰীচৰ এখন মহানগৰ।

অৰায়ন : ব্যাধ হিচাপে খ্যাত এক কিম্বদন্তীৰ দৈত্য। দেৱী ডায়েনাই ইয়াক শাৰদীয় ঋতুৰ দিন-ৰাতি সমান হোৱাৰ সময়ত সূৰ্যোদয়ৰ লগে লগে আকাশত উদয় হোৱা এটি নক্ষত্ৰমণ্ডলীলৈ ৰূপান্তৰিত কৰিছিল।

অৰিঠিয়া : বৰিয়াছৰ (উত্তৰীয় পছোৱা বতাহ) প্ৰিয়পাত্ৰী এগৰাকী কিম্বদন্তীৰ নায়িকা। পাছত এওঁকো বৰিয়াছে এছাটি বতাহলৈ ৰূপান্তৰিত কৰিছিল।

অৰ্কিউছ : অতি প্ৰাচীন কালৰ কিম্বদন্তীখ্যাত এজন কবি।

অৰ্টিজিয়া : 'ঘনচিৰিকাৰ বাহ,' (ক) ডিলছৰ আৰু (খ) চিছিলিৰ চিৰাকুছ নগৰৰ এটা অংশৰ নাম।

অস্কানছ : সুদূৰ অতীতৰ লাটিয়ামৰ দক্ষিণত থকা কাম্পানীয়া অঞ্চলত বাস কৰা এটা উপজাতি।

অথ্ৰিছ : (ক) দ্বিতীয় অধ্যায়ত উল্লেখ থকা পেন্থাছৰ পিতৃৰ আৰু (খ) সপ্তম অধ্যায়ত উল্লেখ থকা থেছেলিৰ এটা পৰ্বতৰ নাম।

অফিডাছ : এড্ৰিয়াটিক সাগৰত মিলিত হোৱা দক্ষিণ-পূব ইটালীৰ এখন নদী।

## আ

আইৰা : অভিডাৰ চাৰিওফালে বনবাস কৰা দ্বীপ।

আগামেমনন : মেনিলাছৰ ভাতৃ আৰু ট্ৰয়লৈ যোৱা গ্ৰীক সেনা বাহিনীৰ মুখ্য সেনাধ্যক্ষ

আগঠিৰছানছ : থেছৰ এটা জাতি।

আজাক্স : এজন গ্ৰীক যোদ্ধা, এওঁ অৱশ্যে ইনিয়াদত ট্ৰয়নগৰী ধ্বংস হোৱাৰ আগতে আত্মহত্যা কৰা বিশিষ্ট যোদ্ধাজন নহয়। এইজন যোদ্ধা ট্ৰয় ধ্বংসৰ সময়তে কাছান্দ্ৰাক অত্যাচাৰ কৰা অপৰাধত মিনাৰ্ভাৰ ৰোষত পৰিছিল আৰু দেৱীগৰাকীৰ ৰোষৰ ফলস্বৰূপেই ঘৰলৈ ঘোৰাৰ পথত জাহাজ ডুবি মৃত্যুমুখত পৰিছিল।

আলবালাংগা : আস্কানিয়াছে এলবান পাহাৰৰ ওপৰত নিৰ্মাণ কৰা লাটিন মহানগৰী।

আমাজনছ : থেছ আৰু এচিয়া মাইনৰৰ কিম্বদন্তীত উল্লেখিত নাৰী যোদ্ধা।

আমন : ইজিপ্তৰ দেৱতা আমাউন, এওঁক জুপিটাৰৰ লগত তুলনা কৰা হয়।

আৰ্কেডিয়া : দক্ষিণ গ্ৰীকৰ এটা পৰ্বত সঙ্কুল অঞ্চল।

আৰ্কটাৰাছ : ধ্ৰুৱতৰাৰ ওচৰৰ বুটিছ নক্ষত্ৰপুঞ্জৰ এটি উজ্জ্বল জ্যোতিষ্ক।

আৰ্ডিয়া : ৰোমৰ দক্ষিণত ইটালীৰ পশ্চিম উপকূলত অৱস্থিত এখন মহানগৰী; ৰুটুলীয়ানসকলৰ ৰাজধানী। আধুনিক নাম হ'ল টৰ্ৰাচিনা।

আৰিথুজা : দক্ষিণ গ্ৰীচৰ দেৱীৰূপে কল্পিত এখন নদী। নদ-নদীৰ দেৱতা আলফিউছৰ খেদাত এইখন নদীয়ে সাগৰৰ তলেদি বৈ গৈ চিচিলৈ পোৱাগৈ বুলি বিশ্বাস কৰা হয়।

আৰজিলিটাম : ফোৰামৰ ওচৰত ৰোমৰ এটা জনবসতিপূৰ্ণ এলেকা; এই নামটোৰ অৰ্থ 'আৰ্গছৰ মৃত্যু' বুলি কোৱা হয়।

আৰ্গছ : দক্ষিণ গ্ৰীচৰ উত্তৰৰ এখন মহানগৰী। মিছিনীৰ পৰিবৰ্তে এইখন মহানগৰীকহে আগামেমনৰ ৰাজধানী আছিল বুলি কিছুমানে বিশ্বাস কৰে।

আৰ্গাছ : (ক) সপ্তম অধ্যায়ত আইঅ'ক চোৱাচিতা কৰিবলৈ নিযুক্ত কৰা শেনচকুৰা অভিভাৱক, পাছত এওঁ মাৰ্কাৰীৰ হাতত নিহত হয়; (খ) অষ্টম অধ্যায়ত আৰজিলিটামৰ ৰণত নিপাত হোৱা ৰহস্যাবৃত 'অচিনাকি' ব্যক্তিজন।

আৰ্গাইৰিপা : ইটালীৰ আপুলিয়াত ডায়মিডিছে নিৰ্মাণ কৰা মহানগৰী 'আৰ্বণি'ৰ আন এটা নাম।

আৰিয়াডনী : ক্ৰীটৰ ৰজা মাইনছৰ জীয়ৰী ; এওঁ থেছিয়াছক চক্ৰবেহু-টোৰ পলাই যোৱাত সহায় কৰিছিল।

আৰিছিয়া : আলবালাংগাৰ দক্ষিণত থকা এখন চহৰ ; ইয়াত ডায়েনাক পূজা কৰা হৈছিল।

আৰিছবা : ট্ৰয়নগৰৰ ওচৰতে থকা এখন মহানগৰী।

আৰ্পি : দক্ষিণ ইটালীৰ পূব উপকূলৰ আপুলিয়াত আধুনিক ফ'গয়াৰ ওচৰত ডায়মিডিছে ট্ৰজান সমৰৰ পাছত নিৰ্মাণ কৰা এখন মহানগৰী।

আট্লাছ : পৃথিবী আৰু স্বৰ্গক পৃথক কৰি ৰখা দেৱতা বুলি মাজে মাজে কল্পনা কৰা উত্তৰ-পশ্চিম আফ্ৰিকাৰ এটা পৰ্বত

আট্ৰিউছ : মাইচিনিৰ ৰজা আৰু আগামেমনন তথা মেনিলাছৰ পিতৃ।

আভেন্টাইন : ৰোমৰ সপ্তপাহাৰৰ এটা।

আইকাৰাছ : ডিডেলাছৰ পুত্ৰ।

আইডা : কেইবাটাও পৰ্বতৰ নাম ; তাৰ ভিতৰত ট্ৰয় নগৰীৰ ওচৰৰটো আৰু ক্ৰীটৰটোৱেই প্ৰধান।

আইডালিয়াম : চাইপ্ৰাছত অৱস্থিত এখন মহানগৰী। ইয়াত ভেনাছক বিশেষভাবে পূজা কৰা হয়।

আইডমিনিউছ : ট্ৰজান সমৰত লিপ্ত হোৱা ক্ৰীটৰ গ্ৰীকসকলৰ নায়ক।

আইঅ' : জুপিটাৰৰ প্ৰেয়সী ৰাজকুমাৰী জুনোৱে এওঁক এজনী গাইগৰুলৈ ৰূপান্তৰিত কৰিছিল আৰু নিৰ্মমভাবে কষ্ট দিছিল।

আম্ব্ৰিয়ান : মধ্য ইটালীৰ এটা জাতি। আমি যেনেকৈ 'লাব্ৰাড'ৰ বা 'স্কাই টেৰিয়াৰ' বুলি চিকাৰী কুকুৰক আখ্যা দিওঁ ঠিক সেইদৰে এই নামটো-এবিধ চিকাৰী কুকুৰক বুজাবলৈও ব্যৱহাৰ কৰা হয়।

আড্ৰেষ্টাছ : আৰ্গছৰ পৌৰাণিক ৰজা ; থিবছৰ ৰণক্ষেত্ৰত দুজন যোঁৱায়েকক একেলগে মৃত অৱস্থাত দেখি তেওঁ শোকাভিভূত হৈছিল।

আলিয়া : টাইবাৰৰ উপনদী। ইয়াতে খৃষ্টপূৰ্ব ৩৯০ ৰ ৰণত ৰোমান সকলৰ বিপৰ্যয় হৈছিল।

## ই

ইয়েছিড : একিলিছৰ পূৰ্বপুৰুষ ইয়েকাছৰ বংশধৰ আৰু মেছিয়নৰ ৰজা সকল।

ইজিয়ন : দেৱতাসকলৰ লগত যুদ্ধ কৰা পৌৰাণিক দৈত্য।

ইনিয়াছ : ভেনাছ আৰু এংকাইছিছৰ পুত্ৰ, ট্ৰজান ৰাজবংশীয়, ট্ৰজানসকলৰ ৰণত এওঁ বিশিষ্ট ভূমিকা গ্ৰহণ কৰিছিল আৰু ট্ৰয় নগৰ ধ্বংসৰ পাছত প্ৰাণ লৈ সাৰি যোৱা ট্ৰজানসকলৰ নেতা নিৰ্বাচিত হৈছিল। এওঁ এই মহাকাব্যৰ নায়ক।

ইটলিয়া : ডায়মিডিছৰ নিজ ৰাজ্য উত্তৰ-পশ্চিম গ্ৰীচত অৱস্থিত

ইডনিয়া : উত্তৰ গ্ৰীচত; থেছৰ এখন জিলা।

ইলিছ : দক্ষিণ-পশ্চিম গ্ৰীচৰ এখন মহানগৰী।

ইৰাটো : প্ৰেমগীতৰ লগত জড়িত নগৰাকী সঙ্গীতৰ দেৱীৰ এগৰাকী ( The Muses )

ইৰিবাছ : প্ৰেতপুৰীৰ একাংশ, এটা গভীৰ গিৰিখাট।

ইৰিডেনাছ : পাতালৰ পৰা ওপৰলৈ বৈ অহা এখন কিম্বদন্তীৰ নদী, পাছত এইখনকে পো বা ৰাইন নদী বুলি ভবা হৈছিল।

ইৰিফিলি : গিৰিয়েক এম্ফিয়ৰাছৰ লগত বিশ্বাসঘাতকতা কৰি নিজপুত্ৰ আল্কমিয়নৰ হাতত পাছত নিহত হোৱা এগৰাকী কিম্বদন্তীৰ নায়িকা।

ইট্ৰুস্কান : এচিয়া মাইনৰৰ এটা জাতি বুলি সন্দেহ কৰা হয়, পাছত জাতিটোৱে উত্তৰ-পশ্চিম ইটালীত ( ইট্ৰুৰিয়া ) আধুনিক ফ্লোৰেন্স আৰু নেপলছৰ মাজত স্থায়ী বসতি আৰম্ভ কৰে।

ইউবিয়া : উত্তৰ গ্ৰীচৰ পূবফালে অৱস্থিত এটা ডাঙৰ দ্বীপ।

ইউমিনাইডিছ : জিঘাংসা আৰু অভিশাপৰ দেৱীসকল এই নামেৰে জনাজাত।

ইউৰটাছ : দক্ষিণ গ্ৰীচৰ স্পাৰ্টাৰ ওচৰেদি বৈ যোৱা এখন নদী।

ইভাড্‌নী : স্বামী কেপানুছৰ মৃত্যুশোকত অধীৰ হৈ আত্মহত্যা কৰা এগৰাকী কিম্বদন্তীৰ নায়িকা।

ইভানডাৰ : আৰ্কেডিয়াৰ কিম্বদন্তী প্ৰসিদ্ধ গ্ৰীক ৰজা, এওঁ স্থায়ী বসতি আৰম্ভ কৰা অঞ্চলটোৱেই কালক্ৰমত ৰোম মহানগৰীত পৰিণত হৈছিল।

ইলিয়া : ৰোমৰ ভেষ্টাৰ পূজাৰিণী; এওঁক ৰোমৰ প্ৰতিষ্ঠাপকদ্বয় ৰমুলাছ আৰু ৰেমাছৰ মাতৃ ৰীয়াচিলভীয়া বুলিও কোৱা হয়।

ইলিঅ'ন্যুছ : ইনিয়াছৰ লগত ভ্ৰমণ কৰা এজন বয়সস্থ আৰু সম্মানিত ট্ৰজান পুৰুষ।

ইলিয়াম : ট্ৰয়নগৰীৰ আন এটা নাম।

ইলাছ : (ক) এস্‌পানিয়াছৰ নাম। পিছত ইয়ুনাছলৈ পৰিবৰ্তিত হয়; (খ) ট্ৰছৰ পুত্ৰ আৰু লাওমিডনৰ পিতৃ আৰু (গ) ইনিয়াছৰ লগৰ এজন ট্ৰজান যোদ্ধা।

ইনাচুছ : আৰ্গছৰ অতি পুৰণি কিম্বদন্তীৰ ৰজা আৰু আইঅ'ৰ পিতৃ।

ইছমেৰা : থেছৰ এটা পৰ্বত (এখন মহানগৰীও)।

ইথাকা : গ্ৰীচৰ পশ্চিম উপকূলত অৱস্থিত এটা দ্বীপ আৰু ইউলিচিছৰ (ওডিচ্যুছ) বাসস্থান।

ইউলাছ : আস্কানিয়াছৰ আন এটা নাম; ইনিয়াছৰ বংশগত জুলিয়ান পৰিয়ালটো আৰু অগষ্টাছক বুজাবলৈ ব্যৱহাৰ কৰা নাম।

ইক্সিয়ন : জুনোক (হেৰা) আক্ৰমণ কৰা এজন কিম্বদন্তীৰ নায়ক।

ইছালিয়া : হাৰকিউলিছে লুণ্ঠন কৰা ইউবিয়াৰ এখন তমহানগৰী (গ্ৰীচৰ পূব উপকূলৰ অদূৰত)।

ইনট্ৰিয়া : ইটালীৰ এটা অঞ্চলৰ পুৰণি নাম। ইয়াৰ অধিবাসীসকলক ইনট্ৰিয়ান বুলি কোৱা হয়।

ইউকেলিগণ : ইনিয়াদত উল্লেখিত এজন ট্ৰজান যোদ্ধা।

ইউলিচিছ : ওডিচ্যুছৰ লাটিন নাম; এওঁ এজন গ্ৰীক যোদ্ধা আৰু 'ওডিচী'ৰ প্ৰধান চৰিত্ৰ। তেওঁ হ'ল 'ইথাকাৰ মানুহজন'।

## উ

উফেন্স : (ক) সপ্তম অধ্যায়ত উল্লেখিত পশ্চিম ইটালীৰ এখন নদী আৰু (খ) দশম অধ্যায়ৰ মতে এজন ইটালীয়ান যোদ্ধা।

## এ

**এচেষ্টিছ :** ইনিয়াছৰ আগমণৰ পূৰ্বেই চিচিলিত বসবাস আৰম্ভ কৰা এজন ট্ৰজান সামন্ত।

**একিয়ান :** হোমাৰৰ মহাকাব্যত গ্ৰীকসকলক একিয়ান বোলা হৈছে।

**এৰ্কিৰণ :** ৰসাতলৰ এখন নদীৰ নাম শোকতৰঙ্গিনী।

**একিলিছ :** এজন গ্ৰীক যোদ্ধা। 'ইলিয়াদ'ৰ মুখ্য চৰিত্ৰ।

**এক্ৰিচিয়াছ :** আৰ্গছৰ অতি পুৰণি এজন ৰজাৰ নাম।

**এটিকিয়াম :** গ্ৰীচৰ উত্তৰ-পশ্চিম উপত্যকাৰ এটা অন্তৰীপ ; ইয়াতে খৃষ্টপূৰ্ব ৩১ অত অগষ্টাছে (সেই সময়ত অক্টাভিয়াছ নামে বিদিত) এন্টনি আৰু ক্লিওপেট্ৰাক এখন নৌযুদ্ধত পৰাস্ত কৰিছিল।

**এজিনৰ :** টায়াৰৰ পৌৰাণিক ৰজা।

**এগ্ৰিপ্প :** অগষ্টাছৰ একটিয়ামত নিয়োজিত নৌ সেনাধ্যক্ষ।

**এগিলা :** ৰোমৰ পৰা কুৰিমাইল উত্তৰ-পশ্চিমে থকা ফেৰি নামৰ ইট্ৰুস্কান নগৰখনৰ পুৰণি নাম।

**এলছাইডিছ :** এলচিয়াছৰ নাতি হাৰকিউলিছৰ আন এটা নাম।

**এল'য়াজ :** কিংবদন্তীৰ দৈত্য। তেওঁৰ দুই পুত্ৰ অটাছ আৰু ইফিয়াল্টিছে দেৱতাসকলৰ লগত যুদ্ধ কৰিছিল।

**এলফিয়াছ :** অলিম্পিয়াৰ কাষেদি বৈ যোৱা দক্ষিণ-পশ্চিম গ্ৰীকৰ এখন নদী।

**এমেথাছ :** চাইপ্ৰাছৰ এখন মহানগৰী। ইয়াত ভেনাছৰ পূজা কৰা হৈছিল।

**এনকাইচিজ :** ট্ৰজান ৰাজবংশীয় লোক ; একান্ত ধৰ্মনিষ্ঠাৰ পুৰস্কাৰ হিচাপে দেৱী ভেনাছৰ লগত এওঁৰ মিলন ঘটোৱা হৈছিল যাৰ ফলস্বৰূপে তেওঁ ইনিয়াছৰ পিতৃত্ব লাভ কৰিছিল।

**এনকাছ :** ৰোমৰ চতুৰ্থ সম্ৰাট।

**এণ্ড্ৰ'নিয়াছ :** দুজন পুৰুষৰ নাম ; (ক) ইনীদ মহাকাব্যৰ ২য় অধ্যায়ত এজন গ্ৰীক যোদ্ধা আৰু (খ) ষষ্ঠ অধ্যায়ত এথেনিয়ানসকলে বধ কৰা বুলি সন্দেহ কৰা ক্ৰীটৰ ৰজা মাইনছৰ পুত্ৰ।

**এণ্ড্ৰমেকী :** ট্ৰজানবীৰ হেক্টৰৰ পত্নী।

এণ্টিনৰ : এজন ট্ৰজান ৰাজকোঁৱৰ। ইনিয়াছ অহাৰ আগতেই এওঁ ইটালীলৈ পলাই গৈছিল বুলি কোৱা হয়।

এণ্টনী : আগষ্টাছৰ প্ৰতিদ্বন্দ্বী 'মাৰ্ক এণ্টনী'; একটিয়ামৰ ৰণত এওঁ পৰাস্ত হৈছিল অগষ্টাছৰ হাতত।

এনাবিছ : কুকুৰৰ ৰূপত ইজিপ্তৰ এজন দেৱতা।

এপলো : (গ্ৰীকৰ এওঁক ফিবাছ বুলিও কোৱা হয়) জুপিটাৰ আৰু লাটোনাৰ পুত্ৰ; এওঁ ভৱিষ্যৎবাণী, ঔষধ আৰু ধনুৰ্বিদ্যাৰ দেৱতা।

এৰেক্সিছ : কাঁম্পিয়ান সাগৰত পৰা আৰ্মেনিয়াৰ এখন নদী।

এস্কানিয়াছ : ইনিয়াদ আৰু ক্ৰিউজাৰ পুত্ৰ; এওঁ ইউলাছ নামেৰেও পৰিচিত।

এছিয়া : ভাৰ্জিলৰ সময়ত ই অকল এছিয়া মাইনৰকহে নাইবা এছিয়া মাইনৰৰ পশ্চিম উপকূলৰ অঞ্চলটোকহে বুজায়।

এষ্টিয়ানাক্স : ট্ৰয়ৰ পতনৰ পাছত গ্ৰীকসকলে হত্যা কৰা হেক্টৰ আৰু এণ্ড্ৰমেকীৰ শিশুপুত্ৰ।

এথ'ছ : আধুনিক চালনিকাৰ পূৰত থকা এটা অন্তৰীপ।

এভাৰ্ণাছ : প্ৰেতপুৰীৰ প্ৰবেশ পথ বুলি বিশ্বাস কৰা নেপলছৰ ওচৰৰ এটা হ্ৰদ। ইয়াৰ আধুনিক নাম 'লাগোডা এভাৰ্ণ'।

এলিছা : ডিডোৰ আন এটা নাম।

এপিৰাছ : আধুনিক আলাবনিয়া। উত্তৰ-পশ্চিম গ্ৰীচৰ এখন জিলা।

এৰিমেনথাছ : দক্ষিণ গ্ৰীচৰ এটা পৰ্বত, ইয়াতে হাৰকিউলিছে এটা বৰা গাহৰি নিধন কৰিছিল।

এৰিক্স : (ক) কিম্বদন্তীৰ চিচিলিয়ান বীৰ; ভেনাছৰ পুত্ৰ আৰু এজন বিখ্যাত মল্লযোদ্ধা। (খ) ভেনাছ বিশেষ আড়ম্বৰেৰে পূজিত হোৱা চিচিলিৰ আধুনিকট্ৰাপানীৰ ওচৰত তেওঁৰ (এৰিক্স) নামেৰে নামকৰণ কৰা এটা পৰ্বত। (গ) উপৰোক্ত পৰ্বটোৰ কাষৰে এখন নগৰ।

## ক

কেনিয়াছ : ষষ্ঠ অধ্যায়ত উল্লেখিত এটা চৰিত্ৰ। এই দেৱকন্যাগৰাকীক পছাইডনে (নেপচুন) এজন অজেয় পুৰুষলৈ ৰূপান্তৰিত কৰিছিল।

আৰু ভাৰ্জিলৰ মতে পাছত পুনৰ নাৰীলৈ পৰিবৰ্তিত কৰিছিল।
(খ) নৱম অধ্যায়ত এজন ইটালীয়ান যোদ্ধা।

**কেৰী:** ৰোমৰ উত্তৰ-পশ্চিমত এখন ইট্ৰুস্কান মহানগৰী।

**কেয়েটা:** ইটালীৰ পশ্চিম উপকূলত অৱস্থিত এটা অন্তৰীপ। আধুনিক নাম গে'টা।

**কেলকাছ:** ট্ৰয়ৰ গ্ৰীক সৈন্য বাহিনীৰ এজন জ্যোতিষী।

**কেলিয়নী:** কবিতাৰ অধিষ্ঠাত্ৰী নগৰাকী দেৱীৰ এগৰাকী; এই দেৱীসকলে কবিক অনুপ্ৰাণিত কৰে।

**কেলিডন:** উত্তৰ-পশ্চিম গ্ৰীচৰ এখন মহানগৰী; ডায়মিডিছৰ আচল ঘৰ। এই অঞ্চলটোক শাস্তি প্ৰদানৰ কাৰণে দেৱী ডায়েনাই এটা ভয়ানক বৰগাহৰি নগৰখন ধ্বংস কৰাৰ কাৰণে প্ৰেৰণ কৰিছিল।

**কেমেৰিণা:** চিচিলিৰ এখন মহানগৰী। ইয়াত এটা প্ৰচলিত দৈৱবাণীৰ পীঠ আছিল 'কেমেৰিণাৰ সালসলনি নকৰিবা।' কিন্তু ইয়াক অৱজ্ঞা কৰি বাসিন্দাবিলাকে কেমেৰিণা নামৰ পিতনিখনৰ পানী কাটি দিয়াৰ ফলত শত্ৰুবিলাকে প্ৰবেশ কৰি নগৰখন অধিকাৰ কৰিছিল।

**কেমিলিয়া:** এগৰাকী আমাজন নাৰীযোদ্ধা। ইটালীয়ানসকলে দিয়া নাম।

**কেমিলাছ:** গ'ল (Gauls) সকলৰ হাতৰ পৰা খৃষ্টপূৰ্ব ৩৯০ অত ৰোম নগৰী উদ্ধাৰ কৰা এজন ৰোমান সেনাধ্যক্ষ। এওঁ তেওঁলোকৰ পৰা অধিকৃত পতাকাসমূহ উদ্ধাৰ কৰিছিল।

**কেপিটল:** ৰোমৰ সপ্ত পাহাৰৰ এটাৰ শৃঙ্গটোৰ নাম, ইয়াতে অৱশেষত জুপিটাৰৰ মন্দিৰটো নিৰ্মাণ কৰা হৈছিল।

**কেৰিয়ানছ:** দক্ষিণ-পশ্চিম এছিয়া মাইনৰৰ এটা জাতি।

**কাৰ্পাঠিয়ান সাগৰ:** ৰোডছ আৰু ক্ৰীটৰ নিকটবৰ্তী ইজিয়ান সাগৰ।

**কাৰ্থেজ:** খৃঃ পূঃ ২৬৪ ৰ পৰা ৰোমৰ লগত তিনিখন অত্যন্ত ক্ষতিকৰ যুদ্ধত ( পিউনিক যুদ্ধ ) লিপ্ত হ'ব লগা হোৱা উত্তৰ আফ্ৰিকাৰ ফিনিছিয়ান উপনিবেশখন; দ্বিতীয় যুদ্ধখনৰ অৱতাৰণা কৰিছিল খৃঃ পূঃ ১৪৬ অত কাৰ্থেজ ধ্বংসপ্ৰাপ্ত হৈছিল।

কাছান্দ্ৰা : এওঁ আছিল প্ৰায়ামৰ কন্যা। এপলোৰ প্ৰিয়পাত্ৰী হৈ তেওঁ সত্য ভবিষ্যৎ বাণী কৰা ক্ষমতা লাভ কৰিছিল। কিন্তু এপলোৰ মায়াত সকলোৱে তেওঁক অবিশ্বাস কৰিবলৈ আৰম্ভ কৰাত এই ক্ষমতা প্ৰকৃতাৰ্থত বিফলে গৈছিল।

কেটিলেইন : এজন ৰোমান বিপ্লৱী। খৃষ্টপূৰ্ব ৬৩৬ অত চিচাৰোৱে এওঁৰ ষড়যন্ত্ৰ বিফল কৰিছিল।

কেটʼ : এজন ৰক্ষণশীল ৰোমান ৰাজনীতিজ্ঞ। এজন কঠোৰ নীতিবিদ হিচাপেও তেওঁ বিখ্যাত আছিল।

কেৰণ : গ্ৰীক কিম্বদন্তী অনুসৰি ষ্টিক্স নদীয়েদি মৃতসকলক কঢ়িয়াই নিয়া নাৱৰীয়াজন : ইট্ৰুস্কানসকলৰ মাজত কেৰন যমৰজা বুলিয়েই পৰিচিত।

কেৰিব্‌ডিছ : মেচিনা প্ৰণালীৰ এটা ভয়ানক পকনীয়া। কিম্বদন্তীৰ দৈত্য।

কাইমেৰা : (ক) পঞ্চম অধ্যায়ৰ মতে এখন জাহাজৰ নাম (খ) ষষ্ঠ আৰু সপ্তম অধ্যায়ৰ মতে সিংহ, ছাগলী আৰু সাপৰ মিশ্ৰিত শৰীৰৰ এটা দৈত্য।

ক্লেৰছ : এচিয়া মাইনৰৰ কলফনৰ ওচৰৰ এখন চহৰ। ইয়াত এপলোৰ এটা দৈৱবাণীৰ পীঠ আছে।

ক্লডিয়ান : এটা বিখ্যাত ৰোমান অভিজাত পৰিয়ালৰ নাম।

ক্লচাছ : খৃষ্টপূৰ্ব ৫১৪ ৰ পৰা ৰোমত বসবাস আৰম্ভ কৰি ক্লডিয়ান পৰিয়ালটো প্ৰতিষ্ঠা কৰা এজন ছেবাইন অভিজাত পুৰুষৰ নাম।

ক্ললিয়া : পছেনাই বন্দিনী কৰি ৰখা এই ৰোমান ছোৱালীজনীয়ে অৱশেষত অসীম সাহস প্ৰদৰ্শন কৰি বন্দীশালৰ পৰা পলাই টাইবাৰেদি সাতুৰি ৰোমলৈ ঘূৰি গৈছিল।

কক্লিচ : সংকৰ্মীসকলে ভাঙিবলৈ আৰম্ভ কৰা টাইবাৰৰ দলংখন ৰখি থকা বিখ্যাত হ্যাৰচিয়াছৰ উপনাম ( এচকুৱা )।

কাচিটাছ : ৰসাতলৰ এখন নদী, 'ক্ৰন্দসী'।

কৰিণ্ঠ : মধ্য গ্ৰীচৰ যোজকটোৰ ওচৰৰ এখন নদন বদন নগৰ। খৃষ্টপূৰ্ব ১৪৬ অত সামিয়াচৰ নেতৃত্বত ৰোমানসকলে এই নগৰখন অধিকাৰ কৰি ধ্বংস কৰিছিল।

কৰিবাণ্টিচ : বন্য আচাৰ পদ্ধতিৰে এছিয়া মাইনৰৰ আৰু ক্ৰীটত দেৱী চিবিলিক পূজা কৰা নৃত্যপটু পুৰোহিতসকল।

কৰিঠাছ : ইটালীৰ এখন মহানগৰী ( ৰোধকৰো কৰ্টোনা আধুনিক এৰিজ'ৰ ওচৰত ) এছিয়া মাইনৰত স্থায়ী বসবাস আৰম্ভ কৰাৰ আগতে ডাৰ্ডানাছে ইয়াতে বসতি কৰিছিল বুলি কোৱা হয়। আন কিছুমানৰ মতে কৰিঠাছ ডাৰ্ডানাছৰ পিতৃ।

কচাছ : এজন ৰোমান সেনাধ্যক্ষ খৃঃ পূঃ ৪৯৮ অত এওঁ কিডেৰা অধিকাৰ কৰিছিল আৰু অকলশৰে যুদ্ধ কৰি শত্ৰুপক্ষৰ সেনাধ্যক্ষজনক বধ কৰি 'বিজেতাৰ সন্মানী' সমূহ লাভ কৰিছিল।

ক্ৰিউচা : প্ৰায়ামৰ জীয়ৰী, ইনিয়াছৰ প্ৰথমা পত্নী আৰু আস্কানিয়াছৰ মাতৃ।

কুমি : নেপলছৰ উত্তৰত আধুনিক পাজুৱলীৰ ওচৰত এখন নগৰ। ইয়াত এটা দৈৱবাণীৰ পীঠ আছে আৰু প্ৰেতপুৰীলৈ যোৱাৰ এটা প্ৰবেশ পথ আছে। কুমিয়ানৰ অৰ্থ হ'ল 'কুমিত থকা।'

কিউপিড : (গ্ৰীকসকলৰ ইৰ'জ) ভেনাছৰ পুত্ৰ। এওঁ প্ৰেমৰ দেৱতা।

কিউৰিজ : এখন সৰু চেবাইন চহৰ : ৰোমৰ দ্বিতীয় সম্ৰাট নুমাৰ ঘৰ।

কিউৰিটিজ : ক্ৰীটত জুপিটাৰৰ ( জ্যুছ ) জন্ম সম্পৰ্কে থকা আখ্যানৰ লগত জড়িত কৰিবাণ্টিজসকলৰ দৰে নৃত্যপটু পুৰোহিতসকল।

কিড্‌ছীৰছ : বাৰিষা কালৰ লগত সম্বন্ধ থকা অ'ৰেইগা নক্ষত্ৰ মণ্ডলীৰ এটা অংশ।

কুইৰিনাছ : অতি পৌৰাণিক ইটালীয়ান দেৱতা ঈশ্বৰত্ব লাভ কৰা ৰমুলাছৰ এজন উল্লেখযোগ্য ৰোমান জাতিৰ দেৱতা। এওঁৰ লগত জড়িত সকলোকে 'কুইৰিন' বা 'কুইৰিনেল' বুলি কোৱা হয়। ৰোমানসকলক প্ৰদান কৰা 'কুইৰিটাছ' নামৰ অৰ্থটো 'কুইৰিনাছৰ দল' অথবা 'বৰ্শাধাৰী' ( যদি কুইৰাছ মানে বৰ্শা হয় ) বুলি ভবা হয়।

কেলিৰীয়ান : উত্তৰ এছিয়াৰ মাইনৰত বাস কৰা বুলি বিশ্বাস কৰা আৰু কিম্বদন্তী মতে লোহাৰ আৱিষ্কাৰক ।

## গ

গিটুলিয়ানছ : উত্তৰ আফ্রিকাৰ বিভিন্ন ঠাইত সিঁচৰতি হৈ থকা এটা বৰ্বৰ জাতি ।

গেনিমিড : এজন ডেকা ট্রজান ৰাজকোঁৱৰ আৰু চঁছৰ পুত্র ; এওঁক জুপিটাৰে মদিৰা পৰিবেশনৰ কাৰণে স্বৰ্গলৈ লৈ গৈছিল ।

গেৰামেণ্টিয়ানছ : উত্তৰ আফ্রিকাৰ এটা জাতি ।

গাৰ্গেনাছ : ইটালীৰ পূব-উপকূলৰ এটা অন্তৰীপ ; ইয়াৰ আধুনিক নাম হ'ল গাৰ্গানো' ।

গল : ফ্রান্স আৰু উত্তৰ ইটালী অধিকাৰ কৰা কেল্টিক লোকসকল ; খৃ: পূ: ৩৯০ অত এওঁলোকে দক্ষিণলৈ আগুৱাই ৰোম দখল কৰিছিল । কিন্তু পিছৰ শতিকা দুটাত তেওঁলোকক পৰাস্ত কৰি পুনৰ ঘোহঁকাই পঠিওৱা হৈছিল ।

গেল'নিয়ানছ : দক্ষিণ ৰুছিয়াৰ এটা জাতি ।

গেৰিঅন : হাৰকিউলিছে নিধন কৰা কিম্বদন্তীৰ এটা ত্রিশৰীৰী দৈত্য ।

গেটি : ডানিয়ুব নদীৰ মোহনাৰ ওচৰত বাস কৰা এটা জাতি ।

গ্লকাছ : (ক) পঞ্চম অধ্যায়ৰ মতে সমুদ্রৰ বৃদ্ধ দেৱতা ; (খ) দ্বাদশ অধ্যায়ৰ মতে এজন ট্রজান যোদ্ধা আৰু (গ) ষষ্ঠ অধ্যায়ৰ মতে এওঁ হ'ল 'ইলিয়াদ'ৰ ষষ্ঠ অধ্যায়ত উল্লেখ কৰা মৃত যোদ্ধাজন বা আন কিছুমানৰ মতে যোদ্ধাজনৰ পূৰ্বপুৰুষ ।

গ্রেকাছ : খৃ: পূ: ১৩৩ ৰ পৰা ১২২ ৰ সময়ছোৱাত ৰোমৰ সংবিধানখনৰ সংস্কাৰ সাধন কৰা ভ্রাতৃদ্বয়ৰ নাম ।

গ্রেভিস্কি : ৰোমৰ উত্তৰে ইটালীৰ পশ্চিম উপকূলস্থ এটা বন্দৰ ; বোধকৰো টাৰকুইনাই নামৰ ইট্রুস্কান মহানগৰীখনৰ বন্দৰ । এই নামটোৰ অৰ্থ হ'ল 'গোস্বামী' ; নামটোৱে নিশ্চয় অস্বাস্থ্য-

কৰ জলবায়ুৰ ইঙ্গিত দিয়ে।

গ্ৰিনিয়াম : এছিয়া মাইনৰৰ পশ্চিম উপকূলত অৱস্থিত এখন মহানগৰী ইয়াতে এপলোৰ দৈৱবাণী প্ৰচাৰ কৰা এটা মন্দিৰ আছে।

চ

চেণ্টৰ : কিম্বদন্তীৰ জন্তু। ইয়াৰ শৰীৰৰ ওপৰছোৱাৰ আকৃতি মানুহৰ আৰু নিম্নভাগ ঘোঁৰাৰ নিচিনা।

চিৰ'নিয়া : গ্ৰীচৰ পশ্চিম উপকূলৰ 'বজ্ৰ অন্তৰীপ (thunderbolt heat land)।

চিৰিছ : শস্যৰ দেৱী। গ্ৰীক ডিমিটাৰ।

চাৰ্ছি : মানুহক পশুলৈ পৰিৱৰ্তিত কৰিব পৰা এগৰাকী ভয়ঙ্কৰী দেৱী। ওডিছীৰ দশম অধ্যায়ত আছে)।

চাৰ্ছেই : হোমাৰৰ মতে চাৰ্ছিয়ে বাস কৰা দ্বীপটোৰ নাম আইয়া। কিন্তু ভাৰ্জিলৰ কল্পনামতে ইটালীয় উপকূলৰ আধুনিক টেৰাচিনাৰ ওচৰৰ চাৰ্ছেই (যাদুকৰী গৰাকীৰ নামানুসৰি হোৱা বুলি বিশ্বাস কৰাহেতু তেওঁ বাস কৰিছিল)।

চিটিউছ : (ক) এজন ট্ৰজান যোদ্ধা (খ) প্ৰায়ামৰ পত্নী হিকুবাৰ পিতৃ।

চিবিলী : ফ্ৰিজিয়ান জননী নামেৰেও জনাজাত এছিয়া মাইনৰৰ এগৰাকী গুৰুত্বপূৰ্ণ দেৱী, এছিয়া মাইনৰৰ বিশেষকৈ বিৰিছিনটাছ আৰু চিৰিলাছ নামৰ পৰ্বত দুটা কাষৰীয়া অঞ্চলত আসুৰিক আচাৰ। পদ্ধতিৰে এওঁক পূজা কৰা হয়। এওঁৰ সৰহভাগ ভক্তই হৈছে নপুংসক।

চাইক্লপছ : ইউলিচিছে (ওডিচ্যুছ) অন্ধ কৰা একচকুৱা চিচিলিয়ান দৈত্য। (ওডিছীৰ নৱম অধ্যায়)

চিকনাছ : (নামটোৰ অৰ্থ হ'ল ৰাজহাঁহ) লিগৰিয়াৰ কিম্বদন্তী ৰজা; কিথনক ভালপোৱা এই ৰজাজনক পাছত ৰাজহাঁহলৈ ৰূপান্তৰিত কৰা হৈছিল।

চিলিন : মাৰ্কাৰিৰ জন্ম হোৱা দক্ষিণ গ্ৰীচৰ এটা পৰ্বত।

চিনথাছ : ভিলছ্ৰ দ্বীপ এটাত অৱস্থিত এটা পাহাৰ।

চাইপ্ৰিয়ান : চাইপ্ৰাছত কেইবাটাও মন্দিৰ থকাৰ কাৰণে ভেনাছক চাই-প্ৰিয়ান বোলা হয়।

চাইঠিৰা : একমাত্ৰ ভেনাছক পূজা কৰা গ্ৰীচৰ দক্ষিণ-পূব উপকূলৰ ওচৰৰ এটা দ্বীপ ও এই কাৰণেই ভেনাছক চাইঠিৰিয়ান বুলি কোৱা হয়।

চালামিছ : (ক) এথেন্সৰ ওচৰৰ এটা দ্বীপ; (খ) এই নামেৰে নাম-কৰণ কৰা চাইপ্ৰাছৰ এখন মহানগৰী; ট্ৰজান সমৰৰ পিছত আজাক্সৰ সম্বন্ধীয়া ভায়েক টিউছাৰে ইয়ালৈকে প্ৰব্ৰজন কৰিছিল।

চেমথ্ৰেইছ : ট্ৰয়ৰ পশ্চিমত ডাৰ্ডানেলিছ প্ৰণালীৰ ওচৰৰ এটা দ্বীপ।

চেটাৰ্ণ : গ্ৰীকসকলৰ ক্ৰনছ; জুপিটাৰ আৰু জুনোৰ পিতৃ। জুপি-টাৰে এওঁক অলিম্পাছৰ পৰা বহিষ্কাৰ কৰিছিল বুলি কোৱা হয় আৰু এই বিশ্বাসমতে তেওঁ ইটালীলৈ আহি এটা 'সোণালী যুগ'ৰ অৱতাৰণা কৰিছিল।

চিৰছ : ইজিয়ান সাগৰৰ এটা দ্বীপ; ইয়াৰ পৰাই একিলিছক কাহি-নীটো ট্ৰয়াভিমুখে ৰাওনা হৈছিল। নিয়প্তলিমাছৰ জন্মস্থান।

চিলিনাছ : (সুগন্ধি শাক) পশ্চিম চিচিলিৰ এখন মহানগৰী।

চেৰানাছ : (ক) ষষ্ঠ অধ্যায়ত বৰ্ণিত প্ৰথমখন পিউনিক ৰণত সৈন্য-চালনা কৰিবলৈ ঘৰৰ পৰা মাতি পঠোৱা ৰেগুলাছ নামৰ এজন ৰোমান। খৃ: পূ: ২৫৫ অব্দত সেই ৰণতে আফ্ৰিকাত তেওঁ শত্ৰুৰ হাতত বন্দী হৈছিল, (খ) নৱম অধ্যায়ত বৰ্ণিত ইনিয়া-ছৰ বিৰুদ্ধাচৰণ কৰা এজন ইটালীয়ান যোদ্ধা।

চিকানিয়ান : এটা যুঁজাৰু জাতি; চিচিলিৰ পৰা ৰোৱাৰ আগতে তেওঁলোকে মধ্য ইটালীত বাস কৰিছিল। উত্তৰ আফ্ৰিকাত তেওঁলোকে বহুদিনৰ আগতেই বাস কৰিছিল বুলি ভবা হয়। 'চিকানিয়ান' উপসাগৰখন চিচিলিৰ পূব উপকূলবৰ্তী।

চিলা : ইটালীৰ পাদ প্ৰদেশৰ এখাৰী পৰ্বত।

চিলভেনাছ : পতিত মাটিৰ অধিষ্ঠাতা পৌৰাণিক ইটালীয়ান দেৱতা।

চাইবেণ : সুমধুৰ গীতেৰে নাবিকসকলক ভুলাই সাগৰৰ পাৰৰ শিলাময় অঞ্চললৈ টানি নিয়া নাৰীসকল ('ওডিচী' দ্বাদশ অধ্যায়)।

চিৰিয়াচ : গ্ৰীষ্মকালত সূৰ্যোদয়ৰ লগে লগে উদিত হোৱা লুব্ধক নক্ষত্ৰ।

চিমিৰাছ : পূব চিচিলিৰ এখন নদী আৰু পাৰৰ চহৰ।

চাৰ্টিচ : আফ্ৰিকাৰ উত্তৰ উপকূলবৰ্তী দুখন উপসাগৰৰ নাম; এখন আধুনিক ট্ৰিপলি আৰু বেনঘাজীৰ মাজত অৱস্থিত আৰু আনখন ট্ৰিপলি আৰু টিউনিছৰ মাজত অৱস্থিত। এই দুখন বন্দৰ স্থান উপসাগৰ উদংনি বালিৰ কাৰণে বিখ্যাত।

ছ

ছিথিৰণ : বেকাছক পূজা-পাতল কৰা থিবছৰ ওচৰৰ এটা পৰ্বত।

ছেৰিলিয়ান : ইটালীৰ এটা জাতি।

ছেৰিনাছ : ছেৰাইন সকলৰ পৌৰাণিক ৰজা।

ছালি : মাৰ্চৰ সম্মানাৰ্থে পবিত্ৰ বৰ্ম ধাৰণ কৰি ৰোমত নৃত্য প্ৰদৰ্শন কৰা পুৰোহিতসকল।

ছামে : ইথাকাৰ ওচৰৰ এটা দ্বীপ।

ছামোছ : এছিয়া মাইনৰৰ পূব উপকূলৰ অদূৰত অৱস্থিত এটা দ্বীপ।

ছাপিডন : এজন লিছিয়ান ৰাজকোঁৱৰ; এওঁ জুপিটাৰৰ পুত্ৰ আৰু প্ৰায়ামৰ হিতাকাঙ্খী ট্ৰয় যুদ্ধত এওঁ নিহত হয়। ('ইলিয়াদ' সপ্তদশ অধ্যায়)।

ছিয়ান : 'বামহস্ত'; ট্ৰয়নগৰী বেৰি থকা দেৱালবিলাকৰ মাজৰ এখন প্ৰবেশ দ্বাৰৰ নাম।

ছিপিঅ' : কৰ্ণেলিৰ ফটা পৰিয়ালৰ নাম; পিউনিক ৰণসমূহৰ সময়ত এই পৰিয়ালৰ কেইবাজনেও সেনাপতি হৈ উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰিছিল। বিশেষকৈ এজনে (স্কিপিঅ' কৰ্ছিপিঅ' আফ্ৰিকানাছ) জামাৰ ৰণত (খৃ; পূ: ২০২) সেনাবাহিনী পৰিচালনা কৰি কাৰ্থেজিয়ানসকলক শোচনীয়ভাবে পৰাস্ত কৰিছিল।

ছিলা : (ক) দ্বিতীয় অধ্যায়ত বৰ্ণিত মেছিনা প্ৰণালীত বাস কৰা এজনী ভয়ংকৰ সাগৰীয় ৰাক্ষসী ; এই ওচৰেদি পাৰ হৈ যোৱা জাহাজবিলাকৰ নাবিকসকলক সততে ভক্ষণ কৰিছিল । (খ) পঞ্চম অধ্যায়ত বৰ্ণিত ছিলাৰ নামানুসৰি এখন জাহাজৰ নাম ।

ছিথিয়ান : দক্ষিণ ৰুছিয়াৰ এটা অশ্বাৰোহী জাতি ।

ছিবিল : ক্যুমিৰ এগৰাকী পূজাৰিণী । এওঁ ভৱিষ্যতৰ কথা ক'ব পাৰে ।

ছাইডন : টায়াৰৰ ওচৰৰ এখন ফিনিছিয়ান নগৰ ।

ছিজিয়াম : ট্ৰয়ৰ ওচৰৰ এটা বন্দৰ ! 'ছিজিয়াম প্ৰণালী'য়েই হ'ল আধুনিক ডাৰ্ডানেলিছ ।

ছিমইছ : ট্ৰয়ৰ সমতল ভাগৰ এখন নদী ।

জ

জে'লা : এখন নদী আৰু চিচিলীৰ এখন মহানগৰীৰ নাম । ইয়াৰ আধুনিক নাম টেৰানোভা । নামটোৰ অৰ্থ হ'ল 'হাঁহি' । কিন্তু এই মহানগৰী খনৰ ইতিহাস শোকাবহ আছিল ।

জেনিক্যুলাম : ৰোমৰ উত্তৰ-পশ্চিমত টাইবাৰৰ এটা পাহাৰ ।

জেনাছ : এজন দুমুখীয়া দেৱতা ।

জ'ভ : জুপিটাৰৰ আন এটা নাম ।

জুলিয়া : জুলিয়াছ চিজাৰ আৰু তেওঁৰ তোলনীয়া পুত্ৰ আগষ্টাছৰ ঘৰুৱা নাম ।

জুনো : গ্ৰীকনাম হিৰী আৰু জুপিটাৰৰ পত্নী ; এওঁ ট্ৰজানসকলৰ শত্ৰুতাচৰণ কৰিছিল কাৰণ পেৰিছে ৰূপ-গুণত এওঁক ভেনাছতকৈ হীন বিবেচনা কৰিছিল ।

জুপিটাৰ : গ্ৰীকৰ জ্যুছ ; দেৱতাসকলৰ পিতৃ আৰু পালক । এওঁৰ আন এটা নাম হ'ল জ'ভ ।

জুটুৰ্ণা : নদী মিজবাৰ দেৱী । এওঁ টাৰ্ণাছৰ ভগিনী ।

জেনথাছ : ট্ৰয়ৰ সমতল অঞ্চলৰ এখন নদী ।

জেহিন্থাছ : গ্ৰীচৰ পশ্চিম উপকূলৰ ইথাকাৰ ওচৰৰ এটা দ্বীপ ।

জ্যভ : গ্ৰীকসকলৰ শ্ৰেষ্ঠ দেৱতা। ৰোমানসকলৰ মাজত এওঁৰ নাম হ'ল জুপিটাৰ।

## ট

টেবাৰ্ণাছ : আধুনিক কাছেটাৰ পূৱত থকা দক্ষিণ ইটালীৰ পাৰ্বত্য অঞ্চল।

টাৰ্কন : ইনিয়াছৰ সেনাবাহিনীৰ অন্তৰ্ভুক্ত ইট্ৰুস্কান দলৰ নেতা। নামটো বোধকৰো 'টাৰকুইন' সম্বন্ধীয়।

টাৰেন্টাম : ইটালীৰ পাদদেশত অৱস্থিত এটা বন্দৰ, আধুনিক টেৰণ্টো।

টাৰ্পিয়া : (ক) অষ্টম অধ্যায়ত বৰ্ণিত এজনী ৰোমান ছোৱালী। এওঁ বিশ্বাসঘাতকতা কৰি ছেবাইনসকলক ৰোমনগৰ অধিকাৰ কৰাৰ সুবিধা কৰি দিয়া বুলি বিশ্বাস কৰা হয়। (খ) একাদশ অধ্যায়মতে কামিল্লাৰ সঙ্গিনী।

টাৰ্কুইন : ৰোমৰ ইট্ৰুস্কান সম্ৰাট দুজনৰ নাম। এই দুজনৰ দ্বিতীয়জন অৰ্থাৎ স্বেচ্ছাচাৰী টাৰ্কুইন খৃঃ পূঃ ৫১০ অত সংঘটিত হোৱা কুটাছ পৰিচালিত বিদ্ৰোহত ৰোমৰ পৰা বহিষ্কৃত হৈছিল।

টাৰ্টাৰাছ : নৰক পাতালৰ সুগভীৰ অংশত অৱস্থিত।

টেটিয়াছ : আদি ৰোমানসকলৰ বিৰুদ্ধে যুঁজ দিয়া ছেবাইনসকলৰ ৰজা। এওঁ পাছত ৰমুলাছৰ লগত সন্ধি কৰিছিল আৰু যুটীয়াভাৱে ৰোমৰ শাসন নিয়ন্ত্ৰণ কৰিছিল।

টেনিডছ : ট্ৰয়ৰ অদূৰত দক্ষিণ-পশ্চিম দিশৰ এটা সৰু দ্বীপ।

টেৰিয়াছ : থ্ৰেছৰ পৌৰাণিক ৰজা। এওঁ নিজৰ পত্নী প্ৰোকনীৰ ভগিনী ফিলমেলাৰ সতীত্ব হৰণ কৰিছিল। প্ৰতিশোধ স্বৰূপে প্ৰোকনীয়ে তেওঁলোকৰ পুত্ৰ আইটিছক হত্যা কৰিছিল আৰু পাছত তেওঁলোক তিনিওজন চৰাইলৈ ৰূপান্তৰিত হৈছিল।

টিউছাৰ : (ক) ট্ৰয়ৰ ৰাজবংশসকলৰ পূৰ্বপুৰুষ বুলি সাধাৰণতে বিশ্বাস কৰা হয় আৰু সেইহেতু ৰোমানসকলক টিউক্ৰিয়ান বুলি আখ্যা দিয়া হয়। (খ) প্ৰথম অধ্যায়ত আজেক্সৰ সতীয়া ভায়েক। এওঁ প্ৰব্ৰজন কৰি চাইপ্ৰাছত উপস্থিত হৈছিলগৈ আৰু ভাজিলৰ

মতে ডিডোৰ জগত এওঁৰ পৰিচয় আছিল।

**টাইবাৰ বা টাইবেৰিছ :** দক্ষিণ-পশ্চিম দিশলৈ ধাবিত হোৱা মধ্য ইটালীৰ এখন নদী। ইয়াৰ দক্ষিণ পাৰত আৰু মোহনাৰ পৰা বাৰ মাইল আঁতৰত ৰোম নিৰ্মিত হৈছিল। এই ঘটনা 'ইনীদ'ত বৰ্ণিত ঘটনাসমূহৰ চাৰি শতিকা কালৰ পাছৰ। দক্ষিণ পাৰৰ মোহনাতে অৱস্থিত আটায়াত পোনপ্ৰথমে ট্ৰজানসকলে বসতি আৰম্ভ কৰিছিল। নদীখনক কেতিয়াবা টাইবেৰিনাছ নামৰ দেৱতা এজনৰ ৰূপতো কল্পনা কৰা হয়। ইয়াৰ আন নামবোৰৰ ভিতৰত আছে থাইব্ৰিছ আৰু থাইম্ব্ৰিছ।

**টাইবাৰ :** ৰোমৰ পৰা পোন্ধৰ মাইল উত্তৰ-পূৱত অৱস্থিত এখন সৰু চহৰ। আধুনিক নাম টুভলি। ইয়াৰ বাসিন্দাসকলক 'টাইবাৰ-টাইন' কোৱা হয়।

**টিমাবাছ :** উত্তৰ-পশ্চিম ইটালীৰ পোৰ উত্তৰত এখন নদী।

**টাইৰিন্থিয়ান :** দক্ষিণ গ্ৰীচৰ আৰ্গছৰ ওচৰত অৱস্থিত টাইৰিন্স নগৰৰ স্থায়ী অধিবাসীসকলক কোৱা হয়। ইয়াতে হাৰকিউলিছৰো বাস-স্থান আছিল।

**টিছিফনি :** এজনী পিশাচিনী।

**টাইটান :** জুপিটাৰ আৰু জুনোতকৈও একপুৰুষ পুৰণি এটা কিম্বদন্তীৰ দৈত্য পৰিয়াল। পাছত সূৰ্য আৰু চন্দ্ৰ বুলি চিহ্নিত কৰা হাই-পিৰিয়ন আৰু ফিবী এই পৰিয়ালৰ। সেইকাৰণে সূৰ্যক 'টাই-টনিক' বুলিও কোৱা হয়।

**টিথ'নাছ :** অৰোৰাৰ (উষা) লগত বিবাহ সম্পন্ন হোৱা ৰূপকথাৰ নায়ক। এওঁ অমৰত্ব লাভ কৰিছিল যদিও অমৰ যৌৱন লাভ কৰা নাছিল;

**টিটিয়ছ :** এপলো আৰু ডায়েনাৰ মাতৃ লাটোনাক আক্ৰমণ কৰা উপকথাৰ দৈত্য। এই পাপকৰ্মৰ বাবে ই নৰকত জীয়াতু ভুগিছিল।

**টামাৰছ :** ইলিৰাছত অৱস্থিত এটা পৰ্বত। সেই অঞ্চলৰ স্থায়ী বাসিন্দা সকলক টামাৰিয়ান বুলি কোৱা হয়।

**টৰকোৱাটাছ :** কঠোৰ নিয়মানুৱৰ্তী বুলি খ্যাতি থকা চেমনাইট বংশৰ এজন সেনাপতি।

ট্ৰাইটন : সাগৰৰ শামুকেৰে শিঙা নিৰ্মাণ কৰি সুস্থি কৰা এজন সামুদ্ৰিক দেৱতা বা জলকোঁৱৰ ; সাগৰৰ লগত থকা এটা অস্পষ্ট সম্পৰ্ক হেতু পালাছ এথেনীকো কেতিয়াবা ট্ৰাইটনিয়ান বোলা হয়। উত্তৰ আফ্ৰিকাৰ উপকূলীয় অঞ্চলত অৱস্থিত ট্ৰাইটনিছ হ্ৰদটোকো বুজাবলৈ এই নাম ব্যৱহৃত হ'ব পাৰে।

ট্ৰিভিয়া : 'ত্ৰিকপিনী' দেৱী হিকেটিৰ উপাধি ( ডায়েনা চাওক )

ট্ৰইলাছ : একিলিছে নিধন কৰা প্ৰায়ামৰ এজন যুৱক পুত্ৰ ক্ৰেছিডাৰ লগত হোৱা এওঁৰ প্ৰণয় কাহিনী মধ্যযুগলৈকে আবিষ্কৃত হোৱা নাছিল।

ট্ৰয় : ডাৰ্ডানেলিছৰ ওচৰত এচিয়া মাইনৰৰ এখন পৌৰাণিক মহানগৰী ; 'ইলিয়াদ'ৰ পটভূমি। খ্ৰীঃ পূঃ ১২০০ অত ট্ৰয়ৰ পতন হৈছিল বুলি বিশ্বাস কৰা হয়। নৃতত্ত্ববিদসকলে ভাবে যে 'হোমাৰৰ' ট্ৰয়' মহানগৰীখন এই একেঠাইতে বিভিন্ন সময়ত নিৰ্মাণ কৰা বহুতো মহানগৰীৰ সপ্তমখন।

ট্ৰাজান : ৰোমৰ তৃতীয়জন সম্ৰাট। এওঁ আলবা লাংগা জয় কৰিছিল আৰু মেটাছক মৃত্যুদণ্ড দিছিল।

টাৰ্ণাছ : কটুলিয়ানসকলৰ ৰাজকোঁৱৰ। দক্ষিণ ৰোমত আৰু আধুনিক এস্কিয়াৰ অদূৰত আৰ্ডিয়াত ৰাজধানী পাতি বাস কৰা কটুলিয়ানসকল হ'ল এটা ইটালীয়ান জাতি।

টিডিয়াছ : ডায়মিডিছৰ পিতৃ।

টিনডেৰিয়াছ : হেলেনৰ পিতৃ বুলি ভবা হয়। সেইহেতু হেলেনক 'টিন-ডাৰিড' বুলিও কোৱা হয়।

টাইফিয়াছ : উশাহত অগ্নি নিৰ্গত হোৱা এটা সাধুকথাৰ দৈত্য ; এটা আগ্নেয়গিৰিৰ তলত ইয়াক বন্দী কৰি ৰখা হৈছিল বুলি কোৱা হয়।

ট্ৰকেডিজ : গ্ৰীচৰ দক্ষিণ-পশ্চিম উপকূলৰ অদূৰৱৰ্তী দুটা সৰু দ্বীপ।

ট্ৰাইমন : কালী চৰায়ে বাস কৰা থ্ৰেছৰ এখন নদী।

ষ্টিক্স : 'হেট' প্ৰেতপুৰীৰ এখন নদী। প্ৰেতপুৰীৰ চৌপাশে কেইবাটাও সুঁতি

বৈ যোৱা বুলি বিশ্বাস কৰা হয়। 'ষ্টিজিয়ান' নামৰ বিশেষণটো 'মৃত্যুশীতল' বা নাৰকীয় অৰ্থত ব্যৱহাৰ কৰা হয়।

## ঠ

ঠেলিয়া : গীত আৰু উপকথাৰ অধিষ্ঠাত্ৰী নগৰাকী দেৱীৰ এগৰাকী।

ঠিটিছ : একিলিছৰ মাতৃ আৰু এগৰাকী সাগৰীয় দেৱী।

ঠায়া : একিলিছৰ বাসস্থান আৰু উত্তৰ গ্ৰীচত অৱস্থিত থেছেলিৰ পুৰণি নাম।

## ড

ডিডালছ : ক্ৰীটান চক্ৰবেহুটো নিৰ্মাণ কৰা আৰু তাৰেই পৰা থেছিউজ তথা আৰিয়াডনিক পলাই যাবলৈ সহায় কৰি দিয়া এজন স্থপতি। ক্ৰীটৰ পৰা যাবলৈ বাধ্য হোৱাত তেওঁ নিজৰ আৰু পুতেক আইকাৰাছৰ বাবে পাখি তৈয়াৰ কৰিছিল আৰু তাৰ সহায়তেই কুমিত উপস্থিত হৈ তেওঁ এপলোৰ মন্দিৰ এটা নিৰ্মাণ কৰিছিল। কিন্তু আইকাৰাছৰ পাখি এৰাই যোৱাত বাটতে তেওঁৰ মৃত্যু হৈছিল।

ডানান্ছ : গ্ৰীকসকলৰ সাধাৰণ নাম।

ডানেই : আৰ্গছৰ ৰাজকুমাৰী ; তেওঁক শিশুপুত্ৰ পাৰচ্যুছৰ সৈতে এটা বাকচত ভৰাই সাগৰত উটাই দিয়া হৈছিল বুলি বিশ্বাস কৰা হয়। কিছুমানৰ মতে তেওঁলোক উটি গৈ চেৰিফছ নামৰ দ্বীপ এটাত উপস্থিত হৈছিলগৈ ; কিন্তু ভাৰ্জিলৰ মতে তেওঁলোক পশ্চিম ইটালীৰ আৰ্ডিয়ালৈ আহিছিল।

ডাৰ্ডানাছ : কিম্বদন্তীত স্থান পোৱা ট্ৰজানসকলৰ পূৰ্বপুৰুষ আৰু ট্ৰয়-নগৰীৰ প্ৰতিষ্ঠাপক ; এওঁ ইটালীৰ পৰা প্ৰত্যাবৰ্তন কৰিছিল বুলি বিশ্বাস কৰা হয়। সেইকাৰণে ট্ৰজানসকলক 'ডাৰ্ডান', 'ডাৰ্ডানিয়ান' বা 'ডাৰ্ডানিড' বুলিও কোৱা হয়।

ডনাছ : টাৰ্ণাছৰ পিতৃ ; গতিকে 'ডনিয়ান' বুলিলে ৰুটুলিয়ানসকলকে বুজায়।

ডিচাই : এটা ৰোমান পৰিয়াল। খৃঃ পূঃ চতুৰ্থ শতিকাত ইটালীয়ান সমৰৰ সময়ত এই পৰিয়ালৰ দুজন পুৰুষে নিজৰ জীৱন বিসৰ্জন দি তেওঁলোকৰ সৈন্যবাহিনীটো ৰক্ষা কৰিছিল বুলি কোৱা হয়।

ডেইফবাছ : এজন ট্ৰজান ৰাজকোঁৱৰ আৰু প্ৰায়ামৰ পুত্ৰ; পেৰিছৰ মৃত্যুৰ পাছত এওঁ হেলেনক বিবাহ কৰিছিল। পাছত ট্ৰয়ৰ পতনৰ সময়ত হেলেনৰ সহায়তেই গ্ৰীকসকলে তেওঁক বধ কৰে।

ডিলছ : ইজিয়ান সাগৰৰ এটি সৰু দ্বীপ; ইয়াক এপলোৰ বাসস্থান বুলি বিশ্বাস কৰা হয়। সেইকাৰণে এইজন দেৱতাক 'ডিলিয়ানদেৱ' বুলিও জনা যায়।

ডায়েনা : গ্ৰীকনাম আৰ্টিমিছ। এপলোৰ ভনীয়েক। এওঁৰ তিনিটা ৰূপ আছে, আকাশত এওঁ হ'ল কিৰী (চন্দ্ৰ), পৃথিৱীত হ'ল ডায়েনা নামধাৰী এগৰাকী দেৱী আৰু পাতালত হ'ল যাদুবিদ্যাত জড়িত হিকটি বা ট্ৰিভিয়া (ত্ৰিৰূপিনী দেৱী)।

ডিডো : এলিছা নামেৰেও জনা যায়। কাৰ্থেজৰ প্ৰতিষ্ঠাত্ৰী ৰাণী আৰু এগৰাকী ফিনিছিয়ান ৰাজকুঁৱৰী।

ডিনডিমা : এছিয়া মাইনৰৰ এটা পৰ্বত। ইয়াত চিবিলিক বিশেষভাৱে পূজা কৰা হৈছিল

ডায়মিডিছ : গ্ৰীকযোদ্ধা, 'ইলিয়াদ'ৰ এটি প্ৰধান চৰিত্ৰ, এওঁ সন্মুখ সমৰত মাৰ্ছ (আৰিছ) আৰু ভেনাছ (এফ্ৰোডাইটি) ক আহত কৰিছিল। ফলত তেওঁক ঘৰৰ পৰা আঁতৰাই নি ইটালীত নিৰ্বাসন দিয়া হৈছিল আৰু পাছত তেওঁ দক্ষিণ-পশ্চিম ইটালীত 'আৰ্পি' নগৰ প্ৰতিষ্ঠা কৰে।

ডুছি : এটা ৰোমান পৰিয়াল, ইয়াৰ কেবাজনো পুৰুষ ৰাজনীতিত বিখ্যাত হৈ পৰিছিল।

## থ

থিবছ : পেন্থিয়াছৰ বাসস্থান আৰু উত্তৰ গ্ৰীচৰ এখন মহানগৰী।

থাৰ্মডন : পূৱ এছিয়া মাইনৰৰ এখন সৰু নদী।

থাংচিলকাছ : (ক) ষষ্ঠ অধ্যায়ত বৰ্ণিত আৰু 'ইলিয়াদ' অত উল্লেখ থকা

এজন ট্ৰজান যোদ্ধা। (খ) ইনিয়াছৰ লগৰীয়া যোদ্ধা।

থেটিউছ : এথেন্সৰ ৰূপকথাৰ ৰজা। এওঁ মাইনটৰক বধ কৰি ক্ৰীটৰ পৰা এৰিয়াড্‌নেক অপহৰণ কৰি নিছিল। পাছত তেওঁ পিৰিথাছৰ লগত একত্ৰিত হৈ প্ৰেতপুৰীৰ পৰা প্ৰচাৰ পাইনকো অপহৰণ কৰিবলৈ প্ৰচেষ্টা চলাইছিল।

থোৱাছ : (ক) দ্বিতীয় অধ্যায়ৰ মতে ট্ৰয় আক্ৰমণ কৰা এজন গ্ৰীক যোদ্ধা, (খ) নৱম অধ্যায়ৰ মতে ইনিয়াছৰ বিৰুদ্ধাচৰণ কৰা এজন ইটালীয়ান যোদ্ধা।

থ্ৰেছ : উত্তৰ-পূৰ্ব গ্ৰীচৰ এখন দেশ, আধুনিক চেলনিকা আৰু ডাৰ্ডানলিছ মাজৰ উপকূলীয় অঞ্চলৰ বেছিভাগেই এই দেশৰ ভিতৰুৱা।

## ন

নিমিয়া : হাৰকিউলিছে ভয়ঙ্কৰ সিংহ এটা বধ কৰা মধ্য গ্ৰীচৰ যোজকটোৰ ওচৰৰ এখন নগৰ।

নিয়প্টলিমাছ : একিলিছৰ পুত্ৰ, এওঁক পাইৰাছ নামেৰেও জনা যায়।

নেপচুন : গ্ৰীক পছাইডন। সমুদ্ৰৰ সম্ৰাট।

নেৰিউছ : এখন পৌৰাণিক সমুদ্ৰৰ দেৱতা। এওঁৰ কন্যাসকল (নিৰাইড) হ'ল জলকুঁৱৰী।

নিউমা : (ক) ৰোমৰ দ্বিতীয়জন সম্ৰাট, এওঁ ধৰ্মভীৰু আৰু শান্তিপ্ৰিয় আছিল। (খ) নৱম অধ্যায়ৰ মতে নৈশ অভিযানটোৰ সময়ত নিহত হোৱা এখন ইটালিয়ান যোদ্ধা। (গ) দশম অধ্যায়ৰ আন এজন ইটালিয়ান যোদ্ধা।

নিউমিকাছ : লভিনিয়াম আৰ্ডিয়াৰ মাজৰ লাটিয়ামৰ এখন অতি পবিত্ৰ বুলি পৰিগণিত নদী।

নিউমিডিয়ান : উত্তৰ আফ্ৰিকাৰ এটা যা-যাবৰ জাতি। এওঁলোক ইমান পাকৈত আছিল যে লেঅশ্বাৰোহী কাম নোহোৱাকৈ ঘোঁৰা দৌৰাব পাৰিছিল।

নিউমিটৰ : (ক) কমুলাছ আৰু কেম্মাছৰ ককাদেউতাক।
(খ) এজন ইটালীয়ান যোদ্ধা।

নিছা : এছিয়াৰ কোনোবা এটা অঞ্চলৰ এটা পৰ্বত। ই বেকাছৰ (ডায়নিচাছ) জন্মস্থল।

পেকিনাছ : মাল্টাৰ ওচৰত চিচিলিৰ দক্ষিণ উপকূলৰ এটা অন্তৰীপ।

পেক্টোলাছ : এছিয়া মাইনৰৰ এখন নদী। ইয়াৰ বালিত সোণৰ কণা মিহলি হৈ আছে।

পাডুৱা : উত্তৰ ইটালীৰ ভেনিছৰ ওচৰৰ এখন নগৰ।

পেলিমিডিছ : ট্ৰয় অৱৰোধৰ সময়ত ইউলিচিছৰ পৰামৰ্শমতে বিশ্বাস-ঘাতকতাৰ মিছা অভিযোগত প্ৰাণ হেৰুৱা এজন গ্ৰীক বীৰ।

পেলেটাইন : 'ৰোমৰ সপ্তপাহাৰ'ৰ এটা। ইয়াতে আগষ্টাছৰ ৰাজপ্ৰাসাদ অস্থিত।

পেলিকাছ : চিচিলিত পূজিত হোৱা এজন অজ্ঞাত দেৱতা নাইবা কোনো কিম্বদন্তীৰ নায়ক।

পলিনিউৰাছ : ইনিয়াছৰ গুৰিয়াল। চালেৰ্ণোৰে পৰা দক্ষিণত ইটালীৰ পশ্চিম উপকূলৰ এটা অন্তৰীপ এওঁৰ নামেৰে নামকৰণ কৰা হৈছিল বুলি কোৱা হয়।

পালাণ্টিয়াম : (ক) পালাছৰ নামানুসৰি হোৱা আৰ্কেডিয়াৰ এখন নগৰ। (খ) ৰোমনগৰ নিৰ্মিত হোৱা অঞ্চলটোৰ এটা পাহাৰ পেলেটাইনত ইভেণ্ডাৰে বাস কৰা ঠাইখনৰ নাম।

পালাছ : (ক) দেৱী মিনাৰ্ভাৰ আন এটা নাম; (খ) ইভেণ্ডাৰৰ এজন পূৰ্বপুৰুষ আৰু (গ) ইনিয়াছৰ সপক্ষে যুদ্ধ কৰিবলৈ যোৱা ইভাণ্ডাৰৰ যুৱক পুত্ৰ।

পান : অৰণ্যাঞ্চল আৰু বনৰীয়া গৰু-ম'হ বিশেষকৈ ছাগলী আদি পশুপালৰ অধিষ্ঠাতা গ্ৰীক দেৱতা। এওঁ গ্ৰাম্যাঞ্চলৰ ৰাইজৰ মাজত ত্ৰাসৰ সৃষ্টি কৰিছিল। এইজন দেৱতাৰ বাসস্থান হ'ল আৰ্কেডিয়া।

পাণ্ডাৰাছ : (ক) নৱম অধ্যায়ত উল্লেখ থকা ইনিয়াছৰ অধীনত এজন

ট্ৰজান যোদ্ধা আৰু (খ) দ্বিতীয় অধ্যায়ৰ কাহিনীমতে গ্ৰীক-সকললৈ শৰ নিক্ষেপ কৰি চুক্তি ভঙ্গ কৰা এজন ট্ৰজান যোদ্ধা। ('ইলিয়াদ' চতুৰ্থ অধ্যায়)।

পাফাছ : দেৱী ভেনাছ বিশেষ আড়ম্বৰেৰে পূজিত হোৱা চাইপ্ৰাছৰ এখন নগৰ।

পেৰিছ : প্ৰায়ামৰ পুত্ৰ আৰু হেক্টৰৰ ভ্ৰাতা। এওঁ স্পাৰ্টাৰ পৰা হেলেনক অপহৰণ কৰি আনিছিল।

পাৰ্থিনোপিয়াছ : কিম্বদন্তীৰ নায়ক, থিবছৰ সাতজন শত্ৰুৰ এজন।

পাৰ্থিয়ান : মধ্যপ্ৰাচ্যৰ এটা নিপুণ ধনুৰ্দ্ধাৰী জাতি।

খৃঃ পূঃ ৫৩৩ অত কেৰীত সংঘটিত হোৱা ৰণত এওঁলোকে ৰোমান সকলক শোচনীয়ভাৱে পৰাস্ত কৰিছিল। খৃঃ পূঃ ১৯৩ অত অগষ্টাছে এক চুক্তিৰ যোগে দিতে হেকৰো অঞ্চলবোৰ পুনৰুদ্ধাৰ কৰিবলৈ সক্ষম হৈছিল।

পেছিছি : মাইনছৰ (ক্ৰীটৰ ৰজা) পত্নী আৰু মইনটৰৰ মাতৃ।

পেলাস্জিয়ান : গ্ৰীচ, ইটালী তথা আন কেতবোৰ অঞ্চলত অতি পুৰণি বাসিন্দা। কেতিয়াবা এওঁলোকক আদিবাসী বুলিও কোৱা হয়।

পেলিউছ : একিলিছৰ পিতৃ আৰু এটা কিম্বদন্তীৰ নায়ক।

পিলপছ : মিছিনীৰ পুৰণি ৰাজবংশৰ প্ৰতিষ্ঠাতা আৰু আৰ্গামেমনন তথা মেনিলাছৰ পূৰ্বপুৰুষ। এওঁ পিলপনিছ (জনসাধাৰণৰ দ্বীপ) দ্বীপটো নিজৰ নামেৰে নামকৰণ কৰিছিল।

পেলৰাছ : চিচিলীৰ উত্তৰ-পূব উপকূলৰ এটা অন্তৰীপ।

পেন্থেছিলিয়া : আমাজানসকলৰ ৰাণী।

পেন্থিয়াছ : বেকাছৰ প্ৰভাৱত মগজুৰ বিকৃতি ঘটা থিবছৰ ৰজা।

পিকাছ : ('বাঢ়ৈটোকা চৰাই') বাঢ়ৈটোকা চৰাই ৰূপত কল্পনা কৰা এজন পৌৰাণিক ইটালীয়ান দেৱতা।

পিৰিথাছ : প্ৰেতপুৰীৰ পৰা প্ৰচাৰ্পাইনক অপহৰণ কৰাৰ প্ৰচেষ্টাত থেছিউছৰ লগৰীয়াজনৰ নাম।

পিছা : (ক) দক্ষিণ গ্ৰীচৰ এখন নগৰ। (খ) উত্তৰ-পশ্চিম ইটালীৰ এখন নগৰ।

প্ৰেমিৰিয়াম : ('বান') চিৰক্যুজৰ ওচৰত চিচিলিৰ পূব উপকূলত অৱস্থিত এটা অন্তৰীপ।

প্লুটো : জুপিটাৰৰ ভাতৃ। গ্ৰীক নাম হেডিছ। এওঁক আৰ্কাছ বুলিও কোৱা হয়।

পলিবিটিজ : ('বহুতো গৰুৰ জাকৰ অধিকাৰী') 'ইলিয়াড'ৰ ত্ৰয়োদশ অধ্যায়ত উল্লেখ থকা ট্ৰজান যোদ্ধা পলিফিটিজ বুলিয়েই ধৰা হয়। বানানৰ প্ৰভেদ হৰ্তব্য নহয়।

পলিফিমাছ : ইউলিচিছে অন্ধ কৰা চাইক্লপ্স দৈত্য। ('ওডিছী' অষ্টম অধ্যায়)।

পৰ্ছেনা : (ক্লুছিয়ামৰ লাৰ্ছ পৰ্ছেনা') এজন ইট্ৰুস্কান ৰজা এওঁ সম্ৰাট টাৰকুইনক ৰাজ সিংহাসনত পুনৰ প্ৰতিষ্ঠা কৰাৰ মানসেৰে ৰোমৰ বিপক্ষে অভিযান চলাইছিল। খৃঃ পূঃ ৫১০ অত এওঁক বহিষ্কৃত কৰা হয়।

পৰ্টুনাছ : বন্দৰবিলাকৰ অধিষ্ঠাতা এজন সামুদ্ৰিক দেৱতা।

প্ৰায়াম : হিকুবাৰ স্বামী, হেক্টৰৰ পিতৃ আৰু ট্ৰয় নগৰীৰ শেষৰজন ৰজা এওঁৰ সন্তি-সন্ততিসকল হ'ল—হেক্টৰ, পেৰিছ, কেছান্ড্ৰা, হেলেনাছ, ডেইফবাছ আৰু বহুতো।

প্ৰক্ৰিছ : কিম্বদন্তীৰ নায়িকা। এওঁ স্বামী চেফেলাছৰ সততাক সন্দেহ কৰিছিল আৰু দুৰ্বিপাকত গিৰিয়েকৰ হাতত নিহত হৈছিল।

প্ৰিষ্টিছ : 'তিমিমাছ' বা 'হাংগৰ', এখন জাহাজৰ নাম।

প্ৰচাৰ পাইন : চিৰিছৰ (ডিমিটাৰ) কন্যা গ্ৰীক পাৰ্ছিফনী। যমপুৰীৰ ৰাণী কৰিবৰ কাৰণে প্লুটোৱে এওঁক পলুৱাই নিছিল।

প্ৰতিউছ : এজন সৰবজান তথা জলদেৱতা। এওঁ ইচ্ছানুসৰি বহুৰূপী হ'ব পাৰিছিল। প্ৰটিউছৰ বাস্তবাডি ইজিপ্তৰ ওচৰত অৱস্থিত বুলি কল্পনা কৰা হয়।

পাইৰাছ : একিলিছৰ পুত্ৰ নিয়পুলিমাছৰ আন এটা নাম।

## ফ

**ফিছিয়া :** কিম্বদন্তীৰ দেশ ( বোধকৰো কৃষ্ণ ) 'ওডিছী'ৰ ষষ্ঠৰ পৰা অষ্টম অধ্যায় দ্ৰষ্টব্য ।

**ফিড্ৰা :** থেছিউছৰ দ্বিতীয়া পত্নী আৰু হিপলিটাছৰ মাহীমাক । পাছত এওঁ হিপলিটাছৰ প্ৰেমত পৰিছিল আৰু তেওঁৰ মৃত্যুৰ কাৰণো হৈছিল ।

**ফিঠন :** ( 'জ্যোতিষ্মান' ) পৌৰাণিক বীৰ । এওঁৰ পিতৃ সূৰ্যৰ ৰথ-খনৰ সাৰথি হিচাপে মনোনীত কৰা হৈছিল । কিন্তু ৰথৰ নিয়ন্ত্ৰণ হেৰুৱাই পেলোৱাত জুপিটাৰে বজ্ৰ নিক্ষেপ কৰি তেওঁক বধ কৰিছিল ।

**ফিনিয়ছ :** দক্ষিণ গ্ৰীচৰ আৰ্কেডিয়াৰ এখন নগৰ ।

**ফিলকটিটিজ :** হাৰকিউলিছে ব্যৱহাৰ কৰা ধনুৰ অধিকাৰী এজন গ্ৰীক বীৰ । এইখন ধনুৰে তেওঁ ট্ৰয় অধিকাৰ কৰাত গ্ৰীকসকলক সহায় কৰিছিল ।

**ফ্লেজিয়াছ :** লাপিথছসকলৰ পৌৰাণিক ৰজা । ডেলফিত অৱস্থিত এপলোৰ মন্দিৰটো অগ্নি দগ্ধ কৰা অপৰাধত প্ৰেতপুৰীত যি কোনো মুহূৰ্ততে খহি পৰিব পৰা শিল এটাৰ তলত বহি থাকিবলৈ দি এওঁক শাস্তি প্ৰদান কৰা হৈছে বুলি বিশ্বাস কৰা হয় ।

**ফিবি :** 'ডায়েনা' দ্ৰষ্টব্য । চতুৰ্থ অধ্যায়ত ফিবিক চন্দ্ৰৰ ৰূপত বৰ্ণনা কৰা হৈছে ।

**ফিবাছ :** 'এপলো' দ্ৰষ্টব্য । কেতিয়াবা এওঁক সূৰ্য দেৱতা হিলিয়ছ বুলি ভুল কৰা হয় ।

**ফৰ্কাছ :** এজন সাগৰৰ দেৱতা ।

**ফ্ৰিজীয়া :** মধ্য আৰু উত্তৰ এছিয়া মাইনৰৰ এটা অঞ্চল । ট্ৰজান সকলকো মাজে সময়ে ফ্ৰিজিয়ান বুলি কোৱা হয় । ফ্ৰিজিয়ানসকলক কাপুৰুষ বুলি গণ্য কৰা হৈছিল বাবে ট্ৰজানসকলৰ বাবে নামটো জনপ্ৰিয় নহয় । 'ফ্ৰিজিয়ান মাতৃ' গৰাকী হ'ল ছিবিল ।

## ব

বেকাছ : বনাঞ্চল আৰু সুৰাৰ দেৱতা গ্ৰীক ডায়নিচাছ; 'বেক্কেনেল' নাৰীসকলে বন্য 'বেকীক' ক্ৰিয়াকাণ্ডৰে এওঁক উপাসনা কৰে বুলি কোৱা হয়, বিশেষকৈ থিৰছৰ ওচৰৰ চিথিৰণ পৰ্বতত।

বেক্‌ট্ৰিয়া : কাস্পিয়ান সাগৰৰ সিপাৰে এছিয়াৰ এখন দেশ।

বাইয়ি : নেপল্‌ছৰ ওচৰত থকা এটা সামুদ্ৰিক আশ্ৰয় স্থল, আধুনিক বাইয়া।

বাৰ্কা : উত্তৰ আফ্ৰিকাৰ এখন মহানগৰী।

বাবিলিয়ান : উত্তৰ এছিয়া মাইনৰৰ বাবিচিয়া বা বিথিনিয়াৰ লগত সম্বন্ধ থকা।

বেলনা : 'যুদ্ধৰ অধিষ্ঠাত্ৰী দেৱী' যুদ্ধৰ দেৱতা মাৰ্চৰ প্ৰতিৰূপ।

বেৰিছিটাছ : চাইবিলিৰ ক্ষেত্ৰ, ট্ৰয়া ওচৰৰ এটা পৰ্বত।

বৰিছ : উত্তৰীয় বতাহ, কেডিয়াৰ মানবীয় ৰূপতো ইয়াক কল্পনা কৰা হয়।

ব্ৰিয়াৰিয়াছ : শতভুজ দৈত্য ইজিয়নৰ আন এটা নাম।

ব্ৰুটাছ : এজন সম্ভ্ৰান্ত ৰোমান; এওঁ ৰোমৰ শেষ সম্ৰাট স্বেচ্ছাচাৰী টাৰকুইন'ক খৃঃ পূঃ ৫১০ অত সাম্ৰাজ্যৰ পৰা বহিষ্কাৰ কৰিছিল বুলি বিশ্বাস কৰা হয়।

বাথ্ৰ'টাম : গ্ৰীচৰ পশ্চিম উপকূলস্থ বন্দৰ। আধুনিক কফুৰ ওচৰত।

## ভ

ভেলিয়া : চালেৰ্ণোৰ পঞ্চাশ মাইল দক্ষিণত ইটালীৰ পশ্চিম উপকূলৰ সাগৰৰ সমীপৱৰ্তী এটা অঞ্চল।

ভেলিন : ৰোমৰ চল্লিশমাইল উত্তৰ-পূৱত আধুনিক ৰীটিৰ ওচৰত মধ্য ইটালীৰ এটা হ্ৰদ তথা এখন নদী।

ভেনাছ : প্ৰেমৰ অধিষ্ঠাত্ৰী গ্ৰীকদেৱী আফ্ৰোদাইটি আৰু ইনিয়াছৰ মাতৃ। চিচিলিৰ চাইপ্ৰাছ তথা ইৰিক্সত এই গৰাকী দেৱীৰ বহুতো মন্দিৰ

আছিল। এইবোৰ ঠাইৰ চিন মোকামবোৰৰ পৰা ইনিয়াছৰ বহুতো আখ্যান আৰু তেওঁৰ যাত্ৰাপথৰ বিষয়ে জানিব পাৰি।

**ভেষ্টা:** এগৰাকী পৌৰাণিক ৰোমান দেৱী; ঘৰুৱা জীৱনৰ লগত সম্পৰ্কিত এই দেৱীগৰাকীক ৰোমানসকলে অতীৱ শ্ৰদ্ধা-ভক্তি কৰে।

**ভাৰবিয়াছ:** উপকথাৰ ইটালীয়ান নায়ক। হিপলিটাছে নৱজন্ম লাভ কৰি এই নাম লৈছিল বুলি বিশ্বাস কৰা হয়। এই নামটো তেওঁৰ পুতেকৰো আছিল।

**ভলস্কিয়ান:** ৰোমৰ দক্ষিণ পূবৰ বৰ্তমানৰ মন্টি লেপিনি নামৰ পাৰ্বত্য অঞ্চলটো জুৰি বাস কৰা এটা ইটালীয়ান জাতি।

**ভলটাৰ্ণাছ:** দক্ষিণ-পশ্চিম ইটালীৰ এখন নদী; কেছিলি নাম বা আধুনিক কেপিনাৰ মাজেৰেদি বৈ যোৱা বৰ্তমানৰ ভলটাৰ্ণো নদী।

**ভালকান:** গ্ৰীকসকলৰ অগ্নি তথা ধাতুশিল্পৰ অধিষ্ঠাতা দেৱতা হিফিষ্টাছ। 'আগ্নেয়গিৰি' (volcano) শব্দটো এওঁৰ নামেৰেই ৰূপান্তৰ, মাউন্ট এটেনাৰ ওচৰৰ চিচিলিৰ আগ্নেয়গিৰি থকা অঞ্চলটোৰ নাম ভলকেনিয়া এ এওঁৰ নামৰ পৰাই আহিছে। ইজিয়ান সাগৰৰ দ্বীপ লেমনছত এওঁ বিশেষভাৱে পূজিত হৈছিল।

## ম

**মিঅ'টিজ:** ক্ৰিমিয়াৰ ওচৰৰ আজভ সাগৰ।

**মায়া:** মাৰ্কাৰিৰ মাতৃ আৰু এগৰাকী দেৱী।

**মেলিয়:** গ্ৰীচৰ দক্ষিণ-পূব সীমান্তৰ এটা অন্তৰীপ, আধুনিক মাটাপান অন্তৰীপৰ পূৰ্বকালে।

**মেনলিয়াছ:** এজন ৰোমান বিষয়া। খৃঃপূঃ ৩৯০ৰ গেলিক সমৰ অভিযানৰ সময়ত ৰোমৰ দুৰ্গ ৰক্ষাৰ ভাৰ এওঁৰ ওপৰত ন্যস্ত আছিল। দৈৱিক গুণ সম্পন্ন দেওবাজহাঁহৰ চিঞৰত সতৰ্ক হৈ তেওঁ দুৰ্গটো নিৰাপদ কৰি ৰাখিবলৈ সক্ষম হৈছিল।

**মাৰ্চিলাছ:** (ক) ষষ্ঠ অধ্যায়ৰ শেষাংশত উল্লেখ থকা খৃঃ পূঃ ২২২ অত উত্তৰ ইটালীত গলসকলক পৰাস্ত কৰি সিহঁতৰ নায়কজনক

অকলশৰীয়া যুঁজত নিধন কৰি 'সেনাধ্যক্ষৰ মাননী' সমূহ লাভ কৰা এজন ৰোমান সেনাপতি। (খ) আকৌ ষষ্ঠ অধ্যায়ৰ শেষাংশতে উপৰোক্ত ঘটনাৰ ঠিক পাছতে উল্লেখ থকা কাহিনী অনুসৰি মাৰ্চেলাছ হ'ল অগষ্টাছৰ যুৱক ভাগিন। সম্রাট অগষ্টাছৰ পিছত ৰাজসিংহাসনত আৰোহণ কৰিব বুলি আশা কৰা এই যুৱকজনৰ মাত্র কুৰিবছৰ বয়সতে খৃঃ পূঃ ২৩৩ অত মৃত্যু হয়।

মাৰ্চ : গ্ৰীক আৰিছ, ৰণ দেৱতা।

মেছিলিয়ান : উত্তৰ আফ্রিকাৰ এটা জাতিৰ মানুহ।

মেগাৰা : চিচিলিৰ পূৱ উপকূলৰ এটা বন্দৰ।

মেলাম্প্যাচ : কিম্বদন্তীৰ কবি আৰু ভবিষ্যদ্বক্তা

মেলিবিয়া : থেছেলিৰ এখন চহৰ

মেমনন : এজন ইথিওপিয়ান বীৰ আৰু উষাদেৱীৰ (অৰোৰা) পুত্ৰ। বিশ্বকৰ্মাই নিজে সজা বৰ্ম পৰিহিত এইজন বীৰে গ্ৰীকসকলৰ বিৰুদ্ধে ট্ৰজানসকলক সহায় কৰিছিল।

মেনিলাছ : স্পার্টাৰ ৰজা, আগামেমননৰ ভ্ৰাতা আৰু হেলেনৰ স্বামী।

মাৰ্কুৰি : গ্ৰীক হাৰ্মিছ। দেৱতাসকলৰ দূত আৰু মৃতসকলৰ পথপ্রদর্শক।

মেট্টছ : ৰোমৰ লগত হোৱা ৰণৰ সময়ত প্রতিজ্ঞা ভঙ্গ কৰা আলবালাংগাৰ এজন লাটিন সেনাপতি।

মিনচিয়াছ : মাণ্টুৱা আৰু ভাৰ্জিলৰ জন্মস্থানৰ ওচৰৰ উত্তৰ ইটালীৰ এখন নদী।

মিনাৰ্ভা : সূতাবোৱা আদি গৃহশিল্পৰ অধিষ্ঠাত্ৰী ৰোমান দেৱী। এওঁক সাধাৰণতে জ্যুছৰ (জুপিটাৰ) ছুহিতা, ৰণকৌশলী আৰু ওড়িচ্যুছৰ ৰক্ষাকাৰিণী দেৱী পাল্লাছ এথেনী বুলিয়েই বিশ্বাস কৰা হয়।

মিনিঅ' : ৰোমৰ উত্তৰত ইট্ৰুৰিয়াৰ এখন নদী।

মাইনছ : ক্ৰীটৰ কিম্বদন্তীৰ ৰজা। এওঁৰ কাৰণেই ডিডেলাছে বিখ্যাত চক্ৰবেহটো নিৰ্মাণ কৰিছিল। ৰাজমেনথছৰ দৰেই এওঁ মৃত্যুৰ

পাছত প্ৰেতপুৰীৰ এজন বিচাৰক হিচাপে নিযুক্ত হৈছিল।

মাইন'টৰ : কিম্বদন্তীৰ দৈত্য। সাধাৰণতে ইয়াৰ শৰীৰটো মানুহৰ আৰু মূৰটো ষাড়ৰ বুলি বিশ্বাস কৰা হয়। পেছিফিৰ সন্তান এই দৈত্যটোৱে বিখ্যাত চক্ৰবেহুটোত বাস কৰিছিল আৰু তালৈ প্ৰেৰণ কৰা বন্দীবিলাকক ভক্ষণ কৰিছিল।

মিছেনাছ : ইনিয়াছৰ অনুগামী। নেপলচ আৰু ইস্কিয়াৰ মাজত অৱস্থিত আধুনিক কেপ'মিছেন নামৰ অন্তৰীপটো তেওঁৰ নামেৰে নামকৰণ কৰা হৈছিল বুলি ভৰা হয়।

মনিকাছ : 'নিঃসঙ্গ বাসিন্দা' মন্টিকাৰ্ল থকা আধুনিক মনাকোৰ ওচৰৰ এখন ঠাইত হাৰকিউলিছে কিছুদিন নিঃসঙ্গ জীৱন যাপন কৰিছিল বুলি বিশ্বাস কৰা হয়।

মৰিণি : আধুনিক বেলজিয়াম অঞ্চলৰ এটা গেলিক জাতি।

মাচিয়াছ : অতি পুৰণি কিম্বদন্তীৰ কবি, প্ৰথমজন কবি আৰ্ফিয়াছৰ উত্তৰ সাধক।

মিছিনী : কৰিন্থ যোজকৰ দক্ষিণত এখন পৌৰাণিক মহানগৰী, হোমাৰৰ মতে এইখন আগামেমননৰ ৰাজধানী আছিল।

মাৰ্মিডন : থেছেলীৰ এটা গ্ৰীক জাতি, ট্ৰয়যুদ্ধত একিলিছক সৈন্য সামন্তৰে সহায় কৰিছিল।

## ৰ

ৰিমছ : ৰমুলাছৰ ভ্ৰাতা আৰু ৰোমৰ আনজন প্ৰতিষ্ঠাপক।

ৰাডামেন্থাছ : ক্ৰীটৰ নৰ্চাছৰ ৰূপকথাৰ ৰজা। মৃত্যুৰ পাছত তেওঁক প্ৰেতপুৰীৰ বিচাৰক নিযুক্ত কৰা হৈছিল।

ৰীয়া : (ক) অতি পুৰণি গ্ৰীক দেৱী। চেটাৰ্ণৰ পত্নী জুপিটাৰ, জুনো, নেপচুন আৰু বহুতৰ মাতৃ। (খ) ইলিয়া বা ৰীয়াছিলভিয়া বুলিও জনাজাত ভেষ্টাৰ এগৰাকী ৰোমান পূজাৰিণী। পাছত তেওঁ ৰমুলাছ আৰু ৰিমছৰ জন্মদাত্ৰী হৈছিল।

ৰিচাছ : ট্ৰয় অৱৰোধৰ সময়ত ট্ৰজান সকলৰ সহায় হিচাপে অহা এজন

থে্ৰছিয়ান কন্যা। ইউলিচিছ আৰু ডায়মিডিছে এওঁৰ শিবিৰ আক্ৰমণ কৰি তেওঁক বধ কৰিছিল। (ইলিয়াদ দশম অধ্যায়)

ৰিটিয়াম: ট্ৰয়ৰ ওচৰৰ এটা বন্দৰ। ইওনসকলে সাধাৰণতে ৰিটিয়ান বুলি কোৱা হয়।

ৰমুলাছ: মাছ আৰু ইলিয়াৰ পুত্ৰ। খৃঃ পূঃ ৭৫৩ অত ৰোমনগৰী স্থাপন কৰিছিল।

ৰুটুলিয়ান: ৰোমৰ দক্ষিণত আধুনিক এৰ্ডিয়ৰ ওচৰত টাৰ্ণাছৰ দেশ ৰুটুলিৰ প্ৰজা।

## ল

লাৰ্টিছ: ইউলিচিছৰ ( ওডিছুছ ) পিতৃ।

লাওডামিয়া: ট্ৰয়ত প্ৰথমে ভৰি দিয়া গ্ৰীক প্ৰটিচিলাছৰ যুৱতী পত্নী। প্ৰটিচিলাছৰ মৃত্যুৰ বতৰা পাই এওঁ আত্মঘাতী হৈছিল।

লাওমিডন: ট্ৰয়ৰ পূৰ্ববৰ্তী ৰজা আৰু প্ৰায়ামৰ পিতৃ। এওঁলৈ সহায় আগবঢ়োৱা এপলো, নেপচুন আৰু হাৰকিউলিছ প্ৰভিক্ৰতিমতে প্ৰাপ্য পুৰস্কাৰৰ পৰা বঞ্চিত কৰি পুৰস্কাৰসমূহ আত্মসাৎ কৰা অসৎ কামটোৰ কাৰণে এওঁৰ কু-খ্যাতি আছিল।

লাপিথছ লাপিথি: কিম্বদন্তী অনুসৰি চেন্টৰবিলাকৰ লগত যুঁজ কৰা উত্তৰ গ্ৰীচৰ এটা জাতি।

লেৰিছা: আধুনিক ভলছৰ ওচৰৰ থেছেলিৰ এখন মহানগৰী, ইয়াতে একিলিছৰ ঘৰ বাবে তেওঁক লেৰিছিয়ান বুলিও কোৱা হয়।

লাটিয়াম: ৰোমৰ দক্ষিণত ইটালীৰ পৰ্বতমালাৰ ওচৰৰ এখন উপকূলীয় জিলা। ইয়াৰ বাসিন্দাসকলক লাটিন বোলা হয় আৰু তেওঁলোকৰ ৰজাজনক লাটিনাছ বোলা হয়।

লাটোনা: এপলো আৰু ডায়েনাৰ মাতৃ এগৰাকী দেৱী।

লৰেন্টাইন: লাটিয়ামৰ উপকূলীয় অঞ্চলৰ আদি অধিবাসীসকলৰ নাম। তেওঁলোকৰ মহানগৰী লৰেন্টাম আৰু লাভিনিয়াম একেখন ঠাই বুলি বিশ্বাস কৰা হয়।

লাভিনিয়া: লাটিনাছৰ যুৱতী কন্যা, টাৰ্ণাছৰ বাগদত্তা আছিল যদিও পাছত তেওঁৰ ইনিয়াছৰ লগত বিবাহ হৈছিল।

লাভিনিয়ান: লাটিয়াম উপকূলৰ ওচৰত আৰু আধুনিক অষ্টিয়া তথা এৰ্ডিয়ৰ মাজত অৱস্থিত ইনিয়াছে প্ৰতিষ্ঠা কৰা নগৰ।

লিডা : স্পার্টাৰ ৰজা টিনডাৰিউছৰ ( Tyndareus ) পত্নী আৰু হেলেনৰ মাতৃ ।

লেলিজিয়ানছ : এচিয়া মাইনৰৰ আদিম অধিবাসী ।

লেমনছ : ইজিয়ান সাগৰৰ এটা দ্বীপ । ইয়াত ভালকান (হিফিষ্টাছ) বিশেষ-ভাৱে পূজিত হয় ।

লেঠে : 'পাছৰণি' পাতালপুৰীৰ এখন নদী । ইয়াৰ পানী খোৱা সকলোৰে স্মৃতিশক্তি হেৰুৱাইছিল ।

ল্যুৰ্কোট : গ্ৰীচৰ পশ্চিমত ইথাকাৰ ওচৰত ল্যুকাছ নামৰ দ্বীপ এটাত থকা এটা অন্তৰীপ ।

লিবাৰ্নিয়ান : ভড়িংবেজী জাহাজৰ বাবে বিখ্যাত এড্ৰিয়াটিক সাগৰৰ উত্তৰ পাৰৰ এটা অঞ্চল সম্পৰ্কিত ।

লিগুৰিয়ান : আধুনিক জেনোৱাৰ ওচৰৰ ইটালীৰ উত্তৰ-পশ্চিম সীমান্তত অৱস্থিত লিগুৰিয়া অঞ্চল সম্পৰ্কিত ।

লিপাৰা : টেজৰলিৰ ওচৰত চিচিলিৰ উত্তৰ-পূৰত অৱস্থিত এটা দ্বীপপুঞ্জৰ মাজৰ সৰু লভোগঠিত দ্বীপ এটা ।

লক্ৰিয়ানছ : উত্তৰ গ্ৰীচৰ বাসিন্দা ; এওঁলোকে ইটালীৰ পদপ্ৰান্ত উত্তৰ আফ্ৰিকাৰ উপকূলীয় অঞ্চলৈ প্ৰব্ৰজন কৰিছিল ।

লুপাৰ্চি : কেৱল কুকুৰনেহীয়া বাঘৰ ছাল পৰিহিত ডেকাসকলৰ দল । এওঁ-লোকে ৰোমকবো ফনাছৰ সন্মানাৰ্থে পতা উৎসৱ আদিত অংশ গ্ৰহণ কৰিছিল ।

লিচিয়ান : আৰ্কেডিয়াৰ লিচিয়ান পাহাৰৰ স্থায়ী বাসিন্দা ।

লিছিয়া : এছিয়া মাইনৰৰ দক্ষিণ-পশ্চিমৰ এখন জিলা । ইয়াৰ বাসিন্দাসকলক লিছিয়ান নামে জনা যায় ।

লিডিয়া : পশ্চিম এছিয়া মাইনৰৰ এখন জিলা ।

লাৰনিচ্যাছ : একিলিছে ধ্বংস কৰা ট্ৰয়ৰ ওচৰৰ এখন মহানগৰী ।

হ

হাৰ্পালিছ : কিম্বদন্তীৰ থ্ৰেচীয়ান ৰাজকুমাৰী, যোদ্ধা আৰু চিকাৰীও ।

হার্পি : কিম্বদন্তীৰ বিকটাকাৰ দানৱ, ইয়াৰ শৰীৰটো চৰাইৰ যদিও মূৰটো মানুহৰ।

হিব্ৰাছ : (ক) থে্ছৰ প্ৰধান নদী ; (খ) এজন ট্ৰজান যোদ্ধা।

হিৰ্কেট : যাদুবিদ্যাৰ লগত জড়িত পাতালৰ এজনাকী দেৱী। ('ডায়েনা' চাওক)।

হেক্টৰ : প্ৰায়ামৰ পুত্ৰ আৰু 'ইলিয়াদ'ৰ মুখ্য ট্ৰজান যোদ্ধা।

হেলেন : ('ট্ৰয়ৰ হেলেন') স্পাৰ্টাৰ ৰজা মেনিলাছৰ পত্নী, পেৰিছে এওঁক অপহৰণ কৰি নিয়াৰ ফলতেই ট্ৰজান যুদ্ধ সংঘটিত হয়।

হেলিকন : গীতৰ দেৱীসকলৰ (The Muses) বাসস্থান আৰু এথেন্সৰ উত্তৰত অৱস্থিত বিয়টিয়াৰ এটা পৰ্বত।

হাৰকিউলিছ : (গ্ৰীকনাম হেৰাক্লিজ) কিম্বদন্তীৰ নায়ক, এওঁক দেৱী জুনোৱে (হিৰা) যেদি যেদি হাৰাশাস্তি কৰিছিল আৰু বাৰটা দুৰূহ কাম সমাধা কৰিবলৈ আদেশ দিছিল। এই কামকেইটাৰ সৰহভাগেই আছিল দৈত্য নিধনমূলক। সেইকাৰণেই এওঁক মানৱজাতিৰ ত্ৰাণ-কৰ্তা বুলিও মাজে মাজে আখ্যা দিয়া হয়।

হাৰমিয়ন : গ্ৰীক ৰাজকুমাৰী, মেনিলাছ আৰু হেলেনৰ জীয়ৰী।

হামিউছ : এছিয়া মাইনৰৰ প্ৰধান নদী।

হাৰ্পিকান : মধ্য ইটালীৰ আৰু ৰোমৰ দক্ষিণ-পূবত অৱস্থিত হাৰ্ণিকি অঞ্চলৰ।

হিছিয়নী : ট্ৰয়ৰ পূৰ্ববৰ্তী ৰজা লাওমিডনৰ জীয়ৰী। এটা সাগৰীয় দৈত্যৰ কবলৰ পৰা এওঁক হাৰকিউলিছে ৰক্ষা কৰিছিল।

হেছপিৰিয়া : 'সূৰ্যাস্তৰ দেশ' (পশ্চিম দিশ) ইটালী আৰু চিচিলিৰ গ্ৰীকনাম।

হেছপেৰাইডিজ : 'পাশ্চাত্যৰ জীয়ৰীসকল' পশ্চিম দিশৰ একেবাৰে সীমান্তত অৱস্থিত সোণৰ ফল ধাৰণ কৰা গছ এজোপাৰ দৈতে বাগিচাখনত বাস কৰা কিম্বদন্তীৰ কুমাৰীসকল।

হিপলিটা : থেছিউছৰ পত্নী আৰু আমাজনসকলৰ ৰাণী।

হিপলিটাছ : কিম্বদন্তীৰ নায়ক হৈ যোৱা থেছিউছ আৰু হিপলিটাৰ পুত্ৰ, এওঁ মাহীমাক ফিড্ৰাৰ মিছা অভিযোগৰ চিকাৰ হ'ব লগাত পৰিছিল। নেপচুনৰ (পছাইডন) পুত্ৰেক থেছিউছৰ ওচৰত কিবা এটা উপকাৰ

কৰাৰ বাবে প্ৰতিজ্ঞাবদ্ধ আছিল আৰু যেতিয়াহে এই প্ৰতিজ্ঞা ৰক্ষা কৰিবলৈ কোনেও নেপাচুনে ফিপলিটাছৰ মৃত্যু ঘটাই প্ৰতিজ্ঞাতি পালন কৰিছিল।

ইদ্ম'লি : থেছালিৰ ( উত্তৰ গ্ৰীচ ) এটা পৰ্বত।

হায়াডছ : বৃষৰাশিৰ নক্ষত্ৰপুঞ্জ। বাৰিষাৰ সময়ত মাজৰাতি এই নক্ষত্ৰকেইটা দেখা যায়।

হাইপেডিচাছ : ভাৰতবৰ্ষৰ সিন্ধু নদীৰ এখন উপনৈ। বোধকৰো বাৰ্তাপিণ্ডিৰ ওচৰৰ আধুনিক ঝিলাম নৈখন।

হাইড্ৰা : 'জলসৰ্প' হাৰকিউলিছে বধ কৰা এটা কিম্বদন্তীৰ দৈত্য।

হায়াৰ্কেনিয়ান : আধুনিক পাৰস্যৰ উত্তৰ-পূৰ্ব হায়াৰ্কেনিয়া নামৰ অঞ্চলটোৰ।